* • *

শ্ৰীধীৰেন্দ্ৰকুমাৰ বৰঠাকুৰ প্ৰচলিত অৰ্থত সাহিত্যিক নহয়। বৃত্তিত এজন ইলেক্‌ট্ৰিকেল ইঞ্জিনীয়াৰ, গড়-কাপ্তানী বিভাগৰ এজন উচ্চ-পদস্থ বিষয়া, শ্ৰীবৰঠাকুৰে তেওঁৰ সাহিত্যিক মনটো তেওঁৰ চাকৰি জীৱনতো প্ৰায় কুৰি বছৰ বুকুত লৈ ফুৰিছে। অৱশ্যে তাৰ বাবে তেওঁ বহু দুৰ্ভোগ আৰু বিড়ম্বনাও মূৰ পাতি ল'ব লগা হৈছে— কৰ্মক্ষেত্ৰৰ ভিতৰে-বাহিৰে।

সুকুমাৰ মন এটাৰ লগত ইঞ্জিনীয়াৰিং বা সেই ধৰণৰ কৰ্ম-কাণ্ডৰ বিসঙ্গতি থাকিব নোৱাৰে বুলি বিশ্বাস কৰা শ্ৰীবৰঠাকুৰে ভাবে যে চাকৰি বা অসাহিত্যিক বৃত্তিত সৃজনিশীল প্ৰতিভাক হেৰুৱাই যাবলৈ দিব নালাগে।

'বাঈচাহেবা'ক গ্ৰন্থৰ আকাৰে প্ৰকাশ কৰিবলৈ দিয়াটো সেই দিশতে তেওঁৰ এটা প্ৰচেষ্টা।

— প্ৰকাশক —

# বাঈচাহেবা

পবিচয় সংস্কবণ

[প্রথিতযশা সাহিত্যিক-সাংবাদিক ড° [illegible] ববা সম্পাদিত 'মনিদীপ'ত আগতে প্রকাশিত।]




ধীবেন্দ্রকুমাব ববঠাকুব

প্ৰকাশক:
জিতেন শৰ্মা,
গণতন্ত্ৰ, নগাঁও



পৰিচয় সংস্কৰণ :
জুলাই, ১৯৮০ চন ।



বেটুপাত:
কৰকুমাৰ ডেকা,
শান্তিপুৰ পথ,
গুৱাহাটী



মুদ্ৰক:
শ্ৰীটিকেন্দ্ৰ দাস,
কংগেছ প্ৰেছ,
কেপিভিলা, গুৱাহাটী



মূল্য : একৈছ টকা

# অৰ্পণ

অপৰাজিতা !
অক্ষয় জীৱনীশক্তিৰে
মৃত্যুক বাৰে বাৰে পৰাহিত কৰি
তুমি অপৰাজিতা হৈয়ে ৰ'লা।

মোৰ অশেষ জীৱনৰ
সুখ-দুখ, জয়-পৰাজয় আকোৱালি
তুমি ৰ'লা সহযোদ্ধা হৈ।
সেয়ে
"বাঈচাহেবা"
তোমাকেই যাঁচিলো—

—কণিমালৈ ধীৰেন্দ্ৰকুমাৰ

# এক

এয়েতো ঝাঁচী-সাগৰ ৰোড। সৰ্পিল। একাবেঁকা তাৰ গতি। সম্মুখত শীতল গ্ৰেনাইট পাথৰেৰে গঢ়া ঝাঁচীৰ দীৱাৰ—নগৰ প্ৰাচীৰ। আৰু দীৱাৰৰ সৌ বাহিৰফালে পাহাৰীয়া ভূমি। ওখ-চাপৰ। এচলীয়া হৈ নামি গৈছে দূৰ নামনিৰ পিনে।

ইমৰান সাগৰ-দৰৱাজা পালেহি।

ৰ'দ ভালকৈ ওলোৱা নাই। পুহমাহৰ ৰাতিপুৱা। আকাশত মেঘ নাই। দূৰ আকাশত দিগ্‌বলয়ৰ সীমাৰেখা আঁকি দিছে শাৰী শাৰী নাৰিকল আৰু খেজুৰী গছৰ ছবিয়ে। আৰু সেই ফালৰপৰাই আহিছে চেঁচা কন্‌কনীয়া বতাহজাক।

ৰুক্ষ এই প্ৰদেশ। ৰুক্ষ ইয়াৰ আকাশ বতাহ। গ্ৰীষ্মৰ দিন কেইটাত প্ৰচণ্ড গৰম। আৰু জাৰৰ দিনত—এতিয়াতো জাৰৰেই দিন। ইমৰানৰ কিন্তু ভাল লাগে জলবায়ুৰ এই অত্যুগ্ৰ প্ৰচণ্ডতা। কিবা এক দুৰ্বুজ্জা পৌৰুষ আছে তাত। গৰমত আছে এটা উগ্ৰ বৈচিত্ৰ, ঠাণ্ডাত আছে নিৰ্মল মাদকতা।

তেতিয়া সাগৰ-দৰৱাজাত দস্তুৰমত ভীৰ। ওলাবলৈ বাট নেপাই ৰৈ আছে দুজন অশ্বাৰোহী। সিহঁতৰ উন্মত্ত যুঁজাৰু ঘোঁৰা দুটাই পাষাণ ৰাস্তাত ঘনে ঘনে খুৰাৰে আঘাত কৰিছে। খোলা দৰজাইদি ওলাই গৈছে এটা লেঠেৰি নিচিগা গাধৰ মিছিল। চিয়ঁৰ-বাখৰ হুলস্থূল কৰি কৰি সিহঁতৰ লগে লগে গৈছে ধোবাৰ দলটো। চেহেৰাত পিতামহ ভীষ্মৰ নিচিনা ধোবা এটাই সিহঁতক

বুজাইছে যে ঝাঁচীৰ পুখুৰীবোৰত ধোবাই কাপোৰ ধোৱাৰ নিষেধাজ্ঞা অলপতে উঠাই লোৱা হ'ব। তেতিয়া আৰু এনেদৰে চহৰৰ বাহিৰৰ বিলৈলৈ পুৰাই পুৰাই লৰ ধৰিব নালাগে।

আন এদল গাধই পিঠিত দেশী ইটা আৰু শিলগুটিৰ দ'ম লৈ চহৰ সোমাবলৈ বৈ আছে। দৰজাৰ পৰীয়াকেইটাই হকে অনাহকে চিঞৰি চিঞৰি বাৰম্বাৰে সেই ভীৰৰ খবৰ্দাৰী কৰিছে। সিহঁতৰ তদাৰক কৰিছে ঝাঁচী দফ্তৰৰ কোনো এক অধস্তন কৰ্মচাৰীয়ে। ওচৰতে কোনোবাই চিঞৰি উঠিল, "তফাত্ যাও!"

ইমৰানে উভতি চালে।

দূৰত তেতিয়া পাহাৰীয়া ৰাস্তাত নক্ষত্ৰৰ দৰে প্ৰচণ্ড গতিত ঘোঁৰা চেকুৰাইছে সেই দুই দুৰ্ধৰ্ষ অশ্বাৰোহীয়ে, নামি গৈছে খেজুৰী আৰু নাৰিকল গছে সীমা আঁকা নামনিৰ পিনে। পাষাণ-গাঁথনিত উত্তাল খুৰাৰ আঘাতে আঘাতে যেন কপি উঠিল সৰ্পিল ঝাঁচী-সাগৰ ৰোড।.......... ......

খুৰাৰ শব্দ ক্ৰমেই মৃদুনা হৈ আহিল।

এইয়া চিপাহী বিদ্ৰোহৰ সময়ৰ কথা। ওঠৰ শ আঠাৱন্ন চন। হিন্দুস্থানৰ মাটিত বিপ্লৱ আৰম্ভ হৈছে যোৱা মে' মাহৰপৰাই। এতিয়া জানুৱাৰী মাহ।

ইমৰানৰ খুব জাৰ লাগিছিল। পচমৰ চোলাটোৱে ঠাণ্ডাক বাধা দি ৰাখিব পৰা নাই। সি জেপত হাত ভৰালে। খুচৰি খুচৰি উলিয়ালে কেইটামান চুৰট আৰু এটা বিড়ি। চুৰটকেইটা জেপত ভৰাই থৈ সি বিড়িটো জ্বলাই ল'লে।

ইমৰানৰ গাৰ মলিয়ন আলখাল্লাটো বতাহে এজাকে কপাই দি গ'ল। সি পিঠিৰ কুজটো অলপ বেছিকৈ উলিয়াই দি মুখৰ পকা ডাঢ়িবোৰৰ ওপৰেৰে এবাৰ হাত বুলাই ল'লে। মূৰৰ অতিশয় লেতেৰা পাগুড়ীটো কাণ দুখনৰ ওপৰলৈকে টানি দিলে।

ভৰিব পুৰণি ফটা নাগাৰা জোতাজোৰৰপৰা বালিবোৰ জোকাৰি পেলাবৰ চেষ্টা কৰিলে—ৰাস্তাৰ মাটিত শব্দ কৰি কৰি। ৰাস্তাৰ বগুচুৰা ধূলি অলপ উৰি গ'ল ঠাণ্ডা বতাহজাকৰ লগে লগে। টাট্টু ঘোঁৰাটোৰ গাত মৰমেৰে থপৰিয়াই দি ইমৰান দৰজাৰ কালে আগুৱাই গ'ল।

এদ'ম কাপোৰৰ লগতে গাধৰ পিঠিত উঠি অহা ধোবা এটাক ইমৰানে বিনয়েৰে সুধিলে, "ভাই, বাতা চেকুতে হো ফৌজদাৰ গুল মুহাম্মদ খাঁ চাহাব কাঁহা ৰহতে হ্যায় ?"

ধোবাটোৱে গাধৰ খোজৰ হেন্দোলনিৰ তালে তালে কৈ গ'ল, "আৰে ৰাখ্ য়্যাৰ। ইত্নি খবৰ ৰাখ্নেকে লিয়ে হামাৰা ফুৰ্সৎ কহাঁ ? ৰোজানা তো ধোনা পৰতা হ্যায় তিন-চাৰ শও কপড়া। অগৰ ফুৰ্সৎ হি মিলতা তো কিউ মেই ভি অব্তক্ এক গুল মুহাম্মদ নেহী বন যাতে ?" যথেষ্ট বিৰক্ত হৈছিল ধোবাটো।

ধোবাটোৰ বিৰক্তিৰ কাৰণটো বুজিবৰ চেষ্টা কৰি ইমৰান ৰৈ গ'ল। আচলতে ধোবাটোৱে এই চাপৰ ঘুটঘুটীয়া জন্তুটোৰ পিঠিত বহি কোনোপধ্যে ভাৰসাম্য ৰাখিব পৰা নাছিল। আল্লাই গাধ নামৰ জীৱটোক ধোবাৰ বাহন হিচাপে সৃষ্টি কৰা নাছিল। আৰু সম্ভবতঃ গাধৰ পিঠিত ধোবা উঠাটো তেওঁ বৰকৈ পছন্দও নকৰিছিল। সেয়ে বোধকৰো গাধৰ পিঠিত উঠিবলৈ অশেষ পুৰুষাৰ্থ কৰিব লগা হয়। পিঠিত যেয়ে নুঠক লাগে গাধই সদায় নিৰীহ মুখেৰে দৃঢ় প্ৰতিজ্ঞ ভাবে এক অনবদ্য ছন্দেৰে গতি কৰে। সেই ছন্দেৰে ছন্দিত আৰোহীৰ মুখত যদি হাস্য ৰস প্ৰকাশিত হয়, তেওঁক বহুতে বহুৱা বুলিয়েই ভাবি ল'ব। আৰু গম্ভীৰ মুখৰ দীপ্ত আৰোহীক কোনো মহান ত্যাগৰ দেশপ্ৰেমিক যেনেই দেখাব আৰু মুঠতে যাৰে তাৰে হাঁহি উঠি যাব। গাধৰ পিঠিত যেনেকৈয়ে উঠা

মাথাওক লাগে বাস্তাৰ মানুহে কৌতুকেৰে ঘূৰি ঘূৰি চাবই। অলপ দূৰ গৈয়েই ধোবাটোৱে "ধেৎভেৰি" বুলি গাধৰ পিঠিৰপৰা নামি গ'ল। কিছু দূৰ গৈয়েই গাধটোও বৈ গ'ল। গাধটোৱে নেদেখাকৈ ইমবানে মিচিকিয়াই হাঁহিলে। আৰু লগে লগে সেই গাধটোৰ পিছে পিছে আহি থকা আন সকলোবোৰ গাধ বৈ গ'ল।

সাগৰ-দজৰাত তেতিয়া এখন বেচ পয়মালৰ সৃষ্টি হৈছে। পৰীয়া এটাই ধোবাটোক দবিয়াইছে, "এই উধাৰ ক্যা হো ৰহা হ্যায়?" ধোবাটো বিমোৰত পৰিছে। তাৰ গাধই মাজ বাস্তাত বৈ গৈছে—এখোজো আগবাঢ়িব খোজা নাই। ধোবাই তাক বিমানেই কোবাইছে সি সিমানেই আগ নেবাঢ়িবলৈ দৃঢ় প্ৰতিজ্ঞ হৈ বাস্তাত খোপনি পুতি ঠিয় দিছে। বেছিকৈ কোব খাই পিছ ঠেং জোকাবিছে ঠিকেই—কিন্তু আগলৈ যোৱাৰ আৰু নাম লোৱা নাই। আৰু তাৰ পিছৰ দণ্ডায়মান সমূহ গাধই নিৰ্বিকাৰ চিত্তে মূৰ জোকাবি জোকাবি সেই যুযুধান গৰ্দ্দভ-নন্দনক উৎসাহ দিবৰ চেষ্টা কৰিছে। পাতল আৰু সৰু বোজা কঢ়িয়াই নিবলৈ তাৰ আত্মসম্মানত লাগে। তদুপৰি এই কাম "সদৌ ঝাঁচী গৰ্দ্দভ সংঘ'ৰ নীতিৰ বিৰোধী।

শেহান্তৰত ধোবাটোৱে নিজেই 'গাধৰ পিঠিৰ' কাপোৰৰ দ'মটোৰ ওপৰত উঠি তালৈকে চুকোৰমান লগাই দিলে। সম্মানজনক আঢ়েমোনটো পুৰা হোৱাত গৰ্দ্দভ-পুঙ্গবে এতিয়া মহোৎসাহে সকলোকে পিছ পেলাই আগুৱাই যাবলৈ ধৰিলে।

লাহে লাহে দৰজাৰ তীৰ পাতলি আহিল। ইমবান ঘূৰি আহি টাট্টু ধোঁবাটোৰ কাষত ব'লহি। তাৰ পিছত ইটা আৰু শিলগুটিৰ দলৰ পিছে পিছে ইমবান চহৰ সোমাল। টাট্টু ধোঁবাটোৰ পিঠিত বহি সিও কমখিনি কচৰৎ কৰা নাছিল। গাধৰ দলৰ লগত সোমাই থাকোতে তালৈ কোনেও মন কৰা নাছিল। কিন্তু এতিয়া চহৰৰ বাস্তাত টাট্টু ধোঁবা সহ ইমবানলৈ সকলো

মানুহে কৌতুহলী চকুৰে ঘূৰি ঘূৰি চাই গৈছে। শেষত কুঁহিয়াৰ চোবাই চোবাই বট গছৰ তলত ঠিয় হৈ থকা মণ্ঠা ল'ৰা দুটাৰ কোনোবা এটাই কৈ উঠিল—"সৌ বুঢ়া ফেৰীৱালাটোলৈ চাচোন চা, কেনেকুৱা তামাচা দেখুৱাইছে।" আৰু তেতিয়া ইমৰান টাট্টু ঘোঁৰাটোৰপৰা নামি পৰিল।

বট গছডালৰপৰা এশ হাতমান আগবাঢ়ি গ'লে ৰাস্তাৰ দাঁতিতে পৰে এটা ইদাঁৰা। মস্ত ইদাঁৰা, এটা দন্তাল হাতী ঠিয়ই ঠিয়ই তাত সোমাই পৰিব। মহল্লাৰ বুন্দেলা ছোৱালী কেইজনীমানে তাৰপৰা তুলি তুলি পানী নিছে। সিহঁতৰ নাকত প্ৰকাণ্ড প্ৰকাণ্ড সোণ আৰু ৰূপৰ নাক-ছাবি। মূৰৰ ওপৰত পিতলৰ চক্‌চকীয়া ঘাগৰীবোৰ ইটোৰ ওপৰত সিটোকৈ সজোৱা। দূৰত ফুলুৰীওৱালাৰ দোকানত বিড়ি দেখি কিনিবলৈ গ'ল ইমৰান। দোকানৰ পিৰালিত বহি ডেকা চিপাহী কেইটামানে খিকিন্দালি কৰি কৰি ফুলুৰী খাইছে। সিহঁতে ইটোৱে সিটোক ঠাট্টা কৰিছে, হৈ চৈ কৰি হাঁহিছে, আৰু কেৰাকেৰিকৈ পানী নিয়া ছোৱালীহঁতলৈ চাইছে। ইমৰানক দেখি সিহঁতৰে কোনোবা এটাই মাতিলে, "এই বুঢ়া, কি কি ফেৰী আনিছ দেখুৱা চোন চাওঁ।"

ইমৰানে টাট্টু ঘোঁৰাটো টানি টানি সিহঁতৰ ওচৰলৈ লৈ গ'ল। "দেখিয়ে বাবুলোগ, কঙ্ঘী হ্যায়, আৰ্চি হ্যায়, কাটা হ্যায়, ফিটে হ্যায়............।" সিহঁত বস্তুখিনিৰ ওপৰত উবুৰি খাই পৰিল। ঘোঁৰাটোৱে আমনি পাই পিছ ঠেং জোকাৰিবলৈ ধৰিলে। ইমৰানে ফেৰীৰ বস্তুবোৰ ঘোঁৰাটোৰ পিঠিৰপৰা নমাই মাটিত থলে।

চিপাহীহঁতে প্ৰত্যেকটো বস্তু লিৰিকি বিদাৰি চাই দাম সুধিবলৈ ধৰিলে। সিহঁতৰ কোনোবাই যে কিবা কিনিব তাৰ কোনো লক্ষণ দেখা নগ'ল। ইমৰানে ফুলুৰীৱালাৰ দোকানৰপৰা বিড়ি এমুঠি কিনি ল'লে। তাৰ পিছত বিড়ি হুপি হুপি

চিপাহীকেইটাৰ লগত নানা তৰহৰ কথা পাতিবলৈ আৰম্ভ কৰি দিলে।

চিপাহীকেইটা "বাচ্চা চিপাহী"। ফৌজত একেবাৰেই নতুন সিহঁত। আনকি সিহঁতৰ ভৰিতো জোতা নাই। উত্তেজিত ভাবে হেন্তাওপৰাকৈ সিহঁতে কৈ গ'ল—এই মাহৰ দৰমহা সিহঁতে নাপায়। কিন্তু দফতৰৰপৰা খাবলৈ ৰচদ পাব। এতিয়া সিহঁতৰ কাম কুস্তি কৰা, তৰোৱাল খেলা, বন্দুকৰ নিশানা ঠিক কৰা আৰু দিনে পাঁচ ঘন্টাকৈ কুচ্‌কাৱাজ কৰা। এইবোৰৰ তালিমঃ লৈ অহা মাহত যেতিয়া সিহঁতে পুৰাদস্তুৰ চিপাহী হৈ উঠিব তেতিয়া সিহঁতে চুবাদাৰৰপৰা নতুন উৰ্দ্দি, জোতা, বন্দুক আৰু দৰমহা পাব।

এটা আধাবয়সী চিপাহীৰ ভৰিত জোতা আছিল। সিহঁতৰ ভিতৰত সিয়েই যি পুৰণি চিপাহী। আগতে ধুন্দুপন্থৰ ফৌজত আছিল, তাৰপৰা পলাই আহি ঝাঁচীৰ ফৌজত সোমাইছেহি। পেচোৱাশাহী-ৰাজত তাৰ আস্থা নাই। সি নিজে বাঘেলখণ্ডৰ মানুহ। পেচোৱা-আজাদীত তাৰ কি ইজ্জত বাঢ়িব ? "পেচোৱা-শাহী আৱাজ কমবখ্‌ত্‌ হ্যায়। পেচোৱাশাহী আৱাজ ঝুটা হ্যায়।"—সি আক্ষেপেৰে কৈ গহীন হৈ পৰিল। আৰু ধুন্দু-পন্থৰ কাৰণে অলপ বেজাৰো কৰিলে সি। হেজাৰ হলেও পুৰণি মালিক। বিবি ঘৰৰ হত্যাকাণ্ডৰ পাছত যে মানুহজন কলৈ গ'ল তাৰ খবৰ পাবৰ উপায় নাই। অন্ততঃ সেইটো ঘটনাত তেওঁ নির্দ্দোষী আছিল।

ৰাস্তালৈ আঙুলিয়াই দি চিপাহী এটাই প্ৰায় চিঞঁৰি উঠিল "সৌৱা কোন আহিছে চা!" কেইটামান চিপাহীয়ে চাঁহিবলৈ ধৰিলে। সিহঁতৰ এটাই আন এটাৰ কাণত ফুচফুচাই কিবা এটা কলে। বাকীবোৰ চিপাহী পুনৰ ফুলুৰী খোৱাত মগ্ন হৈ পৰিল।

ফেৰীৰ বস্তুবোৰ থোৱাৰ পিঠিত বান্ধি ইমৰান বাৰলৈ গুলাল। আৰু মোনাৰপৰা কাগজ কেইখিলামান উলিয়াই চিপাহী এটাৰ

হাতত দি সি ক'লে· "ভাই চাহাব, ইচকো পঢ় লিজিয়েগা। বাঘী চিপাহীকি কুচ্ খবৰী হ্যায় ইচ্‌মে।"

"বাঘী চিপাহী ?" বাচ্চা চিপাহীটোৰ কোমল চকুজোৰ জ্বলি উঠিল। "গুলী মাৰ দো। সিহঁতে আমাৰ ইম্মাত চব বৰবাদ কৰি থৈ গৈছে।"

আন এটা চিপাহীয়ে তাৰ হাতৰপৰা কাগজখিনি খপিয়াই লৈ গ'ল—"হলেও সিহঁতে জান দি লড়াই কৰিছে আজাদীৰ কাৰণে। কিন্তু এইবোৰ হিন্দি আৰু উৰ্দ্দুত কি লিখা আছে ? আমিতো এইবোৰ পঢ়িব নাজানো। তই এইবোৰ ক'ত পালি ?"

"আমাৰে গাঁৱৰে বাঘী এটাই দিছিল। দিল্লী উধাৰ হোৱাৰ পিছত বাঘী চিপাহীৰতো আৰু কোনো বাচি থকা নাই। যিবিলাক পলাই সাৰিছিল সিহঁত এতিয়া কাশ্মীৰ আৰু গাঢ়োৱালৰ জঙ্ঘলত খাবলৈ নাপাই শুকাই মৰিছে। সিহঁতে যি আজাদীৰ সপোন দেখিছিল তাৰ ৰূপ দিব লাগিব সাৰা হিন্দুস্থানে। তাৰেই খবৰ আছে ইম্মাত আৰু খবৰ আছে এক ইমানদাৰ ইনসানৰ, দিল্লীশ্বৰো বা জগদীশ্বৰো বা বাহাদুৰশ্বাহ, যি তামাম হিন্দুস্থানৰ আজাদীৰ নেতা আৰু মালিক—।"

ইমৰানৰ কথা শেষ হ'বলৈ নাপালে। আগৰ বাচ্চা চিপাহী-টোৱে কৈ উঠিল, "তইঁতৰ বাঘী চিপাহীৰ ইনসানিয়তি নাই। তাকত হ'ব ক'ৰপৰা ? দিল্লী সিহঁতৰ কাৰণে হনুজ দুৰ অস্ত। খোদাই বাহাদুৰশ্বাহক ভালে ৰাখক, বাঙ্গৈচাহেবাক ভালে ৰাখক। আমি তেওঁলোকৰ হাতত—"

ঢেকুঢেকুকৈ হাঁহি সিটো চিপাহীয়ে কৈ গ'ল, "হিন্দুস্থান জয় কৰি দিবি ? হাঃ হাঃ হাঃ। হেৰো সকলোৱে শুনি ল ইঁক আৰু কোনো চিন্তা নাই। আমাৰ মোকাদ্দোচে তামাম হিন্দুস্থান কাইলৈকে জ্বিকি লব। ফিৰিঙ্গী চাহাববোৰক চাভুগুড়ি আৰু ঠাণ্ডা

পানী খুৱাই খুৱাই গুণ্ডা জাহাজত তুলি মাকব ঘৰলৈ পঠিয়াই দিব আৰু সিহঁতে মেমবোৰব ওচৰত উচুপি উচুপি কান্দিবগৈ। হাঃ হাঃ হা.—।"

মোকাদ্দোচ নামৰ চিপাহীটোৱে লাজ পাই গৰম হৈ উঠিছে। কাজিয়াখন বাঢ়কৈয়ে লাগিলহেঁতেন। চিপাহী এটাই ইমৰানৰ গাত ঠেলা মাৰি দি ক'লে' "এই ফেৰীৱাল৷ সৌৱা চাচোঁন তোক মাতিছে। সৌৱা—সৌ যে তাঞ্জামখনত গৈছে—"

সক তাঞ্জামখন তেতিয়া ৰাস্তাইদি পাৰ হৈ গৈছে।

"মোক মাতিছে ?"

"হাঁ। হঁ। তোক। যা—যা—। দৌৰ দৌৰ—।"

চিপাহীহঁতৰ চকুত কৌতুকৰ হাঁহি।

ইমৰানে বেগাবেগিকৈ টাট্টু ঘোঁৰাটো লৈ তাঞ্জামখনৰ পিছে পিছে গ'ল। সি ঠিকেই বুজিছিল যে তাক কোনেও মতা নাই। তথাপি ফুৰ্তি চাবলৈকে পেটে পেটে হাঁহি এটা মাৰি সি তাঞ্জামখন ৰখালেগৈ।

"কি হ'ল ?"—পৰ্দাৰ ফাকেৰে মুখ এখন বাহিৰ ওলাল।

"সৰকাৰ, আপুনি মোক মাতিছিল ? কি কি ফেৰী ল'ব ? কজ্জী আছে, আচি আছে—"

"কোনে মাতিছিল তোক ?"—মুখখন আৰু অলপ বাহিৰ ওলাল। ইমৰানে এইবাৰ ভালকৈ দেখিলে। উজ্জ্বল বগা মুখৰ ৰঙ। কুন্দত কটা নাক আৰু চকু। নিমজ মিহি গাল-মুখ। আখৰোট গছৰ বাকলিৰে ধুই নিকা কৰা মুকুতাৰ দৰে উজ্জ্বল দুপাৰি দাঁত। চকুত চুৰ্ম্মা—ওঁঠত দন্দাচাঁৰ ৰঙা ৰঙ। গলপতাৰ মিহি সোণৰ কাৰুকাৰ্য্যৰ ওপৰত দামী পাথৰকেইটা জিলিকি আছে।

"লৌ তেওঁলোকে কৈছিল বিবি চাহেবা।" দুৱৰ চিপাহী

কেইটাই ভেতিয়া কিৰিলি পাৰি হাঁহিছে। ইমৰানে সেইফালে আঙুলিয়াই দিলে।

পৰ্দাৰ ফাকটো বন্ধ হ'ল। ভিতৰৰপৰা ভাৰীকেইটালৈ আদেশ হ'ল, "চালাও"!! তাঞ্জামখন চলিবলৈ ধৰিলে। হাতৰ লচতে দুখন কাগজ ভাৰী এটাৰ হাতত দি ইমৰানে ফুচ্ফুচাই ক'লে, "বাঙ্গজীকো দে দেনা—বাদমে।"

হাঁহি হকা চিপাহীকেইটাৰ পিনে ইমৰানে হাত জোকাৰিলে।

কিছুদূৰ যোৱাৰ পিছত ইমৰানে গাধ সহ ধোবা এটা লগ পালে। এইবাৰ আন এজন মানুহক ইমৰানে সুধিলে, "হালুৱাই পুৰাৰ ৰাস্তা কোনফালে ?" "হালুৱাই পুৰা ? এই ৰাস্তাৰে চিধা গৈ থাকিলে প্ৰথম বিটো চৌৰাস্তা পোৱা যায়, তাতে মানুহক সুধিলে দেখুৱাই দিব।"

চৌৰাস্তা পাই ইমৰানে মানুহক সুধিলে। মানুহ আচৰিত হ'ল। হালুৱাই পুৰাৰ ৰাস্তা নজনা কোনোবা আছেনে ? চহৰৰ ভিতৰৰ আটাইতকৈ অভিজাত মহল্লা এই হালুৱাই পুৰা। দফতৰৰ ডাঙৰ ডাঙৰ কৰ্মচাৰী আৰু ধনী মানুহৰ ঘৰ তাত। নতুন চহৰী মানুহে জাতত উঠিবলৈ হালুৱাই পুৰাত সজা ঘৰ-মাটি এটুকুৰা বিচাৰি ফুৰে। সন্ধিয়া লছমীভাল ড্ৰুদৰ কাষেদি পাক এটা মাৰিব নোৱাৰিলে চহৰৰ ডেকা ল'ৰাহঁতৰ সন্ধিয়াটোৱেই মাটি হৈ যায়।

এই হালুৱাই পুৰাওনো মানুহক চিনাই দিব লাগেনে ? গাঁৱৰ কেৰীওৱালা চাগৈ, নতুনকৈ চহৰলৈ আহিছে। আজিকালি হওঁতে কত নতুন নতুন মানুহ চহৰলৈ আহিছে। গাঁৱৰ মানুহবোৰতো চহৰলৈ আহিব পাৰিলেই উশাহ পোৱাৰ দৰে পোৱা হৈছে নতুন ভিখাৰীৰ সংখ্যাও চহৰত ইমান বাঢ়ি গৈছে যে আজিকালি ভিখাৰীয়ে চাউল-পইচা খুজিলেও মানুহে এঙাব লগাত পৰিছেগৈ।

ইমৰানৰ ফেৰীৰ বস্তু বিশেষ একো বিক্ৰি হোৱা নাই, বস্তু-বিলাকৰ দাম ইমান বেছি যে গ্ৰাহকে মাল কিনাতকৈ অন্যান্য কথা পাতিহে তাক বিদায় দিয়ে। সি কিন্তু এটা কাম নিয়মিত ভাবে কৰি গৈছে! প্লেগ চাই চাই ইংৰাজ এলেকাৰ সেই নিষিদ্ধ কাগজবোৰ ঘৰে ঘৰে একোখনকৈ দি গৈছে। আৰু দুই তিনিটা মহল্লাত বস্তু বেচিবলৈ চেষ্টা কৰি ইমৰানে যেতিয়া হালুৱাই পুৰা পাইছিলগৈ তেতিয়া বেলা দুপৰীয়া।

হালুৱাই পুৰাৰ ৰাস্তাবোৰ বহল, একেলগে তিনিখনকৈ ঘোঁৰা-গাড়ী অনায়াসে যাব পাৰে সৰু দুমহলীয়া ঘৰ এটা ইমৰানৰ চকুত পৰিল। ঘৰটোৰ সন্মুখত এখন নতুন খাঁহনি। তাত আৰামী চকী পাৰি বহি আছে এজন শিখ (ভদ্ৰলোক)। অৱশ্যেই ঘৰটো কোনো শিখৰেই হ'ব কাৰণ ঘৰৰ দুৱাৰ আৰু খিৰিকীবোৰত দামী অথচ তেজৰঙা কাপোৰৰ পৰ্দা আৰু খুঁটাবোৰত ৰঙা নীলা কাগজৰ শিকলি ওলমিছে।

ইমৰানে টাট্টু ঘোঁৰাটো টানি টানি দৰজাৰ ফালে আগবাঢ়িল। ঘৰটোৰ পিছফালে ঘোঁৰাৰে সৈতে জুতি থোৱা আছে এখন বাগী—ৰাস্তাৰপৰাই দেখা যায়। আগফালৰ চোতালত ডটীয়া চহিচ এটাই ধুনীয়া মাৰাঠী ঘোঁৰা এটা দলাই মলাই কৰি আছে। এনেকুৱা ওখ আৰু নিমজ ক'লা ঘোঁৰা সচৰাচৰ এইফালে দেখা নাযায়।

ইমৰান আৰু তাৰ ঘোঁৰাটোক দৰজাৰ কাষত দেখি ঘৰৰ-পৰা কুকুৰ এটা ওলাই আহি ৰাওচি ধৰি ভুকিবলৈ ধৰিলে। মূৰৰ আৰু ডিঙিৰ দীঘল দীঘল নোমবোৰ জোকাৰি সি এনে জম্ফ জম্ফ কৰিবলৈ ধৰিলে যেন দৰজা খোলা হ'লে সি এতিয়াই ঘোঁৰাসহ ইমৰানক নিৰ্মূল কৰি দিলেহেঁতেন। ইমৰানে আশা কৰিছিল কুকুৰৰ গৰাকীয়ে অন্ততঃ সাধাৰণ ভদ্ৰতাৰ খাতিৰত হ'লেও কুকুৰটোক মাতি লৈ যাব। কিন্তু কুকুৰৰ হুঙ্কাৰে তেওঁৰ

চমকতো ভাঙিব নোৱাৰিলেই আনকি চহিচটোকো লবাব নোৱাৰিলে। শেষত ৰাস্তাৰপৰা শিল এটা বুটলি লবৰ চেষ্টা কৰিলে ইমৰানে। ৰাস্তাত লিপিট খাই থকা শিলগুটিবোৰৰ এটাও যেতিয়া সি এঙুৱাব নোৱাৰিলে তেতিয়া নিজৰ মনতে বিৰক্তিৰে গালি পাৰিলে সি, "কি অসভ্য মানুহ হঁত! ৰাস্তাৰ শিলগুটি সোপা বান্ধি থৈ ঘৰৰ কুকুৰ মুকলি কৰি দিছে।"

শিলগুটি নাপালেও তাৰ কাৰণে কৰা প্ৰচেষ্টাই ফলশ্ৰুতি লাভ কৰিলে। সমুখ-বিপদ দেখি কুকুৰটোৱে "অসাৰ এহু সংসাৰ" ভাব দেখুৱাই পিছ ঠেঙৰ মাজত নেগুৰডাল সামৰি লৈ সবেগে প্ৰস্থান কৰিলে। ইমৰানে এইবাৰ দৰজ খুলি বীৰদৰ্পে টাট্টু ঘোঁৰাসহ প্ৰবেশ কৰিলে। পোনে পোনে মানুহজনৰ ওচৰলৈ গৈ সি সুধিলে, "হজুৰ, ঘৰত বিবি চাহেবা আছেনে ?"

শিখজনে মূৰ তুলি চালে। তেওঁৰ গাত চাহাবৰ সাজপাৰ, মূৰত বালিচন্দা পাগ, কাপোৰৰ পাগুৰী, মুখৰ তেলিয়াই চেপেটা কৰি থোৱা ডাঢ়িখিনিৰ ওপৰত ধুনীয়াকৈ বন্ধা এখন ক'লা জাল কাপোৰ। কিবা ভাবত বিভোৰ তেওঁ। চকুৰে তেওঁতো ইমৰানলৈ চোৱা নাই। ইমৰানক আলম লৈ তাৰ মাজেদি দৃষ্টি নিক্ষেপ কৰিছে কোনোবা সুদূৰ অন্তৰীক্ষত।

ইমৰানে আকৌ প্ৰশ্ন কৰিলে, "ঘৰত বিবি চাহেবা আছেনে, চৰকাৰ ?"

মানুহজনে এইবাৰ যেন সম্বিত পালে। চকুৰ দৃষ্টি অন্তৰীক্ষৰপৰা ফিৰাই আনি ইমৰানৰ উপৰিভাগত থলে। "এই সত্যটোৰ জ্ঞান অনুসন্ধানকাৰীসকলৰ প্ৰতি মোৰ পূৰ্ণ শ্ৰদ্ধা আৰু সহানুভূতি আছে।" তেওঁ আৰু গহীন হ'বৰ চেষ্টা কৰিলে। "লগতে এটি ধৰ্মচ্যুতি সম্পৰ্কে মই সাৱধান কৰি দিব খোজো। পৰস্ত্ৰী সম্বন্ধে যেছি আগ্ৰহ প্ৰকাশ কৰি নিজৰ পৰকালৰ মোক্ষপ্ৰাপ্তিত যেন তেওঁলোকে বিঘিনি নজন্মায়।"

নিজৰ কৌতুকত নিজেই আপ্লুত হৈ ঢেকঢেকাই হাঁহি মানুহজনে থমকি দি উঠিল, "হ'ল আৰু এতিয়া ভাগ ইয়াৰপৰা।"

"চাহাব গুলাবী আঁতৰ আছে, চুৰ্মা আছে, নকুৰ বক্সা—"

"নাই, নাই, সেইবোৰ একো নালাগে। চাওঁ সৌ চুৰী কটাৰীখনৰ দাম কিমান ?"

"দুই অনা, হজুৰ।"

"দুই অনা ? পাগল নে দিন ডকাইত ? যা, এক অনাত দি যা।"

"নোপোচায় হজুৰ।" মোবোতো বাচ্চা কাচ্চা আছে হজুৰ, সিইঁতৰ কাৰণেও—"

"চাওঁ চাওঁ তোৰ মোনাত সেইবোৰ কি কাগজ ? হিন্দিত লিখা দেখোন !"

"হজুৰ, সৌখিনিবে মানুহ এঘৰত ধুপদানী এটা দি সলাই লৈছিলো। আজিকালি: ফটা কাগজৰ যিহে অভাৱ। তাতে এটা ধুপদানী দিয়েই ইমানবোৰ কাগজ পাই গ'লো, সেয়ে হজুৰ ভাবিলো—"

"সঁচাই মানুহৰ ঘৰত পাইছনে ?" তেওঁ কাগজখন পঢ়ি গ'ল। তাৰ পিছত স্থিৰ দৃষ্টিৰে ইমৰানৰ ফালে চালে। "সঁচাই তই এইবোৰ কাগজ নিজে মতলব কৰি অনা নাইনে ? তই মিছা কোৱাঁ নাইতো ?"

"তোবা, তোবা, হজুৰৰ আগত মিছা কৈ মোৰ কি বিক্ৰি বাঢ়িব, নে লাভ বেছি হ'ব ?"

"তই লিখা পঢ়া জাননে ?

"নাজানো হজুৰ।"

"মই ক'ব পৰা নাই দেই ! কি ঠিক তই কিবা গুপ্তচৰেই বা ? কোনে জানে, মনে মনে তোৰ কি মতলব আছে ?"

"হে হে নাই নাই হজুৰ, আমি যি কৰো খোলাখুলি কৈয়েই কৰো। মনে মনে কৰিলেনো আমাৰ—"

"হুঃ। দিল্লীৰ লিভাৰ শিপ। তইঁতৰ দিল্লী এতিয়া এখন ডেভাষ্টেটেড চিটি। কাইলৈকে দিল্লীৰ নাম :পৰ্য্যন্ত দুনিয়াৰ-পৰা লুপ্ত হৈ যাব।" তেওঁ নিজৰ মনতে ভোৰ ভোৰালে। ইমৰানক ক'লে, "সেই দিল্লীশ্বৰ বা বাহাদুৰশ্বাহৰ কেতিয়া ফাঁচী হ'ব জান ?'

"হজুৰ ?"

"অলপতে বুজিছ অলপতে। তইঁতৰ মহান সম্রাটে দিল্লীৰ জেইলত বহি তাৰেই দিন গণিছে। দিল্লীত মতা মানুহ আৰু এটাও জীয়াই থকা নাই। শেষ ডেকা ল'ৰাটোকো ইংৰাজে গছত ফাঁচ লগাই ওলোমাই দিছে। এইবাৰ বাহাদুৰশ্বাহৰ পাল।"

"হজুৰ বাহাদুৰশ্বাহ কোন মহল্লাত থাকে ?"

"আহ্ হা শুনি যা। যাৰ ঘৰত এই কাগজবোৰ পাইছিলি তাক কৈ দিবি যে ইংৰাজৰ বিৰুদ্ধে লম্ফ জম্ফ কৰি অনাহক মনোকষ্ট পাবৰ কোনো দৰকাৰ নাই। আৰু দিল্লী ধ্বংস হ'ল যেতিয়া এই বিপ্লৱৰ মুলটোও ধ্বংস হৈ গ'ল, সেইটোও বুজাই দিবি। পৃথিৱীৰ সকলো দেশ ইংৰাজৰ সিংহ শাসনৰ তলত শান্তিৰে আছে। ভাৰতত্তো তেওঁলোকে সু-শাসন কৰি সুখ-শান্তি স্থাপন কৰিব। মানুহ মোটা দৰমহাৰ চাকৰি পাব। ভাল খাবলৈ ভাল পিন্ধিবলৈ পাব। আৰু ভাল ভাল পদৱী পাব। ভালকৈ বাচি থকাটোৱেই সকলোৰে কাম্য, ইয়াৰ মাজত স্বাধীনতা কাধিনতা লৈ চিয়ঁৰ-বাখৰ কৰি থকাটো নিৰ্বোধৰ কাম। ভাৰতবৰ্ষ শাসন কৰাটো বাহাদুৰশ্বাহৰ কাম নহয়, আন দেশীয় ৰজাবো নহয়—কৈ দিবি।"

"লগ পালে ক'ম হজুৰ, পাৰিলে এশবাৰ কৈ দিম।"

"আৰু দেশীয় ৰজাৰ শাসনত মানুহে কি এনে সোণৰ সোলেং-খন পায় কচোঁ শুনো। এশ বছৰ আগতে ভাৰতবৰ্ষ যেতিয়া

মুছলমান ৰজাৰ শাসনত আছিল, তেতিয়া অত্যাচাৰ, উৎপীড়ন, অনাহাৰৰ বাহিৰে কি পাইছিলি তহঁতে হোঁ ?"

"ক'বলৈ নোৱাৰো হজুৰ, মই তেতিয়া নাছিলো কিজানি !"

"বৃটিছ সাম্ৰাজ্যত সূৰ্য্য মাৰ নাযায়। তেওঁলোকক কেতিয়াবা হৰা দেখিছ জানো ? ইংৰাজ অজেয় জাতি—বুজিলি ?"

"সকলো বুজিলো সৰকাৰ। কিন্তু এতিয়া কিবা এটা কিনক হজুৰ, ঘৰত বাল বাচ্চা ভুখা মৰিব নহলে। বিলাতী চাবোন আছে, গোন্ধতেল আছে, দুধদানী আছে, বেনীবন্ধা ফিটা আছে—"

"ধেৎ। সেইবোৰেৰে মই কি কৰিম ? আচ্ছা, এটা খালৈ দিব পাৰ ? বাঁহৰ, সেই যে মাছ থয় তেনেকুৱা ?"

"হ'ব হজুৰ ! এতিয়াই অনাই দিব পাৰিম।"

"খুব ডাঠ লাগে, বুজিছ ? মোৰ হাতৰ চাৰিটা মুঠি সোমাব পৰা মান ডাঙৰ হ'বনে ?"

"তাতোকৈ ডাঙৰ পাম হজুৰ। পাগুৰীৰে সৈতে আপোনাৰ গোটেই মূৰটোৱেই তাত সোমাই যাব। মূৰটোৰ সমানেই ডাঙৰ পাম হজুৰ—মাথোন ইমান ডাঠ নাপাম।"

"সামাল ! তেৰেকো ! তই কি বেহুশ ! নাজান তই কাৰ সমুখত কথা কৈছ ?"

ইমৰান বিন্দুত পৰিণত হ'ল।

"হজুৰ মাই-বাপ ! জিন্দেগী ৰাখনেকা অউৰ মাৰনেকা মালিক। আপুনি কোৱা দেখিহে মই তেনেকৈ কৈছিলো হজুৰ।"

"মই কলেই তয়ো মূৰ্খৰ দৰে যা তা কথা ক'বিনে ? তই কি মই ? তই কি চৰ্দাৰ গুলাব সিং ?"

"কেতিয়াও নহওঁ হজুৰ। হ'ম কেনেকৈ ? আপোনাৰ পাগুৰী আছে। কুকুৰ আছে ! মোৰ কাটা আছে, কিটা আছে কুকুৰ-বন্ধা শিকলি আছে—"

"তেনেহ'লে তই কিয় নিৰ্বোধৰ দৰে কথা কৈছিলি ?"

"মোক নির্বোধৰ দৰে মাফ কৰি দিয়ক হজুৰ। বহুত দেৰি একেলগে থকাৰ কাৰণে নিজকে আপুনি আপুনি লাগি গৈছিল হজুৰ।"

"বাৰু, বাৰু, যা। এতিয়া ভাগ ইয়াৰপৰা।"

"হজুৰ কিবা এটা কিনক। কিনি থওক হজুৰ। তাৰ বাবে আপোনাক কোনে কি ক'ব ?

"একো নিকিনো। তই দূৰ হ।"

"বাঁহৰ খালৈ হজুৰ ? ইমান মোটা ?"

"তই ভালে ভালে যাবিনে পুলিচ মাতিম ?"

"হক কৈছে খোদাবন্দ! পুলিচ মাতিবলৈ আপোনাৰ হুইচেলৰ দৰকাৰ। হুইচেল লওক হজুৰ, পইচাত দুটাকৈ দিম।"

গুলাব সিঙে এইবাৰ ইমৰানক মৰিয়ালেইহেঁতেন, কিন্তু দৰজা খোলাৰ শব্দ শুনি তেওঁ সেই ফালে ঘূৰি চালে। ইমৰানেও ঘূৰি চালে। ৰাতিপুৱাৰ সেই তাঞ্জামখন।

ভাৰীকেইটাই তাঞ্জামখন ঘাঁহনিৰ ওপৰত থলে। পৰ্দাৰ ফাঁকেদি সেই সুন্দৰ মুখখন দেখা গ'ল। তাৰ পাছত তেওঁ নামি আহিল। ওঠৰ-বিছ বছৰীয়া সেই গাভৰু। "আৰে বিতিয়া!" গুলাব সিঙে কৈ উঠিল, "কুচ্ খবৰী মিলি বিতিয়া ?"

কিন্তু বিতিয়াই তেতিয়া আৰু গুলাব সিঙৰ কথালৈ মন দিয়া নাই। ইমৰানৰ ফালে চাই তাই আহি আছে কঠিন দৃষ্টিৰে। ৰাজহংসৰ দৰে গহীন সেই খোজৰ গতি। ইমৰানৰ বোধ হ'ল অকল সুন্দৰীয়েই নহয় বিতিয়া, আৰু অদ্ভুত কিবা এটা আছে তাইৰ শৰীৰত। এনে আকুল যৌনতা ইমৰানে আগতে কেতিয়াও দেখা নাই। সুডোল, সুসম্পূৰ্ণ দেহ। ঘন ৰহস্যেৰে ঢকা চকুৰ ভাষা। খোজে খোজে ছিটিকি পৰিছে লোলুপ যৌৱন কঁপি উঠিছে দেহ বল্লৰী তালৈ চালে চকু আৰু ঘূৰাই আনিব নোৱাৰি। চকু নিস্তেজ হৈ যায় এটা বিজাতীয় শিহৰণৰ আৱেশত।

গুলাব সিঙে আকৌ মাতিলে. "বিস্তিয়া !!"

"চৰ্দাৰ্ জী অলপ ৰ'ব।" বিস্তিয়াই কৈ উঠিল, "এই ফেৰীৱালাটো কৰ? অথনি ই মোক অদ্ভুত কাগজ এখন দি আহিছিল। ই ইয়ালৈ কেনেকৈ আহিল? এই ক'ৰ মানুহ তুমি?"

ইমৰানে তেতিয়া ঘোঁৰাৰ পিঠিত মালখিনি বান্ধিছিল। সি কিবা ক'ব লগা হোৱাৰ আগতেই গুলাব সিঙে ক'লে, "ৰ'বাচোঁন। তেনেকুৱা কাগজ এখন সি মোকো দিছে। কিন্তু সি অইন কাৰোবাৰ ঘৰত পোৱা বুলি কৈছে। কিয়, কি হ'লনো? কিবা কথা আছে নেকি ইয়াৰ মাজত?"

ইমৰানে তেতিয়া টাট্টু ঘোঁৰা আৰু ফেৰীৰ বস্তুখিনিৰে সৈতে খোলা দৰজাখন পাৰ হৈ ৰাস্তা পাইছে গৈ।

বিস্তিয়াই উত্তেজিত হৈ চিঞৰি উঠিল, "ই নিশ্চয় গুপ্তচৰ! নহ'লে সি এই কাগজবোৰ বিলাই ফুৰিব কিয়? আৰু সি বিচাৰি বিচাৰি আপোনাৰ ইয়ালৈকেই বা আহিব কিয়? এই! ক'ৰ মানুহ—ক'ৰ মানুহ তুমি?"

ইমৰানে ঘূৰি চালে ৰাস্তাৰপৰা। তাৰপৰাই দীঘলীয়া চালাম এটা দি সি হাঁহি হাঁহি যাবলৈ ধৰিলে। আৰু এটা শায়ৰী গাই গ'ল সেই নিৰ্মেঘ কক্ষ নীলা আকাশৰ পিনে চাই চাই—

"ক্যা বুত্‌বাত পুছ য়্যা দখিনকে সাকিনো,
হম্‌কো গৰীব জানকে হঁস্ হঁস্ পুকাৰকে,—
দিল্লী যো এক চহৰ থা আলম্ যে ইন্তখাব্,
হম্ তো ৰহনেৱালে হ্যায় উসী উঝৰে দীৱাৰ কে।"

# দুই

"চন্দনৰ খুৰি-বাত্তি আছেনে বুঢ়া ?"

"আছে আই, আছে।"

"তেনেহ'লে এইফালে সোমাই আহাঁ।" বুঢ়ীয়ে ইমৰানক ঘৰৰ পিছফালে লৈ গ'ল।

পিছফালৰ বাৰাণ্ডাত কম বয়সীয়া তিৰোতা এজনীয়ে এখন খুঢ়া যাঁতেৰে ঘেঁহু পিহি আছিল—ঘৰ্ ঘৰ্ শব্দ কৰি। মানুহ অহাৰ উমান পাই তাই মূৰত ওৰণি লৈ গুচি যাব খুজিছিল। পিছত দেখিলে এটা ফেৰীওৱালাহে। তাই এইবাৰ চালনি লৈ আটা চালিবলৈ ল'লে।

ইমৰানে এবাৰ চাৰিওফালে চাই পিৰালিত লেপেটা কাঢ়ি বহিল।

ঘৰটো সৰু। কোঠালি তিনিটামানহে হ'ব। চাললৈকে মাটিৰে সজা। তাত চূণৰ একপোছ মোটা ৰং। ঘৰটোৰ সৰ্বত্র। হেঙুলেৰে কিছুমান ছবি আঁকা আছে। কিছুপৰ চাই ইমৰানে বুজিলে সেইবোৰ সিংহ আৰু চৰাইৰ ছবি। ঘৰত কিন্তু কোনো সৰু ল'ৰা-ছোৱালী দেখা নগ'ল।

ইমৰানে বুঢ়ীক চন্দনৰ খুৰি দেখুৱালে। "খাচ আগ্ৰাৰ মাল আই।"

"দাম কিমান, বুঢ়া ?"

"দাম.টা বাৰু হ'বচোঁন আপুনি লৈ থওক। লাগে এক অনাতে দি যাম।"

"এ-ক অনা !!" বুঢ়ীৰ চকু কপাবলৈ উঠিল। চোৰা গিলি বুঢ়ীয়ে আকৌ ক'বলৈ ধৰিলে, "এতিয়া আৰু সেই আগৰ দিন নাই, বুইছা বুঢ়া। চন্দনৰ থুৰি এটাৰ লগত নগদ এক অনা পইচা কোনে দিবহে তোমাক? বজাৰৰ বস্তুৰ দামত কি জুই লাগিছে দেখিছানে নাই? ধেঁৰু কিনোতেই মাহেকৰ পইচা-কেইটা শেষ হয়। নিমখ-তেলৰপৰা খৰি-খেৰলৈকে সকলো কিনি যাব লাগে। আমাৰতো আৰু গাঁৱত মাটি নাই। শাক-পাচলিও কিনিব লাগে। দিয়া, দিয়া, এপইচাত দি যোৱা।"

শেষত নগদ দুপইচাত ৰফা কৰি ইমৰানে বুঢ়ীক থুৰিটো সোধালে।

ৰাভিপুৰা ইমৰানে এটা ফেৰীওৱালা লগ পাইছিল। মুমকালি ভজা খাই খাই সি বস্তুবিলাকৰ চলিত বজাৰ ভাও কৈ শুধি গৈছিল। আৰু কৈছিল, "এই দামত তোমাৰ ফেৰী দিনাটাৰ ভিতৰত বিক্ৰি হৈ যাব। অথচ লোকচানো একো নহয়।"

ইমৰানে আচৰিত হৈ সুধিছিল, "সকলো বস্তু বিক্ৰি হৈ গ'লে মই কি কৰিম? টাট্টু ঘোঁৰাটোৰেইবা কি গতি হ'ব?"

পইচা দুটা গাঁঠিৰপৰা উলিয়াই দিয়াৰ আগতে বুঢ়ীয়ে এগাল-মান বকলা মেলিলে। ফিৰিঙ্গীৰ কথা, গাঁৱৰ কথা, বজাৰৰ কথা, বোৱাৰীয়েকৰ কথা, ধৰ্মৰ কথা, দেশৰ কথা। "দেশৰ বা-বতাহ, ধৰণ-কৰণ বদলি হৈ গৈছে। একালত দিন-কাল এনেকুৱা নাছিল। বজাৰত আলুৰ দাম আছিল সেৰে এক পইচা, ধেঁৰুৰ দাম আছিল পইচাত ডেৰ সেৰ, খাটি মোটা দানাৰ ঘিউ সেৰে ছয় অনা। এতিয়া বাৰে ভচছ চিপাহীৰে চহৰ ভৰি পৰিল। গাভৰু ছোৱালী বাস্তাত নোলোৱা হ'ল। গাঁৱৰ

মানুহবিলাকৰ জানো কি হ'ল ? বস্তুৰ দামত জুই লাগিল। আলুৰ দাম হ'ল সেৰে চাৰে তিনি পইচা, বগা ধোঁছুৰ দাম চাৰি পইচা দুই পাই। ভাল ঘিউ পাবলৈ নোহোৱা হ'ল। বেয়া বেয়া ঘিউ খালে মোৰ আকৌ পুৰণি পিত্তটো উক দি উঠে।" খুৰিৰ দামটো তেতিয়াও বুঢ়ীৰ হাতত। বুঢ়ীয়ে কৈ গ'ল, "আক শাক-পাচলিৰ দামেই বা কি চাবা ? এসময়ত বেপাৰীয়ে আন বস্তুৰ লগত শাক-পাচলি এনেই. দি গৈছিল। শাকৰ যে কিবা দাম আছে ভুকে নাপাইছিল। এতিয়া গাঁৱৰ ডেকা ল'ৰাবিলাক হোহোকৈ চহৰলৈ আহিবলৈ ধৰিছে। আজাদীৰ ডাঙৰ ডাঙৰ কথা কৈ ফৌজত নাম লিখাইছে। ঝাঁচীৰ ৰাস্তা-ঘাট সকলো ঠাই চিপাহীৰে ভৰ্তি। যিবিলাকে এতিয়া গাঁৱত থাকি শাক-পাচলি কৰ লাগিছিল, সিহঁতে এতিয়া চহৰলৈ আহি দাম দি মোকোৰা-মোকোৰে পাচলি খাইছে। যিবিলাকে আগতে শাক-পাচলিৰ কিবা দাম আছে বুলি গমকে নাপাইছিল, সিহঁতে এতিয়া ফৌজত নাম লিখাই বৰ মানুহ বুলাই গোটে দুপইচা দি ফুলকবি কিনি খাইছে। মোৰ ল'ৰাও অৱশ্যে চিপাহীয়েই। কিন্তু সাত বছৰ সি ফৌজত আছে, এই নতুন চিপাহীহঁতৰ দৰে চেলেপু নহয়।"

দীঘল উশাহ এটা পেলাই বুঢ়ী ৰ'ল। ইমৰানে ইমান পৰে মনোযোগেৰে বুঢ়ীৰ কথাবোৰ শুনিবলৈ যত্ন কৰি আছিল। এইবাৰ মোনাৰপৰা কাগজ এখন উলিয়াই বুঢ়ীৰ হাতত দিলে। বুঢ়ীয়ে ঘুৰাই-পকাই কাগজখন চাই আকৌ আৰম্ভ কৰিলে, "ল'ৰাটো ঘৰত থকা হ'লে নিশ্চয় এইখন পঢ়ি শুনাব পাৰিলেহেঁতেন। ল'ৰা গুণী, বুইছা বুঢ়া, সি হিন্দু-উৰ্দু দুয়োটা পঢ়িব পাৰে। কিছু ইংৰাজীও জানে। সকতে নাৰায়ণ পণ্ডিতৰ ওচৰত এবছৰৰ ভিতৰতে যি শিকি ল'লে। এতিয়া নাৰায়ণ পণ্ডিতেও ভাব

লগত ফেৰ মাৰিব নোৱাৰে। সোৱা বেৰৰ হৰিণ আৰু পখিলাৰ ছবিবোৰ সিয়ে আঁকা। নিজৰ ল'ৰা বুলি কোৱা নাই। ইংৰাজৰ লগত থকা হ'লে সি বহুত ্কিবাকিবি হ'লহেঁতেন। ইংৰাজৰ অভাৱতেই সি যি এনেকৈ পৰি আছে।"

বুঢ়ীয়ে এইবাৰ থুৰিৰ দামটো দিলে। দাম লৈ ইমৰানে কোনোমতে উশাহ লৈ খৰধৰকৈ যাবলৈ ওলাল। ইমান পৰে মনে মনে থকা বুঢ়ীৰ বোৱাৰীয়েকে মাত দিলে, "কাগজখনতনো কি কি লিখা আছেহে ফেৰীওৱালা ?"

"বাঘী চিপাহীৰ কথা আছে. আইদেউ। আৰু দিল্লীৰ খবৰ আছে। মই আগতে সেইফালেই আছিলো।"

বুঢ়ীয়ে কৈ উঠিল, "বাঘী চিপাহী ? সেই আপদীয়কেইটাইতো এইসোপা গণ্ডগোলৰ গুৰি। হেৰিয়াৰ অ' সিহঁতৰনো কি উকহে খাইছিল বাৰু ইংৰাজৰাজ উঠাই দিবলৈ ? তাৰ পাছতো সিহঁতৰ কি উৎপাত! বাঙ্গচাহেবাক গালি পাৰি টকা-শিকা, অলঙ্কাৰ-পাতি কাঢ়ি লৈ দলে দলে চিয়ঁৰি-বাখৰি দিল্লীৰফালে গুচি গ'ল বৰ-সবাহ পাতিবলৈ।"

বোৱাৰীয়েকে শান্তভাৱে ক'লে, "আই, তুমিনো বাঘী চিপাহীৰ ওপৰত ইমান খং খাইছা কিয় ? বাঘী চিপাহীবোৰক ফিৰিঙ্গীয়েইতো অত্যাচাৰ কৰি কৰি কঠুৱা স্বভাৱৰ কৰিলে। সিহঁতৰ গাত কি দোষ ?"

"এৰা, বুঢ়ীয়ে হুমুনিয়াহ পেলাই ক'লে, "হওঁতে সিহঁততো আছিল বাবে মুলুকৰপৰা বোটলা চিপাহী—সিহঁতৰ নিজৰ ভিতৰতে পঞ্চাছটা ভাষা, নবেৰ্বিধ খৰিয়াল। ঝাঁচালৈ সিহঁতৰ আকৌ মৰম এটা থাকিব কেনেকৈ ?"

"সিহঁতৰ কিন্তু হিম্মত্ আছিল, তেজ আছিল।"

"তেজ নাই বুলি কোনে কৈছে ? নিশ্চয় তেজ আছিল। সিটো

খেদা দিলে ফিৰিঙ্গীক। ছাপমটা ফিৰিঙ্গী যেনেকৈহে মৰ্ মৰ কৈ ছিঙিলে। ক'লে বিশ্বাস নকৰিবা, বুঢ়া সৌ তিনি আলিটোতে সিহঁতে ৰবাৰ্ট চাহাবক ধৰিছিল। বাঘীহঁতে ক'লে, 'চাহাঃ আমাৰ হাতত ধৰা দিয়া; তোমাক একোৱেই নকৰো।' চাহাবে কিন্তু কথা নামনিলে। ধুম্ধুম্কৈ দুজাই গুলী মাৰি ঘোঁৰা গাড়ীত উঠিবলৈ দৌৰি গ'ল। তেতিয়া বাঘীহঁতৰ এটাই চাৰিখোজ আগুৱাই আহিল। 'বন্দুকৰ নিশানা ভালকৈ ঠিক কৰা চাহাব', সি ক'লে, 'আৰু একেলগে গুলী মাৰো, আহা।' দুয়োৰো বন্দুক একেলগে ফুটিল। চাহাব বাগীৰপৰা বাগৰি পৰিল। বাঘীটোৱে তেতিয়া আগুৱাই গৈ নিজৰ মূৰেঠা খুলি মৃতকক সন্মান দেখুৱালে। বাঘীহঁতৰ তজ নাছিল বুলিলে কোনেনো পতিয়াব? কিন্তু সিহঁতে বাকীখিনি কি ভাল কাম কৰিলে? বাঙ্গচাহেবাক যে গালি পাৰিলে, চহৰখন অৰাজক কৰি এৰি থৈ গ'ল, সেইবোৰ একা?"

বোৱাৰীয়েকে ক'লে, "আ ওপাকেদি সেইটো ভালেই হ'ল। বাঙ্গচাহেবাক সিহঁতে গালি পৰা দেখি কলিকতাৰ ফিৰিঙ্গীহঁত নিশ্চিন্ত হ'ল যে বাঘীহঁতৰ লগত বাঙ্গচাহেবাৰ কোনো যোগ নাই। সেয়েই বাঙ্গচাহেবাই ফিৰিঙ্গীৰ বন্ধু হিচাপেই গাদীত বহি এই কেইমাহ কাম কৰিবলৈ পালে। নহ'লে ইমানটো বিয়োগোম ফৌজ এই কেইমাহতে গঠন কৰাটো জানো ধেমালি কথা আছিল?"

বুঢ়ীয়ে আগৰ সুৰতেই কৈ গ'ল, 'বুজিছা বুঢ়া, বাঘীহঁত যোৱাৰ পিছত প্ৰথমে চহৰৰ যিহে অৱস্থা হৈছিল! এইহেন বেলা দুপৰতে মানুহে বজাৰৰ বস্তু ডকা-হকা দি লৈ গৈছিল। এদিন চক বজাৰত কোনোবাই ছোৱালী এজনীৰ কাণ ছিঙি লীৰাৰ ফুল লৈ গ'ল। মতা মানুহেও দিনতেই বাজলৈ নোলায়। দোকান বজাৰ সকলো বন্ধ। এজাৰ দুখ দেখি বাঙ্গচাহেবা

নিজে গদীত বহিল। বাঙীচাহেবাব চিপাহীয়ে দিনে-ৰাতিয়ে ৰাস্তাই ৰাস্তাই টহল দি ডাকু লুঠেৰাক ঠাণ্ডা কৰিলে। আজি ছটা মাহো হোৱা নাই। এতিয়া বা আকৌ কি হয়? কি দেখোঁ?"

বুঢ়ীৰ শেষৰ প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ গধুৰ খোজেৰে ইমৰান তাৰপৰা ওলাই আহিল। বেলি তেতিয়া ভাটি দিছে। ফেৰীৰ বাকী থকা বস্তুখিনি কিছুমান ভিখাৰীৰ মাজত বিলাই দি সি টাট্টু ঘোৰাটো জমা থলেহি ওচৰৰে চৰকাৰী আস্তাবল এটাত।

বৰ ভাগৰ লাগিল ইমৰানৰ। অথনিৰ ভোকটো এতিয়া আৰু নাই। ৰাতিপুৱাই দোকান এখনত ৰুটী খাই সেই যে ওলাইছিল, তাৰ পিছত মহল্লাই মহল্লাই ঘূৰি ফুৰিছে—কিমান মহল্লা—নামবিলাকো সি নাজানে। প্ৰত্যেক ঘৰতেই বিলাই গৈছে সেই নিষিদ্ধ কাগজবিলাক। অৱশ্যে সেইবিলাক কাগজ আৰু ঝাঁচীৰ নিষিদ্ধ হৈ থকা নাই। যোৱা সপ্তাহতে ঝাঁচীৰ কিল্লাৰপৰা ইউনিয়নজেক নামি গৈছে। তাৰ ঠাইত উৰিছে, যুদ্ধ আৰু বিপ্লৱসূচক স্বাধীন মাৰাঠী পতাকা। তাত ৰঙা কৰবীৰ ৰং। ঝাঁচী এতিয়া এখন বিদ্ৰোহী চহৰ। ঝাঁচীৰ ৰাস্তাই ৰাস্তাই নতুন চেতন—ঘৰে ঘৰে চাঞ্চল্য—চকুৱে-মুখে আগ্ৰহ আৰু উত্তেজনা।

য'তেই মানুহ গোট খাইছে—কৰ্মব্যস্ত ঝাঁচী চহৰৰ হাটেবজাৰে, মিস্ত্ৰীৰ কাৰখানা বা আস্তাবলত, চৰ্বতৰ দোকান আৰু চৰাইখানাত, ময়দান অথবা গুল বাগিচা—তাতেই উত্তেজিত আলোচনা চলিছে এক অদৃশ্য অনামী যুদ্ধৰ। প্ৰতিটো ঘৰৰ প্ৰতিজন মানুহৰ মুখতেই ইমৰানে আজি শুনি আহিছে আগৰ বাৰ্গী চিপাহীবিলাকৰ উদ্ধত কাম-কাজৰ দীঘল কিৰিস্তা। প্ৰায় সকলো ঘৰৰে অন্ততঃ একোটাকৈ ল'ৰা ফৌজত আছে। সেই কাৰণেই ঘৰৰ দুষ্ট ল'ৰাৰ দৰে পেটে পেটে মৰমটো ৰাখি ফৌজী চিপাহীক গালি পাৰি শুনালে সকলোৱে। চিপাহীহঁতে লোকৰ

পদূলি গুচি কুৰিব, ৰাস্তাৰ মানুহক জোকাব, বাটে-ঘাটে চিঁৰ-বাখৰ কৰিব, দোকানীৰ লগত কাজিয়া কৰি অকথ্য গালি-গালাজ পাৰিব—খং উঠেই সকলোৰে। তথাপি জানো বেয়া পাব পাৰি সিঁহতক? সৰু ল'ৰা—ডেকা তেজত দুষ্টালি অলপ থাকিবই। তথাপি সিঁহঁতেই ঝাঁচীৰ ইজ্জৎ-সিঁহতৰ কাৰণেই ঝাঁচী শোৰ-এ-আলম্। দিল্লীৰ পতন হৈছে। ধ্বংস হৈ গৈছে। মিৰাটৰ বিদ্ৰোহ। সাৰা হিন্দে আজি বহুতো আশা লৈ চাই আছে। এই বিদ্ৰোহী চহৰ ঝাঁচীৰ দিগন্তলৈ।

ইমৰানৰ মনত পৰিল দুপৰীয়াৰ সেই আধা-বয়সীয়া চিপাহীটোৰ কথাখিনি। দিল্লীৰ বাঘী চিপাহীৰ খবৰ থকা সেই কাগজখন জুকিয়াই জুকিয়াই পঢ়ি উঠি সি কৈছিল, "ভাই ঝাঁচীৰ দীৱাৰতো বিদ্ৰোহৰ পতাকা উৰিল। লগে লগে অলিখিত ঝাঁচীৰ হুকুম হৈ গ'ল চহৰৰ এই পচপন্ন হাজাৰ মানুহৰ ওপৰত। মৰিম ঠিক, তাৰ বাবে ভয় কৰা নাই। কিন্তু এই কৌচিচৰ ফল জানো পাম ভাই? হিন্দে কি আজাদী পাব? চাৰি মাহ প্ৰচণ্ড যুদ্ধ কৰি দিল্লী হাৰি গ'ল আৰু দিল্লীয়েইতো আছিল হিন্দৰ আশা—সাৰা হিন্দৰ আজাদীৰ আত্মা আৰু মালিক।"

ইমৰানে বুজিছিল তাৰ অন্তৰৰ কথা। তথাপিও সি কৈছিল, "ভাই তুমি ঠিকেই কৈছা। দিল্লী সাৰা হিন্দুস্থানৰ হৃদ্‌যন্ত্ৰ। আজাদীৰ নেশা ভৰা খুন দিল্লীয়েইতো পঠিয়াই দিব হিন্দুস্থানৰ শিৰাই শিৰাই, পহুচাই দিব হিন্দুস্থানৰ প্ৰতিখন গাঁও, প্ৰতি ঘৰ মানুহ, প্ৰতিটো ইনচানৰ দিলত। সেয়েইতো দিল্লী হাৰিও হৰা নাই। বিপ্লৱৰ পাতনি মাথোন মেলি প্ৰতি ভাৰতীয়ৰ মাজত জগাই তুলিছে আজাদ্ হিন্দৰ স্বপ্ন। প্ৰথমবাৰৰ বাবে প্ৰতি ভাৰতীয়ৰ চেতনাক সামৰি লৈছে এখন একক পতাকাৰ তলত। সেয়ে আজি দিল্লীৰ বাহু লগা নামটো এক শিখাময় শায়ৰী।

যি বিপ্লৱৰ তামাম বুনিয়াদ হ'ল দিল্লীত, সেই বিপ্লৱৰ ইমৰাও হ'ব দিল্লীতেই। আৰম্ভণীতে যদি দিল্লী হাৰিছে, বাহাদুৰশ্বাহ যদি হাৰিছে, সেই হাৰৰ শৰমে সাৰা হিন্দ্‌ৰ আত্মাক সজাগ কৰি তুলিব আৰু বিপ্লৱৰ শেষত দিল্লীৰ আকাশত উৰিব আজাদ্ হিন্দৰ এখন মহান পতাকা।"

"কিন্তু সাৰা হিন্দ্‌ৰ আজাদীৰ বুনিয়াদ সেই দিল্লী যে উঝাৰ হৈ গৈছে ভাই।"

"কেতিয়াও নহয়।" দৃঢ়ভাৱে ইমৰানে কৈছিল, "সেই বুনিয়াদ কেতিয়াও উঝাৰ নহয়। দিল্লী পতন হ'লেও নহয়। কাৰণ আজাদীৰ সেই বুনিয়াদ আজি সাৰা হিন্দ্‌ৰ তামাম ইন্‌সনৰ দিলৰ 'দিল্লীত'। সেই মজবুদ্ বুনিয়াদৰ ওপৰত আজাদ হিন্দ্‌ৰ ইমাৰত আজি গঢ়ি তুলিব লাগিব ঝাঁচীয়ে। কি অদ্ভুত নচিব সাৰা ঝাঁচীৰ! গোটেই হিন্দুস্থানৰ নেতৃত্বই আজি বাট চাইছে ঝাঁচীলৈ! খুদাৰ কি অদ্ভুত মৰ্জি!"

আস্তাবলৰ আগত থিয় দি থকা গৰুৰ গাড়ী এখনৰ ধানখেৰৰ ওপৰত শুই শুই তেতিয়া বহুতো কথাই ভাবিছিল ইমৰানে। আৰু ভাবিছিল গুলাব সিংৰ কথা—বিতিয়াৰ কথা। আৰু এটা কথা মনত পৰিছিল তাৰ। অকাৰণতে মনত পৰিছিল। বহুত দিনৰ আগৰ কথা। এটা অকণমান ল'ৰাৰ কথা। অকমানি ল'ৰাটোৰ ঘৰৰ ওচৰেদিয়েই গৈছে এটা ৰেল-লাইন। এলাহাবাদৰপৰা অহা নতুন ৰেল-লাইন। ঘৰৰপৰা পলাই গৈ সেই ৰেল-লাইনটোৰ ওচৰত বহিছিল সি। শিলগুটি কিছুমান গোটাই লৈ ৰেল লাইনৰ চিৰিলৈ দলিয়াইছিল এটা এটাকৈ। টুং টাং শব্দ কৰি শিলগুটিবোৰ চিৰিত পৰি উফৰি গৈছিল। কেতিয়াবা জুই ওলাইছিল তাৰপৰা। আৰু লগে লগে ল'ৰাটোৰ হৃদকুণ্ড জাগি উঠিছিল এটা বিজাতীয় আক্ৰোশ। তাৰ পাছত কোনোকালে

নেচাই সি শিলগুটিবোৰ দলিৱাই গৈছিল। জোৰে জোৰে। এটাৰ পিছত এটা। শিলগুটিৰ পিছত শিলগুটি আৰু জুই আৰু শিলগুটি। তাৰ পিছত আন এটা। তাৰ পিছত.........

টোপনি আহিছিল তাৰ—ইমৰানৰ। কেতিয়া সি ক'ব নোৱাৰে। বোধকৰো আধাঘন্টামান শুইছিল সি, হয়তো এঘন্টা। সাৰ পাই দেখিলে গৰু গাড়ীখন দুমহলীয়া দালান ঘৰ এটাৰ একেবাৰে পিছফালৰ চোতালত থিয় হৈ আছে। গাড়োৱানে চাগৈ গমেই নাপালে যে চৈৰ তলত ধানখেৰৰ ওপৰত গোট মানুহ এটা শুই থাকিব পাৰে। গাড়ী আনি একেবাৰে পিছ চোতাল পাৱালেহি। কাৰবা ঘৰ এইটো! কি মস্কিল।

তাকেইতো! কি কৰা যায় এতিয়া? ইয়াৰপৰা নামি গ'লেও ঘৰৰ গিৰিহঁতে আৰু আন যি কোনো মানুহে এশ এবুৰি প্ৰশ্ন সুধি ইমৰানক বিন্দুত পৰিণত কৰিব।

ডিঙি মেলি চাই দেখিলে ঘৰৰ পিৰালিত বুঢ়া এজনে ধপাত খাই খাই কিবা পঢ়ি আছে। মোনাখন হাতত লৈ সি লাহেকৈ গাড়ীৰপৰা নামিল। পোনে পোনে বুঢ়াজনৰ ওচৰলৈ গৈ ক'লে "চালাম হজুৰ। মাইজী ঘৰত আছেনে? মোক চান্দেৰী শাৰী আনিবলৈ কৈছিল।"

বুঢ়াজনে চছমাৰ ফাকেৰে ইমৰানৰ মূৰৰপৰা ভৰিলৈকে এবাৰ চালে। "চান্দেৰী শাৰী আনিছা নেকি? চাওঁ দেখুৱাচোন?"

"এতিয়াই দেখুৱাম হজুৰ। কিন্তু মাইজীয়ে কৈছিল—"

"বাৰু অকণমান ৰ'বা। তোমাৰ মালকিনকে মাতি দিওঁ।" ইমৰান পিৰালিলৈ উঠিব খোজা দেখি তেওঁ ক'লে, "তুমি সৌ তলতে বহা, মই তেওঁক মাতি দিওঁ।"

মানুহজন ভিতৰলৈ গ'ল। ইমৰানেও তিনি-টকালি পাৰি

ঘৰৰ ভিতৰ সোমাল। দুৱাৰমুখৰপৰা ওপৰ মহলালৈ ঘোলাই চিৰি। হাতত সাৰে ভৰিত সাৰে চিৰিয়েদি উঠি গ'ল ইমৰান। সৰু কোঠা এটাত সোমালগৈ সি কোঠাটোৰ খোলা খিৰিকীখনত কোনো চিক নাই। খিৰিকীৰ ঠিক তলতেই সেন্দুৰী ৰঙা কঙ্কৰ ঢলা চৰকাৰী ৰাস্তা। কোঠাটোৰ দোল এডালত কিছুমান কাপোৰৰ লগতে যোধপুৰী পাগুৰী এটাও দেখা পালে ইমৰানে। সি দুৱাৰখন খিলি মাৰি বন্ধ কৰি দিলে।

এচুকত মাটিৰ কলহ এটাত পানী দেখি পিয়াহ লাগিল ইমৰানৰ। কোঁত কোঁতকৈ পিয়াহ পলুৱাই পানী খাই বাকীখিনি পানীৰে সি মুখৰ বগা দাড়িবোৰ ধুই ধুই এৰুৱাই পেলালে। পিঠিৰ কুঁজটো ভাঙি লৈ দীঘলকৈ থিয় হ'ল ইমৰান। লেতেৰা পাগুৰীটো দলিয়াই পেলাই মূৰটো আঁচুৰি ললে। মোনাৰপৰা চাফা কাপোৰ উলিয়াই পিন্ধিলে—গাত চিপা আৰু কুৰ্তা, মূৰত মুৰেঠা।

দৰজাৰ বাহিৰৰ ফালে ভৰিৰ শব্দ শুনা গ'ল। দৰজাত ঢকিয়াই ঢকিয়াই কোনোবাই মাত দিলে, "অন্দৰ কৌন হ্যায় ভাই? দৰৱাজা খোঁল তো চাঁহি।"

কোনো মাত নাপাই মানুহটো গ'লগৈ। ইমৰানে বুজিলে মানুহটো আকৌ আহিব। মানুহটোৰ লগত সামান্য কৌতুক কৰিলে কেনে হয়? কলহটোৰ মিহি ডিঙিটোলৈ চাই চাই নতুন যৌৱন পোৱা ইমৰানৰ অলপ ফুৰ্তি কৰাৰ লোভ হ'ল। দাড়ি নোহোৱা নিমজ মুখখনৰ এফালে বিৰিঙি উঠিল পূৰ্ব কৌতুকৰ ক্ষীণ হাঁহি।

চৌষষ্ঠি হাত দীঘল যোধপুৰী পাগুৰীটো, এটা মূৰ ভালকৈ বান্ধি থৈ ৰাস্তাৰ ওপৰলৈ মেলি দিলে। চাৰিওফালে চাই একমাত্ৰ খোলা খিৰিকীখন বন্ধ কৰিবলৈ চেষ্টা কৰিলে।

পাগুৰীটোৰ গালৈকে খিৰিকীখন জপাই থৈ কাপোৰ খোৱা দোলডাল ছিঙি ললে। তাৰ পাছত নিশব্দে আহি ব'লছি মাটিৰ কলহটোৰ ওচৰত। মোনাৰপৰা পেঞ্চিল উলিয়াই ততাতয়াকৈ এখন চিঠি লিখি পেলালে ইমৰানে।

ইতিমধ্য অন্দৰ-মহলত বেচ এখন গোলমালৰ সৃষ্টি হৈছে। মানুহবিলাকে ব্যস্ত ভাৱে কিবা কিবি আলোচনা কৰিছে। কেইবাজনো মানুহ আহি দংজাত ভুকুৱাবলৈ ধৰিলে। সি দেখিলে ইহঁতৰ ভুকু আৰু হেঁচাৰ কোবত ইহঁতৰেই নিজৰ দৰজাখন ভাঙেহে লাগে। বাহিৰত যথেষ্ট হুলস্থূলৰ সৃষ্টি হৈছে।

চিঠিখন শেষ কৰি এবাৰ পঢ়ি শুনালে মাটিৰ কলহটোক।

"ঝাঁচীৰ মহামান্য চৰকাৰ সমীপেষু,

মই, চিৰ নিপিড়িত শ্ৰীমান মাটিৰ কলহে কাৰ্য্যক্ষাগে এতদ্বাৰা ঘোষণা কৰিলো যে বিনা দৰমহাই মালিকৰ কাম কৰিব লগা হোৱাৰ অসহনীয় জ্বালাত মই আত্মহত্যা কৰিম মোৰ মৃত্যুৰ কাৰণে আন কোনো দায়ী নহয়।

মেৰে কৰৰ পে ইকত্তৰ কে লিয়ে লিখৱা দো।
তুল খিচা হ্যায় য়হাঁতক চৰ্হি তন্হাইনে ॥"

চিঠিখনৰ তলত এটা দস্তখত কৰিলে—"ইতি হতভাগ্য শ্ৰীমান মাটিৰ কলহঃ পণ্ডণ ঝাঁচী।"

তাৰ পাছত কাপোৰ খোৱা দোলডালেৰে কলহটোৰ ডিঙিত চিপজৰী বান্ধি চিঠিখন গাঁঠি দিলে আৰু ঘৰৰ মুখৰপৰা চিঠিসহ কলহটো ওলমাই দিলে।

তললৈ মূৰ কৰি অলপ থিয় হ'ল ইমৰান। আৰু শেষত খিৰিকীয়েদি যোধপুৰী পাগুৰীটোৰ বুকুৱেদি সন্তৰ্পণে ওলমি তলকাৰী আন্তাত লাগিলগৈ।

## তিনি

বত্রিছ, তেত্রিছ, চৌত্রিছ, পঁয়ত্রিছ........ ........

বড়াবাজাৰৰ ৰাস্তাত উটৰ মিছিল।

গহীন দীঘল দীঘল হটঙা হটঙা খোজেৰে সিহঁতে এটাৰ পিছত এটাকৈ লানি নিছিগাকৈ গৈ আছে। সিহঁতৰ পিঠিত কেঁচা আৰু শুকান ঘাঁহৰ বোজা, লগত ভাবলেশহীন মুখৰ ঘাঁহিয়াল বেপাৰীৰ দল। দীঘাৰৰ বাহিৰৰপৰা ঘাঁহ আহিছে চহৰলৈ।

দিনান্তৰ বড়াবাজাৰ। দিনকৰৰ শেষ ৰ'দখিনিয়ে ওখ ওখ ইমাৰতৰ অলিন্দ চুইছেগৈ। ইমৰানে এনেয়ে এটা এটাকৈ উটবোৰ গণিছে আৰু অবাক হৈ ভাবিছে ইমানবোৰ ঘাঁহ খাব কোনে—ঝাঁচী চহৰত মানুহতকৈ ঘোঁৰাৰ সংখ্যা বেছি নহয়তো? ঝাঁচীত ঘোঁৰা আৰু তৰোৱালৰ জনপ্রিয়তা যেন ৰাতাৰাতি বাঢ়ি গৈছে। ধুনীয়া ধুনীয়া ফৌজী ঘোঁৰাৰ খট্‌খটনিত বড়াবাজাৰৰ শিলৰ ৰাস্তাবোৰ যেনেকৈ চক খাই খাই উঠিছে সেয়াতো বাদেই সিহঁতৰ লগত তাল মিলাই মিলাই গমনাগমন চলিছে অধস্তন সম্প্রদায়ৰ প্রতিনিধিসকলবো। চুটি-চাপৰ কামিলা ঘোঁৰা মালবাহী ঘোঁৰা, টাট্টু, খচ্চৰ আৰু অন্যান্য সমগোত্রিয় অসংখ্য ঘোঁৰা। ঘোঁৰাৰ বাগী, ঘোঁৰাৰ টাঙ্গা, ঘোঁৰাৰ এক্কা গাড়ী। বাগীবিলাকে আকৌ মানুহক সহজে ৰাস্তাকে এৰি নিদিয়ে, এওঁলোকে ৰাস্তাবোৰ বাপতীয়া সম্পত্তি বুলিয়েই ভাবে বোধকৰো।

ৰাস্তাৰ কাষে কাষে অ'ত ত'ত নতুন নতুন চৰকাৰী বিচালা-হণ্ট বহিছে। বেচৰকাৰী আস্তাবলো বহিছে। ৰাস্তাৰ খালী হৈ থকা ঠাইত সৰু সৰু ল'ৰা-ছোৱালীবোৰে কাঠৰ তৰোৱালেৰেই তৰোৱাল খেলিছে। ডাওৰৰ অনুকৰণত তৰোৱালক তৰোৱালেৰে কদমে কদমে আঘাত কৰিছে, "এক-দো-তিন-চাৰ, এক-দো-তিন-চাৰ।"

ৰাস্তাৰ এচুকত থিয় হৈ ইমৰানে বড়াবাজাৰৰ বেহ ৰূপ চাইছে। পুৰ মাহৰ আবেলি। সন্ধিয়া আগবঢ়াৰ লগে লগে তীব্ৰবেগে জাৰ নামিবলৈ আৰম্ভ কৰিছে। শীতল বতাহজাকে ইমৰানৰ দেহ আৰু মনৰ শ্ৰান্তি দূৰ কৰি দিলে। তাৰ ৰাজহাড় বিষত টন-টনাইছিল, গোটেই দিনটো কুঁজা হৈ ঘূৰি ফুৰাৰ ফল। হটঙা ডেকা এটাই কিমান সময়নো কুঁজ হৈ ঘূৰিব পাৰে? এতিয়া পিঠি পোন কৰি আকাশলৈ চাই তাৰ নিজকে বৰ ওখ ওখ লাগি গৈছে। নতুন কাপোৰ সাজ পিন্ধাৰ পাছত তাৰ মনটোও ফৰকাল লাগিছে। নতুন কাপোৰ মানে ধোবাই নিকাকৈ ধোৱা চিপা, তাৰ ওপৰত উলৰ এটা উমলগা আছৰাণী,—মূৰত গুলাবী ৰঙৰ মূৰেঠা আৰু ভৰিত চকুচকীয়া নাগাৰা।

আছৰাণীৰ দুটামকেইটা এনেয়ে এবাৰ খুলি ইমৰানে কুৰ্ত্তাটো ঠিক কৰি ল'লে। উটৰ শোভাযাত্ৰা এতিয়াও শেষ হোৱা নাই। সিহঁতৰ শেষৰ অভিজাত পৰ্য্যায়ৰ দলটোৱে এতিয়া পিঠিত আনিছে দামী দামী আচবাব-পত্ৰ, কাপোৰৰ থান, ৰেচম আৰু বনেদী কাৰু-কাৰ্য্যৰ সম্ভাৰ। আৰু আনিছে কাঁহ-পিতলৰ বাচনবপৰা আৰম্ভ কৰি ঘি, মছলা আলু, আটা, এনেকি খৰি পৰ্য্যন্ত। আলিৰ দাঁতিকাষৰ দোকানৰ শাক-পাচলিত কেনেবাকৈ মুখ দিয়ে বুলি উটবোৰৰ মুখৰ অংশ কাপোৰৰ জালেৰে বান্ধি থোৱা হৈছে। তথাপি দীঘল দীঘল ডিঙি মেলি সিহঁতে ইফালে সিফালে আশাৰে চাবলৈ এৰা নাই।

শাক-পাচলিৰ কাৰণেই বজাৰৰ এই অঞ্চলটোত ভিৰ অলপ বেছি। মানুহতো মানুহেই, তাৰ মাজে মাজে আকৌ ষাঁড়-গৰু একোটাই খোজৰ পাকতে জকা দি পাচলি খাবলৈ ছেলু বিচাৰি ফুৰিছে। যি কেইটা বেপাৰীয়ে টিনৰ বাকচ, টিনৰ আলমাৰী, টিনৰ আলনা, টিনৰ পেৰা লৈ বহিছে, সিহঁতে এনেকৈ চিঞৰিছে যেন ৰাস্তাৰ মানুহকো টানি আনি টিনৰ বাকচ কিনোৱাইহে এৰিব।

পাৰ্চী চিপাহীবোৰে সিহঁতৰ দীঘল দীঘল ঘৈণীয়েকবোৰক লগত লৈ লম্বা লম্বা মোনাত পাচলি কিনি ফুৰিছে। ইমান ভিৰতো সন্ধি উলিয়াই সৰু ল'ৰাকেইটামানে কিন্তু ঠিক মাৰ্বল খেলিছে। কোনোবা ঘোঁৰা-বাগী এখনৰ কাচোৱানে টিলিঙা বজাই বজাই চিঞৰিছে, "তফাৎ যাওঁ! তফাৎ যাওঁ!" আৰু লগে লগে মাৰ্বল-পাৰ্টিৰ দুষ্ট ল'ৰা এটাই দৌৰি গৈ চলি থকা ঘোঁৰা গাড়ীৰ পিছ ফালে মনে মনে উঠিছেগৈ কাচোৱানে গম পাই গাড়ীৰ চালতে চাবুকডাল চটপ্ চটপ্কৈ মাৰি ল'ৰাটোক ভয় খুৱাবৰ চেষ্টা কৰিছে। ঘটনাটো ল'ৰাটোৱে উদাৰভাৱে লৈছে আৰু কৰ্তব্য-পৰায়ণভাবে গাড়ীত উঠি গৈয়ে আছে।

চিলনী অহাদি ক'ৰপৰা চিপাহী এটা আহি ইমৰানৰ একেবাৰে সন্মুখত লেকাম টানি ঘোঁৰা ৰখালে। তাৰ পিছে পিছে আৰু এটা ৰিচালা (অশ্বাৰোহী) চিপাহী।

এক নং চিপাহীটোৱে ইমৰানৰ ফালে চাই চিঞৰি গগণ ফালিলে, "আৰে, আৰে, জমিৰ দেখোন! মেৰে দোস্ত, মেৰে জিন্দেগী! ক'ত আছিলি তই ইমান দিন? তোৰ হালৎ কি?"

এখন্তেকো নোবোৱাকৈ কোনো চিন্তা নকৰাকৈ ইমৰানে সমানে চিঞৰি উঠিল, "শোভানাল্লা! আৰে ইকবাল ভেইয়া! তই ইয়াত?"

চিপাহীটোৱে চক খাই থমকি ৰ'ল। তাৰ পাছত আগবাঢ়ি আহি ইমৰানৰ মুখৰপৰা ভৰিলৈকে জুখি চালে। তাৰ পাছত গহীনাই ক'লে, "মোৰ নাম ইকুবাল নহয়।"

ইমৰানে ক'লে, "চাহী বাত ম্যাৰ,—মোৰ নামো জমিৰ নহয়।"

দুয়ো দুয়োৰো মুখলৈ একেথৰে চাই থাকিল। তাৰ পাছত যেতিয়া সিহঁত নিশ্চিত হ'ল যে সিহঁতৰ এটাও জমিৰ নাইবা ইকুবাল নহয়, সিহঁতে নিজ নিজ ৰাস্তাৰে প্ৰস্থান কৰিবলৈ উদ্যত হ'ল।

"ঠহৰ যাওঁ!!", দুই নং চিপাহীটো খোঁৰাৰপৰা জাপ মাৰি নামি ইমৰানৰ নাকৰ আগত থিয় হ'লহি। "ক্যা তুম জঙ্গলসে আয়ে হো? তাক কিয় ইকুবাল বুলি মাতিছিলা?"

"মই কি জানো? সি যে মোক জমিৰ বুলি মাতিছিল সেইটো মোৰ দোষ নেকি?"

"আলবৎ তোমাৰ দোষ! তুমি জানিছিলা সি ইকুবাল নহয়।" চকু দুটা কোঁচাই কোঁচাই সৰু কৰি হিংস্ৰভাৱে দুই নম্বৰে চিঞৰিছে। খণ্ডত তাৰ হাতৰ বাহুৰ আৰু বুকুৰ মাংস-পেশীবোৰ উত্তেজনাত ফুলি ফুলি উঠিছে। হাত-ভৰিৰ গঢ় দেখি ইমৰানে বুজিব পাৰিলে মানুহটোৰ দেহত অমানুষিক শক্তি আছে।

ভয়ঙ্কৰ চেহেৰাৰ মানুহটো আৰু আগবাঢ়ি আহিল। ইমৰান নিজে সাধাৰণ মানুহতকৈ যথেষ্ট ওখ, বৃটিছৰ ফৌজী নাম-খাতাত তাৰ উচ্চতাৰ হিচাপ আছিল ছয় ফুট আধা ইঞ্চি। কিন্তু সি দেখিলে এই মানুহটো তাতকৈয়ো চাৰি আঙুলিমান বেছি ওখ।

"তুমি", সেই মানুহটোৱে চিঞৰি ক'লে, "তাক যেইজতি কৰিবলৈ ইকুবাল বুলি মাতিছিলা; তোমাৰ চকু নাই?"

ইমৰানে গৰ্জি উঠিল, "খবৰ্দাৰ, কি বলকিছা? তোমাক

'খানদান' নাই, তোমাৰ 'ইমান' নাই, তোমাৰ 'হুশ' নাই ?"

মানুহটোৱে হাঃ হাঃকৈ হাঁহিলে, "আৰে মই গোলাম আলী হওঁ; গোলাম আলী বুলিলে তামাম ঝাঁচাৰ মানুহে চিনি পায়।" সি বাঁওহাতেৰে তৰিৎ গতিত ইমৰানৰ মূৰেঠা খুলি আনিলে, বাঁওহাতে মূৰেঠা খোলাতকৈ ডাঙৰ অপমান আৰু নাই। "আৰু গোলাম আলীৰ 'ইমান' নাই, মই বেইমান ?? মই—"

গোলাম আলীৰ কথা শেষ হ'বলৈ নাপালে। তাৰ আগতেই তাৰ বিশাল দেহটো উফৰি গৈ ৰাস্তাৰ সিমূৰত পৰি তিনি লুটি খালে। তাৰ ঠিক থুতৰিৰ তলতে ইমৰানে এক পলকত তাৰ প্ৰচণ্ডতম ঘোচাটো মাৰিছিল।

ৰাস্তাত আধা শোৱা অৱস্থাতে গোলাম আলীয়ে এক লহমাৰ কাৰণে অবাক হতভম্ব বিস্ময়েৰে ইমৰানৰ ফালে চাই ৰ'ল। এক লহমাৰ কাৰণেই মাত্ৰ। তাৰ পাছতেই সি ঘোৰাৰ পিঠিৰ-পৰা চাবুকডাল লৈ বন্য জন্তুৰ দৰে ইমৰানৰ ফালে খেদি গ'ল।

কিন্তু তাতোকৈ বেছি ক্ষিপ্ৰতাৰে এক নং চিপাহীটোৱে তাক এক আজোৰ মাৰি আঁতৰাই লৈ গ'ল। "ছিঃ ছিঃ গোলাম!" সি ধমকি দি ক'লে, "তোৰ সকলো কাণ্ডজ্ঞান শেষ হৈ গৈছে নেকি ? তই চৈয়দ বংশৰ নাম ডুবাইছ !!"

গোলাম আলীয়ে পলকৰ কাৰণে এবাৰ তালৈ আৰু এবাৰ ইমৰানলৈ চালে। তাৰ পাছত সাউংকৰে গৈ ঘোৰাত উঠি দক্ষিণ পিনে চেকুৰিবলৈ ধৰিলে।

"চৈয়দ বংশৰ নাম ডুবুৱাৰ কথা ক'লে গোলামৰ সকলো মইমতালি উৎপাত পানী হৈ যায়।" এক নং চিপাহীটোৱে ক'লে, "ছিঃ ছিঃ তোমাৰ মূৰেঠাটোও তাৰ হাততেই থাকি গ'ল।"

ইমৰানে বুজিলে মূৰেঠাৰ ঘটনাটোত এক নম্বৰ বৰ অপ্ৰস্তুত হৈছে।

"নাই, নাই, সেইটো বৰ কমদামী মূৰেঠা !" ইমৰানে ক'লে, "এইটো কোনো কথাৰ কথাই নহয় ।" সি যাবলৈ ধৰিলে ।

ঘোঁৰাৰ লেকামত ধৰি চিপাহীটোৱেও ইমৰানৰ পিছে পিছে গৈ থাকিল । ইমৰানে বুজিলে যে বন্ধুৰ ব্যৱহাৰত মানুহটো বৰ অনুতপ্ত হৈছে ।

"আচলতে দোষটো মোৰেই আছিল ।" ইমৰানে লাহে লাহে ক'লে । ব্যস্ত হৈ চিপাহীটোৱে ক'লে, "নাই, নাই তোমাৰ গাত কি দোষ ? আচলতে গোলামটো বৰ একলেখিয়া, সময়ে অসময়ে হঠাতে তাৰ বৰ উল্টা খং একোটা উঠে । তুমি দুখ পালা নেকি ?" "নাই পোৱা । তোমাৰ বন্ধুৱেহে কষ্ট পালে নেকি—ছেঃ……' সিহঁতে অলপ দূৰ নিমাতে খোজকাঢ়িলে । ইমৰানে ভাবিলে বেচেৰা চিপাহীটোৱে মিছাকৈ খোজকাঢ়ি কষ্ট কৰিছে । তাক ঘোঁৰাত উঠিবলৈ ক'ব লাগিব । তেনেতে চিপাহিটোৱে মাত দিলে, "মোৰ নাম আচলতে যুগ্লীকৰ ।"

ইমৰানে মানুহটোলৈ এবাৰ চালে । "মোৰ নাম ইমৰান ।" সি ক'লে ।

"তোমাৰ ঠিকনাটো মোক দিবা, তোমাৰ মূৰেঠাটো মই দি থৈ আহিমগৈ ।"

"সেই কাৰণেনো ইমান ভাবিব লাগেনে ? সেইটো তেনেই কমদামী মূৰেঠা । তাৰোপৰি মোৰতো কোনো ঠিকনাই নাই ।"

"কিয়, তুমি ঝাঁচীত নতুন নেকি ?"

"একেবাৰে নতুন । আজি মাথোন দিল্লীৰপৰা আহি পাইছো ।"

"দিল্লীৰপৰা ? তেন্তে আছা ক'ত ?"

"ক'তো থকা নাই এতিয়ালৈকে । দেখা যাওঁক ৰাতি হোৱাৰ আগতে কিবা এটা কৰিব লাগিব ।"

যুগ্লীকৰে ভাবি ক'লে, "আচ্ছা, তুমি কি দিল্লীৰ যুদ্ধত

আছিলা ? বাবাগঞ্জৰ ফিৰিঙ্গীক মৰা তুমি নিজে দেখিছা ?”

“হুঁ”, ইমৰানে মূৰ দুপিয়ালে । “তুমি চিপাহী নেকি ?”

“মই ঝাঁচীৰ ৰিচালাদাৰীৰ ( অশ্বাৰোহী ফৌজ ) চিপাহী ।” যুগলীকৰে ক’লে । “দেৱান ৰঘুনাথ সিংহ আমাৰ ৰিচালাদাৰ ।”

“তোমাৰ আচল ঘৰ ক’ত ?”

“কুমাৰীকাৰ পিনে ।” যুগলীকৰে হাঁহিলে । “চেহেৰাৰপৰা ধৰিব পৰা নাইনে ? তাত চোকা ৰ’দৰ খুন্দাত মানুহৰ গাৰ ছাল এঙাৰৰ দৰে ক’লা আৰু ৰেচমী কাপোৰৰ দৰে নিমজ হয় । অৱশ্যে মধ্যভাৰতলৈ অহা আমাৰ দুপুৰুষ হ’ল ।”

এঠাইত যুগলীকৰক অলপ সময় ব’বলৈ কৈ ইমৰান ফলৰ দোকানত সোমাল । তাৰপৰা কিছু বাদাম, পেস্তা, কাজু আৰু আখৰোট্ কিনি ললে সি ।

সি ফল লৈ উলটি অহাৰ পাছত হঠাৎ যুগলীকৰে প্ৰশ্ন সুধিলে, “আচ্ছা, তোমাৰ বয়স কিমান ? পঁচিছ ?” “সাতাইছ । তোমাতকৈ বহুত ডাঙৰ ।” ইমৰানে হাঁহিলে । “সাতাইছ ? অসম্ভৱ । চব্বিছ বুলি কোৱা হ’লেও বিশ্বাস কৰিলোহেঁতেন ।”

“তেনেকৈ দাবী কৰি লাভ নাই । বাৰু, বাদ দিয়া; কোৱাচোন, গোলাম আলীও ৰিচালা চিপাহী নেকি ?” “গোলাম আলীও ৰিচালা চিপাহী ।” যুগলীকৰে ক’লে । “পিছে মই এতিয়া যাওঁগৈ । সন্ধিয়া হ’বৰ হ’ল তুমি ৰাতি ক’ত থাকিবা ?”

“কিবা এটা কৰিব লাগিব । সম্প্ৰতি মোৰ ভয়ঙ্কৰ ভোক লাগিছে । সৌ যে চৰাইখানাটো, তাতে বহি অলপ চৰ্বত খাওঁ ব’লা ? এই পেস্তা, বাদামখিনিও শেষ কৰা যাওঁক ।”

যুগলীকৰে সেমেনা-সেমেনিকৈ ক’লে, “কিন্তু মোৰ যে এনেকৈ দোকানত খোৱাৰ অভ্যাস নাই” ইমৰানে মাতটো সেমেকা কৰি গহীনাই ক’লে, “অৱশ্যে তোমাৰ যদি দেৰি হৈছে যোৱাগৈ,

তোমাৰ সময় নষ্ট কৰিবলৈতো মোৰ কোনো অধিকাৰ নাই । .... বাঃ, বেচ্ তো । ঝাঁচীত আহি ভৰি দিবলৈকে নাপালো, খেনোৱে বাঁওহাতেৰে মুৰেঠা খুলি দিলে, ৰাতি ক'ত থাকিম তাৰতো ইয়ত্তাও নাই । এতিয়া চৰ্বত এগিলাচ খাবলৈ লগ সঙ্গ নোহোৱা হ'ল । আচ্ছা ভাই, ৰাদাবৰ্ম, তোমাক ঢেৰ কষ্ট দিলো ।" যুগ্‌লীকৰে ইমবানৰ কান্ধত হাত থলে । "এনেয়ে কয়নে দিল্লীৰ মানুহৰ কথাত মুকুতা সৰে ? উঃ কি ক্ষুৰধাৰ মুখ, অলপদূৰ আগবাঢ়ি ব'লা, আমাৰ ৰবি প্ৰসাদৰ দোকানত ৰহিয়ে চৰ্বত খামগৈ । আমাৰ দলৰ আড্ডা তাতেই ।"

ৰবি প্ৰসাদৰ চৰ্বতৰ দোকানত বহি প্ৰথম যুগ্‌লীকৰেই কথা আৰম্ভ কৰিলে, "তুমি কি কাম কৰা ? মানে দিল্লীত থাকোতে কি কাম কৰিছিলা ?"

"ঠিক দিল্লীত নহয় । মই আগতে মীৰাটৰ তৃতীয় অশ্বাৰোহী বাহিনীৰ বিচালা চিপাহী আছিলো । মানে থাৰ্ড ইৰেগুলাৰ কেভেল্‌ৰীত । পাছত মে' মাহত বিপ্লৱৰ আৰম্ভ হোৱাত দিল্লীলৈ গুচি আহিলো ।"

"এতিয়া কি কৰিবা ?"

"পাৰিলে ঝাঁচীৰ বিচালা-ফৌজত ভৰ্তি হোৱাৰ ইচ্ছা এটা আছে ।"

ইয়াৰ মাজতে দোকানী ৰবি প্ৰসাদে এবাৰ সুধি গ'লহি চৰ্বতত সিদ্ধি দিবনে নিদিয়ে । সি অৱশ্যে জানিছিলেই যে ইহঁত কোনেও সিদ্ধি নাখায় । যুগ্‌লীকৰে ক'লে, "তোমাৰ নিজৰ ঘোঁৰা আছে ? থাকিলে বিচালাদাৰীত সোমাবলৈ বেছি সময় নালাগিব—অৱশ্যে যদি ঠাই খালী আছে । তুমি ঘোঁৰা ভালকৈ চলাব জানা ?"

ইমবানে ওভোতাই সুধিলে । "তুম কি থাৰ্ড ইৰেগুলাৰ

কেভেল্‌ৰীৰ নাম আগতে শুনা নাই ?"

"ঠিক আছে ব'লা, এতিয়াই ৰঘুনাথ দেৱানৰ ফালে যাওঁ। কিন্তু তোমাৰ ঘোঁৰা ?"

"মোৰ নিজা ঘোঁৰাটো বড়াগঞ্জ গাঁৱত এৰি আহিছো। ইয়াত ঘোঁৰা কেৰেয়ালৈ নেপায়নে ?"

"পায় কিন্তু ভাৰা বৰ বেছি। ....আগতে ব'লা দেৱানজীৰ লগত কথা হওঁ।"

ৰবি প্ৰসাদে ঢুগিলাচ চৰ্বত দি গৈছিলহি। শীতল আবেলি শীতল চৰ্বতৰ সোৱাদ সিহঁতৰ ভাল লাগিল। সিহঁতে পেস্তা, বাদামবোৰ চোবাবলৈ ধৰিলে।

"শুনা, জুন মাহত ঝাঁচীৰ বাঘী-চিপাহীবোৰে বিদ্ৰোহ কৰি দিল্লীলৈ গুচি যোৱাৰ পাছত ইয়াত মাথোন কেইজনমান চিপাহী অৱশিষ্ট আছিল। বাঙ্গীচাহেবাই এই কম সময়ৰ ভিতৰতে ইমান হাজাৰে হাজাৰে চিপাহীবোৰ ক'ৰপৰা তৈয়াৰ কৰি উলিয়ালে ?" ইমৰানে সুধিলে।

'ঘটনাটো সঁচাকৈয়ে আৰব্য-উপন্যাসৰ গল্পৰ দৰেই লাগে। তুমি ইয়াত সৰু ল'ৰা-ছোৱালীয়ে গোৱা 'ৰাসো'বোৰ শুনা নাইনে ? আচলতে কি জানা, বাঙ্গীচাহেবাই ঝাঁচী আৰু ইয়াৰ ওচৰে-পাজৰে থকা প্ৰত্যেকটো ডেকা ল'ৰাক চিপাহী কৰি গঢ়ি তুলিলে। দস্যু—লস্কৰকো শুধৰাই ফৌজত ঠাই দিলে। আনকি তেখেতে নিজহাতে গঢ়া নাৰী চিপাহী-বাহিনীৰ যুদ্ধ দেখিলেও তুমি তবধ মানিবা।"

ইমৰানে জেপৰপৰা চিগাৰেটৰ বাকচ উলিয়ালে। "তুমি চুৰট খোৱা ?"

"কশ্চিৎ কেতিয়াবা। এইবোৰ আকৌ কি চুৰুট ?"

"ফিৰিঙ্গীয়ে যে খায় সেই চুৰুট।"

"ফিৰিঙ্গীয়ে বনোৱা চিগাৰেট খাবানে ?"

"তাত কি আছে ? আচলতে এইবোৰ চুৰটৰ ধপাত মিচৰৰ আৰু তৈয়াৰ হয় কৰাচী দেশৰ চেটু-ভ-নোৱাঁ নামৰ এখন প্ৰদেশত। ফিৰিঙ্গীৰ নামটো ওপৰতে।"

"মুখত দিলে জাতি নাযায়নে ?" যুগ্‌লীকৰে হাঁহি সুধিলে।

"এন্‌ফিল্ড ৰাইফলৰ গুলী দাঁতেৰে কামুৰি কামুৰি দুটা মাহ দিল্লীত যুদ্ধ কৰিলো, তথাপি জাতি নগ'ল। অথচ এবছৰ আগতে সেই গুলী হাতেৰে চুব লগীয়া হওঁতেই বিদ্ৰোহ আৰম্ভ হৈ গ'ল মীৰাটত। আচলতে এন্‌ফিল্ড ৰাইফলেই হওঁক বা মিচৰৰ চিগাৰেটেই হওঁক নিজৰ কাৰণে ব্যৱহাৰ কৰিলে একো নহয়। ফিৰিঙ্গীৰ হুকুমত চুলেহে জাত যায়। কাৰণ তেনেকৈ হুকুম দি ফিৰিঙ্গীয়ে আমাৰ ব্যক্তি স্বাধীনতাত হাত দি চায়, আমাৰ অলপো মান-সন্মানবোধ আছেনে নাই।"

চৰাইখানাৰপৰা সিহঁত যেতিয়া ওলাই আহিল সন্ধিয়া হ'বলৈ তেতিয়া আৰু বেছি দেৰি নাই।

"আমি এতিয়া কিল্লালৈ যামনেকি ?" ইমৰানে সুধিলে। "দফ্‌তৰ জানো এতিয়া খোলা আছে ?"

যুগ্‌লীকৰে ক'লে, "কিল্লালৈ যাবৰ দৰকাৰ নাই। দেৱানজীক এতিয়া কটোৱালিতে পোৱা যাব। এই অলপ দূৰ মাথোন। ব'লা দুয়ো খোজকাঢ়িয়েই যাওঁ।"

যুগ্‌লীকৰে ঘোঁৰাৰ লেকামত ধৰিলে। দুয়ো আগবাঢ়িল। যাওঁতে যাওঁতে ইমৰানে যুগ্‌লীকৰৰ কথাই ভাবিছিল। যোৱা আধাঘণ্টামানৰ ভিতৰতে কত অদ্ভুত অদ্ভুত ঘটনা ঘটি গ'ল। সেই যে বড়াবাজাৰৰ চৌ-আলি মূৰত তাক চিপাহী এটাই ভুল নামেৰে মাতিলে, সিও একোটাই তাক সেই সেই এটা নামেৰে মাতি দিলে। লাগিল তাৰ বন্ধুৰ লগত কাজিয়া। শেষ পৰ্যন্ত

ঘুঁচিয়া ঘুঁচি। প্ৰথম চিপাহীটোৱেই তাক একৰাই লৈ আহিল, আনি দোকানত চৰ্বত খুৱালে, তাৰ পাছত বিচালাত ভৰ্তি কৰিবলৈ লৈ আনিলে। ঝাঁচীখন ভদ্ৰলোকেৰে ভৰ্তি নেকি? গাঁৱত অৱশ্যে মানুহে আগহী ভাল পায়, নতুন মানুহ গাঁৱলৈ আহিলে তাক থান্-থিত লগাই নিদিয়ালৈকে কাৰো শান্তি নাথাকে। কিন্তু চহৰততো আজিকালি সাধাৰণতঃ তেনেকুৱা একোৱে ৰেওৱাজ নাই। যুগলকৰ মানুহটোৰ মাজত এটা অভাৱনীয় আত্মীয়তাৰ উম পাই ইমৰানৰ নিজৰে লাজ লাগি গৈছিল।

তিনিটা ৰাস্তা পাৰ হৈ গ'লেই কটোৱালি। আহল-বহল ভ'ঙৰ তুমহলীয়া ইমাৰত এটা, ডাঙৰ ঘৰ যদিও দৰজা-খিৰিকীৰ বিশেষ লাগ-বান্ধ নাই। চাৰিওফালৰ কৰ্কশ মাটিৰ ওপৰত এসময়ত ফুলৰ বাগিচা বনোৱাৰ মিছা চেষ্টা এটাও চলিছিল বোধহয়।

"ঘৰৰ শ্ৰী দেখিছা?" যুগ্‌লীকৰে ক'লে। "খিৰিকী প্ৰায় নাই বুলিলেই হয়। গড়কাপ্তানীৰ কাৰবাৰ। মানুহে উশাহ লবলৈ বতাহ নালাগে বুলিয়েই ভাবিছিল নেকি সিহঁতে?"

"বাক কটোৱালি কিল্লাৰ বাহিৰত হ'ল কেনেকৈ?"

"কিল্লাৰ ভিতৰতো এটা কটোৱালি আছে। এসময়ত ইয়াত চোৰ-ডকাইতৰ উপদ্ৰৱ হৈছিল নহয়, সেই কাৰণে বাঙ্গীচাহেবাই ইয়াতো এটা বনালে।"

"অ' সৌৱা গোলাম আলী নহয়নে?"

"হয়তো! কটোৱালিৰ বাৰাণ্ডাত থিয় হৈ থকাটো গোলাম আলীয়েই দেখোন।"

"গোলামেই হয়। তাৰমানে আজি আনন্দ চাচাৰ গোচৰটোৰ কিবা কয়চলা হ'ব বোধকৰো।" যুগ্‌লীকৰে হাঁহি হাঁহি ক'লে,

"তুমি গোলামক এতিয়া পিটিবা নেকি ?"

"মই ?" ইমৰানে অবাক হৈ ক'লে, "মই তেওঁক কেনেকৈ পিটিম ? তেওঁৰ গাত দেখোন মোতকৈ কেইবাগুণ বেছি জোৰ।"

"তোমাৰ গাতো জোৰ কম নহয়।" ইমৰানৰ পিঠিত থপৰিয়াই যুগলীকৰে ক'লে। "তোমাৰ মুখখনহে দেখাত শুকান, চোলাটোৰ ভিতৰত ঢেৰ জোৰ ৰাখিছা যেন পাইছো। গোলাম আলীক এক ঘোঁচাত তিনি লুটি খুৱাই দিয়া মানুহ ঝাঁচীত এতিয়ালৈকে ওলোৱা নাই! আচলতে তোমাৰ গাৰ জোৰ দেখিয়েই তোমাক আমাৰ ৰিচালাত সুমাই দিয়াৰ প্ৰচণ্ড ইচ্ছা এটা মোৰ মগজত খেলাইছিল।"

ইমৰানে ক'লে, "বাৰু ৰঘুনাথ সিংজী যদি তোমালোকৰ ৰিচালাদাৰ, কটোৱালিত তেওঁৰ দফ্তৰ হ'ল কেনেকৈ ?"

"তেওঁৰ দফ্তৰ কটোৱালিত নহয়। আচলতে ইয়াৰ দাৰোগা তেওঁৰ বিশেষ বন্ধু, সেই কাৰণে সন্ধিয়া সময়খিনি তেওঁ ইয়াতে বহি থাকে। আনন্দ চাচা জানো কম বদ্‌মাইছ্? দেখা নাই বাছি বাছি সন্ধিয়া সময়টোতে সি মাম্‌লাৰ ৰফা কৰিবলৈ আহিছে। দেওৱানজীয়ে তাৰকালে হৈ ক'বইতো।"

"কিহৰ মাম্‌লানো ? আনন্দ চাচানো কোন ?"

আনন্দ চাচা আমাৰ লগৰে ৰিচালা। গুলাব সিং নামৰ এক সজ্জনৰ গাড়ীয়ে তাৰ ঘোঁৰাক খুন্দিয়ালে, তাৰেই গোচৰ।"

ইমৰান অবাক হৈ গ'ল। "হালুৱাইপুৰৰ গুলাব সিং ?"

"তুমি কেনেকৈ চিনি পোৱা ? সেই গুলাব সিঙেই। সপ্তাহৰ সাতটা দিনত আঠবাৰ গুলাব সিঙৰ লগত আমাৰ কাজিয়া লাগে।"

গেট খুলি কটোৱালিত সোমাই ইমৰানহঁতে দেখিলে গোলাম আলীয়ে শেনটো অহাদি সিহঁতৰ ফাললৈকে আহিছে। ওচৰ পাই

মুখেঠাটো দলিয়াই দি সি ইমৰানক ক'লে, "আৰে ধৰ তোৰ মুখেঠা। ....আৰু তেনেকৈ চকু ঘোপাকৈ কি চাইছে? ইমান খং উঠিছে যদি জোতাৰে পিটি লখা কৰি দেনা মোক, মই একো নামাতো।"

ইমৰানে হাঁহি ক'লে, " তোক আৰু কি লম্বা কৰিম। তই এনেয়ে বেছি লম্বা। ইচ্ছা গৈছে যদি মোকেই পিটু জোতা খুলি দিও।"

"গোলাম আলীয়ে হাঃ হাঃকৈ হাঁহিবলৈ ধৰিলে। ইমৰানৰ পিঠিত বাঘচকা এটা মাৰি সি ক'লে. "এই চয়তানৰ বাচ্ছাৰ কথাৰ পাক কি চাবা "? যুগলীকৰে ক'লে, "ব'ল গোলাম, এই ডকাইতটোক আমাৰ ৰিচালাত ভৰাই দিওঁ।'

"ঠিক কৈছ ; ব'ল। ইয়াৰ নাম কি অ'? বামুণ পোৱালি নেকি?"

"পাঠানৰ বাচ্ছা। নাম ইমৰান। খাচ্ দিল্লীৰ লাড্ডু।"

"বাঃ পাঠানেই যদি, মুখত মেকুৰীৰ দৰে গোঁফ নাই কিয়?"

"মই পাঠান নহওঁ দেও।" ইমৰানে ক'লে। মই মীৰাটৰ মুছলমান।"

"হওঁক বাৰু তাৰেই চলিব। চয়তানৰ বাচ্ছাতো হয়েই—তেন্তে আৰু কিহৰ চিন্তা।" সিহঁত তিনিটা বাৰাণ্ডালৈ উঠিল। খিৰিকীৰ ফাঁকেদি কোঠা এটাৰ ভিতৰলৈ দেখুৱাই যুগলীকৰে ক'লে, "চোৱা, ইমৰান, সৌ যে সোঁফালে চকীত বহি আছে সেয়া আমাৰ দেওৱানজী।"

ইমৰানে চালে। থুঁতৰিৰ তলত হাতৰ তলুৱা লৈ দেওৱানজীয়ে সন্মুখত থিয় হৈ থকা মানুহ এটাক কিবাকিবি কথা সুধিছে। সেইটোৱেই সম্ভৱতঃ আনন্দ চাচা। তাৰ হাতত আৰু ভৰিত কাপোৰৰ পট্টি বন্ধা, তাত নিশ্চয় ৰবকৈয়ে জখম্ হৈছে।

"আৰু সৌ'যে দেখিছা. আন দুজন, তেওঁলোকৰ মাজৰজন হল কটোৱাল চাহাব, বাঁও দাঁতিৰজন জেল দাৰোগা কালু খাঁ।"

যুগলীকৰে গোলাম আলীলে ঘূৰি চাই ক'লে, "আৰ্চ্ছা চাচাৰ গাত ইমানবোৰ জখম্ হ'ল কেতিয়া, গোলাম ?"

গোলাম আলীয়ে হাঁহি ক'লে, "হৰয়াৰপৰা ওলালেই সেইবোৰ চব ভাল হৈ যাব।'

কোঠাৰ ভিতৰত হোৱা কথা-বাৰ্তাবোৰ বাহিৰৰপৰা বেচ্ শুনা যায়। ইমৰানে শুনিলে সিংজীয়ে সুধিছে, "তোৰ ঘোঁৰাটোৰ তাৰমানে বৰ বেয়াকৈ জখম হ'ল।"

আনন্দ চাচাই ক'লে, "দেওৱানজী, অকল জখমেই নহয়— মৰিয়েই গ'ল ঘোঁৰাটো।"

"মৰি ভাল হ'ল।" কালু খাঁই ক'লে, "জখম হোৱা ঘোঁৰা বাচি থাকি লাভ কি ? বেচেৰাই অনাহকত কষ্ট পাব........। আচ্ছা, তই কৈছ তোৰ নিজৰো খুব জখম হৈছে। অথচ গাড়ীয়ে খুন্দিওৱাৰ সময়ত গুলাব সিঙে সোধোতে তই কৈছিলি তোৰ জখম একেবাৰে হোৱা নাই বুলি। কিহে, দেওৱান, তোমাৰ ৰিচালাই দেখোন ওলট-পালট কথা কয় ?"

দেওৱানজীয়ে আনন্দ চাচাক ধমকি দি ক'লে, "আনন্দ, কথা ঠিক-ঠাককৈ-কবি। কি হৈছিল আচলতে ?"

"মই আচল কথাটো কওঁনে দেওৱানজী ?" আনন্দ চাচাই ক'লে, "আচলতে ঘটনাটো হৈছিল এনেকুৱা—যোৱা বৃহস্পতি বাৰে কিল্লালৈ যোৱাৰ ৰাস্তাত মই এই ফালৰপৰা গৈ আছোঁ, চৰ্দাৰ গুলাব সিঙে ঘোঁৰা গাড়ীৰে সিফালৰপৰা আহি আছে। মই তেওঁৰ নিশানা দিলো বাঁওফালে যাবলৈ। তেওঁৰ মোক নিশানা দিলে সোঁফালে যাবলৈ। তেওঁৰ নিশানা পাই মই মোৰ সোঁফালে গ'লো আৰু মোৰ নিশানা পাই তেওঁ তেওঁৰ বাঁওফাললৈ গ'ল। বাচ্, লাগি গ'ল ধাক্কা।

"তাৰ পাছত ? তোৰ যদি জখম হৈছিলেই, সেই সময়ত

জখম নোহোৱা বুলি কৈছিলি কিয় ?"

"কওঁ দাৰোগা চাহাব। মোৰ ঘোঁৰাটোতো উফৰি গৈ নৰ্দমাৰ গেলা বোকাত পৰিলেই আৰু মইয়ো গৈ সেই একে গেলা বোকাতে পৰিলো, ঘোঁৰাই উত্তৰ কালে ঠেং মেলি, মই দক্ষিণ কালে ঠেং মেলি।

তেনেতে গুলাব সিঙে হাতত বন্দুক লৈ গাড়ীৰ পৰা নামি আহিল। আহিয়েই মোক সুধিলে, "ঘোঁৰাটোৰ জখম হৈছে নেকি ? মই ক'লো, "ভালকৈয়ে হৈছে।"

বাচ্ তেওঁ এক গুলী মাৰি ঘোঁৰাটো খতম কৰি দিলে ! তাৰ পাছত মোৰ ফালে চাই সুধিলে, "তোমাৰ একা ? "

"মই আৰু কি কৰো দাৰোগা চাহাব ?" ক'লো, "নাই, নাই, হুজুৰ, মোৰ অলপো জখম হোৱা নাই।" ঘটনাটো থুলমূলকৈ এয়ে।

দেওৱানজী, কালু খাঁ আৰু কটোৱাল তিনিওবো মাজত হাঁহিৰ বোল উঠিল।

—+—

দেওৱান ৰঘুনাথ সিংহ মানুহজন চুটি, সামান্য কুঁজা আৰু মজলীয়াভাৱে খীণ। সম্প্ৰতি তেওঁৰ গাত ধুতি, পাঞ্জাবী আৰু গৰম কাশ্মিৰী শাল। তেওঁৰ সম্মুখত থিয় হৈ ইমৰানে অনুভৱ কৰিলে যে ইমান তীক্ষ্ণ দৃষ্টিৰ মানুহ সি খুব কম লগ পাইছে।

"তোমাৰ নাম ইমৰান ?" সিংজীয়ে সুধিলে।

"হয়, দেওৱানজী ! মোৰ নাম মহম্মদ ইমৰান। মোৰ ককাদেউতা চৈফুদ্দিন আৰু আব্বাজান ৰহিমুদ্দিনে, ঝাঁচীৰ ফৌজত চিপাহী কাম কৰি জিৰিকা আৰ্জিছিল। মোৰ এজন চাচা নিচাৰ-খোছেনে, ইয়াতেই ভাল কাম কৰি খাঁ উপাধি পাইছিল।"

ৰঘুনাথ সিংহই কঠিন দৃষ্টিৰে ইমৰানলৈ চাই ৰ'ল। ইমৰানৰ এনেকুৱা লাগিল, সি যদি কিবা ভুল কথা কয়, সেই দৃষ্টিয়ে যেন তাৰ পেটৰপৰা আচল সত্যটো উলিয়াই আনিব পাৰিব।

"বেচ্। তোমাৰ বিচালাত সোমাবাৰ ইচ্ছা ?"

"আপোনাৰ মেহেৰবানী, দেওৱানজী।"

দেওৱানে ভাবি ক'লে, "অৱশ্যে ঘোঁৰা চলোৱাত তোমাৰ যে হাত আছে সেইটো নোসোধাকৈয়ে গম পাইছোঁ, তোমাৰ চকুৱেই কয়। তথাপি মই নিজে এবাৰ চাব লাগিব। কাইলৈ ৰাতিপুৱা বাচ্চা চিপাহীৰ কুচ-কাৱাজ আছে, মই তাতে থাকিম, তুমি নিজৰ ঘোঁৰা লৈ ময়দানলৈ আহিব পাৰিবানে ?"

"কাইলৈ ৰাতিপুৱা, দেওৱানজী ?"

"হ'বা, তাৰ আগতে তোমাক কেইটামান কথা সুধিবলগীয়া আছে। চৈফুদ্দিন আৰু ৰহিমুদ্দিনৰ নাম দফ্তৰীৰ নথিত পোৱা যাব।" চকুৰপৰা কাচৰ চশমাৰে তৈয়াৰী ফ্ৰেমৰ চচ্মাজোৰ

সোলোকাই ৰঘুনাথ সিংহই মেজৰ ওপৰত থলে। ৰুমালেৰে চকু মচি তেওঁ ক'লে "তাত তোমাৰ নামো নিশ্চয় আছে, কাৰণ প্ৰত্যেক চিপাহীৰ পুতেক আৰু পৰিয়ালৰ নাম লিখি ৰখাৰ নিয়ম আমাৰ আছে।"

তেওঁ তীক্ষ্ণ সন্ধানী দৃষ্টিৰে ইমৰানলৈ চালে। "অৱশ্যে তাৰ কাৰণে মই ভবা নাই। ৰবা তোমাৰ বয়স কিমান বুলি কৈছিলা ? চৌৰিছ—পঁচিছ—?'

"সাতাইছ।"

"বেচ্। কথাটো হ'ল তুমি ফৌজী কানুন ভঙ্গ কৰিছা, অৰ্থাৎ ঝাঁচীৰ ফৌজৰ ফালৰপৰা যিটো আশা কৰা যায়, সেইটো হ'ল এয়ে যে তুমি বহুত আগতেই ইয়ালৈ আহিব লাগিছিল আৰু ফৌজত সোমাব লাগিছিল।"

"আপুনি ঠিক কথাই কৈছে দেওৱানজী। কিন্তু ঘটনাটো আচলতে হ'লগৈ এনেকুৱা—আব্বাজানৰ মৃত্যুৰ পাছত আম্মাজানে মোক চিপাহী হ'বলৈ দিবলৈ একেবাৰে ইচ্ছা নকৰিলে। প্ৰথম বয়সত সেই কাৰণে ময়ো ঠিক কৰিলোঁ, গাঁৱতে খেতি বাতি কৰি সাধাৰণ কৃষকৰ দৰেই জীৱন-যাপন কৰিম। আম্মাজানৰ মৃত্যুৰ পাছত মই লাহে লাহে অনুভৱ কৰিলো, খেতিয়কৰ জীৱন মোৰ কাৰণে নহয়, মোৰ তেজত যুদ্ধৰ বীজ আছে। কিন্তু তেতিয়া ১৮৫৩ চন আৰু ঠিক সেই বছৰেই ফিৰিঙ্গীয়ে ঝাঁচী দখললৈ আনি শাসন কৰিবলৈ আৰম্ভ কৰিছে। ভাবিলো, ফিৰিঙ্গীৰ তলতেই যদি যুদ্ধ কৰিব লাগে তেনেহ'লে মীৰাটতে চাকৰি লওঁ। কাৰণ তেতিয়া আহু কাণে পহু কাণে ওলাইছে যে ১৮৫৭ চনত পলাশী যুদ্ধৰ শত বাৰ্ষিকীৰ দিনা ফিৰিঙ্গীৰ শাসন অন্ত হ'ব আৰু সেই দিনাৰ প্ৰথম বিদ্ৰোহ আৰম্ভ হ'ব মীৰাটত। কিন্তু ফৌজত চাকৰি পোৱা জানো ইমানেই সহজ ! চাওঁতে চাওঁতে আৰু তিনিটা বছৰ পাৰ হৈ গ'ল। ১৮৫৭ চনৰ মাৰ্চ

মাহত মই চাকৰি পালোঁ, মীৰাটৰ থাৰ্ড ইৰেগুলাৰ কেভেলৰীৰ চিপাহী হিচাপে।"

"থাৰ্ড ইৰেগুলাৰ কেভেলৰীত !"

"হয়, । তাৰ পাছত দহ মে তাৰিখে মীৰাটত বিদ্ৰোহ আৰম্ভ হৈ গ'ল, আৰম্ভ কৰিলে থাৰ্ড কেভেলৰীয়ে। সেইবোৰতো অপুনি জানেই। মীৰাট স্বাধীন হোৱাৰ লগে লগে আমি দিল্লীলৈ গুচি আহিলোঁ। সাতবন্ন চনৰ মে মাহৰপৰা ছেপ্তেম্বৰ মাহলৈকে আমি দিল্লীতে আছিলোঁ। ছেপ্তেম্বৰ মাহত আমি সম্পূৰ্ণকৈ হাৰিলোঁ। ফিৰিঙ্গীহঁতে লাহোৰ গেট উৰাই চহৰ লুটপাত কৰিবলৈ আৰম্ভ কৰিলে। চহৰৰ ৰাস্তাই ৰাস্তাই সাতদিন ভয়ানক যুদ্ধ হ'ল। আপুনিতো সকলো জানেই। হাজাৰ লক্ষ চিপাহীৰ ভিতৰত যি দুই-এক হাজাৰ বাচি থাকিলগৈ সিহঁতৰ কিছুমান জঙ্ঘললৈ পলাল, কিছুমান গ'ল কুঁৱাৰ চিং, বেগম, নানা-চাহাব, ফৈজাবাদৰ মৌলবী নাইবা তাঁতিয়া টোপীৰ ফালে। মই আহিলোঁ ঝাঁচীলৈ, কাৰণ মধ্যভাৰতৰ বিপ্লৱ ঝাঁচীক কেন্দ্ৰ কৰিয়েই হ'ব।"

ৰঘুনাথ সিংহই চকীখনত অলপ চিধা হৈ বহিল, তেওঁ ক'লে, "তুমি থাৰ্ড ইৰেগুলাৰ কেভেলৰীত কাম কৰিছিলা যেতিয়া, বেচ্ কথা কাইলৈ ৰাতিপুৱা বাৰু নাহিলেও হ'ব। কিন্তু কাইলৈ আবেলি আমাৰ কুচ-কাৱাজ আছে, ময়দানলৈ ঘোঁৰা লৈ নিশ্চয় আহিবা। অ' আৰু এটা কথা, ঘোঁৰা তোমাৰ নিজৰ হোৱাটো জৰুৰী, তুমি সাক্ষী-সাবুদ দি প্ৰমাণ কৰিব লাগিব বুজিলা ?"

"হয়।" ইমৰানে ক'লে। ইপাত জোতাৰ লগত সিপাত জোতা খুটুকৈ লগাই সি চালাম দিলে। "আপোনাৰ মেহেৰবানীৰ কথা মোৰ সদায় মনত থাকিব।" সি ক'লে।

ইমাৰ যেতিয়া কটোৱালিৰপৰা ওলাই আহিল দেখিলে সন্ধিয়া বহুত আগতেই পাৰ হৈ গৈছে। তাৰ মোনাখন লৈ যুগ্‌লীকৰ বৈ আছিল। গোলাম আলী আৰু আনন্দ চাচা আগতেই গ'লগৈ। আনন্দ চাচাৰ মামলাৰ বক্সা কাছাৰীতহে হ'ব হেনো। কাইলৈ দুপৰীয়াৰপৰা গধূলিলৈকে সকলো বিচালাৰ কুচ-কাৱাজ আছে, পৰহিলৈ আকৌ নমাজ-বাৰ, গতিকে শনিবাৰ মানেহে মোকৰ্দমা কাছাৰীত দিব পৰা যাব। যুগ্‌লীকৰে খবৰখিনি ক'লে। গোলাম আলীয়ে ইমৰানক আজি ৰাতি তাৰ ঘৰত থাকিবলৈ মাতি গৈছে, যুগ্‌লীকৰক কৈ থৈ গৈছে যাতে তাৰ ঘৰলৈ ইমৰানক ঠিকে ঠিকে লৈ যায়, এই খবৰটোও দিলে যুগ্‌লীকৰে।

"বাঃ, সেইটো আকৌ কেনেকৈ হয়।" ইমৰানে ক'লে।

"ঠিক কৈছা।' যুগ্‌লীকৰে ক'লে। "মইয়ো তাক কৈছো— সেইটো কেনেকৈ হয়? তুমি আজি মোৰ তাত থকাটো আগতেইতো ঠিক হৈ গৈছে।"

ইমৰানে অবাক হৈ ক'লে, "অ, মই আকৌ তোমাৰ তাত থকাটো কেতিয়া ঠিক হ'ল?"

"কেতিয়া ঠিক হ'ল? মানে?" ঘোঁৰটোক দুল্‌কী চালত চলিবলৈ দিলে যুগ্‌লীকৰে।

"নাই, নাই" ইমৰানে ব্যস্ত হৈ ক'লে, "তোমাৰ বৰ অসুবিধা হ'ব, মই সেই চৰাইখানাটোতে থাকিমগৈ। তোমাক ইতিমধ্যে কমখিনি আমনি দিছোনে?"

"তুমি বৰ অদ্ভুত মানুহতো।" যুগ্‌লীকৰে অবাক হোৱাৰ দৰে ক'লে। "তোমাক এতিয়া মই কেঁচুৱা ল'বাৰ দৰে নিচুকাই থাকিব লাগিব নেকি?"

শেষত সি যুগ্‌লীকৰৰ তালৈকে গ'ল। বড়াবাজাৰৰ আচল ৰাস্তাৰ-পৰা এটা গলিত সোমাই তাৰপৰা আন এটা গলিয়েদি গৈ,

তাবোপৰা আকৌ তাতোকৈ ঠেক গলি এটাত যুগ্লীকৰৰ ঘৰ। শেষৰ গলিটো একেবাৰে ঠেক। দুটা মানুহ একেলগে যাবলৈ কষ্ট হয়। ঝাঁচীৰ গলিত খোজকঢ়াৰ আন এটা বিপদ হ'ল ষাঁড় গৰু। ঠেক গলিৰ মাজত কেনি ক'ৰপৰা ষাঁড় গৰু এটা ওলাবহি পাত্তা নাই। অৱশ্যে কচিৎ কেতিয়াবাহে সিহঁতে খুঁচিবলৈ খেদি আহে আৰু বাটকৰাৰ অকোৰা-পকোৰা গলিয়েদি খেদি খেদি, নগুৰ-নাগতি কৰে। ন'হলে সাধাৰণতে সিহঁতে গলিৰ অ'ত ত'ত পৰি থকা মূলাৰ পাত আৰু পঁচা কবি খাই ঘূৰি ফুৰে আৰু শান্ত-শিষ্ট ভাল মানুহৰ দৰে আনক যাবলৈ ৰাস্তা এৰি দিয়ে। তথাপি বাটকৰাৰ অসুবিধা হয়, গলিটো বেছি ঠেক কাৰণে গৰুৰ পেটত পেট ঘঁহাই পাৰ হ'বলগীয়া হয়, আকৌ কেতিয়াবা গৰুৱে বেছি ভদ্ৰতা দেখুৱাই ৰাস্তা এৰি দিবৰ চেষ্টা কৰোঁতে ডেওঁৰ ভৰিত গচকি দিয়ে।

ইমবানহঁতে বাটত দুবাৰ ষাঁড় গৰু লগ পালে। অন্ধকাৰত অনেক কষ্টৰে প্ৰথমবাৰ সিহঁত পাৰ হৈ গ'ল। দ্বিতীয়বাৰ সিহঁতে ইটোৰ পিছত সিটোকৈ কলৰ বাকলিত পিছল খালে। শেষত মুড়িওৱালাবপৰা মুম্ফালি কিনি লৈ মুকৰু-মাৰাককৈ চোবাই সিহঁত ঘৰ পালেগৈ।

ডাঙৰ পকী দালান এটাত পাৰ-বাহৰ দৰে অসংখ্য ভাৰা দিয়া কোঠা। তাৰে তলৰ তলাৰ কোঠা এটাত যুগ্লীকৰৰ গৃহস্থালি। ঘৰৰ সমুখ পায়ে কিন্তু যুগ্লীকৰে এক জাপ মাৰিলে—তাৰ খট-খটীত গালত হাত থৈ আমন-জিমনকৈ বহি আছে আনন্দ চাচা।

যুগ্লীকৰে তৰ্জনী আঙুলি দেখুৱাই ক'লে,-"খবৰ্দাৰ চাচা! আজি সেইচব নচলিব কিন্তু কৈ দিছোঁ।"

আনন্দ চাচাই থিয় হৈ ক'লে, "তোৰ মুখত এনে কথা, যোগী? মোৰ বিয়াল্লিছ বছৰ বয়স হ'ল, তোৰ বাপেৰৰ সমনীয়া, তোৰ

দেউতাৰ কিমান ভাল মানুহ আছিল ! দেখিলেই মানুহৰ শ্ৰদ্ধা উপজিছিল । আৰু তেখেতৰ পুতেক......ছিঃ ছিঃ ছিঃ । এই ফুকলীয়া ডেকা ল'ৰাবিলাক ! এয়েনে তইঁতৰ বয়সৰ প্ৰতি মৰ্য্যাদা ? এয়েনে তইঁতৰ ভদ্ৰতা ? এয়েনে তইঁতৰ সভ্যতা ?"

চকু বঙা কৰি যুগ্‌লীকৰে ক'লে, "ভদ্ৰতা সভ্যতা ঢেৰ মানুহক শিকাইছোঁ চাচা ! তুমি এতিয়া ভালে ভালে ইয়াৰপৰা যাবানে নোযোৱা সেইটো মোক কোৱা—?'?

"বাৰু তই আগতে তলা খোলচোন !'

"তুমি যেতিয়ালৈকে ইয়াৰপৰা নোযোৱা তেতিয়ালৈকে মই দুৱাৰৰ তলা নোখোলোঁ । দেখা নাই মোৰ লগত মেহ্‌মান আছে ? তোমাৰ কি অলপো ভাব নাই যে মেহ্‌মানক আৰাম দিব লাগে ?"

"আছে, হেৰ আছে । ডাবা নেখেলাকৈ মেহ্‌মানে কোনটো আৰাম পাব শুনোচোন ? ডাবাতকৈ আৰাম আছেনেকি দুনিয়াত ? সেই কাৰণেইতো কত কষ্ট কৰি ভাৰ্গৱ, বৈজনাথ, চৰফৰাজক মাতি থৈ আহিছোঁ ।"

যুগ্‌লীকৰ যেন আকাশৰপৰা পৰিল । 'কি ! বৈজনাথ, ভাৰ্গৱ —!!"

চাচাই নিশ্চিত মনেৰে বাধা দিলে, "তই চিন্তা নকৰিবি যোগী, সিহঁত আহি পাওঁতে অকণো দেৰি নহয় ।"

যুগ্‌লীকৰে আৰু একো নামাতিলে । সি গোৰগোৰাই গৈ দৰজাৰ তলা খুলিলে ।

ইমৰানে লাহেকৈ মাত দিলে, "চাচা, চিগাৰেট খাবা ?"

"চিগাৰেট মানে—?" চাচাই মনত পেলাবলৈ যত্ন কৰিলে চিগাৰেটটো কি বস্তু ।

"নিশ্চয়, নিশ্চয়, দেচোন এটা । "ইমৰানে চিগাৰেট উলিয়াই নিজে এটা লৈ চাচাৰ হাতত এটা দিলে । দিয়াশলাই

উলিয়াই চিগাৰেট দুটা জ্বলালে।

যুগলীকৰে মমদানীত মম দুডাল জ্বলাই সিহঁতক ভিতৰলৈ মাতিলে। তাৰ ঘৰ বুলিবলৈ এটা দীঘল কোঠা, তাতে ৰন্ধা-খোৱাৰপৰা শোৱালৈকে সকলো চলে। পিছফালৰ চোতাললৈ সি ধোঁৱাটো লৈ গ'ল, সেই কোঠাৰ মাজেদিয়েই। পিছফালৰ চোতাল মানে সিফালৰ আৰু চাৰি-পাঁচ ঘৰ মানুহৰে সৈতে উমৈহতীয়া অকণমান খোলা পকী ঠাই এডোখৰ। তাৰে এচুকত যুগলীকৰে ধোঁৱা বাক্সে—তাৰ কাষত মাটিৰ ভেটিত তুলসীৰ তলত চাকিটো জ্বলাই উভতি আহি সি দেখিলে চাচাই সুন্দৰকৈ চৌকাত জুই জ্বলাইছে আৰু ইমবানে কাষতে মূঢ়া এটা পাৰি বহি গল্প আৰম্ভ কৰি দিছে।

"সেইবোৰ কি হৈছে চাচা ?" যুগলীকৰে টান মাতেৰে সুধিলে।

চাচাই ক'লে, "ঘৰলৈ মেহুমান আহিছে, যোগী, কিবা এটা খুৱাবিতো ? দেচোন কি আছে যোগাৰ কৰি দে, মই ৰান্ধো।

"খুব হৈছে। দেখুৱাব নালাগে আৰু। চাওঁ গুচা, মই ক'ৰো।"

"মোকনো ইমান নালায়ক বুলি ভাবিছনে। তোৰ চাচীতকৈ ভাল ৰান্ধিব পাৰো, জান ?"

"কি আপদ, যোৱানা নিজৰ ঘৰতে ৰান্ধাগৈ।"

চাচাই ভেতিয়া বাঁহৰ চুঙাৰে আঙঠাবিলাক ফুৰাইছে।

যুগলীকৰে মোৰা এটা চোঁচোৰাই আনি চাচাৰ একেবাৰে সন্মুখত পাৰি বহি ক'লে, "চাচা।"

"কি হ'ল ?"

"তোমাৰ জীয়েৰাক আৰু বিয়া নকৰ'ওঁ, বুজিছা ? এই মুহূৰ্ত্তত ঠিক কৰিলোঁ।"

চাচাই দীঘলকৈ ফুঁ এটা দি ক'লে, "ভাক, নহয়নে ? ঠিক কৈছ যোগী, তহঁক কেতিয়াও বিয়া নকৰিবি। একেবাৰে

অপদাৰ্থ। তোৰ চাচীক বিয়া কৰোৱাৰ পাছত মই ভাবিছিলো চাচীয়েৰেই বোধহয় ছুনিয়াৰ আটাইতকৈ নালায়ক ছোৱালী, কিন্তু এই দেখোন আৰু এখোপ চৰা। মূৰ ঘূৰণি অসুখেই আছে নেকি জানো খালী দেখোন সাজ-পাৰ কৰে আৰু গধূলি গধূলি লক্ষ্মী-মন্দিৰলৈ যায়।"

ইমৰানে মাজতে ক'লে, "থাওক চাচা, তোমালোকে মিছামিছি কাজিয়া কৰিব নালাগে, মৱে বান্ধো! অ' মই যে মুছলমান? তোবা, তোবা, পাহৰিয়েই গৈছিলো যে যুগলীকৰ বামুণৰ ল'ৰা।"

যুগলীকৰে কেৰাহিকৈ চাই ক'লে, "বামুণ হোৱা হ'লেও যেনিবা এঙুক বান্ধিবলৈ দিলেঁাহেঁতেন।"

শেষত এটা ৰফা হ'ল—যুগলীকৰে কেৰাহীত দাইল বহাই ভাত ধনিয়া ছুটিয়াই দিলে আৰু চাচাই কাঠৰ কাঁহী এখনৰ ওপৰত আটা মাৰিবলৈ ধৰিলে।

ইমৰানে সুধিলে, "চাচা, তোমাৰ কাষলতিৰ তলত যে টোপোলা এটা আনিছিলা তাত কি আছে? ডাবা নেকি?"

"অঁ," চাচাই ক'লে, "ছখন আছে। মই লগত সদায় ছখনকৈ ডাবা ৰাখো, তেতিয়া আন মানুহে মোৰ খেল চোৱাৰ কষ্টখিনিৰ-পৰা ৰেহাই পায়।"

"তোমাৰ জখমবোৰ কি হ'ল চাচা? গাত দেখোন এটাও পট্টি নাই"

"শনিবাৰলৈকে থাবোৰক ছুটী দিছো। মোকৰ্দমা শনিবাৰেহে আছে, বুজিছ।"

অলপ সময়ৰ পাছতে বাহিৰত জোতাৰ শব্দ শুনা গ'ল। কোঠাত আহি সোমাল তিনিটা মানুহ—তিনিওৰে বয়স পঁচিছ বছৰৰ ভিতৰত, গাত বিচাল্লা চিপাহীৰ সাজ-পাৰ। চাচাই সিহঁতক দেখি কিৰিলি পাৰি উঠিল, "এইয়া দেখোম সৰফৰাজ, বৈজনাথ

আৰু ভাৰ্গৱ ! জান সৰফৰাজ, তোৰ মনিব গুলাব সিঙৰপৰা মই ধোঁৱাৰ দাম প্ৰায় উলিয়ালো বুলিয়েই ধৰ । ইমৰান আচৰিত হৈছ দেখোন ? এই নালায়ক সৰফৰাজ ফৌজত সোমোৱাৰ আগতে চৰ্দাৰ গুলাব সিঙৰ চাকৰ আছিল ।'

বিচালা তিনিওটাই কোঠাত ভৰি দি প্ৰথমেই বিনা বাক্যব্যয়ে মজিয়াত শতৰঞ্চি পাৰি খাটিয়াৰপৰা যুগলীকৰৰ বিচনাখন বগৰাই বহলকৈ মেলি গাদী পাৰি বহি গ'ল । লেপ,কম্বল, বাগ যিহকে পালে সকলোবোৰ গাত মেৰুৱাই ললে । সিহঁতৰে এটাই টকালি পাৰি ক'লে, "সেয়া কি বাঙ্কিচ অ' যোগী ? আঃ, কি সুন্দৰ খোস্বু আহিছে । "

"এয়া, তহঁতৰ কাৰণে নহয়দেই, কৈ থলো ।" যুগলীকৰে ক'লে । "ঘৰত মেহ্মান আছে আজি । তহঁতে ইয়াত বেছি বাতিলৈ থাকিলে কিন্তু ভাল নহ'ব দেই, খবৰ লৈ লম । তং ধৰিব পাৰিছনে ?"

যুগলীকৰে সিহঁতৰ লগত ইমৰানক চিনাকি কৰি দিলে ।

চাচাই টাৱা এখনত ৰুটী সেকি আছিল । তাৰ মুখত চিগাৰেট । ইমৰানৰপৰা সি ইতিমধ্যে তিনিটা চিগাৰেট শেষ কৰিছে ।

চাচাই ক'লে, "বৈজু, আমাৰ মজলিচটোৰ কি হ'ল ?"

"বাদ দিয়া তোমাৰ মজলিচ ।" বৈজনাথে ক'লে । "মাহৰ শেষ পৰিল এতিয়া, কোনেও পইচা থকাৰ নাম নকয় ।"

"একোটাকৈ টকা তহঁতেনো তুলি পেলাব নোৱাৰনে ?" চাচাই ক'লে । "মই অৱশ্যে টকা দিব নোৱাৰো দেই, আগতীয়াকৈ ক'লো । "

"কিহৰ মজলিচ্‌না, চাচা ?" ইমৰানে মাত দিলে ।

"কিহৰ আৰু"— যুগলীকৰে ক'লে, "আৰকালি সদায় আমি মজলিচ মাৰিবলৈ যাওঁ, এইবাৰহে যোৱা নহ'ল । মজলিচ মানে

আধা চিকাৰ আধা নালিকাত। মোৰা বছৰ আমি একেবাৰে বেভোৰা নদীৰ পাৰ পাইছিলোগৈ। ইহঁতো নতুন মানুহ, ইহঁতে ক'বই নোৱাৰে।" ইহঁত মানে ভাৰ্গৱ, বৈজনাথ আৰু সৰফৰাজ।

সেইদিনা বহুত ৰাতিলৈকে আড্ডা বহিল। চাচাই খেলত বহি ইমৰানক এৰিকে দিয়া হ'ল—সি ইমৰানৰ লগতহে ভাবা খেলিব, যিহেতু ইমৰান মেহমান। প্ৰথম বাজী ইমৰানে ভালেই খেলিছিল। তাৰ পাছত তাৰ এনে মৰ টোপনি এটা আহিল যে সি ক'ৰ গুটি ক'ত দিব লাগে পাত্তাকেই নোপোৱা হ'ল। চাই থাকোতেই চাচাৰ হাতীয়ে তাৰ নাও মাৰে, ঘোঁৰাই একে জাপে ৰজা আৰু মন্ত্ৰীক একেলগে কিস্তি দি মন্ত্ৰী খাই গুচি যায়; অকল খায়েই নেৰে চাচাই, তাৰ চালতো কিমান সুন্দৰ আছিল সেই সম্পৰ্কে দীঘল বক্তৃতা দিয়ে। সেইটো যে আৰু অসহনীয়। চাচাৰ মুখত অনবৰত এটা চিগাৰেট। এটা শেষ হোৱাৰ অলপ সময়ৰ পাছতে ইমৰানৰ মুখলৈ টকালি পাৰি চাব, আৰু লাজ লাজকৈ ক'ব, "চাঁও তোৰ হাতত সেই যে আছিল, চিগাৰেটনেকি......?"

আনখন ছকত ডাবা খেলিছিল যুগলীকৰ, ভাৰ্গৱ, বৈজনাথ, সৰফৰাজে। কিন্তু সিহঁতে খেলাতকৈ বহুত বেছি কথা পাতিছিল। বোধকৰো সিহঁতে এবাৰো খেলা শেষ কৰিব পৰা নাই। কোনোবা দুটাই যেতিয়া খেলে, ক'ত কি চাল দিয়া উচিত তাকে লৈ বাকী দৰ্শকশ্ৰেণীৰ মাজত এনেকুৱা কাজিয়া লাগে যে শেষত হয়তো কোনোবা এটাই চাল দিয়া গুটিটোকে থপিয়াই নি জেপত ভৰাই থয়। বহুত সময়ৰ পাছত ইমৰানে কেনেমতে চাচাৰ হাত সাৰি এৰাই আহিল। আহি সোমালহি একেবাৰে লেপৰ ভিতৰত। চাচাইতক কেনেকৈনো কয় যে সি আজি কেইবা দিনো

তালৈকে গুৰুলৈ পোৱা নাই। তাতে আজি দিনটো কটও হৈছে। অলপ আগতে যুগুলীকৰে কটী, দাইল আৰু ভাজি আনিছিল দুটা মানুহৰ জোখাৰে—বাজোতাক লৈ দুটা মানুহে যেতিয়া কাঢ়া-আজোৰা লগালে ইমৰানৰ ভাগলৈ থাকিল নিচেই কম। সেইকণ বস্তু খাই বেয়াহে হ'ল। সন্ধিয়াৰ ভোকটো তেনেই উজাৰ দি উঠিল। কিছু সময়ৰ পাছত বৈজনাথ থিয় হ'ল। সৰফৰাজে তেতিয়া চাচাৰ লগত খেলি আছে। বৈজনাথে ভাৰ্গৱক মাতিলে,

"আহচোন ক'ৰবাত গৰম মুমকালি কিনিবলৈ পোৱা যায় নেকি চাঁও! বেচেৰা ইমৰানটো আজি ভোকতে থাকিল।"

সিহঁত দুয়ো ওলাই গ'ল। আধাঘণ্টা এঘণ্টা মানৰ পাছত সিহঁত যেতিয়া উলটি আহিল, সিহঁতৰ হাতত এটা গধুৰ টোপোলা। বিচনাত বহি বৈজনাথে টোপোলা খুলিলে। কি অদ্ভুত। তাত পৰঠা, পেঁয়াজী, দইবড়া আৰু ঢেৰ ভাল ভাল খোৱা বস্তু। এখন পৰঠা সম্পূৰ্ণ মুখত ভৰাই সি ইমৰানলৈ টোপোলাটো আগবঢ়াই দিলে—"হে', খা, খা, খৰখৰ কৰ। ন'হলে আকৌ তোৰ ভাগ হেৰাব!"

ইমৰানৰ ভোক লাগিছিল, সি লাজ-কাজ এৰি চাৰিখনকৈ পৰঠা খালে। পেঁয়াজী চোবাই চোবাই ভাৰ্গৱে ক'লে, "চাচা, পেঁয়াজী খাবানেকি?'

"কি?"

"পেঁয়াজী। শেষেই হ'ব এতিয়া।"

"ৰ'চোন অকণমান ৰ'—চা এইবাৰ বাজী মাৎ কৰিলোঁ!" চাচাই খেলাত মন দিলে।

ৰাতিৰ তৃতীয় প্ৰহৰ পৰিছে। চাচাই জাৰা সামৰি উঠিল। ভাৰ্গৱে দিয়া অলপমান পেঁয়াজী খাই সি ক'লে, "দে, আৰু দে।"

"আৰু ক'ত? শেষ হৈ গৈছে।"

"থাওক তেনেহ'লে। মই যাওঁ।" চাচাই তাবাৰ টোপোলা বান্ধি উঠাৰ যো-জা কৰিলে।

"ৰ'বাচোন চাচা", বৈজনাথে পিছফালৰ পৰা মাতিলে, "তুমি যোৱা ক'লৈ ?"

"ঘৰলৈ।"

"ঘৰলৈ নাযাবা এতিয়া, চাচীয়ে টঙনিয়াব।"

"কিয় ?" চাচাই ঘূৰি চালে।

"বাঃ, নটঙনিয়াব কিয় ?" বৈজনাথে ক'লে, "এই মাথোন অলপ আগতে আমি চাচীক গৈ ক'লো যে চাচা আজি ঘৰলৈ নাহে, দেওৱানজীৰ হুকুমমতে দিৱাৰত পহৰা দিবলৈ গৈছে। আৰু চাচাই খানা আমাৰ হাতত পঠিয়াই দিবলৈ কৈছে, ন'হলে তেওঁৰ যে আজি খোৱা নহ'বই।"

"কি! এইখানা তাৰ মানে—??"

"নিশ্চয়, কি সুন্দৰ সুন্দৰ দইবড়া, সুন্দৰ সুন্দৰ পৰঠা।"

"কি! বাস্কসইত! তইঁতে—" তাবাৰ টোপোলা দলিয়াই পেলাই চাচাই গৰ্জি উঠিল, "হেৰ মোৰ সন্মুখতে তইঁতে মোৰ খানা মোকোৰা-মোকোৰে খালি।" শেষত চাচাই গালি পাৰি পাৰি গায়ে-মূৰে কম্বল এখন লৈ মাটিৰ বিচনাৰ এমূৰত শুই পৰিল। বাকীকেইটাই হাঁহিবলৈ ধৰিলে।

টোপোলা খুলি তাবা উলিয়াই যুগলীকৰ আৰু ভাৰ্গৱ খেলিব'ল বহিল। ইমবানৰ ভীষণ টোপনি আহিছিল। সি লাহে লাহে কেতিয়া টোপনি গ'ল নিজেই গম নাপালে। বাহিৰটো গহীন হৈ আছিল।

—

খুব বাত্তিপুৱাই ইমৰানে সাৰ পালে। কোঠালিৰ ভিতৰত তেতিয়াও আন্ধাৰ। বিচনাৰ এমূৰত অষ্টাবক্ৰ মুনিৰ দৰে গাৰ আঠোটা ভাঁজ দি যুগলীকৰ শুই আছে। চাচাইত নাই, অ গড়েই উঠি গ'লগৈ চাগৈ।

ইমৰান উঠিল। তাৰ এনেয়ো সোনকালে উঠাৰ অভ্যাস। কোঠাৰপৰা ওলাল সি। গলিৰ ৰাস্তা ধুইছে ভিস্তিৱালাই ছামৰাৰ মোনাৰপৰা সি ক্ৰমান্বয়ে পানী ঢালি গৈছে ওচৰৰ কুঁৱাৰ পাৰৰ-পৰা ভাহি আহিছে পানী নিয়া ছোৱালীৰ কাজিয়া-পেচালৰ অনৰ্গল চিঞঁৰ-বাখৰ। দিনৰ পোহৰতহে ইমৰানে দেখিলে গলিটো সঁচাকৈয়ে বৰ ঠেক। দুয়ো কাষৰ ওখ ওখ দালানবোৰে তাক আৰু ঠেক কৰিছে।

দূৰৰ মহালক্ষ্মী মন্দিৰৰপৰা ছয় বজাৰ ঘন্টা শুনা গ'ল। গুৰু-গম্ভীৰ ঘন্টাৰ শব্দ।

যুগলীকৰ উঠিল আৰু এঘন্টা মান দেৰিকৈ। তেতিয়ালৈ ইমৰানে দাড়ি খুৰাই, গা ধুই ভপতৈয়াৰ।

"দেখিছ, বাত্তিপুৱা অকণমান ব'দত থিয় হোৱাৰ উপায় নাই, এনে জাগাত আছোঁ।" যুগলীকৰে ক'লে। দালানবিলাকৰ ওপৰত তেতিয়া ধুনীয়া ৰ'দ পৰিছে, অথচ গলিত আন্ধাৰ গুচাই নাই।

"চোতালত সেই বাল্টি কাৰ পানী আছিল অ'?" ইমৰানে সুধিলে। "মই তাৰে গা ধুই পেলালো।"

"হয়নেকি! লোকৰ পানী—কোনো কথা নাই, মোক পানী দিয়া মানুহজনী আহিব এতিয়াই। তাইক আৰু এবাল্টি পানী থবলৈ ক'লেই হ'ব।"

ইমৰানে ক'লে, "আচ্ছা যোগী, তোক এটা কথা সোধোঁ ।"

য়োৱা ৰাতিৰ সান্নিধ্যৰ পাছত সিহঁতে ক'ব নোৱাৰাকৈয়ে সম্বন্ধটো ভই ভই হৈ গৈছিল ।

যুগলীকৰে ক'লে, 'কি হ'ল ক' ।"

"ৰাক—", ইমৰানে ক'লে, "কথা এটা ক'চোন, তোৰ ৰাক মানুহৰ মুখৰ চেহেৰা মনত থাকেনে ?"

"মুখৰ চেহেৰা ?? উঁ, মনত থাকেতো, মোৰ স্মৃতিশক্তি চোকা ।"

"উঃ, ৰক্ষা পৰিলোঁ", ইমৰানে ক'লে, "বৰ ভয় কৰিছিলোঁ। তোৰ অসুবিধা হ'ব বুলি । আজি পুৰাই পুৰাই দাড়ি খুৰাওঁতে তোৰ আৰ্চীখন ভাঙিল ।"

"বেচ্‌তো !" যুগ্‌লীকৰে হাঁহিবলৈ ধৰিলে । "ঠিক আছে । আজিকালি চৌধ্য অনামানতে ভাল আৰ্চী পায় ।"

আৰু এঘন্টামানৰ পাছত আটা ভজা আৰু গৰম পানীৰ খাই দুয়ো ৰাস্তালৈ ওলাল ।

ইমৰানে ক'লে, "তোৰ ঘোঁৰাটো নলৰ কিয় ? আমি গৈ প্ৰথমে প্ৰথমেই এটা ঘোঁৰাহে কেৰেয়া কৰিম, পাছত আকৌ মইহে ভাৰা কৰা ঘোঁৰাৰ লেকামত ধৰি টানি টানি ঘুৰি ফুৰিব লাগিব । "

"তোৰ আকনো কি কি কাম আছে ?" যুগ্‌লীকৰে সুধিলে ।

"বাঃ, দ্বিচনা-পত্ৰৰপৰা আৰম্ভ কৰি চব কিনিবলগীয়া আছে দেখোন !"

যুগ্‌লীকৰে বিটো ঘোঁৰা-বেপাৰীৰ ওচৰলৈ ইমৰানক লৈ গ'ল, সি খীণ বুঢ়া মানুহ, গুকাই কুঁজা হৈ গৈছে । চকুকেইটা কিন্তু বৰ চোকা । বুঢ়াই নিজতকৈয়া খীণ, ছাল-বাকলি নোহোৱা ঘোঁৰা এটা আনি থিয় কৰালে । "এইটোৰ ভাড়া মাহে ছয় টকা ।" সি কৰ্কশ মাতেৰে ক'লে ।

হাড়সৰ্বস্ব ঘোঁৰাটোৰ পিঠিত হাত থৈ ইমৰানে ক'লে, "পুৰাই পুৰাই এইটো কি পদাৰ্থৰে যে অপ্যায়ন নকৰিলা, কৰা ? মানুহে

কৰ ৰাঁচীতো যোলে এবাৰ দুৰ্ভিক্ষ হৈছিল। মানুহকনো কি দোষ দিয় ? তোমাৰ এই স্পেচিয়েল ঘোঁৰাটো দেখি দেখিয়েই চাগৈ সকলোৰে সেই অন্ধবিশ্বাস জন্মিছে। আৰু তুমিও, বুঢ়া-ককা, এই ঘোঁৰাটোৰ কথা চিন্তা কৰি কৰিয়েই দিনে দিনে খাপীই গৈছা। কথাটো মন কৰিছানে ?"

বুঢ়াই চছমাৰ তলৰ ফাঁকেৰে দুয়োলৈকে এবাৰ চাই শেষ কথা ক'লে, "ইয়াতকৈ ভাল ঘোঁৰা কেৰেয়াত দিয়া নহ'ব।"

ইমৰানে ইতিমধ্যে আস্তাবলত সোমাই গৌৰাবিলাকৰ তপিনাত থপৰিয়াই ফুৰিছে। এটা ঘোঁৰাৰ গাত হাত দি সি বুঢ়াক ৰিঙিয়াই সুধিলে, "এইটোৰ দাম কিমানহে ককা ?"

যুগলীকৰে মাত লগালে, "ঠিক ঘোঁৰাত হাত দিছ ইমৰান ! খাচ্ আফগানী সঁচ। গাটো কি নিমজ চাচোঁন। কি হে বেপাৰী, দাম কিমান ? এশ টকাত দিবানে ?"

"এশ ??" কৌতুকেৰে কেৰাকৈ চাই বুঢ়াই ক'লে 'অলপ লাহে লাহে ক'বা, বোপা-দেউতা, ঘোঁৰাই শুনিলে হাঁহিব।"

ইমৰানে ক'লে, "আও। এওঁৰ কথাৰ পাকত দেখোন এওঁৰ ঘোঁৰায়ো হাৰ মানিব ! মাৰাই তোমাক কোন দোকানৰ চাউল খুৱাই ডাঙৰ কৰিছিল, ককা ? বাৰু, এতিয়া ফটাফট্ ঘোঁৰাৰ আচল দামটো কৈ পেলোৱাচোঁন ?"

"দাম ? হুঃ—" অবজ্ঞাৰে ক'লে বুঢ়াই, "দুশ চল্লিছ টকা"। ঘোৰা, এবাৰ মহালক্ষ্মী-মন্দিৰত সেৱা কৰি আহাগৈ !"

"এই বয়সতেইনে ?" ইমৰানে গণি গণি পোন্ধৰটা মোহৰ ভাগৈ দলিয়াই দি ক'লে, "ধৰা বুঢ়া আতা, তোমাৰ মকালৈ যোৱাৰ ভাৰাটো দি দিলো।"

ঘোঁৰাটো খুলি লৈ সি ক'লে, "জীন নোহোৱাকৈ উঠিব লাগিব নেকি এতিয়া ?"

বুঢ়াই গোবগোবাই ক'লে, "মইতো জীনৰ দাম কোৱা নাছিলোঁ।।"

ইমৰানে পিবালিত থকা জীন এখন নিজেই টানমাৰি আনিলে। বুঢ়ালৈ ৰূপৰ টকাকেইটামান দলিয়াই দি জীনখন ঘোঁৰাৰ পিঠিত বান্ধিলে। "বহুত লোকচান খালা। কমেও তিনিশ টকাত বেচিব পাবিলাহেঁতেন এই ঘোঁৰাটো।" সি ক'লে, "কি যে ব্যৱসায় কৰে মানুহে ??"

"ভাল বাক, গমটো পাবা লাহে লাহে !' বুঢ়াই ক'লে, "বুদ্ধি থাকিলে এই ঘোঁৰা মানুহে কিনেনেকি ? পাগল ঘোঁৰা এবাৰ যদি দৌৰিবলৈ আৰম্ভ কৰে পৃথিৱী য'ত শেষ হৈছে সেইখিনি পাইহে ৰ'বগৈ।"

দিল্লীৰ ছাপ থকা দেখি বুঢ়াই মোহৰখিনি লবলৈ প্ৰথমে কেবোগেথোখন লগাইছিল। কাৰণ ঝাচীত তেতিয়াও কোম্পানীৰ মোহৰ চলি আছে। ইমৰানে যেতিয়া তাক বুজাই দিলে যে একোটা মোহৰত থকা সোণৰ দামখিনিৰ অন্ততঃ যোল টকাতকৈ বেছি হ'ব তেতিয়াহে সি সৈমান হ'ল।

বাস্তা পাই যুগলীকবে ক'লে, "তই দেখোন ধনী মানুহ অ' ইমৰান ! ইমানবোৰ মোহৰ ক'ত পালি ? তোৰ দেখোন নিজা ঘোঁৰা এটা আছে বুলিও কৈছিলি—তেন্তে এইটো ঘোঁৰানো আকৌ কিয় কিনিলি ?"

"হওক, এইটো ঘোঁৰাও লাগে মোক আচ্ছা, কালি যে কৈছিলি কোন বিনায়কৰ তাত ঘৰ এটা খালী আছে বুলি ?"

"অঁ, সেইটো ঘৰ ? ব'ল যাওঁতে তোক দেখুৱাই নিম। সস্তাতে পাবি। এসময়ত কোনোবাই সেইটো ঘৰত আত্মহত্যা কৰিছিল। তেতিয়াৰপৰা তালৈ সহজে কোনো ভাৰাটীয়া নাহে।"

"বেচ, সেইটোৱেই মোৰ আটাইতকৈ উপযুক্ত ঘৰ হ'ব।"

ইমৰানে হঠাৎ মণিহাৰী মালৰ দোকান এখন দেখি ইমৰানে

ক'লে, "ৰবি, যোগী, এখন আৰ্চী কিনাৰ কথা আছিল নহয় ? কিমান দামত পায় বুলি কৈছিলি ? চৌধ্য অনা ?"

দোকানৰ সন্মুখত ঘোঁৰা ৰখাই ইমৰানে ননমাকৈয়ে চিয়ঁৰি সুধিলে, "হেৰা দোকানী, চৌধ্য অনা দামৰ আৰ্চী আছেনে ?"

দোকানৰ ভিতৰত দুটা মানুহ আছিল। তাৰে এটাই মাত দিলে, "হয় আৰ্চী আছে—হৰেক কিছিমৰ আছে। আপোনাক কেনেকুৱা লাগে ?"

"মোক চৌধ্য অনা দামৰ আৰ্চী এখন লাগে।" ইমৰানে যুগ্লীকৰৰ ফালে চাই মিচিককৈ হাঁহি এটা মাৰিলে।

"আপুনি ভিতৰলৈ আহকচোঁন বাক আগতে।" দোকানীয়ে ক'লে। "আঠ অনাৰপৰা পাঁচ টকালৈকে সকলো দামৰ আৰ্চী মোৰ ইয়াত আছে।"

"ওহোঁ, মোক চৌধ্য অনা দামৰ আৰ্চী হে লাগে !"

দোকানী দুটাই অবাক হৈ পৰস্পৰৰ মুখলৈ চালে।

চৌধ্য অনা দামৰ আৰ্চী কিনি যুগ্লীকৰহঁতে বিনায়কক বিচাৰি ওলাল। বড়াবাজাৰৰ এমূৰত থকা ৰবিপ্ৰহ্লাদৰ চৰ্বতৰ দোকানৰ সম্মুখত যুগ্লীকৰে ঘোঁৰা ৰখাই ক'লে, "এই দোকানখনতেই আমাৰ চিৰকালৰ আড্ডা। আমাৰ দলৰ যাকেই লগ পাবৰ দৰকাৰ হয় ইয়াত খবৰ কৰিবিহি।"

কিন্তু ৰবিপ্ৰহ্লাদৰ তাত বিনায়ক নাই। তাক বিচাৰি বিচাৰি অৱশেষত পোৱা গ'ল লছমীতাল হ্ৰদৰ পাৰত। পানীত বৰশী পেলাই জুপুকা মাৰি বহি আছে। যুগ্লীকৰে তাৰ লগত ইমৰানৰ চিনাকি কৰি দিয়াৰ পাছত তিনিও ঘৰ চাবলৈ গ'ল। মাণিক চৌকৰ বেচ্ চুকলি ঠাই এডোখৰত বিনায়কৰ ঘৰ। চখ আছে বিনায়কৰ। ঘৰ-চোতাল সাৰি-মেলি জকমকীয়া কৰি ৰাখিছে। খালী থকা কোঠা দুটা ইমৰানৰ পছন্দ হ'ল। এৰে

মহল্লাতে থকা ঘৰৰ মালিকক তেতিয়াই মণাই আনি মাহে ত্তেৰ টকা ভাৰাত দুয়োটা কোঠা ঠিক কৰি পেলালে ।

তাৰ পাছত সিহঁত তিনিও আকৌ বড়াবাজাৰলৈ গ'ল । বজাৰ চলাথ কৰি ইমৰানৰ বস্তুবোৰ কিনিলে । আজি আগবেলা কুচ-কাৱাজৰ ৰেওৱাজ নাই । দুপৰীয়া বাৰ বজালৈকে সিহঁতে ঘুৰি ঘুৰি চহৰখন চাই ফুৰিলে ।

আবেলি যুগলীকৰে ইমৰানক কুচ-কাৱাজলৈ লৈ গ'ল । কিল্লাৰ পশ্চিম অংশত বিশাল কুচ ময়দান । তাত নিয়মিত-ভাৱে ফৌজৰ সামৰিক ড্ৰিল আৰু পেৰেড হয় ।

ইমৰানে কিন্তু তালৈ গৈয়েই বিপদত পৰিল । বিচালা চিপাহীবোৰে এঘৰটাকৈ সৰু সৰু দল বান্ধি কুচ কৰে । ইমৰানক নতুন মানুহ যেন দেখি হাবিলদাৰ এটাই তাক নি একেবাৰে নতুন দল এটাৰ মাজত সুমুৱাই দিলে আৰু পহলা বিচালদাৰ এটা আহি দলটোক বেকাবত ভৰি থৈ কেনেকৈ ঘোঁৰাত উঠিব লাগে তাৰেপৰা অভ্যাস কৰোৱাবলৈ ধৰিলে । সেইটোও হয়তো ইমৰানৰ সহ্য হ'লহেঁতেন । অসহ্য হ'ল তেতিয়া, যেতিয়া পহলা বিচালদাৰে দুই হাত সাৱটি নাটকীয় ভঙ্গীত বক্তৃতা শুনাবলৈ আৰম্ভ কৰি দিলে । ঝাঁচীত আজিকালি বক্তৃতা দিয়াটো এটা ৰেওৱাজ হৈ পৰিছে—অৰছা দৰবাৰৰ কাষত আবেলি সদায়েই কোনোবা নহয় কোনোবাই আজাদীৰ বক্তৃতা দিছে ।

চিপাহী এঘাৰটাক কাষলৈ চপাই লৈ বিচালাদাৰে আজাদীৰ ভঙ্গীতেই কৈ গ'ল, "চিপাহী ভাইয়ো ! তহঁত মোৰ ল'ৰাৰ দৰে । তহঁতক মই নিজৰ ল'ৰাৰ দৰেই শিকাম-বুজাম আৰু তহঁতে শিকিবি । মোৰদৃঢ় বিশ্বাস যে তহঁতে কিছু দিনৰ ভিতৰতে মায়ক বিচালা হৈ উঠিবি, এনেকি পহলা বিচালাদাৰ পৰ্য্যন্ত হৈ যাব পাব । তহঁতক দেখি আজি মোৰ সৰু কালৰ ঘটনা এটা মনত

পৰিছে। সকতে মোৰ কিছুমান কাঠৰ পুতলা চিপাহী আছিল। এদিন কেউটা পুতলা হেৰাই গ'ল। মই বাউচি ধৰি কন্দাত আইতাই মোক নিচুকাই ক'লে, বাচা, দুখ নকৰিবি, তোৰ পুতলা চিপাহীৰ ঘোঁৰা নাছিল কাৰণে হেৰাই গ'ল। তই ডাঙৰ হ'লে সিহঁতে ঘোঁৰাত উঠি উঠি তোৰ ওচৰলৈকে উভতি আহিব।' আইতাৰ কথাই সত্য হ'ল, তহঁত আকৌ উভতি আহিলি।"

সেই দিনাৰ কুচ-কাৱাজৰ পাছত ইমৰানে যুগলীকৰক সকলো কথা ভাঙি ক'লে, "কিবা এটা ব্যৱস্থা কৰ যোগী, মই পাগল হওঁহে লাগে।"

যুগলীকৰে ক'লে, "ভাৰবাবে কিয় চিন্তা কৰিছ? কাইলৈ খুব পুৱাতে ৰঘুনাথ সিংহৰ তালৈ ওলাবি, সকলো ঠিক কৰি দিম। তেওঁৰ লগত মোৰ চিনাকি আছে।"

আবেলি ইমৰানে বস্তু-বাহানিৰে সৈতে বিনায়কৰ ঘৰলৈ গ'ল। তাৰে সৈতে লগ লাগি কোঠা দুটা সজালে। বিনায়কক ভাল লাগিল তাৰ। বগাকৈ পাতল মানুহটো, নাকটো অলপ বেছি জোঙা। কথা জুখি-মাখি কয়, কিন্তু অলপ চৌখীণ, কাপোৰ-কানিৰ প্ৰতি বৰ চকু।

মৌখিক ভদ্ৰতাক বৰ বেছি মূল্য নিদিয়ে বিনায়কে। সন্ধিয়া সময়ত সি পোনপটীয়াকৈ ইমৰানক সুধিলে. "আচ্ছা, ইমৰান, এই সুন্দৰ সন্ধিয়াটোত ধুনীয়া ছোৱালী এজনীৰপৰা ধুনীয়া গান এটা শুনিবলৈ তোৰ কেনেকুৱা লাগিব?"

"ভালেই লাগিব" ইমৰানে ক'লে।

"তেনেহলে ব'ল বিভিয়াৰ তালৈ যাওঁ।"

বিভিয়া! ইমৰান অবাক হৈ গ'ল। 'কোন বিভিয়া? ক'ৰ বিভিয়া?"

"ঝাঁচীত কিছু দিন থাকিলেই চিনি পাবি, ইমৰান। "বিভিয়া

বিবি ঝাঁচীৰ এজনী খাচ্ তৱায়েফ্। মই কেতিয়াবা কেতিয়াবা তাইৰ ওচৰত গান শুনিবলৈ যাওঁ। কিন্তু খবৰ্দ্দাৰ, মাহেকত এটা বা দুটাতকৈ বেছি গান কেতিয়াও নুশুনিবি, নহ'লে ধৰত কটাৰ বাবে পইচা নাথাকিব।”

ইমৰানে ক'লে, “যাম যদি ব'ল। দেখি কৰিব নোৱাৰ হ'লে, মই সোনকালে শুবহি লাগে, কাইলৈ মই বড়াগঞ্জ গাঁৱলৈ যাব লাগিব। তাৰে চৰাইখানা এখনত মোৰ বন্দুক-তৰোৱাল, কাপোৰ-কানি সকলো থৈ আহিছোঁ।”

সিহঁত দুয়ো ঘোঁৰাত উঠি কোম্পিপুৰাৰ পিনে যাবলৈ ধৰিলে। ঝাঁচীৰ ৰাস্তাই ৰাস্তাই তেতিয়া চৰকাৰী লণ্ঠনবোৰ জ্বলি উঠিছে।

পিছ দিনাৰ কথা। বড়াগঞ্জ গাঁৱৰ সেই অকণমান চৰাই-থানাখনৰ সম্মুখতে ইমৰানে যেতিয়া ঘোঁৰা ৰখালে, সন্ধিয়া প্ৰায় নামিছেই। তাৰ নিচেই কাষেদি ধুলি উৰুৱাই এজাক গৰু পাৰ হৈ গ'ল। তাৰ পাছত আৰু কোনো শব্দ নাই। বৰ নিজান নিঃশব্দ এই গাঁৱৰ সন্ধিয়াটো।

চৰাইখানাৰ দুৱাৰমুখত গাত বগা আলোৱান লৈ কোনোবা এজনী থিয় হৈ আছে। মধুমতী নিশ্চয়। তাইৰ বাহিৰে আন কোন হ'ব পাৰে? ইমৰানে ঘোঁৰাত বহি বহিয়ে দূৰৈৰ পৰা মাতিলে, “মা-ধু!”

ছোৱালীজনীয়ে কোনো সহাৰি নিদিলে। সামান্য লৰচৰো নকৰিলে।

ভেন্তে মধুমতী নহয় ! ইমৰানৰ কাণ বণ্ডা পৰিল ' চকুৰ ভুলতে সি কাক যে মাতি পেলালে ! মুহূৰ্তৰ কাৰণে চিন্তা কৰিলে সি। তাৰ পাছত ধোঁৱাৰপৰা নামি ছোৱালীজনীৰ পিনে আগুৱাই গ'ল।

মধুমতীয়েই দেখোন ! অবাক হৈ ইমৰানে সুধিলে, "কি হ'ল মাধু ?"

মধুমতীয়ে নিঠৰ হৈ তালৈ চাই ৰ'ল মাথোন। "মাধু !" ইমৰানে এখন হাতেৰে তাইৰ কান্ধত জোকাৰণি দি ক'লে, "হ'ল কি তোৰ ? নামাত কিয় ?"

"তুমি ! তুমি আহিলা ইমৰান !" হতাশ মাতেৰে মধুমতীয়ে লাহে লাহেকৈ উঠিল, "কিন্তু ইমান দেৰি ! ইমান দেৰিকৈ আহিলা তুমি !"

ইমৰানে চাই থাকিল তাইলৈ। "সকলো শেষ হৈ গ'ল !" তাই ক'লে, "হীৰালাল-দা—হীৰালাল-দা গ'লগৈ।"

ইমৰানে চকুৰ পলক নেপেলাই চাই ৰ'ল তাইলৈ। চাই ৰ'ল, চায়েই ৰ'ল। বহুত সময়।

"তুমি মোলৈ কিয় চাই আছা তেনেকৈ ? কিয় চাই আছা ? মোৰ গাত কোনো দোষ নাই ! কোনো দোষ নাই ! মই ইমান চেষ্টা কৰিলোঁ ! ইমান প্ৰাৰ্থনা কৰিলোঁ। কবিৰাজ-বৈদ্য সকলো লগালোঁ ! নাই, নাই, তুমি—"। ইমৰানৰ দুই বাহুত ধৰি জোকাৰিলে তাই, তাইৰ মাতত কান্দোন ভাগি পৰিল।

ইমৰানে দীঘলকৈ উশাহ এটা পেলালে। লাহে লাহে সি ক'লে, "তোৰ গাত কি দোষ মাধু ? তোকতো মই একো কোৱা নাই। হীৰালাল মৰিব, এটো জনা কথা।"

মধুমতীয়ে নিমাত হৈ থিয় হৈ থাকিল। বহুত সময়। "হীৰালালৰ বয়স সাতাশী বছৰ আছিল ; মাধু—কিয় পাহৰি যাৱ ? জীৱনত এই কি প্ৰথম মানুহ মৰা দেখিলি তই ?"

মধুমতীয়ে ক'লে, "মানুহ মৰা বহুত দেখিছো, ইমৰান ! কিন্তু হীৰালাল-দাৰ মৃত্যুটো কোন স.ত মানি লওঁ ! হে ভগৱান, পৃথিবীত ইমানবোৰ মানুহ জীয়াই থাকোতে হীৰালাল-দা কিয় মৰিল ?"

হঠাৎ মধুমতীয়ে যেন সম্বিত ঘূৰাই পালে। তাই ঘৰৰ ভিতৰলৈ সোমাই গ'ল। অলপ পাছত ওলাই আহিল হাতত এবাল্টি পানী লৈ। ইমৰানে ঘোঁৰাটোৰ চকুৰ ঢাকনি খুলি দিলে—বাল্টিৰ পানীত গোটেই মুখখন ভৰাই আকণ্ঠে পানী পিলে ঘোঁৰাটোৱে। পানীৰ ঠাণ্ডা আৰামত তাৰ গাৰ নোমবোৰ ৰোমাঞ্চিত হৈ উঠিল।

শেষ অৱলম্বনটোও হেৰাই গ'ল তেনেহ'লে। হঠাতে বৰ অকলশৰীয়া লাগিল ইমৰানৰ। সাতাশী বছৰীয়া হীৰালাল—; কি অদ্ভুত, ইমৰানে কেনেকৈ ভাবিছিল যে হীৰালালে চিৰকাল তাৰ লগে লগে থাকি মন্ত্ৰণা দি যাব ? শুভ্ৰকেশী হীৰালাল, বয়সৰ ভৰত কুঁজা হৈ গৈছিল সি। যোৱা এবছৰ, প্ৰায় এটা বছৰেই, ঘোঁৰাৰ পিঠিৰপৰা নামিবলৈ বেছি সময় পোৱা নাছিল সি,—এসাঁজ ভাত সুখেৰে খোৱাৰ ধৈৰ্য্য তাৰ নাছিল। ইমৰানে বিশ্বাস নকৰিছিল, কিন্তু হীৰালালে বুজিছিল মৰণ তাৰ ওচৰ চাপি আহিছে। নিজৰ হাতৰ নাড়ী টিপি চাই মৃত্যুৰ কোনোবা এটা তাৰিখ পৰ্য্যন্ত কৈ দিছিল সি।

চৰাইখানাৰ মাল্‌কিন সেই বুঢ়ীজনী ওলাই আহিল। তাইৰ হাতত আয়নাৰ এগিলাচ গৰম গাখীৰ আৰু পিতলৰ বেকাবীত ডবল কটী। মধুমতীয়ে ক'লে, 'অলপ খোৱা, ইমৰান ! কিমান ভাগৰত আহিছা তুমি, হাত-মুখ ধোৱা নেকি ?"

ইমৰানে হাত জোকাৰি বুজালে যে তাৰ একেবাৰেই খাবৰ ইচ্ছা নাই। মাল্‌কিনক বস্তুবোৰ ওভতাই নিবলৈ সি ইংগিত দিলে

.......হঠাৎ ইমৰানৰ ধাৰণা হ'ল যে হীৰালাল যেনেকৈ মৰিছে, তেনেকৈ কোনেও কেতিয়াও মৰা নাই। মৰণ কি হিন্দুস্থানত এতিয়াও এটা দূৰ-দূৰণিৰ বেদনা? ওঁহো, গোটেই হিন্দতেইতো বৈ গৈছে উত্তপ্ত ৰক্তৰ প্লাৱন। কিন্তু হীৰালাল! মৰণে হীৰালালক স্পৰ্শ কৰাৰ কথাটো ঠিক যেন অনুভৱ কৰিব নোৱাৰি—তাত ক'ত যেন অলপ গৰমিল বৈ গৈছে। হীৰালালক ইমৰানে শ শ জীয়া মানুহৰ মাজত দেখিছে আৰু শ শ মৰা মানুহৰ মাজতো দেখিছে। পাৰ্থক্যটো উপলব্ধি কৰিব পৰা নাই ইমৰানে, হীৰালালৰ কাষত জীয়া আৰু মৰা দুয়োকে সমানেই নিষ্প্ৰভ যেন লাগিছিল তাৰ। হীৰালালৰ কাষত আন সকলোৱেই যেন মৃতদেহ,—ইমানেই জীৱন্ত আছিল তাৰ তীক্ষ্ণ চকু-মুখ আৰু তীক্ষ্ণ ব্যক্তিত্ব, ইমানেই অদম্য আছিল তাৰ জীৱনৰ স্পৃহা।

অকল হীৰালালহে যেন জীয়াই থকাৰ অধিকাৰী, অথচ সিয়েই মৰিল। দিল্লীৰপৰা পলাই আহোঁতে গোটেই ৰাস্তাটোৱেই এহাতেৰে বুকুত চেপা মাৰি ধৰি আছিল সি। কেতিয়াবা ইমৰানক কৈছিল, "হৃৎপিণ্ডই আৰু কাম কৰিব নোখোজা হৈছে, ভাই! মই যদি এক মুহূৰ্ত তাক মনৰ বলেৰে চলাই থাকিবলৈ পাহৰি যাওঁ, সি বন্ধ হৈ যাব। তথাপি ঝাঁচীয়ে যদি আহিনৰ ভিতৰতে বিপ্লৱ ঘোষণা কৰে, হিন্দুস্থানৰ স্বাধীন মাটিত হয়তো মৰিবলৈ পাম।"

সেই মানুহটো মৰিল। দুঘণ্টাৰ ভিতৰতে মৰিল। দুপৰীয়া হঠাৎ বিচনাত শুই মধুমতীক মাতি ক'লে, "শুন, মোৰ সময় হৈ আহিল। ইমৰানক ক'বি আমাৰ দলপতি 'ওস্তাদ'ৰপৰা নতুন নিৰ্দেশ লৈ ঝাঁচীত কাম আৰম্ভ কৰিব। আৰু শুন মোৰ লালক তোৰ ওচৰত থৈ গ'লো। তাক মৰম কৰিবি।"

'লাল' হীৰালালৰ ঘোঁৰাটোৰ নাম।

....নিজান সন্ধিয়া। ফৰিংফুটা জোনাকৰ তলত ইখনৰ পিছত সিখনকৈ ওখ-চাপৰ পথাৰবোৰ। ইমান শান্ত এই বড়াগঞ্জ গাঁও। স্বাধীনতাৰ মাদকতাই তাৰ আকাশৰ ৰং হয়তো ৰঙীন কৰিছে। কিন্তু তাৰ শুকান মাটিয়ে এতিয়াও শুনা নাই যুদ্ধৰ ৰ,থাতুৰ ক্ৰন্দন, তাৰ চঞ্চল বতাহত এতিয়াও জাগা নাই মৰণৰ মদিৰ মত্ততা। দূৰণিৰ দিগ্‌বলয়বো সিফালে, বহুত দূৰৰ ক'ৰবাৰে চাই চাই মধুমতীয়ে কৈ গৈছিল হীৰালালৰ কাহিনী ....।

ইমৰানৰ কাষে কাষে চলিছিল মধুমতীৰ ঘোঁৰা। হীৰালালৰ 'লাল'। পথাৰৰ চপৰাবোৰৰপৰা খোজ বচাই সি ক্ৰমে আগবাঢ়িছিল নদীৰ কালে, য'ত আছে তাৰে মনিবৰ চিন্তাৰ অৱশেষ ........।

"সেয়েই আছিল হীৰালাল-দাৰ শেষ কথা।" মধুমতীয়ে কৈ গৈছিল। "তাৰ পাছত আৰু এঘন্টাও বচা নাই তেওঁ। ইমান সোনকালে, অথচ ইমান দৃঢ়ভাৱে, কেনেকৈ যে সকলোখিনি শেষ হৈ গ'ল।"

নিমাতে আগবাঢ়িছিল ইমৰান আৰু মধুমতীয়ে। ধীৰে ধীৰে দুল্‌কী চালত চলিছিল দুয়োটা ঘোঁৰাই। স্তব্ধ বিষণ্ণ প্ৰকৃতিৰ কোনোবা ছন্দত যেন বন্ধা আছিল সিহঁতৰ গতি। যেন অলপ বেগাই গ'লেও বেতাল হৈ যাব সেই ছন্দৰ লয়।

বহুত সময়ৰ পাছত ইমৰানে মাতিলে, "মাধু"

"হুঁ?"

'হীৰালালৰ কথা একেবাৰে পাহৰি পেলা, বুজিলি? জীৱনৰ যিটো ৰাস্তা আমি বাছি লৈছো, মৃত্যুৱেইতো তাৰ একমাত্ৰ পৰিণাম। মৰণ দেখি ভাব-প্ৰৱণতা দেখুৱাৰ অৱকাশ তাত আছে জানো?"

মধুমতীয়ে দীঘলকৈ উশাহ এটা ললে মাথোন। তাই নিঃশব্দে ইমৰানৰ কাষে কাষে গৈ থাকিল।

পিছদিনা বাস্তিপুৰাই ডুয়ো যাবলৈ ওলাল।

আজি বৰ জাৰ। তাতে কেউপিনে ডাঠকৈ কুঁৱলী পৰিছে। আস্তাবলৰপৰা ঝাঁচীত কিনা নতুন ঘোঁৰাটো উলিয়াই আনি ইমৰানে ক'লে, "মাধু, এই ঘোঁৰাটো তোৰ কাৰণে কিনিছিলোঁ। তোৰ নিজৰ ঘোঁৰাটো মৰি গ'লতো, সেই কাৰণে। বেপাৰীয়ে কৈছিল ঘোঁৰাটো পাগল, পথমে অৱশ্যে খুব উৎপাত কৰিছিল। পাছত পৰীক্ষা কৰি দেখিলো ইয়াৰ পাঁজৰত এটা গঁজাল সোমাই আছে। তাৰেই বিষত চট্‌ফটাই বেচেৰাই তেনেখন কৰে। গঁজালটো উলিয়াই ঘাঁ:ডোখৰত দৰব লগাই দিলো। এতিয়া চাচোঁন ই কি সুন্দৰ তেজী ঘোঁৰা!!"

মধুমতীৰ মনটো তেতিয়াও থমথমীয়া হৈ আছে। আলোৱান-খন গাত আৰু ভালকৈ মেৰুৱাই লৈ, তাই সেমেকা মাতেৰে মাত দিলে, "কিন্তু, ইয়াক কিয় মিছাকৈ কিনিলা, ইমৰান? লালক যে মই লগত ৰাখিব লাগিব।" অলপ সময়ৰ পাছত মধুমতীয়ে সুধিলে, "ঝাঁচীত সেই কাগজবোৰ বিলালা?"

"বিলালোঁ"।

"টাট্টু ঘোঁৰাটো কি কৰিলা?"

"আস্তাবল এটাত থৈ আহিলোঁ।"

"আচ্ছা, তোমাৰ নতুন ঘোঁৰাটো দিয়া। তাৰ এটা ব্যৱস্থা কৰি থৈ আহোঁ।" তাই বহাৰপৰা উঠি আগুৱাই আহিল।

"কি ব্যৱস্থা? বিক্ৰি কৰ নেকি?"

"সুধি নাথাকিবা। মই যি কৰো কৰিম। মই কিবা বণিয়া নেকি?" তাই ঘোঁৰাটোৰ পিঠিত বহি চেকুৰ মেলিলে। চৰাই-খানাৰ পদূলি পাৰ হৈ ঘন কুঁৱলীৰ মাজে মাজে তাই গৈ থাকিল। তাৰ পাছত মহুৱা আৰু চজিনা গছেৰে ঘেৰা অকোৰা-পকোৰা গাঁৱলীয়া বাটটোৰে তাই ক্ৰমে অদৃশ্য হৈ গ'ল।

ইমৰানৰ মনটো ভাল লাগিল। মধুমতীৰ থমথমীয়া গহীন ভাবটো অন্ততঃ অলপ মুকলি হৈছে। সি অলপ দূৰতে সাজু কৰি থোৱা ঘোঁৰা দুটাৰ ওচৰলৈ গ'ল। হীৰালালৰ লাল আৰু ইমৰানৰ আস্ত্ৰফ। গৰাকীক কাষতে পাই আস্ত্ৰফে কাণ জোকাৰিলে। ঘোঁৰা দুটাৰ পিঠি নানা তৰহৰ বস্তুৰে ঠাহ খোৱা। খুব কম বস্তুৰেই এৰিছে মধুমতীয়ে,—লালকিল্লাৰপৰা স্মৃতি হিচাপে অন্য পাথৰডোখৰো বাদ দিয়া নাই। বন্দুকবিলাকৰ জোৰা খুলি টোপোলা বান্ধি লৈছে। কাপোৰৰ টোপোলাতো আছেই। ইমানবোৰ টোপোলাৰে সৈতে ঝাঁচী সোমালেগৈ মানুহে সঁচাকৈয়ে সিহঁতক মুচাফিৰ বা বণিয়া বুলি ভাবিব। ঘোঁৰাকেইটাইও অনভ্যস্ত বোজা পিঠিত লৈ থিয় হৈ থাকিবলৈ বৰ ভাল পোৱা নাই। সিহঁতে অশান্তি প্ৰকাশ কৰি মাজে মাজে ঠেং জোকাৰিছে। বহুত দিনৰ ব্যৱহাৰত সিহঁতৰ খুৰাৰ লোহাৰ নালবোৰ ক্ষয় গৈছে। ঝাঁচী পালেগৈ নতুন নাল লগাব লাগিব, ইমৰানে ভাবিলে।

অলপ সময়ৰ পাছতে মধুমতী আহি ওলাল। তাইৰ লগত ঘোঁৰাটো নাই। আহিয়ে সুধিলে তাই, "আমি এতিয়া যাব পৰা হ'লোনে?"

"ঘোঁৰাটো কি কৰিলি?" ইমৰানে সুধিলে।

"ডেভিদক দিলোঁ।"

"কোন ডেভিদ?" ইমৰান অবাক হ'ল।

"তোমাক কিয় লাগে?" মধুমতীয়ে হাঁহিলে। "উঠা, সোনকাল কৰা, ডেভিদে খেদি খেদি আমাৰ ওচৰ পাবহি নহ'লে—তাৰ লগ এৰা টান হ'ব।"

ইমৰানে কৌতূহলেৰে কপাল খোপা কৰিলে। দুয়ো ঘোঁৰাত উঠিল।

গাঁও পাৰ হৈ মধুমতীয়ে ক'লে, "ডেভিদ কোন জানা? এটা মাউৰা ল'ৰা। তাৰ বাপেক ফিৰিঙ্গী, মাক হিন্দুস্থানী। তাৰ চকু ফিৰিঙ্গীৰ দৰেই দহা, কিন্তু সেই চকুৰ ভাষা ভাৰতীয়, তাত স্বাধীনতাৰ সপোন বিৰাজমান।"

'তাক ধোঁৱাটো দি দিলি?"

"নিদি কেনেকৈ পাৰো? তাৰ কিবা ধোঁৱা কিনিবলৈ পইচা আছে নেকি? জানা কাঁচীৰ্'ল আছি বিচাদা-ফৌজত সোমাবলৈ তাৰ কিমান ইচ্ছা! হীৰালাল-দাৰ অসুখত সি খুব সহায় কৰি দিছিলহি। তেতিয়াইতো মোৰ লগত চিনাকি।"

ইমৰানে ক'লে, "ম'ধু, ওস্তাদৰ নিৰ্দেশ কোনে আনিব তই জাননে? মই একেবাৰে পাহৰি গৈছো। এক মৌলভীয়ে নহয়নে? কি যেন সংকেত আছিল?"

'এক মৌলভীয়ে আনিব। সংকেত হ'ল, মুচাফিৰ-এ-এলাইজান'।"

বেলি উঠিছে। চাৰিওফালে তেতিয়াও ডাঠ কুঁৱলী। কুঁৱলীৰ ফাঁকে ফাঁকে বগা ব'দখিনি সৰকি আহিবলৈ যত্ন কৰিছে। পথাৰবোৰৰপৰা ধেঁহু কাটি নিবৰ বহুত দিন হ'ল। এতিয়া দুই এডাল মাথোন শুকান জাবৰ অ'ত ত'ত পৰি আছে। পথাৰৰ গৰুবোৰ ঠাওাত থিয় হৈ বেলিৰ পিনে মুখকৈ বৈ আছে। কুঁৱলীয়ে সিহঁতৰ অৱয়ৱ অস্পষ্ট কৰি পেলোৱাৰ কাৰণে বৰ অদ্ভুত যেন দেখুৱাইছে সিহঁতক।

মধুমতীয়ে তাইৰ সেই বিশিষ্ট ভঙ্গীৰ হাঁহিটো হাঁহিলে হঠাৎ। "ইমৰান,তুমি মোক দিল্লীত প্ৰথম লগ পাওঁতে চিনিব পাৰিছিলা?

"পাগল! কেনেকৈ চিনিম? একেবাৰে সকতে তোক চিনি পাইছিলো, একে গাঁৱৰে ওচৰ চুবুৰীয়াৰ ছোৱালী হিচাপে। কাৰৰ ঘৰৰে কোঁটমান এজনী ছোৱালী, খোজকাঢ়োতে ধপচ্ ধপচ্কৈ পৰে, নামটো মধুমতী। তাৰ পাছতো মই সেই গাঁৱেই

এবিলো। তোৰ কথা পাহৰিয়ে গ'লোঁ।"

"তথাপি মোক দেখোতে অলপো মনত পৰা নাছিলনে তোমাৰ ?"

"একেবাৰেই নাছিল। ওস্তাদে এদিন খবৰ দিলে যে লালকিল্লাত কাম বিচাৰি ঘূৰি ফুৰা ছোৱালী এজনী তেওঁ দলত ভৰ্তি কৰি লৈছে। চাবলৈ গ'লো, কেনেকুৱানো ছোৱালীজনী। নাম সুধিলোঁ, গাঁৱৰ কথা সুধিলোঁ, বেচ্, লাহে লাহে ওলাই পৰিল যে এই ধেপেচা মধুমতীয়েই তালানিৰ সেই ফোঁটমান ছোৱালীজনীৰ গাভৰু-সংস্কৰণ।"

"তেনেকৈ ঠাট্টা ক'লে নকৰিবা দেই।—ৰ'বা, তোমাক কিন্তু মই কেতিয়াও সেই ইমৰান বুলি ভাবিব পৰা নাছিলো দেই। কাৰণ তোমাৰ চেহেৰাটো মুকলি, বগা, ওখ, আৰু শুৱনি। কিন্তু তোমাৰ খুবাৰ আৰু তোমাৰ আব্বাজান দুয়ো দেখাত চাপৰ আৰু ক'লা আছিল। তোমাক সেই বাপেকৰ ল'ৰা যেন কেতিয়াও নেদেখি।.... ....সকতে এদিনাখন যে তুমি পচা ডোবাৰ পানীত গা ধুই মাৰ খোৱাৰ ভয়ত ঘৰলৈ নগৈ আমাৰ ভাত লুকাই আছিলাগৈ, মনত পৰেনে ?"

"মোৰ একো মনত নপৰে যা।"

"তোমাৰনো স্মৃতি শক্তি ইমান বেয়া কিয় ? মই যি ঘটনাই নকওঁ কিয়, মাথোন 'মোৰ মনত নপৰে', 'মোৰ মনত নপৰে'।"

মধুমতীয়ে আকৌ ক'লে, "তোমাক কিমান সকতেই যে লগ পাইছিলোঁ! তোমাৰ সককালৰ চেহেৰাটোও মোৰ মনত নপৰে। তোমালোক গাঁৱৰপৰা যেতিয়া গুচি যোৱা মোৰ বয়স তেতিয়া কিমান আৰু চাৰি পাঁচ বছৰমান হ'ব চাগৈ। তোমাৰ বয়স কিমান আছিল ? ধৰা, এতিয়াতো মোৰ বয়স এঘাৰ বছৰ, তোমাৰ ছাব্বিছ .... .... ।"

"মোক ইমান সক পাইছনে ? থ তোৰ বয়সৰ মেমখন, অইন কথ পাত। ঝাঁচীত বুজিছ, তোৰ সমবয়সীয়া ছোৱালীবোৰে ঘোঁৰাত উঠি ঘূৰি ফুৰে। সিহঁতে পাণ খাই ওঁঠ ৰঙা কৰে আৰু খোপাত বগা ফুল খুঁচি লয়।"

"এঁহ্? ঘোঁৰাত উঠি ফুৰে ? মানুহে একো নকয়নে ?"

"কিয় ক'ব ! সিহঁত যে জেনানা-চিপাহী। ৰাণী-মহল আৰু চীচ-মহলৰ মাজত এটা প্ৰকাণ্ড ঘৰত সিহঁতৰ চাউনী।"

"সিহঁতে খায় কি ? ছোৱালী গৈ চাউনীত থাকিলে মাক-বাপেকে একো নকয়নে ?"

"কিয় ক'ব। অৱশ্যে মাক-বাপেক থকা ছোৱালী চাউনীত থাকেনে নাথাকে ক'ব নোৱাৰো। কাৰণ বহুতে ঘৰৰপৰাই কুচ-কাৱাজলৈ যায় হেনো। বাঙ্গীচাহেবাই হেনো নিজে ছোৱালী-বোৰক তৰোৱাল খেলিবলৈ আৰু বন্দুক চলাবলৈ শিকায়।"

"মই গৈ সেই চাউনীত থাকিব লাগিব নেকি ?"

"আপত্তি কি ? বাঙ্গীচাহেবাই সদায় ৰাতি ৰাতি তহঁতক চাই যাবহি নিজৰ খানা নিজে ৰান্ধি লবলৈ ৰান্ধনি-ঘৰ পাবি। নহ'লে কেইবাজনী ছোৱালীয়ে একেলগে খাবিহঁক।"

"তোমালোকৰ চাউনীতো তেনেকুৱা ?"

"আমাৰ চাউনীতো তেনেকুৱা।"

মধুমতীয়ে চাউনীত থকাৰ কথাটো বোধকৰো ভালপোৱা নাই। দিল্লীত চিপাহী-কৰ্টে ছোৱালীৰ কাৰণে তেনেকুৱা কোনো চাউনী সজা নাছিল। ইমৰানে মধুমতীলৈ চালে। তাই বৰ খীণাই গৈছে, তাইৰ চকু সোমাইছে; গালৰ ছামৰা ৰ'দত পুৰি গৈছে। বেচেৰীক বোধহয় অলপ জিৰণি লাগে। দিল্লীৰ-পৰা পলাই আহোঁতে সেই ডেৰমাহ যি অকথনীয় কষ্ট গ'ল, শক্তিশালী মটা মানুহেও সহিবলৈ টান পাব। তাইতো মুঠেই

একেইছ বছৰীয়া একনী ছোৱালী। দিল্লীৰপৰা আহিবৰ সময়ত ওস্তাদেও কৈছিল মধুমতীৰ ঘৰখন পাতি দিব লাগে। এই দুৰ্গম অথৰী জীৱন কোমল তিক্ততাৰ কাৰণে নহয়।"

মধুমতীয়ে 'লাল'ৰ গলধনত হাত বুলাই মৰম কৰিছিল। লালে কাণ দুখন লৰাই লৰাই সিহঁতৰ কথা শুনিবলৈ যত্ন কৰিছে। এসময়ত ইমৰানে নিজে পছন্দ কৰি কিনা ঘোঁৰা এই লাল। দহ মে'ৰ ৰাতি মীৰাটৰপৰা দিল্লীলৈ অহাৰ ৰাস্তাত ইমৰানে হীৰালালৰ কাৰণে জাঠ-গাঁৱৰ সেই বিচালা হ'ন্টৰ আটাইতকৈ কম বয়সীয়া, আটাইতকৈ চিকুণ ঘোঁৰাটো বাছি লৈছিল। তাৰ গাত ধোঁৱা বৰণীয়া মচ্‌লিনৰ ৰং, দামী ৰেচমী কাপোঁৰৰ দৰেই মিহি আৰু নিজম তাৰ পিঠি আৰু গলধন। সেইদিনাৰ অৱহেলাৰে পালিত সদা সন্ত্ৰস্ত ঘোঁৰাটোৰ ভিতৰত লুকাই থকা তেজস্বিতাখিনিয়ে মৰমী গৰাকীৰ হাতত ঠন ধৰি উঠিছিল লাহে লাহে।

ইমৰানে ক'লে, "মাধু, তই বৰ খীণাইছ।"

"হওঁক। এবাৰ বুটিছ-শ্যাহী খতম্ হৈ দিল্লীৰ মচনদত আজাদ-শ্যাহীৰ হুকুমৎ চলক, এবাৰ দেশ স্বাধীন হওঁক, তাৰ পাছত বাৰু চাবাচোঁন সদায় সদায় পায়স আৰু ছানাৰ মিঠাই খাই মই শৰীৰ কিমান মোটা কৰোঁ।"

ইমৰানে হাঁহি পেলালে। "তই এতিয়াও বৰ সৰু ছোৱালী হৈ আছ, মাধু। চকুৰ আগতেই দেখিলি দিল্লী কেনেকৈ হাৰি গ'ল। যদি ঝাঁচীতো সেয়ে হয়? আকৌ যদি ইংৰাজ-তখত্ কায়েম হয়? সিহঁতে তেতিয়া আৰু এটাও নেটিভক নিষ্কৃতি নিদিয়ে; নেটিভ দেখিলেই 'লটকাও' 'লটকাও'কৈ চিয়ঁৰিব আৰু সিহঁতৰ চাকৰবোৰে আমাৰ প্ৰত্যেককে গৰুগাড়ীত লাদি নি গছৰ ডালৰপৰা ফাঁচত ওলোমাই গাড়ীখন তলিৰ তলৰ-

পৰা ঝাঁতৰাই লৈ যাব ।... .......আৰু এশ বছৰৰ পাছত হয়তো এই গোটেই বিপ্লৱটোৱেই হিন্দুস্থানৰ মানুহৰ মনত কেইটামান সামান্য চিপাহীৰ বিদ্ৰোহ হিচাপে এটা উপলুণ্ঠাৰ বস্তু হৈ থাকিব।"

"কিন্তু তুমিয়েইতো কৈছিলা যে ঝাঁচা নাহাৰে ?" মধুমতীয়ে ক'লে।

"এতিয়াও কওঁ। দেশ এখন স্বাধীন হোৱাৰ ঠিক পাছতে যে কি হুলস্থূল অৱস্থা এটা হয় সেইটোৰ বোধহয় তোৰ ধাৰণা নাই।....মাধু মোৰ কথা মন দি শুন, তই ঘৰলৈ উলটি যাগে।"

ভেকাহি মাৰি মধুমতীয়ে ক'লে, "যুদ্ধ কৰি ফুৰা ডাংকাচি ছোৱালীক কোনে ঘৰত সোমাবলৈ দিব ? আই নাই, দেউতা নাই, মোমাইহঁতে দুৱাৰমুখৰপৰাই লাঠী লৈ খেদিব।"

"তেন্তে বিয়া কৰাবি ?"

"পাগল ! মোক কোনে বিয়া কৰাব ? মানুহক ৰূপৰ কথা আগতে ক'মনে গুণৰ কথা আগতে ক'ম ?

ইমৰানে বিৰক্তিৰে ক'লে, "তেনেহ'লে গাঁত এটা খান্দি তাতে বাস কৰিবলৈ আৰম্ভ কৰ।"

'এন্দুৰ-জাতীয় এক শ্ৰেণীৰ প্ৰাণীৰ অৱশ্যে মাটি দেখিলেই খন্দাৰ প্ৰবৃত্তি জন্মে। ইমৰান, মই আছো কাৰণে তুমি লাজ কৰিছা নেকি ?....মই কিন্তু সঁচাকৈয়ে ক'ৰবাৰ অকলশৰীয়া ঠাই এখনতে জুপুৰি ঘৰ এটা সাজি থাকিমগৈ, মাথোন ঝাঁচাক এবাৰ জিকিবলৈ দিয়া। বদ্ৰীনাথ। বদ্ৰীনাথৰ বগা বৰফৰ মাজতেই থাকিবলৈ ভাল হ'ব।...অ', কি সুধিছিলোঁ, স্বাধীনতা পালে দেশখন ভাগি-ছিগি ডোখৰ ডোখৰ হ'ব নেকি, ইমৰান ?"

"ওহোঁ, প্ৰতি প্ৰদেশেই মচনদ মানি ল'ব, যেনেকৈ এতিয়া মানি লৈছে। কোনোবাই যদি মানি নলয় মনাই লোৱাৰ লাগিব।

"ঠিক। তেনেহ'লে আৰু কি ভাবনা, যুদ্ধ শেষ হ'লেই মই বদ্ৰীনাথলৈ গুচি যাম। তোমাৰ লগত আৰু কাহানিও দেখা-

দেখি নহয়। যি ধুনীয়া ধুনীয়া তুলাৰ দৰে নিমজ বৰফ……। অ' নহয়, বক্ৰীনাথত বৰ জাৰ হ'ব। মই মালাবাৰ উপকূলত থাকিমগৈ। কোৱানা মালবাৰ উপকূল কেনেকুৱা, তুমিতো দেখিছা? সাগৰৰ পাৰত মই একেবাৰে অকলশৰে থাকিমগৈ, কাকো তালৈ যাবলৈ নিদিওঁ। ৰাতিপুৱা বালিত বহি মাছবোৰ চৰাইৰ খেলা চাম আৰু দুপৰীয়া নীলা পানীত ইচ্ছামতে সাতুৰিম। বাঃ, ইয়াৰপৰা কত আঁতৰত যে থাকিমগৈ। সাগৰ বহুত দূৰত, ব-হু-ত দূৰত নহয়নে?"

"সাগৰ বহুত দূৰত, মাধু! শাৰী শাৰী নাৰিকল গছৰ আঁৰে আঁৰে স্বচ্ছ নীল আকাশ। নাৰিকল গছৰ ছাঁ-সনা বালিৰাশিৰ সিফালে সিমাহীন পানী আৰু আধা-ডুবা সূৰুযৰ ৰং—।

"আৰু কোৱা, আৰু কোৱা!"

"সেই সাগৰৰ পাৰতেই অসংখ্য বন্দৰ। ফিৰিঙ্গীৰ জাহাজবোৰে তাত জাকে জাকে ৰৈ থাকে ভাৰতবৰ্ষৰ লুটৰ মাল নিজৰ দেশলৈ কঢ়িয়াই নিবলৈ। সেই লুটৰ মাল জাহাজত তুলি দিবলৈ একাঠু বোকাৰ মাজত ঠাণ্ডা আৰু অনাহাৰত কঁপি কঁপি ৰৈ থাকে দলে দলে ভাৰতীয় দাস, সিহঁতৰ খোলা পিঠিত থাকে জোতা আৰু চাবুকৰ দাগ,।…………সাগৰ ব-হু-ত দূৰত মাধু! আমি ইয়াৰপৰা কেনেকৈ জানিম যে তাৰ নীল-সৌন্দৰ্য্যৰ পিছফালে আঁকা আছে কত স্বাৰ্থ, কত হিংসা, আৰু কত লোভ ……"

হঠাৎ মধুমতীয়ে চিয়ঁৰি উঠিল, "সামাল!!"

ইমৰানৰ ঘোঁৰাই আচম্বিতে শূন্যলৈ জাপ এটা মাৰি উল্কা-বেগে সমুখৰ ফালে দৌৰিবলৈ ধৰিলে। মধুমতীয়ে চল চাই ঘোঁৰাটোৰ পিঠিত প্ৰচণ্ড জোৰে চাবুক মাৰিছিল। ইমৰান কথমপিহে পৰি নগ'ল।

পিছফালৰপৰা খিলখিলকৈ হাঁহি মধুমতীয়ে ক'লে, "কেনে বাহাদুৰ। আৰু সাহিত্য কৰিবা?"

—×—

সাগৰ বহুত দূৰত।

এই বিশাল সেউজীয়া প্ৰান্তৰ পাৰ হৈ গ'লে কত পাহাৰ, কত অৰণ্য, কত নদী আৰু উপত্যকা, কিমান অখ্যাত ঠাই, জনপদ গাঁও আৰু বাসভূমি, কত মৰুভূমি, কত শস্যভৰা পথাৰ, কত পাষাণ আৰু ঘন বনানিৰে ৰচা দুৰ্গম তটভূমি,—তাৰো সিফালে আছে সেই সীমাহীন জলৰাশি। চিৰন্তন। চিৰসৌন্দৰ্য্যময়। দিনৰ আগমনিত তাৰ অসীম বুকুত নাচে প্ৰভাতী-ললিতৰ সুৰেৰে গঁথা প্ৰথম-বেলিৰ সেন্দুৰ সনা নৃত্য চঞ্চল ঢৌৰ টুকুৰাৰ দীপমালা। দিনটোৰ সামৰণিত নামে সান্ধ্যপূৰবীয়ে স্নিগ্ধতা ঢালি দিয়া নীলা এট সন্ধিয়া।

সেয়ে সাগৰ। সাগৰ ব-হু-ত দূৰত। ইয়াৰপৰা শুনি সেই সাগৰৰ উত্তাল ধুমুহাৰ গৰ্জন,—বিক্ষিপ্ত তৰঙ্গমালাৰ উদ্দাম আস্ফালন। ইয়াৰ বতাহে বৈ নানে সাগৰৰ তাণ্ডৱ আকাশৰ বাতৰি, বৈ নানে তাৰ উন্মাদ বতাহৰ বিষাক্ত হুমুনিয়াহ।

এতিয়াৰো বহুদিন আগৰ কথা। ষোড়শ শতিকাৰ কথা। সাগৰৰ বতাহত তেতিয়াও জাগা নাই যুগান্তৰৰ বিষাক্ত স্বাৰ্থ। অন্বেষীৰ জোৱাৰ হয়তো নামিছে সাগৰৰ শান্ত বুকুত,—কিন্তু তেতিয়াও আৰম্ভ হোৱা নাই জিঘাংসাৰ ঝঞ্ঝটিকা ভগত তেজৰ লোলুপতাই সিক্ত কৰা নাই আকাশ-বতাহ। দূৰ সাগৰৰ নিৰ্জন প্ৰান্তৰেদি কেতিয়াবা হয়তো গৈছে দুখন এখন জাহাজ। সিহঁতৰ বুকুত নতুন খবৰ, নতুন দেশ, নতুন বসতিৰ বাতৰি, নতুন সমৃদ্ধিৰ সংবাদ।

সপ্তদশ শতিকাৰ শেষভাগ। সাগৰৰ বুকুত অসংখ্য জাহাজ, অসংখ্য মানুহ, অশেষ উদ্যম। এতীয়াই এ'ল-ডোবাডোৰ

সং ান দেখিছে, স্বৰ্গৰাজ্যৰ কল্পনাত বিভোৰ তাৰ কামনা। তাৰ প্ৰস্তুতি চলিছে দিশে দিশে। সেয়ে ৰত্নাকৰৰ দলে দেশত পাইছে গৌৰৱৰ জয়টিকা আৰু সাগৰেদি পাৰ হৈ গৈছে অসংখ্য জাহাজ, শ শ জাহাজ, হাজাৰ জাহাজ। সোণ লাগে আৰু দাস লাগে—দাস লাগে আৰু লাগে সোণ।

ৰক্তঝৰা অষ্টাদশ শতাব্দী। উত্তৰ, পশ্চিম, পূব, দক্ষিণ কেউদিশে পৃথিৱীৰ মাটিত নিৰীহ জীৱন-যাত্ৰা আতঙ্কিত হৈ পৰিছে। বিপৰ্য্যস্ত হৈছে মানুহৰ স্বাধীনভাৱে জীয়াই থকাৰ জন্মগত স্বত্ব নীলা পানীত জাগিছে জিঘাংসাৰ উদ্দাল ধুমুহা। সেই ধুমুহাৰ আঁৰে আঁৰে ঘূৰিছে ক্ষুধাৰ্ত লালসা। আকাশৰ সৌন্দৰ্য ত ৰঙা তেজৰ চেকা। লুণ্ঠীয়া বতাহত সেই তাহানিৰে পূৰণি কেঁচা তেজৰ গোন্ধ। পাশৱ মাদকতাত প্ৰতীচ্য মাতাল। সোণ লাগে। দাস লাগে। সেয়ে পূবৰ ভূ-খণ্ডৰ ধুসৰ ভুমি বাগুলী কৰি অগণিত মৃতদেহ পাৰ হৈ জাহাজ বোজাই হৈ আহিছে ৰাশি ৰাশি ৰত্নৰাজি আৰু চাহাৰাৰ তপত বালিত দুৰ্বল কঁপা কঁপা খোজ পেলাই পাৰ হৈ আহিছে শয়ে-হাজাৰে ক্ৰীতদাস।

অভিশপ্ত শতাব্দী। নীল সাগৰৰ বুকুত যুগান্তৰৰ লালসা আৰু বুভুক্ষাৰ আদিম প্ৰকাশ। সেই ছবি দেখি আতঙ্কিত হৈ উঠে পুণ্যাৰ্থী যাত্ৰীবাহী জাহাজ। দুৰ্বল চাৱনিয়ে মানৱতাৰ ভয়াৰ্ত দাবী কৰে। চিয়ঁৰি উঠে, "আমাক কিয় মাৰিব খুজিছা? আমিতো তোমালোকৰ শত্ৰু নহওঁ! আমি নিৰীহ আৰবী তীৰ্থযাত্ৰী,—আমিতো কাৰো অনিষ্ট নকৰোঁ।" শান্তি আৰু সন্ধিৰ শুভ্ৰ পতাকা আকাশত দাঙি ধৰিছে সিহঁতে। আৰু বাৰুদৰ আঘাতত টুকুৰা-টুকুৰি হৈ সাগৰত ছিটিকি পৰিছে সেই পতাকা। ৰক্তাক্ত তৰোৱালৰ জলত এপদ এপদকৈ জমা হৈছে বহু কষ্টাৰ্জিত

সম্পদ। নীলা পানীত লাহে লাহে নিমজ্জিত হৈ বহ্নিমান জলপোত। ....সাগৰ আকৌ শান্ত হৈছে। দিগন্তত আধা ডুব যোৱা বেলিৰ বঙচুৱা বোল। বতাহত বাৰুদৰ গোন্ধ আৰু নাই। নীলা আকাশৰ তলেদি উটি গৈছে কিছুমান পোৰা কাঠ আৰু ভঙা মাস্তুল আৰু উটি গৈছে কোনো এক মাৰুৰ মৃতদেহ। বুকুত কেঁচুৱা। আৰু সেই মৃতদেহৰ কাষে কাষে ঘূৰিছে ভোকাতুৰ হাঙৰৰ দল।... ...

প্ৰতীচ্য কৌতূহলী হৈ পৰিছে। লুভীয়া চকুৰে চাইছে আৰব সাগৰলৈ। কোন দেশৰ স্বৰ্ণালঙ্কাৰ আৰু মচ্লিন্ জিলিকে আৰবী তীৰ্থযাত্ৰীৰ শৰীৰত—আৰবী বণিজত থাকে কোন দেশৰ মণি-মাণিক্য আৰু হীৰা-জহৰং? কোন দেশৰ এই তুলনা-হীন সম্পদ আৰু সমৃদ্ধি? কোন দেশৰ এই অপূৰ্ব কাৰুশিল্প? সঁচাকৈয়ে জানো তেনেহ'লে এই ভূমণ্ডলতেই আছে এক এ'ল-ডোৰাডো, এক অভিনৱ সমৃদ্ধি—অফুৰন্ত যাৰ বস্তুৰ ভাণ্ডাৰ, চিৰন্তন যাৰ শিল্পৰ সম্ভাৰ! কোন সেই দেশ? কোনে ক'ব? কোনে দাবী কৰিব তাৰ মহাধিকাৰ?

অষ্টাদশ শতিকাৰ পুৰতো সাগৰত সেয়ে অসংখ্য পালতৰা জাহাজ। পূবেৰুণৰ ৰাঙলী কিৰণত মাস্তুলে মাস্তুলে জিলিকি উঠিছে পৰ্তুগাল, ফ্ৰান্স, বৃটেইন আৰু স্পেইনৰ পতাকা। সাগৰৰ হাতবাউলে মাতাল কৰি তুলিছে সিহঁতৰ মন। সোণ লাগে, দাস লাগে—আৰু মাটি লাগে। অধৈৰ্য্যভাৱে দিগ্বলয়ৰ ফালে চাইছে সিহঁতে। সেই লক্ষ্য, **La Inde! La grandiose delice de Orient!**—সেই ভাৰতভূমি, প্ৰাচ্যৰ এক অভিনৱ সমৃদ্ধি—!

ভাৰতবৰ্ষৰ উপকূলে উপকূলে অকণি অকণি অসংখ্য বন্দৰ। এখন দুখনকৈ তাত গোট খাইছে নতুন নতুন জাহাজ। সেই জাহাজত বোজাই হৈ আহিছে বণিক আৰু বাৰুদ। অৰ্কিন যোধা।

সামান্য সম্বল। তাবেই সিহঁতে হিন্দুস্থানত বেপাব ক'বে আৰু প্ৰবাসী আৰবী বণিকবোৰে সিহঁতৰ স্পৰ্দ্ধা দেখি আথাক হয়। তথাপি বন্দৰে বন্দৰে গঢ়ি উঠে বাণিজ্যৰ ঘাটি। দুৰ্গতকৈয়ো অভেদ্য কুঠিৰ মিছিল। আৰু অন্ধকাৰৰ আঁৰে আঁৰে তাৰ বিস্তৃতি ঘটে। নিঃশব্দে। এপদ এপদকৈ।

অষ্টাদশৰ নিদ্ৰিত ভাৰতবৰ্ষ। সৰু সৰু অগণিত ৰাজ্যত বিভক্ত তাৰ শক্তি। গৃহযুদ্ধৰ অন্তৰ্ঘাতত হীনবল সামন্ততন্ত্ৰ। শান্ত গ্ৰাম্য জীৱনৰ অন্তৰালত, শিল্পীৰ উচ্চাঙ্গ-কলাৰ মন্ত্ৰমোহত, দাৰ্শনিকৰ যুক্তি আৰু উপলব্ধিৰ মাদকতাত, সামন্তধৰ্মী বিলাস-বিহাৰৰ মদিৰতাত—সুপ্ত হৈ আছে ভাৰতবৰ্ষৰ চৈতন্য। আৰু চুকে-কোণে থকা বিদেশী বাণিজ্য-কুঠিবোৰে সেই তন্দ্ৰামগ্ন দেশত পদক্ষেপ কৰিছে এক অদ্ভুত বৃত্তিৰে। অধ্যাত্মিক আৰু বিলাসী জীৱনৰ মোহাচ্ছন্ন ৰাতি নিশাচৰ শ্বাপদৰ দৰে আগবাঢ়িছে স্বৈৰাচাৰী শাসনতন্ত্ৰ। অধিকাৰ কৰিছে প্ৰতিপদ মাটি,—গাঁৱৰ পিছত গাঁও, জনপদৰ পিছত জনপদ, দেশৰ পিছত দেশ। লালসাৰ তপত নিশ্বাস ভৰা সাগৰৰ বিষাক্ত বতাহজাক মহাভূমিৰ হৃৎপিণ্ডৰ ফালে আগবাঢ়িছে দৃঢ় গতিৰে। এপদ এপদকৈ অধিকাৰ, এপদ এপদকৈ প্ৰতিষ্ঠা। পৃথিৱীৰ বুৰঞ্জীত নতুন এক ৰাজনৈতিক চৌৰ্য্য-বৃত্তি। বহুতো ৰক্তাক্ত সংগ্ৰাম—বহুতো ৰক্তহীন অপহৰণ আৰু অধিকাৰ। অষ্টাদশৰ মধ্যাহ্নত বহুতো পলাশী যুদ্ধৰ শত মীৰ জাফৰৰ অন্তৰ্ঘাতী অন্ধতাই আকৌ এবাৰ দেখুৱাই দিলে বিক্ষিপ্ত ভাৰতৰ সামন্তশক্তি সাম্ৰাজ্যবাদী তৰোৱালৰ আগত কিমান দুৰ্বল। তৰোৱালৰ সন্মুখত প্ৰতিষ্ঠা হ'ল বিদেশী শাসনতন্ত্ৰ।

উনৈছ শতিকাৰ আৰম্ভণি। ভাৰতবৰ্ষৰ বুকুৰ ওপৰত মহা-সাগৰৰ উত্তাল ধুমুহা। হিমালয়ৰপৰা কুমাৰিকালৈকে বিয়পি

পৰিছে বৃটিছ শাসন। শাসন আৰু শোষণ। লালসাৰ শেষ নাই, অত্যাচাৰৰ সীমা নাই। স্বৈৰাচাৰী শাসনভন্ত্ৰক সুদৃঢ় কৰিবলৈ অঞ্চলে অঞ্চলে গঢ়ি উঠিছে সৈন্যৰ ঘাটি। সেই ঘাটিবোৰ সংযুক্ত কৰিছে ভাৰতৰ বুকু ফালি যোৱা একা-বেঁকা অসংখ্য ৰাস্তাই। সেই ৰাস্তাৰে কুচ-কাৱাজ কৰি কৰি আগবাঢ়ে শাৰী শাৰী ভাড়াটীয়া ভাৰতীয় পল্টন। সিহঁতে মাৰ্চ কৰে লক্ষৌৰপৰা আগ্ৰালৈ, আগ্ৰাৰপৰা দিল্লীলৈ দিল্লীৰপৰা কলিকতা, মিৰাট, মাদ্ৰাজ আৰু কোৱেটালৈ। ইংৰাজ-তখ্‌ত্‌ প্ৰতিষ্ঠাৰ কাৰণে সিহঁতে স্বদেশবাসীৰ লগত খালী ভৰিৰে যুদ্ধ কৰে আৰু আজীৱন মাৰ্চ কৰে। দুৰ্ভিক্ষৰে ক্লিষ্ট দেহ, মূৰৰ ওপৰত জ্বলন্ত আকাশ, জোতাহীন ভৰিৰ তলত উত্তপ্ত ধৰণী। তথাপি সিহঁতে কুচ-কাৱাজ কৰে। কুচ-কাৱাজ আৰু কুচ-কাৱাজ। লেফ্‌ট্‌-ৰাইট্‌, লেফ্‌ট্‌-ৰাইট্‌ আৰু লেফ্‌ট্‌-ৰাইট্‌। তাত জিৰণিৰ অৱকাশ নাই, পিয়াহৰ নিবৃত্তি নাই। আপত্তিৰ একমাত্ৰ দণ্ড মৃত্যু।

এয়ে সেই গ্লানিভৰা ফৌজী জীৱন। বিৰাম বিহিন কুচ-কাৱাজ, অপমান আৰু অসহায়, প্ৰতিকাৰহীন দুখ-কষ্ট। চাৰা হিন্দুস্থানৰ মাটিয়ে কাণ পাতি শুনিছে সিহঁতৰ দুৰ্বল যুঁজৰ শব্দ, বতাহত ভাঁহিছে সিহঁতৰ কুচৰ লেফ্‌ট্‌-ৰাইট্‌ আৱাজ। দলে দলে মানুহ ফৌজত সোমায়। শয়ে শয়ে, হাজাৰে হাজাৰে, লাখে লাখে। খাদ্য নাই, বস্ত্ৰ নাই, বিশ্ৰাম নাই—তথাপি সিহঁতে চিপাহী হয়। কাৰণ তেতিয়া হিন্দুস্থানত চিপাহীগিৰি একমাত্ৰ জীৱিকা। কালি যিজন আছিল কানপুৰৰ ছামৰাৰ কাৰখানাৰ মিস্ত্ৰি, সিও আজি চিপাহী। কালি যিজন আছিল জয়পুৰৰ জ্যোতিষ-মানমন্দিৰৰ অধ্যক্ষ, তেওঁ আজি চিপাহী। এটা এটাকৈ ধ্বংস হৈ গৈছে প্ৰতিটো শিল্প, এটা এটাকৈ বিচ্যুত হৈ গৈছে প্ৰতিটো জীৱিকা। অসহনীয় কৰৰ বোজাত নিঠৰ হৈ পৰিছে কৃষি-জীৱন,—তাৰ

সলনি আহিছে প্ৰতিকাৰবিহীন অনাবৃষ্টি, দুৰ্ভিক্ষ, মৰক আৰু মহামাৰী। বাণিজ্য স্তব্ধ হৈ গৈছে, বজাৰ ভৰিছে হাজাৰ মাইল দূৰৰ-পৰা অহা বিদেশী পন্যৰে। দিল্লী, লক্ষ্ণৌ, কানপুৰ, এলাহাবাদ, পাটনা, কটক, ৰাৱালপিণ্ডি, মাদ্ৰাজৰ বিৰাট বিৰাট ৰাজকীয় পুথি-ভঁৰালবোৰৰ দুৱাৰত তলা লগোৱা হৈছে, তাৰ সলনি চহৰে চহৰে বহিছে মধ্যম-শ্ৰেণীৰ স্কুল-কলেজ, তাত দলে দলে তৈয়াৰ হৈছে কমিচাৰিয়েটৰ কেৰাণী।

জাতীয়-জীৱনৰ পুৰণি ধাৰাটো চুচুৰ্মৰ হৈ গ'ল, অথচ নতুন ধাৰা একো গঢ়ি নুঠিল। শ শ জীৱিকাৰপৰা বাচি থাকিলগৈ মাত্ৰ তিনিটা, উত্তম—কেৰাণীগিৰি ; মধ্যম—চিপাহীগিৰি ; অধম—কেঁচাপন্য উৎপাদন। লজ্জাকৰভাৱেই একে চাকৰিতে ইংৰাজ আৰু ভাৰতীয়ৰ দৰমহাৰ পাৰ্থক্য হ'ল পাঁচ গুণ।

ভাৰতবৰ্ষত বিদেশীৰ আগমন নতুন কথা নহয়। যুগে যুগে বিভিন্ন জাতিয়ে আক্ৰমণ কৰিছে ভাৰতবৰ্ষ। বিজয়-মাল্যৰ-পৰাও বঞ্চিত হোৱা নাই কোনো। সাময়িকভাৱে হয়তো চলিছে বিদেশী অত্যাচাৰ। কিন্তু সাময়িকভাৱেহে। তাৰ পিছতেই সেই জাতি মিলি হৈছে বিশাল ভাৰতৰ গণসমুদ্ৰত। হৃদয় দি ভাৰতে আকোৱালি লৈছে নতুন জাতিক। তাক দীক্ষা দিছে পুৰণি সংস্কৃতিত।

ঊনৈছ শতিকাত যেতিয়া লাহে লাহে জাগিছে ভাৰতবৰ্ষ, তন্দ্ৰাভৰা আধামেলা চকুৰে নিৰ্বাক বিস্ময়ত সি চাইছে এই নতুন জাতিটোৰ ফালে। ওহোঁ, এই জাতিতো সেই জাতি নহয়। এই জাতি সেই জাতি নহয় যি ডুব যাব মহাভাৰতৰ গণসাগৰৰ তৰঙ্গমালাত—যাৰ আত্মা লীন হৈ যাব ভাৰতবৰ্ষৰ আত্মাৰ লগত। এই জাতিয়ে নিবলৈ আহিছে, দিবলৈ অহা নাই। এই জাতি ভাৰতৰ আপোন নহয়.. ....আপোন নহয় ....।

১৮৩৯ চন। ৰবকে ঢকা আফগানিস্থানৰ কাবুলৰ সৈন্যবাসত ঠাণ্ডা ৰাতি জুইৰ কেউকাষে বহি উত্তেজিত আলোচনা কৰিছে চিপাহীৰ দলে। লেভেৰা ভেড়াৰ ছামৰাৰ পোস্তিনেৰে গা ঢাকি ক্ৰুদ্ধভাবে প্ৰশ্ন কৰিছে সিহঁতে। কিহৰ বাবে সিহঁতে ইমান কষ্ট মানি লৈছে? কাৰ কাৰণে কৰিছে এই যুদ্ধ?

খবৰ গৈ অফিচাৰৰ কাষ পালে। বিদ্ৰোহৰ অপৰাধত ২৭ নং নেটিভ ইনফেনট্ৰিৰ চুবেদাৰ মকবুল হায়দৰক গুলী কৰি মৰা হ'ল।

সিন্ধু দেশলৈ যাবৰ সময়ত আকৌ বিক্ষুব্ধ হৈছে ৬৪ নং নেটিভ ইনফেন্ট্ৰিৰ চিপাহী। অৰ্দ্ধ-হাৰে অৰ্দ্ধ-বস্ত্ৰে বাৰে বাৰে দূৰ দেশলৈ গৈ যুদ্ধ কৰিবলৈ আপত্তি কৰিছে সিহঁতে। ফলত এঘাৰজনক ফাঁচী দি লাহোৰৰ বজাৰৰ ৰাস্তাত ওলোমাই থোৱা হ'ল। বৰখাস্ত হ'ল ত্ৰিছজন।

পেছোৱাৰৰ বেৰেকৰ তিনিটা চিপাহীক মদ খোৱাৰ দোষত যুৰ ভল, ভৰি ওপৰলৈ কৰি ওলোমাই বান্ধি থোৱা হ'ল। নাকে-মুখে তেজ ওলাই মৰিল এটা।

১৮৫৩ চন। মীৰাটৰ-বেৰেকৰ সম্মুখত অবাধ্যতাৰ শাস্তি স্বৰূপে যি পাঁচোটা চিপাহীক বেঁত দিয়া হৈছিল, সিহঁতৰ ভিতৰৰ আটাইতকৈ কিশোৰ ল'ৰাটোৱে আৰু জ্ঞান ফিৰাই নাপালে।

বুঢ়া বাপেকৰ ওপৰেদি ঘোঁৰা চলাই দিয়া অফিচাৰৰ চোলাৰ বুকুত খামুচি ধৰিছিল এক দুঃসাহসী ডেকাই। বিচাৰত তাৰ ফাঁচী হৈ গৈছে।

অযোধ্যাৰ মাজেদি গৈছে বৃটিছ পল্টন। গাঁৱৰ হাঁহ-কুকুৰা ছিট-গাখীৰবপৰা আৰম্ভ কৰি প্ৰতিকণা শাক-পাচলি সিহঁতক দিব লাগিব। মধ্য-ভাৰত, দক্ষিণ-ভাৰতত লক্ষ লক্ষ ভাৰতীয় মুদ্ৰা খৰচ কৰি খেভিয়া ইংৰাজ অফিচাৰৰ চিকাৰ-যাত্ৰা, চলে

তেতিয়াও একে ঘটনাৰে পুনৰাবৃত্তি ঘটে। লগে লগে পার্টি হয়, নাচ-গান হয়। বাজী পোৰে হাজাৰ হাজাৰ টকাৰ।

পথাৰৰপৰা শস্য তুলিবৰ সময়তে হয়তো হঠাৎ খেতিয়ক-বোৰক জোৰকৈ মিলিটেৰী বেৰেকৰ ৰাস্তা সজাৰ কামত লগাই দিয়া হ'ল। শস্য পথাৰতে নষ্ট হৈ সাময়িকভাৱে দুর্ভিক্ষই দেখা দিলে গাঁৱত। চুপ্রীম ক'র্টৰ বাহিৰে ইংৰাজৰ বিচাৰ কৰিব কোনে?

নগৰে নগৰে, গাঁৱে গাঁৱে মিছনেৰীবোৰে কৈ ফুৰিছে, তোমালোকৰ ধর্ম মিছা, সমাজ মিছা, শিক্ষা মিছা, সংস্কাৰ অর্থহীন আৰু আদর্শ ভণ্ড।

বহুতো দুখৰ কাহিনী, বহুতো অপমানৰ বোজা। মচ্‌লিন-শিল্পীৰ কটা আঙুলিৰ ওপৰত তেজে ভাষা বিচাৰে,—নীলবাগানৰ মজদুৰে পিঠিত বুট-জোতাৰ দাগ লৈ নির্বাক; ভীত চাৰিনিৰে কি যেন ক'ব খোজে। এটা চিপাহী পলোৱাৰ দোষত যিটো ৰেজিমেন্টৰ সকলো চিপাহীক গুলীয়াই মৰা হ'ল, সিহঁতৰ আত্মাই হিন্দুস্থানৰ মাটিত সিঁচে নতুন যুগৰ খবৰ। তাঁতৰ খট্‌খাটনি চিৰদিনৰ কাৰণে বন্ধ হৈ যোৱা অজস্র হাজাৰ হাজাৰ বেকাৰ তাঁতীৰ দুর্বল চকুত বাজে সেই আহ্বান। চাৰণ-কবিৰ দলে গাৱেঁ-ভূয়েঁ গায় সেই নতুন যুগৰ জয়গান,—জনে জনে কয় বিগত দিনৰ বীৰ-কাহিনী। শুকান মাটিয়েদি নাঙল টানি টানি হিন্দুস্থানৰ কিষাণে ক্ষণিক সময়ৰ কাৰণে বৈ যায় সেই গান গান শুনি। কাৰখানালৈ যোৱাৰ ৰাস্তাত ক্ষন্তেক বৈ দিন-মজুৰেও শুনে সেই গান। সিহঁতৰ প্রাণত জোৱাৰ তোলে শত শত অখ্যাত গালিবৰ অগ্নিময়ী শায়ৰীয়ে। আৰু লালকিল্লাৰ পাষাণ দেৱালত বাৰে বাৰে ইস্তাহাৰ পৰে,—"দেশ ৰক্ষাৰ কাৰণে, ধর্ম ৰক্ষাৰ কাৰণে আৰু মৃত্যুৰ বাবে বাবে প্রস্তুত হোৱা, হিন্দুস্থানৰ মানুহ!"

উনৈছ শতিকাত দ্রুতগতিৰে চেতনা ঘূৰাই পাইছে ভাৰতবৰ্ষই। ভাৰতৰ আত্মাই গুমৰি উঠিছে শিকলিৰে বন্ধা শাসনতন্ত্ৰৰ যান্ত্ৰিক ছন্দৰ সীমাৰ ভিতৰত—যি সীমাৰেখাৰ অন্তৰালত আছে অপমান আৰু দাসত্বৰ গ্লানি আৰু এখোজ বাহিৰত আছে নিৰ্য্যাতন আৰু মৃত্যু।....নহয়, যি যুগত ভাবপ্ৰৱণতাক দাম দিব লাগিব সেই যুগ আহিছে। মানৱতাক স্বীকৃতি দিব লাগিব, যুগৰ বুকুৰপৰা মুচি দিব লাগিব শোষণ আৰু অত্যাচাৰৰ বুৰঞ্জী। শঙ্কৰ-মাছৰ নেজৰ চাবুকৰ আঘাত পিঠিত লৈ যিবিলাকে গঢ়ি তোলে কমিচাৰিয়েটৰ ইমাৰত, সিহঁতকো মানুহৰ মাজত আসন দিব লাগিব,—আফগানিস্থানৰ তুষাৰ-মৰুত যিবিলাকে মাৰ্চ কৰে আৰু যুদ্ধ কৰে, সিহঁতকো মানি লব লাগিব মানুহ হিচাপে।

উনৈছ শতিকাৰ মাজভাগত ক্ৰমে সজীৱ হৈ উঠিছে সাধাৰণ মানুহৰ ভূমিকা। হিন্দুস্থানৰ মাটিত প্ৰস্তুতি চলিছে এক মহা জাগৰণৰ, পটভূমি ৰচিত হৈছে আগন্তুক এক অভ্যুত্থানৰ। কোম্পানী-ৰাজৰ চকুত ফাঁকি দি, ফাঁচীশাল আৰু কাৰাগাৰক হেয় কৰি গাঁৱে-ভূঞে অভিসাৰ চলিছে অসংখ্য সন্ত্ৰাসবাদী দলৰ বিপ্লৱী কাৰ্য্য-কলাপ। হাটে-বজাৰে বিতৰণ হৈছে হাজাৰ-বিজাৰ প্ৰচাৰ-পত্ৰ, নাম নজনা লিখকৰ স্পৰ্দ্ধকতাৰ আকৃতি। আৰু বৈছে উৰ্দ্দু কবিতাৰ জোৱাৰ। গাঁৱে গাঁৱে গৈছে মুচাফিৰ নকীৱ,—গাঁৱৰ গৌ-মাজত থিয় দি হাতত এখন চাপাটি লৈ চিঞঁৰিছে, 'উত্তৰ-পুব, দক্ষিণ-পশ্চিম'! সেই চাপাটি ভগাই দিয়া হৈছে জনতাৰ মাজত। কোনেও কৈ দিয়া নাই সেই নকীৱ কোন মুক্তি মন্ত্ৰৰ দূত। কোনেও কৈ দিয়া নাই সেই চাপাটি কোন জাগৰণৰ জাননী। তথাপিও নিঃশব্দেই আঁতৰি গৈছে

জনতা। মনে মনে প্ৰত্যেকেই বুজিছে সেই মহাক্ষণ আসন্ন। উত্তৰ, পূব, দক্ষিণ, পশ্চিম, কেউপিনেই জুই জ্বলি উঠিব।

এনেকৈয়ে লাহে লাহে আহিল ১৮৫৭ চন। ভাৰতীয় জাতীয় জীৱনৰ এটি অবিস্মৰণীয় পাষাণৰ ৰেখা। শীতকালৰ ৰাতিপুৱা প্ৰতি ভাৰতীয়ই অবাক হৈ দেখিলে ঘৰৰ দুৱাৰমুখত কোনে যেন পেলাই থৈ গৈছে সদ্যজাত এটি ৰঙা পদুম ফুল। পুৱতী ৰ'দত তাৰ পাহিত লাগি থকা নিয়ঁৰৰ টোপোলবোৰে চিকমিকাইছে। ৰক্তকমল,—সন্ত্ৰাসবাদ ইংৰেজৰ শেষ সংকেত। পলাশী যুদ্ধৰ শতবাৰ্ষিকী আসন্ন। মহান এক বিপ্লৱী অভ্যুত্থানে আপেক্ষা কৰিছে সেই পুণ্য দিনটোলৈ। তাৰেই সেই সংকেত।

তাৰ পিছত এদিন কৰাল ধুমুহাৰ দৰেই আহিল সেই মহা বিপ্লৱ। উত্তৰ-ভাৰতৰ শুকান মাটিত ৰাশি ৰাশি ধুলি উৰুৱাই দৌৰিলে হাজাৰ হাজাৰ ৰণুৱা ঘোঁৰা—চাউনীৰ পিছত চাউনী জ্বলি যোৱা জুইৰ পোহৰেৰে পূব-ভাৰতৰ সন্ধিয়াৰ আকাশ ৰাঙলী হ'ল লক্ষ লক্ষ জীৱন নাশ হ'ল—উচ্ছন্ন হৈ গ'ল অসংখ্য জনাকীৰ্ণ নগৰ, অগণন গাঁও-ভূঁই। কোনো এক ভয়াবহ অগ্নিপ্লাৱন যেন বৈ গ'ল মহাদেশৰ বুকুৰেদি। নিৰৱচ্ছিন্নভাৱে দুবছৰ অব্যাহত থাকিল তাৰ দুৰ্নিবাৰ গতি।

বিপ্লৱৰ প্ৰথম সূচনা হৈছিল মীৰাটত। দহ মে' তাৰিখে ৰাতিপুৱা এনফিল্ড-প্ৰিচট ৰাইফেল ব্যৱহাৰৰ সামান্য অজুহাতত মীৰাট জ্বলি উঠিছিল। পাছদিনা সেই এনফিল্ড ৰাইফেলকে বুকুত সাৱটি সিহঁতে আগবাঢ়িছিল দিল্লীৰ বাটত। গাই গৈছিল 'দিল্লী চলো'ৰ শ্লোগান। গোটেই মে' আৰু জুন মাহত উল্কাবেগে বিপ্লৱ বিয়পি পৰিছিল চাউনীৰ পিছত চাউনীলৈ। তামাম হিন্দুস্থানৰ বাগী-চিপাহীৰ দলে দিল্লীৰ পতাকাৰ তলত সমবেত হৈছিলহি—দাবী কৰিছিল শেষ মোগল সম্ৰাট বাহাদুৰ শাহৰ নেতৃত্ব।

ছেপ্তেম্বৰ মাহত দিল্লীৰ পতন হোৱাৰ পাছত বিপ্লৱ আৰু অকল ৰাজধানীতেই আবদ্ধ হৈ থকা নাই, সমগ্ৰ ভাৰতবৰ্ষতেই তেতিয়া বিয়পি পৰিছে স্বাধীনতাৰ মৰণ-বিজয়ী সংগ্ৰাম। হিন্দুস্থানৰ প্ৰথম গণজাগৰণ।

১৮৫৭ চনৰ সন্ধিয়া মধ্য-ভাৰতৰ আকাশৰ বং গাঢ় ৰঙা। বান্দা, ৰাথগড়, শাহগড়, মালোৱা, গড়াকোটা, বানপুৰ, চিৰখাৰী, চন্দেৰী, সাগৰ আদি সকলোতে ইংৰাজ-তখ্‌ত্‌ বিচ্ছিন্ন হৈ গৈছে। চিৰদিন বৃটিছ-অনুগত ভূপাল, গোৱালিয়ৰ, ইন্দোৰ ৰাজ্যতো গণ-বিক্ষোভ দমাই ৰাখিব পৰা নাই কোনেও। ৰাখী-চিপাহীয়ে ঝাঁচী চহৰ এৰি যোৱাৰ পাছত বৃটিছ চৰকাৰৰ অনুৰোধক্রমে অৰাজক ঝাঁচীৰ শাসনভাৰ ল'বলগীয়া হৈছে তাৰ পুৰণি ৰক্ষিতা ৰাণীয়ে। লগে লগেই গোটেই মধ্য-ভাৰতৰ অভ্যুত্থানৰ অলিখিত নেত্ৰী হৈ পৰিছে ঝাঁচীৰ ৰাণী। জামুৱাৰী মাহত ৰাণী-বাঈচাহেবাই প্ৰকাশ্যভাৱেই বিদ্ৰোহ ঘোষণা কৰিছে। বিপ্লৱী চহৰ ঝাঁচীৰ মুকলি আকাশত ফিৰফিৰকৈ উৰি থকা বিপ্লৱ-সূচক ৰঙা-বেচমৰ পতাকাৰ পিনে চাই চাই ঝাঁচীৰ নেতৃত্বক মনেপ্ৰাণে আশা কৰিছে সমগ্ৰ মধ্য-ভাৰতে আৰু পূৰ্ব-ভাৰতৰ এটা বিৰাট অংশই। কাৰণ দিল্লীৰ পতনৰ পিছত আজাদ হিন্দক সাৰ্থক নেতৃত্ব দিয়াৰ যোগ্যতা আৰু ক্ষমতা একমাত্ৰ ঝাঁচীৰ ৰাণীৰেই আছে।

......সেয়ে আজি ঝাঁচীৰ মাটিত জাগি উঠিছে ৰণৰ অভূতপূৰ্ব উন্মাদনা। ক্ষণলব্ধ স্বাধীনতাৰ আস্বাদত পচপন্ন হাজাৰ অধিবাসীৰ চহৰখন যেন কোন মাদকতাত অধীৰ। আকাশত মদান্ধ মৰণ-যুদ্ধৰ মতোৱাৰী বং ৰতাহত আজাদীৰ মাতাল নিচা ......।

......সি এক অদ্ভুত সময়ৰ কথা। সি এক ধাৰণাতীত জীৱনৰ কাহিনী। ইচ্ছা হয় যেন সময়ত বাচি থাকিম—দুবাহু মেলি সাৱটি ল'ম সেই মাতাল জীৱন-যাত্ৰা। গোলাম আলী, মুগলীকৰ, ভাৰ্গৱ, বৈজনাথ, আনন্দ চাচা, সৰক্‌ৰাজ. বিনায়ক আৰু কত চিনাকি মানুহ; কামনা হয় যেন দুচকু ভৰাই চাই ল'ম সেইবোৰ লক্ষ লক্ষ সাধাৰণ মানুহৰ চিৰৱ-শান্ত জীৱনত জাগি উঠিছিল কেনে জাতীয়তাবোধৰ প্ৰলয়-চেতনা।

—+—

বিহাৰি উভতি আহিছে।

খবৰটো দিলেহি মুবাৰকে। মুবাৰক চৰকাৰী গোলন্দাজ, ফৌজত পাঁচ বছৰ কাম কৰিছে সি। ৰজা গঙ্গাধৰ ৰাওৰ দিনতে কামত সোমোৱা মানুহ। বাঈচাহেবা তেতিয়া সোঁতৰ বছৰীয়া সৰু ছোৱালী—সোণ আৰু মুকুতাৰ অলঙ্কাৰ পিন্ধি লক্ষ্মী-মন্দিৰলৈ যায় আৰু আজৰি সময়ত গা ধোৱে, আচাৰ বনায়। তেতিয়ালৈকে তেওঁ ঘোঁৰা আৰু তৰোৱাল চুয়েই পোৱা নাই। মুবাৰকে এই সকলোবোৰ খবৰ জানে, কাৰণ সি তেতিয়া ওস্তাদ ঘোঁচৰ ঘৰতে আছিল⋯⋯।

খবৰটো যেতিয়া মুবাৰকে দিলেহি, ইমৰান আৰু বিনায়ক চিলা উৰুৱাত মচগুল। চিলা অৱশ্যে সিহঁতে নিজে উৰুৱা নাই। আনকি কোনে উৰুৱাইছে তাকো দেখিবলৈ বা বুজিবৰ উপায় নাই। আকাশত দুখন চিলাই কটা-কটি কৰিব খোজা দেখি তলৰ ৰাস্তাত মানুহ গোট খাইছে। উল্লাসত চিয়ঁৰ বাখৰ কৰিছে আৰু তৰ্কা-তৰ্কি কৰিছে। বিনায়কেতো এজনৰ লগত বাজীয়েই ৰাখি পেলালে,—সৰু-সুৰা বাজী নহয়, একেবাৰে দেখা-দেখকৈ দুটা টকাৰ বাজী। নীলা গুড়িডখনে যদি হালধীয়াখনক ভাক-কাট্টা কৰে, সি জিকিব।

এতিয়া ম'ত্ৰ পুহ-মাহ, চিলা উৰুৱাবৰ সময় হোৱাই নাই এখোন। ঝাঁচীত কিন্তু এই বছৰ চিলা উৰুৱাৰ এনেকুৱা চখ উঠিছে যে মৌচম্ অহালৈ আৰু কোনো বৈ থকা নাই—পুহৰ প্ৰথম বতাহজাক মৰাৰ লগে লগে আকাশত চিলা উৰিবলৈ আৰম্ভ কৰি দিছে। একেবাৰে লক্ষ্ণৌৰ আদৰ্ভ। তাত হেনো

চিলাত বাজী ৰাখি কুলী-মালীয়েও মাহেকৰ পইচাকেইটা শেষ কৰি সুদা হাতেৰে ঘৰলৈ আহে।

"বিহাৰী আহিছে ? সচাঁকৈ ?? পিটিলিনে তাক ?" বিনায়ক সুধিলে।

"নাই অ,' বেচেৰাই ভিৰত জখম এসোপা লৈ বিচনাত পৰি আছে," মুবাৰকে ক'লে।

"আছেহি ক'ত ?"

"চাউনীত। ব'ল তাক চাওগৈ।"

"ওহোঁ, মই খলিফাৰ লগত বাজী ৰাখি ৰৈ আছোঁ।"

"হওঁক না, চিলাৰ মালিকেতো আক গম পোৱা নাই যে তই বাজী ৰাখিছ।"

"ওহোঁ, আগেয়ে বাজীত জিকিম। তাৰ পাছত যাম। তই নহ'লে ইমৰানক লগত লৈ যাগৈ ?"

ইমৰানে ক'লে, "মই আকৌ কিয় যাম ? কোন বিহাৰী, মোৰ লগত চিনাকিয়েই নাই।"

বিনায়কে ক'লে, "যাচোন, আমাৰে বিচালা যা. মুবাৰকে চিনাকি কৰি দিব।"

"ৰ'বি, আচল কথাটো এতিয়াহে মনত পৰিছে। এই বিহাৰী আচলতে কোন জান ? তোৰ বিতিয়াৰ পুৰণি প্ৰেমিক।"

"যাঃ বিতিয়া আকৌ মোৰ বিতিয়া হ'ল কেনেকৈ।" ইমৰান যুদ্ধং দেহি হ'ল।

"কিয় নহ'ব, প্ৰথম দৰ্শনতে 'তোমাৰ চেহেৰা চুলতানৰ দৰে ধাবু' বুলি তাই কাক কৈছিল ?"

মুবাৰকে বিনায়কৰ ৰসিকতাত অলপো নাহাঁহিলে। মুবাৰক এই এটা বিষয়ত বৰ কঠিন। ইমৰানে তাক তিক্ততা সম্পৰ্কীয় কোনো মন্তব্যত যোগ দিয়া দেখা নাই আজিলৈকে।

তাৰ হাতত ধৰি টানি ইমবাৰে আক ক'লে, "ব'ল বিহাৰীৰ লগত মোকে চিনাকি কৰি দিবি, বিনায়ক থাকক ইয়াতে। খোজ-কাঢ়িয়েই যাম নেকি ?"

"জঁতো আকৌ। চাউনী সোৱা ওচৰতেই দেখোন, ব'ল।" মুবাৰকে ক'লে, "তই আমাৰ তালৈ এদিন যোৱাৰ কথা আছিল নহয়, আজি যাবি ?"

"আজি নোৱাৰো ভাই।"

"মজ্‌লিচ্‌ সঁচাকৈয়ে হ'বনেকি ?"

"নিশ্চয় হ'ব। মজলিচৰ বন্দোবস্ত কৰিবলৈ আজি পুৰন্দৰৰ তালৈ যাওঁ ব'ল।"

"পুৰন্দৰৰ তালৈ ? বাপৰে—মাক কৰিবি ভাই।" মুবাৰক জপিয়াই উঠিল।

"কিয়, কি হ'ল ?"

"তেওঁ আমাক মানুহ যেনেই নেদেখে।"

"কিয় ?"

"পুৰন্দৰৰ কথা এৰিয়া থ'। আমাৰ তালৈ কোন দিনা যাবি তকে ক'। আমাৰ তালৈ এদিন যাবিয়েই কিন্তু, মায়ে তোক দেখিলে বৰ ভাল পাব।"

"যাম দে এদিন। একেটা কথা কিমান কেনেকি থাক ?"

চাউনী পাওঁতে পাওঁতে মুবাৰকে ক'লে, "বিহাৰী কোন জান ? যোগীইঁতৰ লগৰ বিচালা। বাঘীইঁতৰ লগত যে এসোপা চিপাহী ওলাই গৈছিল, বিহাৰীও গৈছিল'গৈ সিহঁতৰ লগত।"

"দিল্লীলৈ ? তেনেহ'লে মই দেখিছো নিশ্চয়।"

"হ'বও পাৰে। বিহাৰীক লগ নোপোৱা মানুহ কিজানি দুনিয়াতে নাই।"

"কিন্তু বিহাৰীক জানো আকৌ কামত লব বাঈচাহেবাই ? তুই কি জান ?"

"নিশ্চয় ল'ব । তোৰ গাত আচলতে সিমান দোষ নাই জান; আৰু ক'তকতো লৈছে তেনেকৈ ।"

চাউনী পায়েই বৈজনাথৰ কোঠালৈ গ'ল সিহঁত । বৈজনাথৰ বিচনাৰ চাৰিওফালে বহি আছে যুগলীকৰ, ভাৰ্গৱ, চৰক্‌বাজ, গোলাম আলী আৰু স্বয়ং বৈজনাথ নিজে । বিচনাত শুই থকা মানুহটোৱেই বিহাৰী,—তাৰ গালৰ ছালখনৰ ওপৰত বহু দিন ধৰি ৰ'দে কোবোৱাৰ দাগ । গোলাম আলীহঁতে হাঁহিৰ খলক তুলিছে ।

ইমৰানক দেখি বিহাৰীয়ে গাৰুৰপৰা মূৰ দাঙি ক'লে, "তয়েই ইমৰান নহয়নে ? ইহঁতৰ মুখত শুনি চেহেৰা দেখিয়েই গম পাইছো । যাওঁক এটা সতীৰ্থ পালোঁ । দেখিছ, ক'ত এবাৰ দেশৰ কাম কৰিম বুলি লোকৰ কথাত কষ্টে-মষ্টে দিল্লীলৈ ভুল ক্ৰমে গ'লো, ইহঁতে মোক এতিয়া গালি পাৰি নগুৰ-নাগতিথন কৰিছে ।"

"এৰা ভাই, তহঁতৰ একে দিল্লীৰ মানুহ", যুগলীকৰে ক'লে, "মিতিৰ মানুহ, আমিনো কোন কুতা ? তোৰ ৰকীল আহি গ'ল যেতিয়া আৰু চিন্তা নাই ।"

"হ'বই ।" গোলাম আলীয়ে ক'লে, "আচ্ছা ইমৰান, বাঈচাহেবাক গালি পাৰি 'দিল্লী চলো' বুলি গুচি যাবলৈ ক'লে কেনে নাটকীয় নাটকীয় লাগে নহয়নে ? তয়ে ক' বাৰু !"

"কোনে গালি পাৰিছিল অ' ? কোনে গালি পাৰিছিল ? মোক তেনেকৈ নক'বি দেই, ভাল নহ'ব ।"

"বেয়া পাবলৈনো কিটো বাকী আছে অ', বিহাৰী ?" যুগলীকৰে ক'লে "ভালেই কৰিছিলি, মাজে মাজে তেনে নাটক কৰিব লাগে, মন আৰু স্বাস্থ্য ভালে থাকে ।"

ভাই ভগৱানৰ শপত, মই গালি পৰা দলত নাছিলোঁ ।" বিহাৰীয়ে ক'লে ।

ইতিমধ্যে বৈজনাথে বিহাৰীৰ বাবে খানা আনিছিল দেখি বিহাৰীয়ে ক'লে, "এইহে ভাল ল'ৰাৰ কথা। যোগী তই এক দৌৰ মাৰচোঁন দোকানলৈ, কেইটামান দৈ-বড়া লৈ আনগৈ।"

"ওহোঁ, দৈ-বড়া খালে তোৰ ভৰিৰ ঘাঁ পকিব।" চৰফ্‌ৰাজে ক'লে।

মুবাৰকে সুধিলে, "তোৰ ভৰি কেনে পাইছ বিহাৰী ?"

মুখ ভৰ্তি ৰুটীৰ ওপৰত এসোহা গাখীৰ খাই বিহাৰীয়ে ক'লে. "ওহো বৰ ভাল নহয়। বাটত আহোঁতে ঘাঁ বেছি হৈ গ'ল। যিহে কষ্ট। ঝাঁচী পাওঁতে পাওঁতে ঘোঁৰাটো মৰিল। এইডোখৰ বাট এই ভৰিৰেই খোজকাঢ়ি আহিলোঁ।"

"আবাল বৃদ্ধ-বণিতা সকলোৰে আশ্ৰয় ঝাঁচী।" যুগলীকৰে ক'লে, "অৱশ্যে এটা কথা বিহাৰী, ভৰিৰ কাৰণে তই বিশেষ একো ভাবিব নালাগে। আজিকালি ফিৰিঙ্গীৰ দেশ বিলাতত যি সুন্দৰ সুন্দৰ কাঠৰ ভৰি ওলাইছে, আচল ভৰিতকৈও ভাল। ৰঙা, বগা, নীলা সকলো ৰঙৰ সুন্দৰ ভৰি আছে, তোৰ যেনেকুৱা ধৰণৰ পছন্দ হয় ঠিক তেনেকুৱাই এখন আনি দিম। এবাৰ ভৰিখন কাটি নতুন ভৰি লগাই ল'লে আৰু পায় কোনে। পছন্দ হয় যদি সিখন ভৰিও কটাই ল'বি।"

সকলোৱে পিৰ্জ্জনী মাৰি হাঁহিবলৈ ধৰিলে।

বিহাৰীয়ে ক'লে, "অৱশ্যে যোগীয়ে কোৱা কথাত আচৰিত হ'বলগীয়া কি আছে ? তাৰ সকলো কথা ক্ষমণীয়। মই এটা ঘটনা কওঁ শুনহঁক! ইংৰাজী এঠৈছ শ একত্ৰিছ চনত এজন মানুহে এক ডাক্তৰৰ ঘৰলৈ গৈছিল......"

"ইংৰাজী এঠৈছ শ একত্ৰিছ চন আকৌ কেতিয়া হ'ল ? তই দিল্লীত তিনি শ বছৰ শুই থাকিলি নেকি, জগাওতাও কোনো নোলাল ? আমাৰ ঝাঁচীত হ'লে এতিয়াও ওঠৰশ আঠাৱন

চনেই চলি আছে। খোদাৰেই ভুল।" ইমবানে ক'লে।

"অঃ, ব'চোন", বিহাৰীয়ে ক'লে, "প্ৰথমৰপৰাই গোলমালখন নলগাবি। ধৰি ল'না আৰু তিনিশ বছৰৰ পাছৰ ঘটনা। তেতিয়াৰ দিনত প্ৰকাণ্ড প্ৰকাণ্ড দ'ৰাখানা, প্ৰকাণ্ড প্ৰকাণ্ড ডাক্তৰ। তেনেকুৱা এজন ডাক্তৰৰ ওচৰলৈ এদিন এজন ভদ্ৰলোক আহিল। তেওঁৰ মগজুৰ বিকাৰ হৈছে, মূৰটোৰ চিকিৎসা কৰিব লাগে। ভদ্ৰলোকজনৰ নাম মাধৱন মাধৱাও যুগ্‌লীকৰ—।"

যুগ্‌লীকৰে আঙুলি জোকাৰি ক'লে, "এই, খবৰ্দ্দাৰ!"

আটায়ে গিৰ্জনি মাৰি হাঁহিবলৈ ধৰিলে। ভাৰ্গৱে ক'লে, "মাধৱন মাধৱাও নহয় অ', গাধৱন গাধৱাও।"

আকৌ হাঁহিৰ ৰোল উঠিল।

বিহাৰীয়ে খৰখেদা লগালে, "ৰ'বি ৰ'বি, শেষ কৰিবলৈ দে। খুব নাম কৰা ডাক্তৰ। মূৰটো কাটি-মেলি ঠিক-ঠাক কৰি ঘৰৰ ল'ৰা ঘৰলৈ পঠিয়াই দিলে। চব ঠিকেই চলিছিল, কিন্তু পাছদিনা আলমাৰী খোলোতে হঠাতে ডাক্তৰে দেখিলে সৰ্বনাশ! ........সেই যে চিকিৎসাৰ সময়ত মগজুটো উলিয়াই তেওঁ কাঁহী এখনত থৈছিল, সেই মগজু থোৱাতে আছে, তেওঁ ভুলক্ৰমে খালী মূৰটোকে চিলাই কৰি পঠিয়াই দিলে।"

আটায়ে হাঁহিবলৈ ধৰিলে। "আৰু সেই ভাল মানুহ বেচেৰা ডাক্তৰতো মহা বিপদত পৰিল।" বিহাৰীয়ে ক'লে। "ৰজাঘৰে এই ঘটনা শুনিব লাগিলে তেওঁতো আইনতেই পৰিব। বহুত বিচাৰিও তেওঁ মাধৱন মাধৱাওৰ ঠিকনা উলিয়াব নোৱাৰিলে। ইয়াৰ প্ৰায় এবছৰমানৰ পাছত এদিন ডাক্তৰে কাণ খজুৱাই আছে,—হঠাৎ তেওঁ দেখিলে ৰাস্তাইদি গৈছে সেই মাধৱন মাধৱাও। ডাক্তৰে দৌৰি গৈ মাতিলে, যুগ্‌লীকৰ যুগ্‌লীকৰ তোমাৰ মগজুটো মই ভুলতে ৰাখি থৈছিলো,—আহা তোমাক এতিয়াই ফটাফট লগাই দি দিওঁ। যুগ্‌লীকৰে শূন্য দৃষ্টিৰে

ডাক্তৰৰ ফালে চালে। ক'লে—"নাই, এতিয়া আৰু তাৰ কোনো দৰকাৰ নাই,—কাৰণ মই অলপতে ঝাঁচীৰ বিচালা ফৌজৰ চাকৰি লৈছোঁ।"

আটাইৰে মাজত হাঁহিৰ ৰোল উঠিল গোলাম আলীয়ে ক'লে, "তুমহে জুতোচে মেৰামতি কৰনা হ্যায়, বেচৰম, তুম বিচালা চিপাহীকা বেইজ্জতি কৰতে হোঁ।"

চৰফ্ৰাজে মাজতে কৈ উঠিল, "বিহাৰী, ভৰি ভাঙিলেই মানুহৰ ইমান ফুটনি হোৱাটো ভাল নহয় দেই। আমাৰো ভৰি আছে।"

বৈজনাথে ক'লে, "বাজে কথা বাদ দে। কামৰ কথা ক'। বিহাৰী তই বিতিয়াৰ কথা পাহৰিলিয়েই নেকি? এতিয়ালৈকে এবাৰো খবৰ লোৱা নাই, কি কাণ্ড?"

"ঠিক কৈছ, ঠিক কৈছ।" বিহাৰীয়ে ক'লে। 'কেনে আছে বিতিয়া? তাইৰ দৰদী দিলত দ্বিতীয়, তৃতীয় বা অন্য কোনো নম্বৰৰ পুৰুষ যোতা নাইনে?

"জুতিছেতো" যু বৈজনাথে ক'লে, "এই যে চয়তানৰ বাচ্ছা, হটঙা চেহেৰা, গাল সোমোৱা ইমৰান, ইয়াৰ ৰং-বাহাৰী চকুৰ প্ৰেমৰ কাৰাগাৰত বিতিয়া এতিয়া বন্দী।"

"বেচ্, বেচ্ ইমৰান দেখিছো লায়ক মানুহ।" উৎফুল্ল হৈ ক'লে বিহাৰীয়ে। "আচ্ছা, চাচাৰ চিৰিয়াটো কেনে হৈছে অ' আজিকালি,—তাইৰ খবৰ কচোঁন।"

"কোন প্ৰভা? বাপৰে, একেবাৰে জুই।" চৰফ্ৰাজে ক'লে।

"প্ৰভাক দেখিলে মোৰ কেনেকুৱা লাগে জান?" যুগলীকৰে ক'লে, "এদিনাখন সন্ধিয়া লছমীতাল হ্ৰদৰ পাৰত—সন্ধিয়াৰ আকাশত বেলি যেতিয়া মাৰ যাওঁ যাওঁ, মেঘে মেঘে ৰঙৰ হোলি, দিগন্তত জাকে জাকে উৰি যোৱা বগলী—অস্ত ৰবিৰ

ম্লান পোহৰত মই দেখিছিলো, তাইৰ কেঁকোৰা চুলিকেইডালমান বতাহত উৰিছিল, তাইক সেইদিনা দেখি মোৰ এনেকুৱা লাগিছিল, যেন...."

"তোফা, তোফা ! যোগীয়ে ইমান সাহিত্য কৰিব জনা হ'লি কেতিয়াৰপৰা ? কৈ যা, কৈ যা !" বৈজনাথে উল্লাসিত হৈ চিয়ঁৰিলে।

যুগলীকৰে ক'লে, "তাইৰ মুখখন সেই আবেশভৰা আৱেষ্টনীত দেখি মোৰ মনত পৰিছিল বহু দিনৰ আগতে মায়ে যতন কৰি পোৱা গৰুজনীলৈ, দুয়োৰে মাজত ইমান কিয় অদ্ভুত মিল ?"

সকলোৰে মাজৰপৰা যুগলীকৰক একাষৰীয়াকৈ মাতি লৈ গ'ল ইমৰানে।

"কি হ'ল ?"

"তোক যে সেই গাড়ীখনৰ কথা কৈছিলো, কি কৰিলি ?" ইমৰানে সুধিলে।

"দেওৱানজীৰ গাড়ীখন ? যেতিয়াই লাগে তেতিয়াই দিব। কিয় মজলিচ্ হ'ব নেকি সঁচাকৈয়ে ?" যুগলীকৰে ক'লে।

"অ', নিশ্চয় হ'ব। বসন্ত পঞ্চমীৰ দিনাই। শুন, গাড়ীখন কাইলৈকে খুজিবি, গোটেই আবেলিটোৰ কাৰণে। আৰু এটা কথা, গাড়ীখনত যে পিতলৰ ফুল কিছুমান লগোৱা আছে, সেইবোৰ তেনেই সোলোকাই পেলাব লাগিব। কোনেও যাতে সিংজীৰ গাড়ী বুলি চিনি নাপায়। বুজিছ ?"

"আচ্ছা। তই এতিয়া ক'ৰবালৈ যাব নেকি ?"

"পুৰন্দৰৰ তালৈ যাওঁ। তাক কিছুমান কাপোৰ আনিবলৈ দিছো।"

"কাপোৰ ?"

"ওঁ। নাটঘৰৰপৰা !"

"বাঙ্ক। আকৌ কাইলৈ লগ পাম তেনেহ'লে ?"

"নিশ্চয়। আবেলি। গাড়ীখন একেবাৰে লগতে লৈ আহিবি।"

ৰাস্তালৈ ওলাল ইমৰান। সি অকলেই কবীৰ চৌবাৰ কালে খোজ ল'লে। এই কবীৰ চৌৰা মহল্লা এডোখৰ অদ্ভুত ঠাই। ঠেক ঠেক অসংখ্য লেতেৰা গলিৰে সজা বহু পুৰণি মহল্লা। মানুহে কয়, ঝাঁচীৰ আটাইতকৈ নিষ্কর্মা মানুহখিনিৰ হেনো কবীৰ চৌৰাত বসতি। ইয়াৰ ডেকা লৰাই পাণ খাই খাই মুখ ৰঙা কৰি হয় তবলা বজায় নহয় গুণ্ডামী কৰে।

পুৰন্দৰইঁতৰ ঘৰটো বিচাৰি উলিয়াওঁতে বেচ্ সময় লাগিল। কবীৰ চৌৰা প্ৰায় যিখিনিত গৈ শেষ হৈছে তাতে অলপ মুকলি ঠাই এটুকুৰাত পুৰন্দৰইঁতৰ ঘৰ। দুৱাৰমুখ পাওঁতে নৌ পাওঁতেই ৰাস্তাৰ কাষত বহি থকা ভিখাৰী এটাই পইচা খুজিলে ইমৰানক।

ঘৰ সোমায়ে ইমৰানে মন কৰিলে মহল্লাৰ আন ঘৰৰ দৰে লেতেৰা নহয় এই ঘৰটো। বাহিৰৰ চোতাল ফটফটীয়া পৰিষ্কাৰ,—ক'তো অকণো জাবৰ-জোথৰ পৰি থকা নাই। চোতালৰ চাৰিওকালে ফুল গছ লগোৱাৰ প্ৰচেষ্টা। বেছিভাগ ফুলেই অৱত্নে মৰি গৈছে,—যিবিলাক বাচি আছে তাতো এতিয়া বেছি ফুল নাই। দৰজা, খিৰিকী, প্ৰত্যেকতে পৰ্দা, যদিও: প্ৰতিখনৰে ৰং বেলেগ বেলেগ আৰু জোখো বেলেগ বেলেগ।

আগফালৰ কোঠাতে বুঢ়া মানুহ এজন বহি থকা দেখি ইমৰানে বুজিলে যে তেৱেঁই পুৰন্দৰৰ দেউতাক। তেওঁৰ চকুত চছ্মা, সম্মুখত এখন হাতেলিখা মাৰাঠী কিতাপ—পঢ়োতে পঢ়োতে তাৰ পাতবোৰ ক্ষয় গৈছে, এটা পাতবো চুক নাই।

ইমৰানে বুঢ়াক পুৰন্দৰৰ কথা সুধিব খুজিছিল। এ:নতে দহ-বাৰ বছৰীয়া সৰু ল'ৰা এটা খপকৈ ওলাই আহি ক'লে,

"চিত্রা বাইদেৱে আপোনাক ভিতৰলৈ মাতিছে।"

থমকি ৰ'ল ইমৰান। "কোন চিত্রা বাইদেউ ? ক'ত আছে তেওঁ ?" সি সুধিলে।

"আপুনি সৰু ককাইদেউক বিচাৰি আহিছিল নহয়নে ? ব'লক, চিত্রা বাইদেউ সৌ ভাতে ৰৈ আছে।" ল'ৰাটোৱে ইমৰানক ঘৰৰ পিছ-চোতাললৈ লৈ গ'ল।

ৰঙা শাৰী পিন্ধা ছোৱালী এজনী আগবাঢ়ি আহি ক'লে, "আপুনি সৰু ককাইদেউক বিচাৰি আহিছিল ? দেউতাই চাগৈ আপোনাৰ লগত বেয়া ব্যৱহাৰ কৰিলে। ডাঙৰ ককাইদেউ জয়ৰামন দিল্লীলৈ যোৱাৰপৰাই দেউতা যে দিনে দিনে কি হৈ গৈছে—যাকে দেখে তাকে সোধে ডাঙৰ ককাইদেউৰ খবৰ।"

'নাই, নাই, মোৰ লগত তেখেতে কোনো কথাই কোৱা নাই।" ইমৰানে ক'লে "তোমালোকে এনেই তেনেকৈ ভাবি লৈছা।"

কোলাত এটি কেঁচুৱা লৈ পঁচিছ বছৰমান বয়সৰ তিৰোতা এগৰাকী বাহিৰলৈ ওলাই আহিল।

"ছিঃ চিত্রা", তেওঁ ক'লে, "আলহী আহিলে প্ৰথমে বহিবলৈ দিবানে ? নে থিয়ৈ থিয়ৈ কথা পাতিবা ?"

লাজ পাই চিত্রাই ইমৰানক ক'লে. 'আহক আপুনি ভিতৰত বহকহি !" তাই ইমৰানক ভিতৰৰ কোঠা এটাত বহুৱালেগৈ। "সেইয়া আমাৰ ন-বৌ,—ডাঙৰ ককাইদেউৰ পৰিবাৰ ."

"পুৰন্দৰে বিয়া কৰোৱা নাই ?" ইমৰানে সুধিলে।

চিত্রাই হাঁহি ক'লে, "ওহোঁ। সৰু ককাইদেৱে দেখোন গান-নাটক কৰি ঘুৰি ফুৰোতেই যায়, বিয়া কৰিবলৈ সময় ক'ত !"

কোঠাটোৰ এচুকত চাৰি-পাঁচ বছৰীয়া অকণমান ছোৱালী এজনীয়ে আঁঠুকাঢ়ি কাঠৰ বাকচ এটাৰ ওপৰত কাগজ এখিলাত কিবা

এটা খুব মনযোগেৰে আঁকি আছিল। অলপ আগতে লগ পোৱা সেই ল'ৰাটো আহি তাইক ক'লেহি, "এই, মোৰ যাদুঘৰৰ ওপৰত কিয় ছবি আঁকিছা ?"

ছোৱালীজনীয়ে মুখ বিকতাই ক'লে, "থোৱ', থোৱা তোমাৰ বাকচৰ ওপৰতনো আঁকিলেহে পাৰিছো।" তাই উঠি আহি মেজৰ কাষত চকা পাৰি বহি আঁকিবলৈ ধৰিলে।

এইবাৰ কোঠাটো ভালকৈ চালে ইমৰানে। কোঠাটো অন্দৰ মহলৰে একাংশ। ধুনীয়া পৰিবেশ। বেৰবিলাকত নিখুত চূণ-কাম। এচুকত তেলৰ ৰঙেৰে অঁকা এখন ডাঙৰ নটৰাজৰ ছবি, চিদাম্বৰম্ মন্দিৰত থকা নটৰাজৰ অবিকল প্ৰতিচ্ছবি। বিপৰীত ফালে বেৰত ওলমি আছে মহিলাৰ ছবি। তাৰ তলতে সৰু মেজ এখনত মাটিৰ ধুনা-দানীত ধুনা আৰু ফুলদানীত নতুনকৈ ফুলা বগা ফুল এঠোক।

চিত্ৰাই ক'লে, "অপুনি অকণমান বহক। মই এইমাত্ৰ আহিম! আপোনাক ঢেৰ কথা সুধিবলগীয়া আছে কিন্তু। সৰু ককাইদেৱে আপোনাৰ কথা কিমান কয়। আপুনি হেনো গোটেই ভাৰত ভ্ৰমণ কৰিছে ?"

"গোটেই ভাৰত নহয়। কিছুমান ঠাই ফুৰিছো, ছেগ চাই চাই।"

"আৰু দিল্লীৰ যুদ্ধৰ কথা সুধিবলৈ আছেই, আপুনি অকণমান বহক। মই এতিয়াই আহিম।"

চিত্ৰা যোৱাৰ পাছত ইমৰানে সৰু ল'ৰাটোক মৰম কৰি সুধিলে, "তোমাৰ নাম কি ?"

ল'ৰাটোৱে আমন-জিমনকৈ ক'লে, "মোৰ নাম পদ্মনাভন্।"

"বেচ্ সুন্দৰ্ নামতো!", ইমৰানে ক'লে। "কোনে দিছিলে এই নাম ?"

"দেউতাই।" পদ্মনাভনে ক'লে। 'দেউতাই সংস্কৃত খুব ভাল পাইছিল কাৰণে মোৰ নাম থলে সুন্দৰন্ পদ্মনাভন্। দেউতাই ছবিও আঁকিছিল। সৌ যে বেৰত মাৰ ছবিখন দেখিছে, সেইখন দেউতাই নিজে আঁকা। মোৰ জন্মৰ পাছত মাৰ মৃত্যু হয়, তেতিয়াৰপৰা দেউতাই ছবি আঁকা এৰি দিছে। আৰু যোৱা বছৰ বৰ ককাইদেউ যেতিয়া বাঘী-চিপাহীৰ লগত গুচি গ'লগৈ, তেতিয়াৰপৰা দেউতাই মাথোন কান্দি থাকে, নাখায়ো, কথাও নকয়।" কথাবিলাক সৰু সৰুকৈ কৈ গ'ল পদ্মনাভনে।

'তোমাৰ ককাইদেউ দিল্লীলৈ গৈছিল নে?"

"হয়।" ল'ৰাটোৰ কথা কোৱাৰ ভঙ্গীত বেচ্ এটা ব্যক্তিত্ব আছে। 'বৰ ককাইদেউ খুব দেশপ্ৰেমিক আছিল, দেউতাৰ দৰেই। অৱশ্যে দেউতাৰ অনুমতি লৈয়েই তেওঁ দিল্লীলৈ গৈছিল। কিন্তু তাৰ পাছৰপৰা তেওঁৰ কোনো খবৰ নাই। ন-বৌৰ অকণমান যে ল'ৰা বিশ্বু—বিশ্বনাথন্, সিতো বাপেকক জন্মৰপৰাই নেদেখিলে।' ইমানে কিন্তু পদ্মনাভনক 'পদ্মনাভ' বুলি মতা হ'ল।

"বীণা কোনে বজায় পদ্মনাভ?"

অবাক হ'ল পদ্মনাভ। "আপুনি কেনেকৈ জানিলে?"

"অথনি মই বাহিৰৰপৰাই টুংটাং শব্দ শুনিছিলো।"

লাজ লাজকৈ পদ্মনাভে ক'লে, 'মই কেতিয়াবা অকণমান বজাও 'সা—ৰে—গা—মা'। সৰু ককাইদেৱেও অলপ চৰপ টুং-টাং কৰে। কিন্তু আচলতে ভালকৈ বজায় বৌৱেহে।"

"চিত্ৰা বাইদেৱে একা?"

'ই, হাতেৰেই নোচোৱে। তেওঁৰ মাথোন যুদ্ধ আৰু যুদ্ধ। জানে, চিত্ৰা বাইদেউৰ এখন অস্ত্ৰ-শস্ত্ৰৰ কাৰাগাৰ আছে, আমি কাৰাগাৰ বুলি কওঁ, নিজে যাদুঘৰ বুলি কয়।"

"বেচ্ তোমাৰ যাদুঘৰটো কিন্তু আগতে চাম দেই।"

"মোৰ ? মোৰ আকৌ যাদুঘৰ আছে ক'ত ?

"মই নাজানো বুলি ভাবিছা নেকি ? সৌ যে বাকচটো, তাত কি আছে ?"

পদ্মনাভে লাজতে দৌৰ মাৰি ওলাই গ'ল।

অকণমান ছোৱালীজনীয়ে তেতিয়াও কিবা আঁকিয়েই আছে। ইমৰানে ওচৰলৈ গৈ সুধিলে, "ভন্টি, তুমি কি আঁকিছা ?"

মূৰ নোতোলাকৈয়ে ছোৱালীজনীয়ে ক'লে, "মোৰ নাম ভন্টি নহয় দেও। মোৰ নাম সাগৰিকা '

"সাগৰিকা,:তুমি কি আঁকিছা ?"

"ছবি আঁকিছো।"

"কাৰ ছবি ?"

"ঈশ্বৰৰ ছবি।"

"ঈশ্বৰ দেখিবলৈ কেনেকুৱা তুমি জানো জানা ?"

"তুমি জানো জানা ?"

"নাজানো, কোনো মানুহেই নাজানে ঈশ্বৰনো কেনেকুৱা!"

"ৰ'বা, মোৰ ছবিখন অঁকা যেতিয়া শেষ হ'ব, তেতিয়া সকলোৱেই গম পাব ঈশ্বৰ কেনেকুৱা।"

ইমৰানে হাঁহিলে। "তুমিনো দেড়হতীয়া অকণমান ছোৱালী এজনীয়ে 'সাগৰিকা'ৰ দৰে নাম এটা লৈ কি কৰিবা"।

"তোমাৰ নামটোনো কি ?"

"তোমাৰঃ কাৰণে মোৰ নামটো হ'ল—ইমৰান খুড়া।"

ছোৱালীজনীয়ে এইবাৰ মূৰ তুলিলে। "কালি যে আমাৰ ঘৰত প্ৰকাণ্ড ভালুক এটাই নাচিছিল, তুমি তেনেকৈ নাচিব পাৰিবানে ?" তাই সুধিলে।

প্ৰশ্নটোৰ কাৰণে ইমৰান একেবাৰেই প্ৰস্তুত নাছিল। আক্ৰমণটোৰ কোন ফালৰপৰা আহিছে বুজিব নোৱাৰি সি একো

নামাত্তি মনে মনে থাকিল। সাগৰিকাই ক'লে, "নোৱাৰা যদি ইমানডাল মস্ত নামেৰে তুমিনো কিডাল কৰিবা ?' অলপ সময় মনে মনে থাকি এইবাৰ মুৰ তুলি সাগৰিকাই সুধিলে, "ইমৰান খুড়া, তুমি ৰাৰু বিয়া কৰিছানে নাই ?'

ইমৰানে মূৰ জোকাৰিলে. "ওহোঁ নাই কৰোৱা।"

"ভালেই কৰিছা. জানা ইমৰান, খুড়া আমাৰ মায়েও আজিলৈকে বিয়া কৰোৱা নাই।" ছবি আঁকি আঁকি ক'লে সাগৰিকাই।

"কিয়, তোমাৰ মায়ে জানো তোমাৰ দেউতাৰাক বিয়া কৰোৱা নাছিল ? আমিতো তেনেকুৱা বুলিয়েই খবৰ পাইছিলোঁ।"

"ধেৎ ? ইমান আপোন মানুহক বিয়া কৰে নেকি কোনোবাই ?"

"ছ'ৰী....,পায়নে মানুহক 'ধেৎ' বুলি ক'ব ?" বুলি কৈ কৈ চিত্ৰা সোমাই আহিল। তাইৰ হাতত নিখুত বগা পাথৰৰ ৰেকাবীত দুটা বৃহৎ আকাৰৰ চানাৰ বড়া

"তেনেই সামান্য আপত্তি কৰিলে নুশুনো কিন্তু", তাই ক'লে, 'আক ন-বৌয়ে খুব খং কৰিব মোক।"

"নাখাও বুলি মই ক'লোনো কেতিয়া ?" ইমৰানে হাঁহিলে, "এটা চৰ্ত আছে কিন্তু,—তোমাৰ যাদুঘৰটো মোক দেখুৱাব লাগিব।"

"দেখুৱাম, কি কথা আছে তৰোৱাল খেলিব মোৰ লগত ?"

"নিশ্চয়।"

"পদ্মনাভক ধৰি আনিলে চিত্ৰাই। চানা-বড়া খাই খাই ইমৰানে পদ্মনাভৰ যাদুঘৰ চাবলৈ ধৰিলে। তাতেই পদ্মনাভৰ কি লাজ ! কাণ ৰঙা কৰি বক্তৃতা দি দি সি এটা এটাকৈ বস্তু দেখুৱাই গ'ল। "এই এইখন তৰোৱাল যে দেখিছে", চিচাপাতেৰে সজা এবেগেতীয়া তৰোৱাল এখন দেখুৱাই সি ক'লে, "এই তৰোৱালখন সম্ৰাট শ্যেৰশ্বাহৰ কবৰত পোৱা গৈছিল। এইখন

শ্যোৰশ্বাহক উপহাৰ দিছিল পাৰস্যৰ বিখ্যাত শিল্পী খোজা আমানুল্লাই। প্ৰসিদ্ধ মিছৰীয় ভাঁথাৰে ই তৈয়াৰী......।'

কাঠৰ দুটা বৰ্তুলাকাৰ বস্তু দেখি ইমৰানে হাতত তুলি লৈ সুধিলে, 'এই দুটা কি?''

ডাঙৰ টুকুৰাটো হাতত লৈ পদ্মনাভে বুজালে। "ইংৰাজী ওঠৰ শ সাতাৱন্ন চনত ইংৰাজৰ বিৰুদ্ধে বিপ্লৱ কৰি ভাৰতবৰ্ষ স্বাধীন হয়। এই বিপ্লৱত যিজনে নেতৃত্ব কৰিছিল, বীৰ সম্ৰাট আৰু কবি বাহাদুৰ-শ্বাহ, তেওঁৰ শেষ স্মৃতি হিচাপে পিছৰ যুগৰ মানুহে তেওঁৰ মূৰৰ খোলাটো শ্ৰদ্ধাৰে যাদুঘৰত থৈ দিলে। এইয়ে সেই যুগ-স্মৰণীয় পবিত্ৰ লাওখোলা।"

হাতত থকা অপেক্ষাকৃত সৰু গোল টুকুৰাটো দেখুৱাই ইমৰানে সুধিলে, "এই লাওখোলাটো কাৰ?"

পদ্মনাভে কলে, "এই দুয়োটাই স্মৃতিৰক্ষা বিভাগৰ একে শাখাৰ সামগ্ৰী। সম্ৰাট বাহাদুৰ-শ্বাহৰ ডেকা বয়সৰ মূৰৰ খোলা।"

"একেজন মানুহৰ দুটা লাওখোলা?" ইমৰানে এনেকৈ হাঁহিবলৈ ধৰিলে যে পদ্মনাভে পলাই ফাট মাৰিলে।

"পদ্মনাভে ক'ত পঢ়ে, চিত্ৰা?" ইমৰানে সুধিলে।

"ওচৰৰে টোলত। আগতে ঘৰতে পঢ়িছিল।"

"বেচ্। এদিনিয়া তোমাৰ যাদুঘৰ দেখুৱা।"

"ওহো, আগতে আপোনাৰপৰা দিল্লীৰ গল্প শুনিম।"

"কি গল্প?"

"আপুনি মীৰাটৰ বিপ্লৱত প্ৰথমৰপৰাই আছিল নহয় জানো! আপুনিতো মীৰাটৰ অশ্বাৰোহী!" সম্মতিসূচকভাৱে হাঁহিলে ইমৰানে।

"মোৰ খুব ইচ্ছা যায় জানে, যে ঘোঁৰাত উঠি তৰোৱাল আৰু বন্দুক লৈ যুদ্ধ কৰিম। আচল যুদ্ধ মই কাহানিও দেখা

নাই। ককাইদেউইঁতেতো মোক বন্দুক চুবলৈকে নিদিয়ে— আৰু ঘোঁৰা? ঝাঁচীৰ যিবিলাক ছোৱালীয়ে ঘোঁৰাত উঠে বা ফৌজত নাম লিখায়, ককাইদেউইঁতে সিহঁতক বাজাৰী বুলিহে কয়। যিবিলাক মানুহে নিজৰ দেশৰ কাৰণে যুদ্ধ কৰি কৰি মৰিছে, কিমান ভাগ্য তেওঁলোকৰ, আপুনিয়ে কওঁকচোন!"

"তুমি তৰোৱাল চলাবলৈ কাৰপৰা শিকিছা?'

"আমাৰ খুড়াৰ ল'ৰা এজনে খুব ভাল তৰোৱাল খেলিব জানে, তেওঁৰপৰা। তেওঁ অৱশ্যে চিপাহী নহয় দেই,—চখতেহে তৰোৱাল খেলে।"

"বাৰু, মই পুৰন্দৰক সুধিম। তোমাক নিশ্চয় ঘোঁৰা শিকিবলৈ দিব।"

"সৰু ককাইদেউক কৈ আৰু লাভ নাই। বাৰু আপোনালোকে মীৰাটৰপৰা দিল্লীলৈ একে ৰাতিতে আহিছিল নহয়নে? দিল্লীত বাৰু মানুহে কি কৰিছিল আপোনালোকক দেখি?"

"আমি আটায়ে একেলগে দিল্লী পোৱাগৈ নাছিলোঁ। প্ৰথমতে আমি পাঁচিছজন অশ্বাৰোহীয়ে দিল্লীত গৈ সম্ৰাটক লগ ধৰিছিলোঁ।"

"সকলো কথা শুনি কি কৈছিল সম্ৰাটে? মোক গোটেই ঘটনাটো ক'ব লাগিব।"

ইমৰানে হাঁহিলে। "তুমি চাগৈ কতবাৰ যে এইবোৰ কথা শুনিছা, চিত্ৰা।"

"হওঁক, মোক আপুনি নিজ চকুৰে যি দেখিছে যি শুনিছে সকলো ক'ব লাগিব, শুনা কথাত কত উৰাবাতৰি থাকে।" চিত্ৰাই ক'লে।

"বেচ্ শুনা তেন্তে। সাতাৱন্ন চনৰ দহ মে তাৰিখ। মীৰাটৰ সকলো মানুহ সেই ৰাতি পাগল, সিহঁতে ঘৰত জুই দিছে, কেণ্টনমেণ্ট বিধ্বস্ত কৰি দিছে, ডাঙৰ ডাঙৰ অফিচবোৰ বাৰুদ

ভৰাই উকৰাই দিছে, আৰু জেল ভাঙি কয়দীবোৰক মুকলি কৰি দিছে। সম্পত্তি, জীৱন—পৰিকল্পনা নাইবা ভৱিষ্যত, একোবেই ইয়ত্তা নাই। সেই সন্ধিক্ষণতে মই আৰু চব্বিছজন অশ্বাৰোহীয়ে দিল্লীৰ ফালে ঘোঁৰা দৌৰালোঁ। সম্পূর্ণ এৰাতি ঘোঁৰা চেকুৰালো আমি। দিল্লী যেতিয়া পালোগৈ তেতিয়া ৰাতি পুৱাইছে কি নাই,—দিল্লীৰ মানুহ টোপনিত, তেওঁলোকে তেতিয়াও গম পোৱা নাই ভাৰতবৰ্ষৰ বুকুত সেইটো কেনেকুৱা এটা অভিনৱ ৰাতিপুৱা। আমি পঁচিছজন অশ্বাৰোহীয়ে একেবাৰে লালকিল্লাৰ সম্মুখত থিয় হ'লোগৈ। কিল্লাৰ ওপৰত থিয় হৈ থকা প্ৰহৰী-কেইটাক যেতিয়া দুৱাৰ খুলি দিবলৈ অনুৰোধ কৰিলো সিহঁতে আমাক চিয়ঁৰি ক'লে যে, কিল্লাৰ দুৱাৰ খুলি দিয়া নহয়। আমি তলৰপৰা চিয়ঁৰি ক'লো যে সম্ৰাটক আমি লগ পোৱাৰ বিশেষ দৰকাৰ, কাৰণ ভাৰতবৰ্ষৰ বুকুত সেই ৰাতিপুৱাৰ-পৰাই এক ভয়াবহ মহাবিপ্লৱ আৰম্ভ হৈছে।"

"বাঃ কি অদ্ভুত!"

"অৱশেষত সম্ৰাট আহিল। কিল্লাৰ দীৱাৰত তেওঁ থিয় হ'লহি। সম্ৰাটক মই সেয়ে প্ৰথমবাৰলৈ দেখিলোঁ। একানৈৰে বছৰীয়া বৃদ্ধ তেজস্বী পুৰুষ। প্ৰতিডাল চুলি আৰু দাড়ি শুভ্ৰ বগা, শৰীৰৰ ভাঁজে ভাঁজে চালবোৰ কুঞ্চিত কিবিস্তাৰ দৰে সুন্দৰ শৰীৰ বয়সৰ ভৰত হালি পৰিছে। সম্ৰাটে আমাক সুধিলে, আমি কোন আৰু কি কাৰণে আহিছোঁ। সকলো কথা বিবৰি সম্ৰাটক ক'লো যে ভাৰতবৰ্ষক দাসত্বৰপৰা মুক্ত কৰিবলৈ বহু আকাঙ্খিত আৰু ঈশ্বৰৰ অভিপ্ৰেত সেই মহাবিপ্লৱৰ আজি ৰাতিপুৱাৰপৰাই আৰম্ভ হৈছে আৰু তাৰ নেতৃত্ব কৰিব দিল্লীৰ মসনদে। সম্ৰাটে ক'লে, তেওঁ বৃদ্ধ, গৰীৱ, ফিৰিঙ্গীৰ সামান্য বৃত্তিৰে আৰু অলঙ্কাৰ বেচি অশেষ গ্লানি আৰু অপমানৰ

মাজত যেওঁ কালাতিপাত কৰিছে,—বাৰ্দ্ধক্যৰ কাৰণে তৰোৱাল হাতত ল'লে হাত কঁপে। এই অৱস্থাত হিন্দুস্থানৰ নেতৃত্ব গ্ৰহণ তেওঁৰদ্বাৰা কেনেকৈ সম্ভৱ? যি সংগ্ৰামে ধাৰ্য্য কৰিব চাৰা হিন্দুস্থানৰ ভৱিতব্য, তাক চলাবলৈ তেওঁৰ শক্তিয়েই বা ক'ত, অৰ্থই বা ক'ত? আমি তলৰপৰা চিয়ঁৰি ক'লো যে, সম্ৰাট বাহাদুৰ-শ্বাহ তামাম্ হিন্দুস্থানৰ আজাদীৰ ভগৱান প্ৰেৰিত নেতা আৰু মালিক, — হতভাগ্য ভাৰতবাসীৰ ওচৰত আজি আন কোনো নাই, যিয়ে এই দুৰ্দিনত সিহঁতক মুক্তিৰ সাৰ্থক পথ দেখুৱাব পাৰিব; তাৰ কাৰণে তেওঁৰ ধন নালাগে, লাগে মাথোন তেওঁৰ আঙুলিৰ বজ্ৰ নিৰ্দেশ। কিছু সময়ৰ পাছত আমাৰ কাৰণে লালকিল্লাৰ দৰজা খুলি গ'ল! সম্ৰাটৰ হুচকুমপৰা পানী বৈ আহিল,—নিজ হাতে তেওঁ কিল্লাৰপৰা ইউনিয়ন জেক নমাই তাৰ ঠাইত প্ৰোথিত কৰিলে স্বাধীন ভাৰতৰ নতুন পতাকা।"

চিত্ৰাই ক'লে, "আইয়ে দেহি! সম্ৰাটে জানো আৰু একো কথা কোৱা নাছিল?'

"কৈছিল। আমি তেওঁৰ সম্মুখত তৰোৱালত হাত থৈ শপত গ্ৰহণ কৰিছিলোঁ যে আজাদীৰ নামত আৰু সম্ৰাটৰ ৰক্ষাৰ কাৰণে আমাৰ দেহৰ শেষতোপা খুণ কবুল কৰিম আৰু সম্ৰাটৰ হাতৰপৰা কোনো দৰমহা গ্ৰহণ নকৰোঁ। সেই ৰাতিপুৱা দিল্লীত কি যে অভূতপূৰ্ব উত্তেজনা জাগি উঠিছিল—চিত্ৰা, ইয়াত বহি তুমি কল্পনাও কৰিব নোৱাৰিবা। পুৱতি নিশাৰেপৰা যমুনাৰ সেতুৰ পাৰত আৰু তাৰ কাষৰীয়া সমগ্ৰ অঞ্চলত লক্ষ লক্ষ উত্তেজিত মানুহে অধৈৰ্য্য হৈ অপেক্ষা কৰি আছিল সেই অদ্ভুত মীৰাট বাহিনীটোৰ আগমন চাবলৈ, যি মীৰাট বাহিনীয়ে হিন্দুস্থানৰ মাটিত প্ৰথম আৰম্ভ কৰিলে সেই বহু আকাংক্ষিত 'গিদৰ্-এ-হিন্দ'—

হিন্দুস্থানৰ মহাবিপ্লৱ । যমুনা নদীৰ সেতুৰ কাষৰপৰা আমি অধীৰভাৱে লক্ষ্য কৰি আছিলোঁ। বহু দূৰৰ এটুকুৰা কঠিন ভূমিভাগৰ পিনে আৰু তাৰপৰা লাহে লাহে উঁৰি থকা ধুলিখিনিৰ পিনে। কাৰণ সেই ধূসৰ ভূমিৰ ওপৰেদিয়েই প্ৰচণ্ড গতিৰে আগবাঢ়ি আহিছিল বিশাল মীৰাট বাহিনী। কদমে কদমে আহিছিল সিহঁত—সন্মুখৰ শাৰীত হাতে হাতে খোলা তৰোৱাল লৈ অশ্বাৰোহীৰ দল. তাৰ পিছে পিছে দৌৰি দৌৰি পদাতিক সৈন্যবাহিনী। সূৰ্য্যৰ ৰোশনাইত জিলিকিছিল সিহঁতৰ বল্লম্ আৰু তৰোৱাল—সিহঁতৰ চোলাৰপৰা ওলমিছিল বিগত যুদ্ধৰ কীৰ্তিত্বৰ স্মৃতিস্বৰূপ ধাতুৰ পদক আৰু ৰঙা ফিটাসমূহ। সিহঁতৰ ধীৰ অথচ সুদৃঢ় পদক্ষেপত অকণো দ্বিধা বা সংকোচৰ চঞ্চলতা নাছিল; জয়লাভ সম্বন্ধে একান্ত নিশ্চিত হৈয়েই সেই মৰণবিজয়ী বাহিনীটোৱে খোজে খোজে আগুৱাই আহি আছিল। বিশ্বৰ ইতিহাসে কোনোকালে বৰ্ণাব নোৱাৰা ধাৰণাতীত আত্ম-প্ৰত্যয় আৰু বিশ্বাস লৈ অত্যন্ত দৃঢ় পদক্ষেপেৰে সিহঁত আগবাঢ়ি আহিছিল দিল্লীৰ চিৰন্তন নেতৃত্বৰ পিনে।"

"বাহিনীটো আহি পোৱাৰ পাছত কি হ'ল ?"

"সেইবোৰ বহুত কথা। অইন এদিন ক'ম। ক'তা, তোমাৰ যাদুঘৰ দেখুৱাবা ব'লা।"

"ওহোঁ, মোক দিল্লীৰ কথা ক'ব লাগিব !"

"পুৰন্দৰ কেতিয়া আহিব ?"

"একো পাত্তা নাই। এতিয়া এঘন্টাৰ ভিতৰতো আহিব পাৰে, নাইবা ৰাতি দুই বজাতো আহিব পাৰে। ৰ'ব, ককাইদেৱে কাপোৰ আনি থৈছে যেন পাইছোঁ। কালি টোপোলা এটা আনিছিল দেখোন।" চিত্ৰাই ভিতৰলৈ গৈ টোপোলা এটা লৈ আহিল। টোপোলাটো খোলাত তাত ওলাল একোছা দাঢ়ি,

এসাজ চাহাবী পোছাক, বালিচন্দা ৰঙা গোলাপী ৰঙৰ এটা পাগুৰী আৰু এজোৰ চাহাবী জোতা।

চিত্ৰাই ক'লে, "এটা পুৰা চৰ্দাৰজীৰ পোছাক দেখোন ; কিনো কৰিব ইয়াৰে ?"

"নকওঁ। ইমৰানে হাঁহিলে। "ব'লা তোমাৰ যাদুঘৰ দেখুৱাবা এতিয়া !"

কাষৰে অকণমান দীঘলীয়া কোঠাটো চিত্ৰাৰ যাদুঘৰ। পাঁচখনমান তৰোৱাল, তাৰে তিনিখন মামৰে খোৱা, এখন মহীশূৰী তীখাৰ ঢাল, দুডাল লাঠী, এটা খজা বন্দুক, লোহাৰ শিৰস্ত্ৰাণ আৰু ৰক্ষা-কবাচ,—এই লৈয়ে চিত্ৰাৰ যাদুঘৰ। বস্তুবোৰ বেৰত সজাই থৈছে। খালী বেৰখনত বাঙ্গীচাহেবাৰ ছবি। তাৰ তলত তেতিয়াও দুডাল ধূপ জ্বলি আছে।

"কিয়, বাঙ্গীচাহেবাৰ নিচিনা হ'বৰ মতলব নেকি ?"

চিত্ৰাই ক'লে, "বাঙ্গীচাহেবাৰ নিচিনাকৈ তৰোৱাল চলোৱা জানো কাৰোবাৰ পক্ষে সম্ভৱ ? তথাপি মই তৰোৱাল চলোৱাৰ অভ্যাস কৰিবৰ সময়ত বাঙ্গীচাহেবাৰ নিচিনাকৈ কপালত চন্দ্ৰিকা আঁকি লওঁ।"

"কিয়, বাঙ্গীচাহেবাৰ কপালত চন্দ্ৰিকা আছে নেকি ?"

"অ', নেজানে নে ? সেইটো তেওঁৰ জন্ম-ক্ষত।"

"ক্ষত নহয়, জন্ম-প্ৰতিভাৰ প্ৰতীক। বাৰু চিত্ৰা, আজি আৰু তোমাৰ লগত নেখেলোঁ—তুমি তৰোৱাল ঘূৰোৱা, মই চাওঁ।"

"এই পোছাকেৰেইনে ?"

"হওঁক না, সাদায়তো লোহাৰ পোছাক পিন্ধিবলৈ আৰু সময় নোপোৱা। ধৰা এইমাত্ৰ শত্ৰু আহি গ'ল।"

হঠাৎ ইমৰানৰ চকু খিৰিকীয়েদি ৰাস্তালৈ গ'ল। দীঘল

আল্‌খাল্লা পিন্ধা মৌলভী এজনে ঘোঁৰাৰ লেগামত ধৰি ধৰি ৰাস্তাইদি খোজকাঢ়ি কাষ্‌ৰ গৈ আছে। তেওঁৰ হাতত এডাল ৰঙা পদুম ফুলৰ মালা। ইমৰানৰ মনটো জিকাৰ খাই উঠিল; ওস্তাদৰ মানুহ নহয়তো ?

চিত্ৰাক এটাও কথা ক'বলৈ সুযোগ নিদিয়াকৈ সি লৰা-লৰিকৈ ভাইৰপৰা বিদায় লৈ ওলাই আহিল। ঘোঁৰাৰ ৰেকাৰত ভৰি থৈ সি দূৰৰপৰাই মালাৰ ফুলকেইটা গণিলে। পাঁচটা ফুল; ৰঙা পদুম বিপ্লৱৰ সাধাৰণ চিহ্ন হৈ পৰিছে যদিও ওস্তাদৰ সংকেত হ'ল পাঁচ-পদুমৰ মালা।

ঘোঁৰাত উঠি ইমৰান মৌলভীৰ ফালে আগুৱাই গ'ল। পিঁছফালৰপৰাই সি মাতিলে, "মুচাফিৰ-এ-এলাইজান।"

"তৰিৎ বেগে মৌলভীয়ে ঘূৰি চালে। তাৰ পাছতে তেওঁ আকৌ সহজভাৱে যাবলৈ ধৰিলে, যেন ইমৰানে একো কোৱাই নাই। বোধহয় ইমৰানে কি কৰে তাকে চাবৰ বাবে।

ইমৰানে তেওঁৰ কাষ চাপি সুধিলে, "ক'ৰ মানুহ ? ক'লৈ যাবা ?"

"ৰিচালাদাৰীৰ সৈন্য-চাউনী।"

"বিদেশী ? কাক লাগে ?"

"এই চহৰত এক 'শেঠজী' থাকে।"

"ময়েই সেই শেঠজী! মুচাফিৰ-এ-এলাইজান প্ৰথবাৰ কওঁতে শুনা নাই নেকি: তুমি ? কেতিয়া পাইছাহি ?"

"এই দুঘণ্টাৰ আগতে।"

"ওস্তাদৰ তবিয়ৎ কেনে আছে ? এতিয়া জগদীশপুৰত আছেহি নেকি ?"

"হুঁ, কুঁৱাৰ সিঙৰ লগত"

"মৌলভীবেশী মানুহটোক ইমৰানে এখন চৰ্বতৰ দোকানলৈ

লৈ গ'ল। "ঘৰত কথা পাতিবলৈ অসুবিধা হ'ব", সি ক'লে. "তাত মোৰ আৰু এজন সঙ্গী আছে। কি চিঠি দিছে ওস্তাদে?"

মানুহটোৱে ক'লে, "চিঠি দিয়া নাই। মুখেৰেই খবৰ পঠিয়াইছে। প্ৰায় ডেৰমাহমান আগতে ওস্তাদে আপোনালৈ এখন চিঠি দিছিল। আপুনি এই জানুৱাৰী মাহৰ ভিতৰতে সেইখন পোৱাৰ কথা। পাইছে নেকি?"

'ওহোঁ, ক'তা। কাৰ হাতত পঠিয়াইছিল।"

"ঝাঁচীৰ বিচালা-চিপাহী এজনৰ হাতত। ডিছেম্বৰ মাহত। অৱশ্যে আপুনি পাব বুলি ওস্তাদে আশা কৰা নাই। চিঠিখনৰ খবৰখিনি মোৰ আগতে বিশদভাৱে কৈ পঠিয়াইছে।"

"তোমাৰ নাম?"

মানুহটোৱে হাঁহিলে। "কোৱাৰ নিয়ম নাই।" সি ক'লে। "তাৰ বাহিৰে দিনৰ পোহৰ থাকোতেই মই জগদীশপুৰলৈ উভতি যোৱাৰ হুকুম আছে। গতিকে খবৰবোৰ আগতে কৈ শেষ কৰি লোৱা যাওঁক। প্ৰথমতেই আপোনাক সৰু খবৰ এটা কৈ থওঁ। অৱশ্যে ওস্তাদে আপোনাক এই খবৰ মাত্ৰ জনাই থবলৈহে কৈছে কোনো ব্যৱস্থা লোৱাৰ কথা ক'বলৈ কোৱা নাই।"

"কি খবৰ?"

"অলপতে ঝাঁচীৰ চোৰাংচোৱা এটাই ঝাঁচী-দৰব'ৰৰ কিছু গুপ্ত খবৰ মেজৰ আৰস্কাইনলৈ লৈ গৈছিল।"

"কোৱা, কি!"

"খবৰ অৱশ্যে আৰস্কাইনৰ কাষ নাপালেগৈ। গাঁৱৰ মানুহে তাৰ তৰোৱালৰ হাতলৰ ফাঁকত চিঠি ধৰা পেলালে। আৰু কাণ ফুটাই কড়ি পিন্ধাই এৰি দিলে। কিন্তু মাৰপিট কৰোতে চোৰাংচোৱাটোৰ মুখৰপৰা বৰ অদ্ভুত খবৰ এটা ওলাইছিল। সেইটো হ'ল ঝাঁচীত ফিৰিঙ্গীৰ চোৰাংচোৱাবোৰে বেচ্ সজ্জবদ্ধ-

ভাৱেই কাম চলাইছে আৰু সিহঁতৰ সংকেত হ'ল, ক'লা ঘোঁৰা। আৰু এইটোও প্ৰকাশ যে দৰবাৰৰ কোনো বিশিষ্ট মানুহ সিহঁতৰ পিছত আছে।"

"সুদূৰ বিহাৰত বহি বহি ওস্তাদে ইমানবোৰ খবৰ কেনেকৈ পায় ?"

"সেইটো নাজানোঁ। উত্তৰ-ভাৰতৰ বহু ঠাইত তেখেতৰ মানুহ আছে।"

"মই জগদীশপুৰলৈ কেতিয়াকৈ যাম ?"

"ওস্তাদৰ নিৰ্দেশ এয়ে যে ঝাঁচীত ফিৰিঙ্গীয়ে আক্ৰমণ কৰাৰ সময়লৈকে আপুনি ইয়াতেই বহি থাকিব। তাৰ পাছতো থাকিব, যদিহে ওস্তাদৰপৰা কোনো নিৰ্দেশ নাপায়। আপোনাক বিশেষকৈ এই খবৰ দিবলৈকে মই ইয়ালৈ আহিছিলোঁ।"

"কিন্তু ইয়াত বহি থাকি মই কি কৰিম ? কাম-বন নাই, মই বৰ বিৰক্ত হৈছোঁ।"

"ওস্তাদে আপোনাক বিৰক্ত নহ'বলৈ অনুৰোধ জনাই পঠিয়াইছে। তেখেতৰ বক্তব্য হ'ল যে আপুনি বৰ্তমান ঝাঁচীতেই ৰিচলা-ফৌজৰ চিপাহী হৈ থাকক। কোনো বিশেষ পৰিস্থিতিৰ উদ্ভৱ হ'লে ৰাণীচাহেবাৰ ওচৰলৈ গৈ নিজৰ 'প্ৰকৃত' পৰিচয় দিব। 'প্ৰকৃত' শব্দটো আপোনাক তিনিবাৰ ক'বলৈ কৈছে।"

"বিশেষ পৰিস্থিতিটোনো কি ?"

"সেইটো মই পিছত বহলাই কম। বৰ্তমান থূলমূলকৈ শুনক, আপুনি ইয়ালৈ অহাৰ পাছত ওস্তাদে নতুন খবৰ এটা পালে। ৰুৰ্‌কী ইঞ্জিনিয়াৰিং কলেজত শিক্ষা লাভ কৰা আজিমুল্লা-খাঁই তাহানিতে নানাচাহেবৰ আপীল লৈ বিলাতলৈ গৈছিল। উভতি আহিবৰ সময়ত তেওঁ ৰুছ দেশৰ এজন প্ৰতিনিধি লগ পাই নানাচাহেব আৰু দিল্লীৰ সম্ৰাটৰ নাম কৈ সামৰিক সাহায্য

খোজে। আজিমুল্লাখাঁই ওস্তাদক কৈছে যে সাহায্য আহিব বুলি তেওঁ সম্পূৰ্ণ বিশ্বাস কৰে। কিন্তু বৰ্তমান নানাচাহাব পলাতক আৰু সম্ৰাট বন্দী। গতিকে ৰুছ দেশৰ সাহায্য আহি পালে সি ঝাঁচীৰ ৰাণীৰ কাষলৈকে আহিব। সেই পৰিস্থিতিৰ উদ্ভৱ হ'লেই আপুনি ৰাণীৰ ওচৰলৈ গৈ নিজৰ 'প্ৰকৃত' পৰিচয় দি সাহায্য গ্ৰহণৰ ব্যৱস্থা কৰিব।"

"তাৰ কাৰণে মই ইয়াত বহি থাকিব লাগে কিয়? ৰাণীচাহেবাক কথাটো এতিয়া কৈ থলেইতো হ'ল, নিজে লগ ধৰি নাইবা চিঠি লিখি?"

"ৰাণীচাহেবাই যদি অলপো ভুল কৰে সকলো পণ্ড হ'ব, মই কওঁ শুনক। সম্ৰাট আৰু নানাচাহেবৰ বাহিৰেও হিন্দুস্থানৰ কেইবাজনো নেতাই বেলেগে বেলেগে ৰুছ দেশৰ সহায় খুজিছে বুলি আজিমুল্লা চাহাবে সন্দেহ কৰে। খুব সম্ভৱ ঝাঁচীৰ ৰাণীয়েও সহায় খুজিছে। এই নেতাবিলাকলৈ বেলেগে বেলেগে সাহায্য অহাৰ সম্ভাৱনা কিমান দুৰ্বল সেইটো আশাকৰো আপুনি বুজিছে। আনহাতে চাৰা হিন্দুস্থানৰ একছত্ৰী সম্ৰাটৰ নামত সাহায্য অহাটো খুব আশা কৰিব পাৰি। সম্ৰাটলৈ যদি সাহায্য আহে আৰু সম্ৰাটৰ অবিহনে সেই সাহায্য যদি ঝাঁচীৰ ৰাণীৰ ওচৰলৈ আহে, তেখেতে তাক নিজৰ নামত গ্ৰহণ নকৰি গোটেই হিন্দুস্থানৰ নেতৃবৃন্দৰ মুখপাত্ৰ হিচাপে গ্ৰহণ কৰিব লাগিব। ইয়াৰ ভিতৰৰ যুক্তিটো আশাকৰো আপুনি বুজিছে। ৰুছ দেশক দেখুৱাব লাগিব যে সম্ৰাটৰ অনুপস্থিতিত সদৌ ভাৰতবৰ্ষৰ নেতৃ সংঘইহে তেওঁলোকৰ সাহায্য গ্ৰহণ কৰিছে, কোনো নেতা বিশেষে নহয়। নহ'লে সাহায্য যে উভতি যাব ই নিশ্চিত, কাৰণ কোনো ব্যক্তি বিশেষক সহায় কৰিবলৈ ৰুছ দেশ আগবাঢ়ি নাহে। কিন্তু যেহেতু প্ৰকৃততে আমাৰ নেতাসকলৰ মাজত

প্ৰকৃততে কোনো সংঘ বা কমিটী নাই, সময় আৰু অৱস্থা বুজি কাৰ্য্য-সিদ্ধিৰ বাবে আপুনি ৰাণীৰ লগত আলচ কৰি তেনে এটা কাল্পনিক সংঘ গঠন কৰি পেলাব। বিদেশীৰ বদ্ধমূল ধাৰণা হ'ব যে তেওঁলোকে এটা মিলিত সংঘকহে সাহায্য দান কৰিছে, য'ত আছে জগদীশপুৰৰ কুঁৱাৰ সিং, কানপুৰৰ ৰাওচাহাব আৰু তাঁতিয়া টোপী, অযোধ্যাৰ বেগম, ফৈজাবাদৰ মৌলভী ইত্যাদি ভাৰতৰ সকলো নেতা। ই ৰাজনীতি, ইয়াত অন্যায় একো নাই। ঝাঁচী যদি বিজয়ী হয় তেনেহ'লে সঁচাকৈয়ে এটি নেতৃ সংঘ গঠন কৰিব পৰা যাব।.. ....ৰুচ দেশৰ দূত ৰাণীৰ ওচৰলৈ অহা মাত্ৰকে আপুনি খবৰ পাবনে ?"

"অহা মুহূৰ্ত্ততেই পাম, মোৰ মানুহ আছে। অইন কি খবৰ ওস্তাদে পঠিয়াইছে ?"

"বেলেগে বেলেগ চহৰত যিবিলাক বিশিষ্ট মানুহ থোৱা হৈছে তেওঁলোকৰ এখন পুৰা ফিৰিস্তি দি পঠিয়াইছে।"

"মোৰ সঙ্গী সাতাশী বছৰীয়া হীৰালাল যে এই মাহৰ ভিতৰতে ঢুকাইছে, সেই খবৰ ওস্তাদে পায়নে ?"

"নাপায়। আপোনাক ক'বলৈ কৈছিল যে সম্ভৱ হ'লে আপোনাৰ সঙ্গী দুই গৰাকীক জিৰণিৰ বাবে অৱসৰ দিব।......অৱশ্যে তাৰে এজনতো মৰিলেই ?"

"অৱসৰ দিয়াৰ অৰ্থটো কি ? কি কাম-বন আছে যে তাৰপৰা জিৰণি দিম ? মোৰতো ভয়েই হৈছে, নিষ্কৰ্মা হৈ বহি বহি হাত-ভৰি পঙ্গু হৈ নাযায়তো ? ক'ব নোৱাৰো কাম নোহোৱাকৈ কেনেকৈ দিনবোৰ কটাম ? ওস্তাদক সুধিবা, কি ব্যৱস্থা কৰে !"

মৌলভীবেশী মানুহটোৱে মাথোন মিচিকিয়াই হাঁহিলে।

দোকানীটোক কৈ কিছু ফল-মূল আৰু চৰ্বত অনোৱালে ইমৰানে। দুয়ো সেইবোৰ শেষ কৰাৰ পাছত মৌলভীবেশী মানুহটোৱে ক'বলৈ আৰম্ভ কৰিলে, "এতিয়া বিতং বাতৰিবোৰ শুনক। কুঁৱাৰ সিঙৰ মোহৰ মৰা খৰীতা লৈ তেওঁৰ দূত হিচাপেই ওস্তাদে ৰাওচাহাবৰ ওচৰলৈ যায়, কানপুৰতেই তেওঁ লগ পায় আজিমুল্লাখাঁ চাহাবক........।"

ইমৰানৰপৰা বিদায় লোৱাৰ আগলৈকে আৰু ডেৰঘন্টা মানুহটোৱে ফঁহিয়াই ফঁহিয়াই কথাবোৰ কৈ গ'ল।

—×—

# আঠ

পিছদিনা পুৱা ন-মান বজাত মুখত চুৰট এটা গুজি লৈ আস্ৰফক দলাই-মলাই কৰিছিল ইমৰানে। হঠাৎ বৰটোপৰ শব্দ শুনি সি উচপ্ খাই উঠিল। আস্ৰফেও জোকাৰিবলৈ এৰি উৎকণ্ঠী হৈ ৰ'ল। গৰাকীয়ে কি কয় শুনিবলৈ কাণ থিয় কৰিলে সি। কামানৰ শব্দৰ লগত বহু-পৰিচিত আস্ৰফ। ভাৰকালে চালে ইমৰানে। যোৱাকালি চাবোনেৰে ধুই দিয়াৰ পিছত তাৰ নিমজ বগা শৰীৰটো এতিয়া অদ্ভুত সুন্দৰ দেখাইছে।

আকৌ কামানৰ শব্দ। নিয়মিত মুহূৰ্তৰ অন্তৰে অন্তৰে। এটা এটাকৈ দহটা। মুবাৰক ইয়াত এতিয়া থকা হ'লে শুনি কৈ দিব পাৰিলেহেঁতেন কোনটো গুলী কোন কামানৰপৰা মাৰিছে। —ভবানীশঙ্কৰ, গড়নালা, অৰ্জুন, সমুদ্ৰ-সংহাৰ, ঘনগৰ্জ, নলদাৰ নে কড়কবিজলী।

কোঠাত বহি বিনায়কে দাড়ি খুৰাইছে। ইয়াৰপৰা তাৰ মুখখন একটীয়াকৈ দেখি। ঠাণ্ডা ৰাতিপুৱাৰ এলাহটো এতিয়াও গুচা নাই তাৰ, গাত লেপখন মেৰুৱাই লৈ বিচনাত বহি বহিয়েই সি দাড়ি খুৰাইছে। বতাহত কঁপি থকা তাৰ আঠুৱাখনৰ ওপৰত খিৰিকীৰ জলঙাইদি অহা এচেৰেঙা ৰ'দ পৰি নাচিছে। বিনায়কৰ আঠুৱাখন আটকধুনীয়া। তাৰ এই এটা অদ্ভুত চখ। আঠুৱা তাক লাগিবই, অথচ প্ৰকৃততে ঝাঁচীত কোনো মহ নাই। ফাগুন-চ'ত মাহত কাচিৎ যি দুই এটা মহ ওলায়, সেইকেইটাই গাত কামুৰিলে ভালেহে লাগে।

"কামানৰ শব্দ শুনিছ, বিনায়ক?"

"হুঁ", বিনায়কে ক'লে, "প্ৰায়েইতো শুনোঁ। বাচ্চা-গোলন্দাজবোৰে নিচানা শিকিছে।"

"ওহোঁ, নহয়,—একেলেঠাৰিয়ে দহোটা গুলীৰ শব্দ তই কাহানিও শুনা নাই ."

"দহোটা নেকি ? অ' তেনেহ'লে আজি বাণীচাহেবা লছমী-মন্দিৰলৈ যাব। আজি দেখোন বিষুব-সংক্রান্তি ?

"ব'ল চাবলৈ যাওঁ,—শুনিছো ৰং-বাহাৰী মিছিল বনাই ৰাণীচাহেবা মন্দিৰলৈ যায় ."

"তই আগতে দেখা নাই নেকি ?" দাড়ি খুৰোৱা চাবোন, বুৰুজ আৰু খুৰ লৈ বিনায়কে কৈ বিচনাৰপৰা নামিল।

আম্রফৰ শৰীৰৰ বিশেষ বিশেষ পেশীবোৰত ভুকুৱালে ইমৰানে। আৰামত আম্রফে চকু জপালে। তাৰ পিঠিত ইমৰানে জীন বান্ধিলে আৰু সুধিলে, "ইচ্ছা নাই নেকি ?"

মুখ ধুইছিল বিনায়কে। "নেহোৱাৰ দৰেই", সি ক'লে, "তথাপি ব'ল বাৰু।"

ইমৰানে জখলাৰে ঘৰৰ চাললৈ উঠি গ'ল। এই জখলাখন সি ঝাঁচীলৈ অহাৰ সপ্তাহতে কিনিছিল—ৰাস্তাৰ দাঁতিৰ লণ্ঠন জ্বলোৱা চৰকাৰী আস্‌বাবদাৰ এটাৰপৰা। বিনায়কক কৈছিল তাৰ হেনো মাজে মাজে ঘৰৰ চালত বহি অলপ কবিত্ব কৰিবৰ ইচ্ছা যায়।

উত্তৰফালৰপৰা সোঁ সোঁকৈ ঠাণ্ডা বতাহ মাৰিছে। আজিৰ দিনটোত বছৰৰ ভিতৰতে ঠাণ্ডা বেছি। ঝাঁচী শুকান ঠাই,—ঠাণ্ডা আৰু গৰম দুয়োটাৰে প্ৰকোপ বেছি। কোনোবা এবছৰ হেনো পুহ মাহত ইমান ঠাণ্ডা পৰিছিল যে এদিন শেষৰাতি পানীও বৰফ হৈ গৈছিল।

ৰাস্তাত চাৰি-পাঁচটা ল'ৰাৰ দল এটাই হাতে হাতে গুলটি লৈ চিকাৰ অভিযানত ওলাইছে, কিন্তু চৰাইৰ অভাৱত ৰাস্তাৰ দাঁতিৰ গছ আৰু লণ্ঠনৰ খুঁটাবোৰত গুলটি মাৰি ফুৰিছে সিহঁতে।

ইমৰানে চালৰপৰা নামি আহি বিনায়কক ক'লে. "সৌ তেনেকুৱা গুলটি এডাল মোকো লাগিব বুজিছ ।"

অলপ পাছত দুয়ো ঘোঁৰা লৈ ৰাস্তালৈ ওলাল ।

"আজি যুগলীকৰ গাড়ী লৈ আহিব নহয় ?" বিনায়কে সুধিলে ।

ইমৰানে মূৰ দুপিয়ালে । সিহঁতে লছ্মি-মহল্লাৰ ফালে ঘোঁৰাৰ মুখ ঘূৰালে ।

"যুগলীকৰে বিয়া কৰোৱা নাই নেকি ?" ইমৰানে সুধিলে ।

"বেচেৰা বিপত্নীক । বিয়া কৰি অনাৰ কেইমাহমানৰ ভিতৰতে ঘৈণীয়েক মৰিল । যোৱা বছৰ ।"

"ইচ্ !"

"ইচ্ কি ? মই কওঁ, মৰি বাচিল তাৰ ঘৈণীয়েক । যোগীটো এনে বেৰসিক । ন-ঘৈণীয়েকৰপৰা অহা প্ৰথমখন চিঠিৰ উত্তৰ সি কেনেকৈ দিছিল জান ? সেইখন চিঠিকে ব্যাকৰণ আৰু ভাষাৰ ভুলবোৰ কাটি শুদ্ধ কৰি ওভোতাই পঠিয়াই দিছিল ।"

লাহে লাহে বড়াবাজাৰ পালেহি সিহঁত । লছ্মী-মহল্লালৈ বড়াবাজাৰৰ মাজেদিয়েই যাব লাগে । খুব ডাঙৰ দোকান এখন দেখুৱাই বিনায়কে ক'লে, "এইখন যে দেখিছ, এইখন চুনীলাল মাৰোৱাৰীৰ দোকান । বেটা ফিৰিঙ্গীৰ পহলা নম্বৰৰ দালাল । ফিৰিঙ্গীৰ দিনত সৌ–মাজত ই এখন কচাইখানা পাতি ফিৰিঙ্গীৰ কাৰণে ভাত গৰু আৰু শূৰঁৰ কটোৱাইছিল । ই যে এতিয়াও বাচি আছে সেয়ে আচৰিত ।"

"আৰু ভালভাৱেই বাচি আছে দেখিছোঁ ?"

"ওঁ ! তাৰ এতিয়া লাখ লাখ টকা । গেলা-মাল, মণিহাৰী আৰু পিতলৰ ব্যৱসায় কৰে । ফিৰিঙ্গীৰ দিনত তাৰ মানুহে চহৰৰ মাজেৰে কটা জন্তুৰ ছাল সদৰীকৈ ওলোমাই লৈ গৈছিল —

জাত-ধৰ্মৰ মুখত এপাত জোতা যেনিবা। লালা ভগিচান্দৰ সম্বন্ধীয়া মানুহ বুলিয়েই ইমান দিন সি টিকি আছে ঝাঁচীত।"

"কচাইখানাটো এতিয়াও আছে নেকি?

"নাই। বাঘীয়ে পুৰি গ'ল।"

ইমৰানে হাঁহি মাৰি ক'লে, "আচ্ছা বিনায়ক, আমাৰ চিকাৰৰ মজলিচ্‌টোৰ কাৰণে চুনীলাল মাৰোৱাৰীৰপৰা চান্দা এটা আনিলে কেনে হয়?"

"নোৱাৰিবি, মই বাজী ৰাখি কৈছো। চয়তান, এক নম্বৰ হাড়-কঞ্জুচ্।"

"দেখাই যাওঁক।" ইমৰানে ক'লে।

"গাড়ীখন সেই কাৰণে আনিছ নহয়নে? নহ'ব পিছে। দুই টকাৰ বাজী ৰাখিলোঁ।"

ঢেকুঢেকাই হাঁহি বিনায়কে আকৌ ক'লে, "আৰু কেনেবাকৈ পাৰ যদি, টিকমচান্দ আৰু ৰহিম শেখৰ নাম দুটাও মনত ৰাখিবি, সিহঁতো একে ৰাস্তাৰে চয়তান।"

লছ্‌মী-মহল্লা পালেহি সিহঁতে। দুয়ো মহালক্ষ্মীৰ মন্দিৰৰ কালে আগবাঢ়িল। ফুলৰ গুঞ্জ আৰু মালা সজাই মালিনী ছোৱালীবোৰ ৰাস্তাৰ দাঁতিত বহিছে। ঝাঁচীত ফুল বস্তুটো বৰ প্ৰিয়। মহাৰাষ্ট্ৰীয় ৰমণীয়ে ফুল নোহোৱাকৈতো খোপা বান্ধিবই নোৱাৰে।

এখন ধুনীয়া তাঞ্জাম সিহঁতৰ সম্মুখেদি পাৰ হৈ গ'ল। তাঞ্জামখনত উধৰপৰা মূধলৈকে সোণেৰে কাম কৰা,– তাক বৈ নিয়া ভাৰীকেইটাৰ কাপোৰ-কানিও ইমৰানহঁতৰকৈ চাফা আৰু দামী। বিনায়কে ক'লে, "ঢেকৰ পৰিয়ালৰ নাম শুনিছ? এয়া ঢেকৰহঁতৰ ঘৰৰ তাঞ্জাম। শুনিছো সিহঁতৰ ঘৰত খানাও সোণৰ কাঁহীতহে যায়।

লছমী-দৰৰাজাৰ নহবৎখানাৰপৰা সানাইত ভাঁহি আহিছে মিঞা-কী-তোড়ীৰ সুৰ। লছমীতাল হ্ৰদ পাওঁতে নৌ-পাওঁতেই সিহঁতে ভেৰীৰ মাত শুনিবলৈ পালে, তাহানি ফিৰিঙ্গীয়ে কেন্টন-মেণ্টত বজোৱা বিউগলৰ মাতৰ নিচিনাই প্ৰায়। ৰিনায়কে ক'লে, "শোভাযাত্ৰাটো যদি ভালকৈ চাব খুজিছ, যা দীৱাৰৰ ওপৰত উঠ গৈ, তাৰপৰা চাবি।"

"তই ?"

"মই নাযাওঁ, মই হ্ৰদৰ পাৰতে অলপ পৰ বহি ছোৱালী চাম।"

"ক'ৰ ছোৱালী ?"

"বাঃ, লছমী-হ্ৰদৰ পাৰতহে ছোৱালী নাই ? চহৰৰ চব সুন্দৰী পুৰা গধূলি মন্দিৰত পূজা দিবলৈ আহে। তাতে আজিতো সংক্ৰান্তি।"

ইমৰানে আৰু তৰ্ক কৰাৰ চেষ্টা নকৰিলে। বিনায়কক তাতে এৰি লছমী দৰৱাজাৰ ফালে সি ঘোঁড়া দৌৰালে। তাৰপৰা মুঠেই এশ বেগুমান আঁতৰতে লছমী-দৰৱাজা।

ইমৰানে যেতিয়া চিৰিয়েদি দীৱাৰৰ ওপৰলৈ উঠিব ধৰিছে, অলপ আগতে শুনা সেই সামৰিক উৰ্দিৰ সুৰ ক্ৰমে স্পষ্ট হৈ আহিছে আৰু দূৰৈৰ ৰাস্তাত ৰিগিকি ৰিগিকি দেখা গৈছে এদল অশ্বাৰোহী সৈন্য।

"কুঁহিয়াৰ খাবা ইমৰান ?"

অবাক হৈ ওপৰলৈ চালে ইমৰানে। দীৱাৰৰ ওপৰত থিয় হৈ আছে মধুমতী। তাইৰ মুখত কুঁহিয়াৰ, হাতত কুঁহিয়াৰ,— ডিঙিৰপৰা ফিটা এডালত ওলমিছে এটা দূৰবীক্ষণ যন্ত্ৰ।

"তই তাত কি কৰিছে ?" ইমৰান ওপৰলৈ উঠি আহিল।

উত্তৰ নিদি মধুমতীয়ে আকৌ ক'লে "খাবা ? গেন্না খাবা ?"

অলপ আগতে চুৰট জ্বলাইছিল ইমাৰানে। “থাওক,, মোৰ চুৰট নষ্ট হ'ব।” সি ক'লে। “তই আকৌ এইখিনি পালিহি কেনেকৈ ? দূৰবীন কোনে দিলে ?”

বিজয়ী হাঁহি মাৰি মধুমতীয়ে ক'লে, “হুঃ। মই আজিকালি কি কৰোঁ বুলি ভাবিছা তুমি ?”

ঠাট্টা কৰি ইমৰানে ক'লে, “শুনিছো বাঈচাহেবাই তইঁত ছোৱালীবোৰক খুব পিস্তল শিকাইছে—নাৰিকলত চুণেৰে নিচানা দি। তোৰ কাৰণে নিশ্চয় বেলেগে কিবা......; অৱশ্যে তেওঁৰ গাত দোষ নাই,—কাৰণ পিস্তলে গুলী ফুটাৰ লগে লগে তোৰ হাতৰ ওপৰত সামান্য জপিয়ায়, কেতিয়াবা গুলীৰ আগে আগে লৰ মাৰে।”

“কেনেকৈ ঠাট্টা কৰে এইপাতে।” পোন্দোৱাকৈ চাই ক'লে মধুমতীয়ে। “আজিকালি পিস্তল ঠিককৈ মাৰিব পাৰো জানা। দিল্লীতহে তোমালোকে মোক পানী কটিওৱা আৰু গুলী অনানিয়াত লগাই থৈছিলা। ভুলতো নকৈছিলা যে মই ঘোঁৰা আৰু তৰোৱাল চলাব জানো। ইয়াত বিছু দিন তালিম লৈ বাঈচাহেবাক যেতিয়া দেখুৱাই দিলো, তেখেতো অবাক। ”

“মস্তো অবাক।” ইমৰানে ক'লে।

“হৈছে থোৱা। আজিকালি মই কি কৰো জানানে ?”

“একদম নাজানোঁ।”

এক মোকোৰা হাঁহি মাৰি মধুমতীয়ে ক'লে, ‘আজিকালি মই কামান চলাওঁ।’

“কাঠৰ ?”

“লোহাৰ। কিয় তেনেকৈ ঠাট্টা কৰা বাৰু ?”

“ঠাট্টা কিয় কৰিম ? পিস্তলহে তোৰ হাতত জপিয়ায়, কামান জপিওৱাৰতো কথা নাই। দেচোঁন দূৰবীনটো, সৌ দূৰৈত মানুহবোৰৰ মাজত কিবা গোলমাল এটা লাগিছে।”

দূৰবীনটো চকুত লগাই দূৰলৈ চাবৰ চেষ্টা কৰিলে ইমৰানে। মধুমতীয়ে উৎসাহিত হৈ কৈ গ'ল, "জানা ওস্তাদ ঘোচে কৈছে পোন্ধৰ দিনৰ ভিতৰত মোক গোলন্দাজ বনাই দিব...... ।"

"গোলন্দাজনী বুলি ক' ।"

"অ', অ', মানে এই দূৰবীনটো সদায় মোৰ লগতে থাকিব বুজিছা, আৰু কি জানা, অ' আচল কথাটো ক'বলৈ পাহৰিছোৱেই, মই যিটো কামান চলাও সেইটোৱে একেটা গুলীতে পাঁচিছটাকৈ হাতী মাৰিব পাৰি মাত্ৰ নিচানা ঠিক কৰি জুই দি দিবা, বচ্—কি শব্দ, কি জোৰে কঁপে, ভাবিলেই ভয় লাগে,—আৰু শুনা............"

"ৰ'বি, ৰ'বি", দূৰবীনেৰে চাই চাই ইমৰানে ক'লে, "সৌতাত কি গোলমাল হৈছে চা, ঘোঁৰা-চোঁৱাৰী এটাই ৰাস্তাৰ কুকুৰা এটা কেনেবাকৈ মাৰিলে। মানুহবোৰে তাক বেঢ়ি ধৰিছে। ক'লা ঘোঁৰা! ঝাঁচীত ক'লা ঘোঁৰা খুব কম, প্ৰায় নায়েই! তই দেখিছনে মাধু?"

"গুলাব সিঙৰ এটা আছে।"

অবাক হ'ল ইমৰান। দূৰবীনৰপৰা চকু আঁতৰাই সি মধুমতীলৈ চালে। "তই গুলাব সিঙৰ কথা কেনেকৈ গম পালি?"

'বাঃ, মই গুলাব সিঙক হ'বলা নাজানো? সুৰেন্দ্ৰক চিনি নোপোৱা? গুলাব সিঙৰ যে তোলনীয়া জীয়েক? তাই আমাৰ চাউনীলৈ কেতিয়াবা আহে নহয়, তেতিয়া মোক তেওঁলোকৰ ঘৰলৈ লৈ যায়।'

মধুমতীৰ হাতত দুৰবীনটো দি ইমৰানে ক'লে, "চাচোঁন, সেইটো গুলাব সিঙৰ ঘোঁৰা নেকি!"

দুৰবীনেৰে চাই মধুমতীয়ে ক'লে, "এতিয়া কেনেকৈ কওঁ! দেখাতেতো তেনেকুৱা যেনেই লাগে। গুলাব সিঙৰ ঘোঁৰাটোৱে কিন্তু মোক দেখিলেই সদায় ওচৰলৈ আহে।"

"এতিয়াতো আৰু সি তোক দেখা নাই। তাৰ চকুত দূৰবীন এটা থকা হ'লে নিশ্চয় আহিলহেঁতেন। চাওঁ, দে দূৰবীনটো।

দূৰবীন চকুত লগাই ইমৰানে ক'লে, "ঝাঁচীত কুকুৰাৰ দাম ছ অনা কি সাত অনা, নহয়নে ? চা, বেটাই এটা ৰূপৰ টকাকে সিহঁতক দি দিছে। জেপত পইচা কিছু আছে বুজিব লাগিব।"

"হ'ব বাদ দিয়া এতিয়া", মধুমতীয়ে ক'লে, "সৌৱা বাঈচাহেবা আহিলেই, নোচোৱা কিয় ?"

ৰাণীৰ দলটোৰ ফালে দূৰবীনৰ মুখ ঘুৰালে ইমৰানে। ৰং-বাহাৰী মিছিল। আগে আগে সামৰিক উৰ্দি বজাই বজাই গৈছে বাজনাদাৰৰ দল। তাৰ পিছত ৰাণীৰ তাঞ্জাম। তাঞ্জামৰ পিছে পিছে আহিছে প্ৰায় দুশ আফগান পদাতিক আৰু এশ অশ্বাৰোহী।

"মন্দিৰলৈ আহোঁতে আকৌ ইমানখিনি যুদ্ধৰ সজ্জা কিয় ?" ইমৰানে ক'লে।

"বাঈচাহেবাই তেনেকৈ ভাল পায়। আজি সংক্ৰান্তি কাৰণে ৰূপৰ তাঞ্জামত উঠি আহিছে। এনেয়ে হ'লে ঘোঁৰাত উঠি মন্দিৰলৈ আহে—পুতেক দমোদৰে কাষে কাষে আইন এটা ঘোঁৰাত উঠি আহে। ৰূপৰ তাঞ্জামখন ভালকৈ চোৱা। তাত সোণেৰে ফুল বছা আছে। ৰজা গঙ্গাধৰৰ এই তাঞ্জামখন গোটেই মহাৰাষ্ট্ৰতে কিমান যে বিখ্যাত।"

ইমৰানে দূৰবীনৰ চকা ঘূৰাই ঘূৰাই দলটো চাবলৈ ধৰিলে।

মধুমতীয়ে অনৰ্গল কৈ গ'ল, "বাঈচাহেবাই দিনটোত যে কিমান কাম কৰে তুমি ভাবিবও নোৱাৰা। ৰাতিপুৱা চাৰি বজাতে উঠি মালখাম্বা, মুদগৰ আৰু তৰোৱাল চলায়। তাৰ পাছত ঘোঁৰাৰ অভ্যাস কৰে। লেগাম-জীন নোহোৱা ঘোঁৰাৰ পিঠিত

উঠি দৌৰাৱ—প্ৰকাণ্ড খাল ধোঁৱাৰে জপিয়াই পাৰ হয়, এটা ঘোঁৰাত উঠি অইন এটা ঘোঁৰাৰ ওপৰেদি জপিয়ায়। তাৰ পাছত বাঙ্গীচাহেবাই গা ধোৱে। গা যে কেনেকৈ ধোৱে ভাবিলেও আচৰিত লাগে। তিনিঘণ্টামান লাগে গা ধোওঁতে। কুৰিটা তামৰ পাত্ৰত সুগন্ধি.... ...”

মধুমতীৰ হাতত দূৰবীনটো দি ইমৰানে ক'লে, “চাচোঁন, সেই ক'লা ঘোঁৰাটোৰ চোঁৱাৰীক ক'ৰবাত দেখ নেকি ?'

মধুমতীয়ে দূৰবীনেৰে চাই চাই ক'লে। ৰ'বা, মোৰ কথা শেষ কৰিবলৈ নিদিয়া কিয় ? কুৰিটা তামৰ পাত্ৰত সুগন্ধি পানী থাকে বাঙ্গীৰ কাৰণে। চিৰাজু পৰিয়ালৰ নাম শুনিছা ? চিৰাজু পৰিয়ালে বাঙ্গীক সুগন্ধি আৰু আতঁৰৰ যোগান দিয়ে। বাঙ্গীচাহেবাই গা ধুই উঠিলে দাসীবিলাকে অকণ অকণ চুলাৰে তেওঁৰ চুলি সেঁকি দিয়ে। তাৰ পাছত বাঙ্গীচাহেবাই গাত ভস্ম সানে........।”

“পালিনে ?” ইমৰানে সুধিলে ।

“সেই ঘোঁৰাটো ? ওহোঁ. ক'তা।”

“মই যাওঁ।” সি হঠাতে ক'লে।

“ৰ'বাচোন, ইমান সোনকালে ক'লৈ যোৱা।”

ইমৰানে চুৰট এটা জ্বলালে। এদল কুলীয়ে দীৱাৰৰ বাহিৰৰ কালে মাটি পেলাইছে,—দিল্লীৰ দুৰ্গৰ নিচিনাকৈ দীৱাৰৰ আধালৈকে ঢাকি দিয়াৰ কথা ভাবিছে বাঙ্গীচাহেবাই, যাতে কামানৰ গুলীয়ে সহজে দীৱাৰ চুবহি নোৱাৰে।

ইমৰান আৰু নৰ'ল। মধুমতীক ইঙ্গিতেৰে যাওঁ বুলি কৈ সি তপাতপ তললৈ নামিবলৈ ধৰিলে।

বিনায়কক লগ ধৰি ইমৰানে ক'লে, “ব'লচোন, সৌ দোকানখনত চৰ্বত খাওঁগৈ।”

"পুৰাই পুৰাই চৰ্বত কিয় ?" বিনায়ক আচৰিত হ'ল।

"কথা নক'বি, কাম আছে ব'ল।"

আচৰিত হৈয়ে বিনায়ক ইমৰানৰ পিছে পিছে গ'ল। আৰু আচৰিত হ'ল সি। যেতিয়া সি দোকানৰ সন্মুখত ক'লা ঘোঁৰা এটা দেখিবলৈ পালে। "বাঃ, ইমান নিমজ ক'লা ঘোঁৰা ওলাল ক'ৰপৰা। ঝাঁচী ক'লা ঘোঁৰাৰে ভৰি গ'ল নেকি ?"

ইমৰানে একো নামাতিলে। দোকানত বহি ছুগিলাচ চৰ্বত আনিবলৈ দিলে সি।

"ইমৰান, সৌ মানুহটোৱেই ক'লা ঘোঁৰাটোৰ চোৱাৰী নহয়নে ? টোপোলা-টাপলিৰ সংখ্যা দেখিলে বহুত দূৰলৈ যাবগৈ যেন লাগে।"

ইমৰানে আগতেই দেখিছিল। অথনি দূৰবীনেৰে দেখা চোৱাৰীটো। খিৰিকীৰ কাষৰ বেঞ্চি এখনত বহি চৰ্বত খাইছে অলসভাৱে।

দোকানীয়ে ছুগিলাচ চৰ্বত আনি বিনায়কহঁতৰ আগত থৈ গ'লহি

অলপ পাছত চোৱাৰীটোৱে জেপৰপৰা দীঘল বগা লেফাফা এটা উলিয়ালে।

লগে লগেই ইমৰান বহাৰপৰা উঠিল। হটঙা হটঙা তিনিটা খোজেৰে সি খিৰিকীখনৰ ওচৰলৈ আগবাঢ়ি গ'ল। খিৰিকীৰ পাল্লা দুখন ভালকৈ মেলি বাহিৰলৈ খন্তেক চাই ৰ'ল। তাৰ পাছত উভতি আহি নিজৰ ঠাইত বহি চৰ্বত গিলাচ হাতত ল'লে। "বিনায়ক, ঝাঁচীত ইংৰাজী জনা মানুহনো কেইজন আছে অ' ?" সি সুধিলে।

"ইংৰাজী জনা ? ওহোঁ, তেনেকৈতো প্ৰায় নাই বুলিলেই হয়। বাঙ্গীচাহেবাৰ দৰবাৰতহে আঠজন কাৰকুণ আছে,

তেওঁলোকে ইংৰাজী চিৰকুট-চিঠি আদি লিখে, তাৰ বাহিৰেতো অন্য তেনে কোনো মানুহ নাই যি ...”

“সৌ চিঠিখনৰ ঠিকনা ইংৰাজীত লিখা।” ইমৰানে ভয়ঙ্কৰ মাতেৰে ফুচফুচালে। “বিনায়ক, সেই চিঠিখন মোক লাগে!”

“আয়ৈ দেহি! ল'ৰাক কল দেখি লগা হ'লেই,—আবদাৰৰ যেন অন্ত নাই।”

“কি ধেমালি কৰি থাক প্ৰত্যেক কথাতে?” ইমৰানে চকু ৰঙা কৰিলে।

“চিঠিখনৰ চিন্তাত তই দেখোন খীণায়েই গ'লি ইমৰান? হায় হায়, তোৰ সেই আগৰ চেহেৰাটো কি হ'ল? এই গতিত তোৰ মাৰে তোক দেখা হ'লে....”

“চুপ থাক।” ইমৰানে গৰ্জি উঠিল। সেই চোৱাৰীটোৱে ইতিমধ্যে চৰ্বত শেষ কৰি দোকানীক পইচা দি ঘোঁৰাত উঠিছেগৈ।

চৰ্বত গিলাচ একো সাঁহাই শেষ কৰি থিয় হ'ল বিনায়ক। ইমৰানক ধমকিয়াই সি ক'লে, “কি হ'ল, জলকা লাগি বৈ গ'লি দেখোন? কোনে সোটোৰ পিছ ল'ব,—তইনে মই?”

“মই, মই, মই!!!” ইমৰানে গিৰিসাই থিয় হ'ল।

“কিন্তু এই যাত্ৰাত যদি কেনেবাকৈ তোৰ মৃত্যু হয় তেন্তে তোৰ স্থাবৰ-অস্থাবৰ সকলো সম্পত্তিৰ উত্তৰাধিকাৰী কৰি মোক এখন কিবা লিখি নিদিয়াকৈ তই ...”

“আঃ! তই—! অ' শুন, যোগীক ক'বি মই যে এখন গাড়ীৰ কথা কৈছিলোঁ। সেইখন আজি আনিব নালাগে। মোৰ আজি কিমান দেৰী হয় তাৰ ইয়ত্তা নাই। মনত থাকিব? এতিয়াই ক'বিগৈ ”

দোকানৰ বাহিৰলৈ ওলাই গৈ ইমৰানে দেখিলে যে কেনিও সেই ঘোঁৰা চোৱাৰীটোৰ চিন-মোকাম নাই। ইমৰানহঁতৰ ঘোঁৰা

দুটা পাণৱালাৰ দোকানৰ কাষত বন্ধা আছিল। পাণৱালাইও ক'ব নোৱাৰিলে সেই ক'লা ঘোঁৰাৰ চোৱাৰীটো কোনফালে গ'ল।

ইমৰানে সম্মুখত যিটো ৰাস্তা পালে তাৰ ওপৰেদিয়েই ঘোঁৰা দৌৰাবলৈ আৰম্ভ কৰিলে, এই বহল ৰাস্তাটো অৱছা-গেট মহল্লাৰ ফালে গৈছেগৈ। অৱছা-গেট পাওঁ পাওঁ হওঁতেই সি সেই চোৱাৰীটো আকৌ দেখিবলৈ পালে,অৱশ্যে বহু দূৰৈত; সি দেখিলে গেট পাই চোৱাৰীটো ৰ'লগৈ।

গেটৰ মুখত প্ৰকাণ্ড ভীৰ; কাঠৰ পিপা আধা উবুৰিয়াই লৈ তাৰ ওপৰত উঠি মানুহ এটাই হাত জোকাৰি জোকাৰি বক্তৃতা দিছে আৰু চাৰিওফালে গোটখোৱা মানুহমখাই মহা আনন্দে হাত চাপৰি বজাই বক্তৃতা শুনিছে। অৱছা-দৰৱাজাত আজিকালি এইটো এটা নিত্য-নৈমিত্তিক ঘটনা। বাঘী-চিপাহীৰ গিদ্ৰ্ৰ দিনৰেপৰা। সদায়েই দেখা যায় হয় কোনোবা মৌলভী, কোনোবা নকীৰ নাইবা হয়তো কোনোবা চিপাহীয়েই চিঞৰি চিঞৰি আজাদীৰ গৰম গৰম বক্তৃতা দিছে আৰু লগে লগে দৰৱাজাত ভীৰ জমি গৈছে।

দৰৱাজাৰ ভীৰ ঠেলি ক'লা ঘোঁৰাৰ চোৱাৰীটো বাহিৰলৈ ওলাল অলপ সময়ৰ পাছত ইমৰানো অৱছা-গেটৰ বাহিৰ পালেহি। বাহিৰ ওলাই ইমৰান অলপ ৰ'ল। দীৱাৰৰপৰা থিয় গঢ়াৰ দৰে এঢলীয়া হৈ পাহাৰ নামি গৈছে সমতললৈ,—তাৰ পিছতেই আকৌ শাৰী শাৰী পাহাৰ। তাৰে মাজে মাজে সাপৰ দৰে এঁকা-বেঁকাকৈ আগবাঢ়িছে ঝাঁচী-অৱছা চড়ক। দূৰৈত সি সেই চোৱাৰীটো দেখিবলৈ পালে। ঝাঁচী-অৱছা চড়কৰ ওপৰেদি সি বিদ্যুৎ গতিৰে ঘোঁৰা দৌৰাইছে। হঠাৎ ইমৰানৰ মনত খেলালে, মানুহটো বাঙ্গীচাহেবাৰ ৱকীল নহয়তো? অলপ পাছতে সি হয়তো শ্বাহী-চড়কেদি যাবলৈ ধৰিব,—ৰাথগড়, শ্বাহগড়, বানপুৰ, বান্দাৰ

নৱাবইতৰ লগত বাঈচাহেবাৰ চিঠি-পত্ৰ চলাৰ কথানো কোনে নাজানে ?

কিন্তু একে ৰাস্তাৰে সাগৰ নাইবা কানপুৰলৈওতো যাব পাৰি। বাঈচাহেবাৰ ৰকীলেনো গোটেই ঝাঁচী বিচাৰি এটা ক'লা ঘোঁৰাহে ল'ব পাৰিলেনে ? আৰু ঠিকনা ইংৰাজীত লিখিব লাগে কিয় ? নৱাবইতে হিন্দি-উৰ্দ্দু নাইবা ফাৰ্চী বুজিব নোৱাৰে নেকি ?

ইমৰানে আস্রফৰ গলধনত হাত দিলে। ইঙ্গিত পাই আস্রফে তুফান বেগেৰে দৌৰিবলৈ ধৰিলে।

অলপ পৰ পাছত সি মাত্ৰ দহ বেগুমান আঁতৰত সেই চোৱাৰীটো দেখিবলৈ পালে। চোৱাৰীটোৱে মাজে মাজে তালৈ ঘূৰি ঘূৰি চাইছে। কিছু সময় যোৱাৰ পাছত হঠাৎ সি ৰাস্তাৰ মাজত ৰৈ গ'ল। ইমৰান আহি তাৰ কাষ পোৱাৰ লগে লগে সি ক'লে, "হামাৰা পিছে পৰ গয়ে হোঁ কিউঁ, ভাই ?"

লেগাম টানি ঘোঁৰা ৰখালে ইমৰানে। "কাহা তুমহাৰা পিছে হুঁ মেই ?" সি ক'লে, "মেই তো সাগৰ যা ৰহাঁ হুঁ।"

মানুহটোৱে তীক্ষ্ণ হাঁহি এটা মাৰিলে। "তো এ'কেলে কিউ হো ? একুভি সমান তো সাথ লে'কে আতে !"

মানুহটোৱে আকৌ হাঁহিলে। বাঁওহাতখন এক ধৰণে ঘূৰাই শেষ কথা কোৱাৰ দৰে সি ক'লে, "চৰ্বতৰ দোকানত অথনি লগ পোৱাৰেপৰাই বহুত কষ্ট কৰিছা ভাই।—এতিয়া ভালে ভালে চহৰলৈ আকৌ উলটি যোৱা হজৰত, জিন্দেগীত তুখন ৰুটী বেছিকৈ খাবলৈ সময় পাবা।"

ইমৰানে দেখিলে মানুহটোৰ সোঁ হাতত অকণমান পিস্তল এটা বেলিৰ পোহৰত ভিৰ্ ৰিৰাইছে। ইমৰান বৰ অপ্ৰস্তুত হ'ল। লগত এপাতো অস্ত্ৰ নথকাত সি নিৰাশ হ'ল আৰু লগে লগে পিস্তলটোৰ সৌন্দৰ্য্য দেখি সি মুগ্ধ হ'ল। এনে অকণমান পিস্তল এটা

আচলতে তাকো লাগে। এইবিধ যন্ত্ৰ সি আগেয়ে কেতিয়াও দেখা নাই, দিল্লীৰ হাবিলদাৰ এটাৰ মুখতহে শুনিছিল যে ফিৰিঙ্গীৰ হাতত হেনো ছয় আঙুলি দীঘল নলীৰ পিস্তলো আছে। যন্ত্ৰটোৰ ধাতৱ নীলাভ ৰংটো ইমৰানৰ ভাল লাগিল। লগে লগে তাৰ এইটো ধাৰণাও মনলৈ আহিল যে ইমান চুটি নলীৰ পিস্তল মাৰি লক্ষ্যস্থানত গুলী লগোৱাও সহজ কথা নহয়।

"ৱ দেখ হামাৰা সাথী ৰামজী আ গিয়া হ্যায়। চোৱাৰীটোৱে পিঠি দি থকা ৰাস্তাৰ পিনে আঙুলিয়াই ইমৰানে উলাহেৰে কৈ উঠিল। লগে লগে সি সোঁহাতৰ তলুৱা চুঙাৰ দৰে কৰি মুখৰ আগত ধৰি চিয়ঁৰিবলৈ ধৰিলে, "ৰামজী! অ' ৰামজী!"

ক'ব নোৱাৰাকৈয়ে চোৱাৰীটোৱে পিছফাললৈ ঘূৰি চালে। এক মুহূৰ্ত সময়ো নষ্ট নকৰাকৈ ইমৰানে তাক ঘোঁৰাৰ চাবুকেৰে প্ৰচণ্ড কোব শোধালে। ঘোঁৰাৰ দীঘল চাবুকডাল তাৰ ডিঙিত মেৰ খাই যোৱাৰ লগে লগে এক টান মাৰি সি তাৰ ঘোঁৰাৰপৰা বগৰাই দিলে। পিস্তলটোৱে আকাশৰ ফালে মুখ কৰি চোৱাৰাৰ হাততে এবাৰ ফুটিল। কি অদ্ভুত! প্ৰায় শব্দ নোহোৱাকৈয়ে গুলীটো ফুটিল, গুলী ফুটাৰ চিন স্বৰূপে অলপ ধোঁৱাই সি ওলাল মাত্ৰ।

ইতিমধ্যে ইমৰানে মানুহটোৰ ওপৰত জপিয়াই পৰিছিলগৈ। ওপৰা ওপৰিকৈ সি দুটা প্ৰচণ্ড ঘোঁচা মাৰিলে। দুটা আধামোনীয়া ঘোঁচা। অইনটো হওঁক নহওঁক, নিজৰ ঘোঁচাৰ ওপৰত আস্থা আছে ইমৰানৰ। সি জানে যে প্ৰতিপক্ষ বিমানেই শক্তিশালী নহওঁক লাগে, প্ৰথম ঘোঁচাটো যদি কেনেবাকৈ সি মাৰিবলৈ পায় তেন্তে তাৰেই জয়লাভৰ বেছি সম্ভাৱনা থাকে।

মাটিত উবুৰি হৈ পৰি থকা মানুহটোৰ হাতৰপৰা পিস্তলটো কাঢ়ি লওঁতে ইমৰানে গম পালে যে বেচেৰা একেবাৰে অজ্ঞান হৈ গৈছে। সি দেহটো ৰাস্তাৰ কাষৰ গছৰ ছাঁলৈ টানি লৈ

গ'ল । তাৰ জেপৰপৰা সেই চিঠিখন টানি উলিয়ালে সি । অলপে সময় নষ্ট নকৰাকৈ সি লেফাফাটো ফালি চিঠিখন উলিয়ালে, একে উশাহতে চিঠিখনৰ ইমূৰৰপৰা সিমূৰলৈ পঢ়ি পেলালে ।

দামী লেফাফাৰ ভিতৰত দামী কাগজত ইংৰাজী ভাষাত লিখা চিঠি—ধুনীয়া আখৰ-পাতি, ক'তো অকণো ভুল লগাৰ সম্ভাৱনা নাই । তলত অকণমানকৈ এটা স্বাক্ষৰ—G. S. । গুলাব সিং ? ইমৰানৰ প্ৰথম যাৰ নাম মনত পৰিল সি গুলাব সিং ।

ইমৰানে লেফাফাৰ ওপৰত লিখা ঠিকনাটো আকৌ এবাৰ পঢ়ি চালে, 'মহামান্য কমিছনাৰ বাহাদুৰ শ্ৰীল শ্ৰীযুক্ত মেজৰ ডব্লিউ, চি, আৰস্কাইন বাহাদুৰৰ সমীপেষু ।' চিঠিখন জেপত ভৰাই সি অজ্ঞান হৈ পৰি থকা চোৰাৰাটোৰ বুকুলৈ পিস্তল টোঁৱালে । অলপ পাছত পিস্তলটো সি তাৰ মূৰলৈ টোঁৱালে । অৱশেষত পিস্তলৰ নলীটো তাৰ কপালত লগাই দিলে । বহু সময় তেনেকৈ পিস্তল টোঁৱাই থাকি হঠাৎ সি সাৰ পোৱাৰ দৰে জপিয়াই উঠিল । তাৰ পাছত একে জাপে খোলাত উঠি এবাৰো পিছলৈ ঘূৰি নোচোৱাকৈ অৱছা-দৰৱাজাৰ ফালে বিস্বাশন্দে চেকুৰিবলৈ ধৰিলে ।

—x—

সন্ধ্যা প্ৰায় হওঁ হওঁ ।.বড়াবাজাৰৰ অভিজাত অঞ্চলৰ ৰাস্তাটোত দামী দামী কাপোৰ-কানি পিন্ধা চৌখিন গ্ৰাহকৰ ভিৰ ক্ৰমাৎ বাঢ়ি আহিছে । আলিৰ কাষৰ লণ্ঠনবোৰ চৰকাৰী আসাবৰদাৰে অলপ আগতে জ্বলাই থৈ গৈছে । দোকানে দোকানে জ্বলিছে ৰাশি ৰাশি ঝাৰ-লণ্ঠন ।

গণপতিৰ মূৰ্তিখনৰ তলত ঘিউৰ চাকিটো জ্বলাই সেৱা কৰি চুনীলাল মাৰোৱাৰীৱে গদিত বহিছেহি মাথোন, এনেতে ক'ৰবাৰ-পৰা ঘোঁৰাগাড়ী এখন হুলস্থুলকৈ আহি দোকানৰ সন্মুখত ৰ'ল । চুনীলালে এবাৰ ডিঙি মেলি চালে, তাৰ পাছত চাকৰ এটাক ক'লে, "দেখ' তো. কৌন আয়া হ্যায় ।"

কেই মুহূৰ্তমান পাছত চাকৰৰ ল'ৰাটোৱে দৌৰি আহি ফুচ্ফুচাই ক'লে, "চৰ্দাৰ গুলাব সিং !"

গদীৰপৰা একেজাপে মাটিলৈ নামিল সদৌ কাটোৰ তাম-কাঁহ,মণিহাৰী-.গল.মাল ব্যৱসায়ৰ একছত্ৰী সম্ৰাট চুনীলাল মাৰোৱাৰী । খৰ-খৰকৈ সি দুৱাৰমুখৰ ফালে আগবাঢ়ি গ'ল । গুলাব সিঙে ইতিমধ্যে গাড়ীৰপৰা নামিছে ।

চুনীলালে আদাব জনাই ক'লে, "সৎশ্ৰী-আকাল চৰ্দাৰজী, গাড়ী বদল কিয়ে হ্যায় কিয়া ?"

প্ৰতি-নমস্কাৰ জনাই অলপ অপ্ৰস্তুতভাৱে গাড়ীখনলৈ ঘূৰি চালে গুলাব সিঙে । তাৰপাছত ক'লে, "নেহী দুস্ৰা ঔৰ এক খৰিদ কৰ লিয়া ; এ'ক গাড়ীছে কাম কাহা চলতা হ্যাঁয় ?"

এখন গাড়ীৰে কাম নচলা ভদ্ৰলোকজনক চুনীলালে ভিতৰত নি বহুৱালেগৈ । গুলাব সিঙে বুকুৰ জেপৰপৰা সুদৃশ্য ঘড়ী

এটা উলিয়াই বুটাম টিপি সাঁফৰ * খুলি সময় চালে। চুনীলালে ক'লে, "ঘড়ী ভি তো নয়া লগতা হ্যায়।"

"পহলেৱালা খাৰাব হো গিয়া।" কথাবোৰ চোবাই চোৱাই গহীনভাৱে ক'লে গুলাব সিঙে। তেওঁৰ মাতটো আজি বৰ গধুৰ আৰু গম্ভীৰ,—তেওঁৰ ডিঙিৰ চাৰিওফালে এখন গৰম কাপোৰ বন্ধা আছে। স্পষ্ট বুজিব পাৰি যে তেওঁৰ বেয়াকৈ পানী লাগিছে।

গুলাব সিঙৰ কাৰণে লচ্চী আহি পাওঁতে নৌপাওঁতেই দেখা গ'ল তেওঁৰ হাতত সময় তেনেই নাই, সামান্য কেইপদমান বস্তু নিবৰ কাৰণে ক্ষন্তেকৰ বাবে মাথোন তেওঁ চুনীলালৰ দোকানত পদাৰ্পণ কৰিছিল। চুনীলাল ব্যস্ত হৈ উঠিল। চাকৰ-বাকৰবোৰৰ ইটোক কিবা আনিবলৈ কয়, সিটোক ডবিয়াই হুৱা-দুৱাখন লগাই দিলে। ইতিমধ্যে গড়ীৰপৰা গুলাব সিঙৰ দুটা বৰদাৰ নামি আহি দোকানৰ বস্তুবোৰৰ ওপৰত হামখুৰি খাই পৰাদি পৰিছেহি। চুনীলালে হাত ঘঁহি ঘঁহি ক'লে, "ইতনি পৰিশানি লিয়ে হ্যায় আপ। নৌকৰ কো বাতাকে ভেজ দে তে, কাম হো যাতা।"

গুলাব সিঙে লচ্চী শেষ কৰেমানলৈকে গাড়ীত তোলা হৈছে পোন্ধৰ সেৰ উৎকৃষ্ট গৰু-ঘিউ, আধামোনকৈ আটা, জহা চাউল, ডাইল আৰু চেনি, ছয়-আঠ সেৰকৈ পেস্তা, কাজু, কাথ-বাদাম, কিচ্‌মিচ্‌ আৰু মছলাআদি। গুলাব সিঙে বাৰে বাৰে দুখ কৰিলে যে তেওঁৰ নিজৰ থৈলা আৰু বাচন-বৰ্তন ননা কাৰণে দোকানৰপৰাই সেইবোৰ ল'বলগীয়া হৈছে। চুনীলালে বিনয়তে পোকে খোৱা দাঁতকেইটা উলিয়াই কৈ যাবলৈ ধৰিলে, "কিয়া ফড়্‌কু পৰেগা চাহাব? বাদমে ভেজ দিজিয়েগা, বাচ্!"

টীকাঃ সেইকালত ভাৰতত ব্যবহৃত জেপ-ঘড়ীবোৰত ধাতুৰ সাঁফৰৰ প্ৰচলন আছিল। সংযোজক বুটাম এটা টিপিলেই এই সাঁফৰখন খোল খায়।

পইচা দিবৰ সময়ত দেখা গ'ল গুলাব সিঙে টকাৰ থলিটো পাহৰি ঘৰত এৰি থৈ আহিছে। তেওঁৰ কেউটা জেপ কিম্বা গাড়ীত বহা ঠাই ক'তো বিচাৰি থলিটো পোৱা নগ'ল। গুলাব সিঙে বস্তুবোৰ সম্প্ৰতি গাড়ীৰপৰা নমাই দোকানতে এৰি থৈ যোৱাৰ প্ৰস্তাৱ কৰিলে। কিন্তু চুনীলাল তেতিয়া বিনয়াবনত 'কিয়া ফড়্কু পড়েগা' হৈ আছে। সি দাঁতেৰে জিভা কামুৰি নাকে কাণে খত্ দি কৈ উঠিল, "চৰ্দাৰজী হাম্‌কো কিয়া সমজ্‌কে ৰাখ্‌খে হ্যেয় ? ৰূপিয়া আপ হামে দশ-সাল বাদমেভি দিজিয়েতো কিয়া ফড়্কু পৰেগা ?"

অৱশেষত চৰ্দাৰজী মান্তি হ'ল। তেওঁৰ বৰদাৰ এটাই আহি বস্তুবোৰৰ দাম কাগজ এখনত টুকি ল'লে। চৰ্দাৰজীয়ে এইবাৰ জেপৰপৰা লেফাফা এটা উলিয়ালে। ঠিকনাটো সযত্নে ঢাকি ৰাখি চুনীলালক লেফাফাটো দেখুৱাই সুধিলে, "এনেকুৱা লেফাফা আৰু আছেনেকি ?"

চুনীলাল অলপ আচৰিত হ'ল। " 'আৰু' মানে ? মোৰ ইয়াত তেনেকুৱা লেফাফা কোনোকালেই নাছিল।"

"কিয়, মোৰ মানুহে আজি কিছুদিন আগতে ইয়াৰপৰাই লেফাফা নিয়া নাছিল জানো ?"

চুনীলালে অলপ ভাবি ক'লে, "আপুনি অলপ ভুল কৰিছে হ'ব পায়। ৰহিম শেখৰ তাতহে মাথোন এনেকুৱা লেফাফা আছে,...তাৰপৰাই আপোনাৰ মানুহে নিছিল কিজানি।"

দুঘন্টামানৰ পাছত আহিব বুলি কৈ গুলাব সিং গাড়ীত উঠিল। কাচোৱান সৰফৰাজে উল্লাহত তুফান বেগেৰে গাড়ী চলাবলৈ ধৰিলে। দুই বৰদাৰ বৈজনাথ আৰু বিহাৰীয়ে চেপি চেপি খিকু-খিকুকৈ হাঁহিবলৈ ধৰিলে। দাড়ি আৰু পাগুড়ী সোলোকাই গুলাব সিঙে 'ইমৰান' হৈ পৰিল আৰু কাষত বহি

থকা বিনায়কক এক ঠেলা মাৰি ক'লে, "দে এতিয়া. বাজীৰ টকা দুটা দে। মজলিচৰ কাৰণে কিমান গধুৰ চান্দা লৈ আহিলোঁ।"

ৰহিম শেখৰ দোকানৰ ওচৰ পাই ইমৰানে সৰফৰাজক চিঞৰিলে, "ঐ, গাড়ী ৰখা—মোৰ ইয়াত কাম আছে। সি দাড়ি আৰু পাগুড়ী আকৌ পিন্ধি ল'লে।

দোকানত সোমায়ে গুলাব সিঙে লেফাফাটো দেখুৱাই সুধিলে, "এনেকুৱা লেফাফা আছেনে শেখ-চাহাব ?"

"আছে, চৰ্দাৰজী। কিমান লাগে ?"

"দিয়া কুৰিখনমান—নহয়, দহখন দিয়া। আগতে মোৰ মানুহে ইয়াৰপৰাই এই ধৰণৰ লেকাফা নিছিলনেকি ?"

"আপোনাৰ মানুহে ? ওহোঁ, ক'তা ! চম্পক সিঙে কেইখনমান নিছিল কিছুদিন আগতে।"

"চম্পক সিং ? চম্পক সিং কোন ? অ'........আচ্ছা। বাৰু অইন কোনো দোকানত এনেকুৱা লেফাফা আছেনে ?"

"ঠাঁচাত এনেকুৱা লেফাফা আৰু ক'তো থকাৰ কথাই নাই। এইবোৰ আমাৰ চিপাহী-বিদ্রোহৰো বহুত দিন আগতে কানপুৰৰ এজন ইংৰাজ চাহাবে নিজৰ অফিচৰপৰা আমাক ব্যৱহাৰৰ কাৰণে দিছিল।"

"অচ্ছা, আদাবৰ্য।"

"আদাবৰ জী।"

লেফাফাৰ পইচা দি ইমৰান ওলাই আহিল। গাড়ীত উঠি বিনায়কক সকলো কথা ক'লে ইমৰানে। সুধিলে, "চম্পক সিঙক তই চিনি পাবনে, বিনায়ক ?"

"বোধকৰো পাওঁ।"

"কোন ?"

"ৰাইচাহেবাৰ আঠজন কাৰকুন আছে—চম্পক সিং তাৰেই এজন গোপালৰাও চিৰস্তাদাৰৰ লাচনি-পাচনি কৰি ফুৰে বুলি জানোঁ।"

"গোপালৰাও চিৰস্তাদাৰৰ !! "তাৰ মানে...."

ইমৰানৰ ওপৰত পূৰ্ণ দৃষ্টি থৈ বিনায়কে ক'লে, "নিশ্চয়। তেতিয়া হ'লে 'জি. এছ.' চহীটোৰো এটা অৰ্থ ওলাবগৈ।'

"ভুই থিক কৈছ। 'জি. এছ.' গুলাব সিং নহয়। কিন্তু ক'লা ঘোঁৰা ক'লা ঘোঁৰাৰ ৰহস্যৰ এতিয়াও মীমাংসা নহ'ল, কথাটো মনত আছেতো? ইহঁতৰ মাজত এটা দল অৱশ্যেই আছে। তাক নিৰ্মূল নকৰালৈকে আমি বহি থাকিব নোৱাৰোঁ, বুজিছ?" গাড়ীয়ে বড়াবাজাৰৰ ৰাস্তা এৰি কোষ্টিপুৰাৰ ফালে যাবলৈ ধৰিলে।

কেইদিনমানৰ পাছৰ কথা। ঢলপুৱাতে চাৰিটা ৰিচালা চিপাহীয়ে অৰছা-দৰৱাজাৰ ফালে ঘোঁৰা চেকুৰাইছে। বৈজনাথ, বিহাৰী, বিনায়ক আৰু ইমৰান। সিহঁতৰ পিঠিত বন্দুক আৰু মুখত কাজু-বাদাম।

"সিহঁতৰ কাৰণে ৰ'ব লাগিছিলনেকি অ'?" বৈজনাথে ক'লে।

"বেচেৰাহঁতে চব বস্তু অকলে কঢ়িয়াবলগীয়া হৈছে।"

"খুব পাৰিব—খুব পাৰিব।" ইমৰানে ক'লে।" আমি বস্তু কঢ়িয়াব নোৱাৰো দেই, কৈ দিছো এতিয়াই। আমি গোটাইছো হঁক, সিহঁতে কঢ়িয়াওক।"

দৰৱাজাত ৰঘুনাথ সিংহৰ স্বাক্ষৰিত পাঞ্জা দেখুৱাই সিহঁতে ঝাঁচী-অৰছা সড়কেৰে ক্রমান্বয়ে দক্ষিণৰ ফালে যাবলৈ ধৰিলে।

"ভূপালৰ বেগমৰ খবৰ শুনিছ ?" ইমৰানে ক'লে।

"হুঁ।" বিহাৰীয়ে ক'লে। "সিহঁতৰ 'চৌজ ট্রেইনো' আহি পালেহি ?"

বিনায়কে ক'লে, 'পালেহি মানে ? সিহঁতৰ সৈন্যবোৰৰ কাৰণে বিৰাট খানা-পিনাৰ ব্যৱস্থা কৰিছে বেগম-চাহেবাই। হিউৰোজ অহাৰ এদিন পাছতেইতো চৌজ-ট্রেন পালেহি।"

বিহাৰীয়ে ক'লে, "ইমানদিনে বুৰ্বক বেগমটোৱে মিঠা মুখেৰে চলাহি দি আছিল মানুহচবক। পেটে পেটে চিন্তিছিল কেতিয়া ফিৰিঙ্গী আহি পায়। হিউৰোজ আহি পোৱা মাত্রকে আৰু পায় কোনে ? চৰ্ব্য-চুষ্যৰে মজিয়া ভৰাই পেলালে, একেবাৰে 'জী হুজুৰ মেহেৰবান হোই, জিন্দেগী ৰাখ্‌নে কা ঔৰ মাৰ্‌নে কা মালিক হোই। সাতশ চিপাহীৰ ফৌজ এটাও দিছে হেনো হিউৰোজক, শুনিছ নে ?"

"কিন্তু হিউৰোজ এতিয়া আহিছে কোনফালে ? সাগৰৰ ফালেনে ঝাঁচীৰ ফালে ?" ইমৰানে সুধিলে।

"অৱশ্যেই সাগৰৰ ফালে।" বিনায়কে ক'লে। "পোনে পোনেই ঝাঁচীৰ ফালে আহিলে ঝাঁচী আৰু সাগৰৰ মাজত পৰি চেপা খুন্দা হ'ব দেখোন।"

গ্রেনাইট-পাথৰেৰে তৈয়াৰী সুদৃঢ় দীৱাৰৰ বাহিৰেদি ঘুৰি ঘুৰি সিহঁতে দক্ষিণৰ গোল-বুৰুজ পালেহি। দক্ষিণ-বুৰুজৰ কাষতে চিকাৰ-মজলিচৰ সভ্যসমূহ গোট খোৱাৰ কথা। এতিয়ালৈকে আন কোনো আহি পোৱা নাই। বুৰুজৰ কেউকাষে শিলেৰে বন্ধোৱা গভীৰ পৰিখা। ইমৰানহঁত তাৰ কাষতে ৰ'লগৈ। ইমৰানে সকলোৰে হাতে হাতে পেস্তা-বাদাম আৰু চুৰট দিলে।

"বাৰ্মাৰ চুৰট ক'ত পাব অ' আজিকালি ?" চুৰটটো জলাই বিহাৰীয়ে সুধিলে।

"কিয় ব্ৰিজলালৰ দোকানত। যিমান লাগে পাবি।" ইমৰানে ক'লে। "ঝাঁচীৰ বজাৰত বস্তুৰ দামটো খুব বাঢ়ি গ'ল।"

"হুঁ।" বিহাৰীয়ে ক'লে। সি শিল এডোখৰত বহি জখম হোৱা ভৰিখন কাপোৰৰ পটিৰ ওপৰতে মালিচ কৰিবলৈ ধৰিলে। ভৰিখন এতিয়াও সম্পূৰ্ণ ভাল হোৱা নাই। "কিন্তু সকলোবোৰ গাঁৱৰ পথাৰৰপৰা ফচল এতিয়াই তুলি পেলাবলৈ বাঙ্গীচাহেবাই তলব দিছে। আৰু তেওঁৰ হুকুম মতে ঝাঁচীৰ বেপাৰীবোৰে সেই শস্যবোৰ কিনি ল'ব। গতিকে খাদ্যৰ অনাটন নহয় অন্ততঃ।" ক'লে সি।

ইমৰানে ক'লে, "শিল্প-কুঠি চাৰিটা খুলি খুব বুদ্ধিমানৰ কাম কৰিছে বাঙ্গীচাহেবাই।"

"তাতোকৈ বুদ্ধিমানৰ কাম কৰিছে দুখীয়া বুন্দেল গাঁওবোৰক এবছৰৰ খাজনা মাফ্ দি, আগৰ বৰ্খাস্ত হোৱা তিনি হাজাৰ দুশ চল্লিছটা আকৌ কাম দি, আৰু যাযাবৰ ডকাইতবোৰক ফৌজত ভৰ্তি কৰি।" বিনায়কে ক'লে।

এনেতে যুগলীকৰহঁত আহি পালে। যুগলীকৰ, আনন্দ চাচা, পুৰন্দৰ, মুবাৰক, সৰফৰাজ, ভাৰ্গৱ, গোলাম আলী, মেহেৰ আৰু আন কেইটামান বিচালা চিপাহী। সিহঁতৰ কান্ধত বন্দুক আৰু খোৱাবস্তুৰ টোপোলা। জাৰত বেচেৰাহঁতে কুঁজা হৈ আহিছে।

সিহঁতে একেলগে চিঞৰি ইমৰানক অভিনন্দন জনালে। ইমৰানে চুনীলাল মাৰোৱাৰীৰপৰা চান্দা আনিবলৈ যোৱা অভিযান আৰু তাৰ সাফল্যৰ কথা বহুতে যোৱা ৰাতিয়েই গম পায়। এই কেইদিনৰ ভিতৰতে বিনায়কে আকৌ এটা অদ্ভুত

কাম কৰিছে। চুনীলালক মাল অনা থৈলা আৰু টিনকেইটা সি ওভোতাই দি থৈ আহিছে, কেনেকৈ যে এই কামটো কৰিলে সিহে জানে। এই কামটোৰ ওপৰত হেনো ইমৰানে হুটকা বাজী ৰাখিছিল। বিনায়ক এই বাজীত জিকি যোৱাত আগৰ বাজীৰ লগত কটাকটি গ'ল।

ইমৰানে আগতেই সকলোকে জনাই দিছিল যে মজলিচলৈ আহোঁতে প্ৰত্যেকেই নিজৰ ফালৰপৰা একোটাকৈ খোৱাবস্তু আনিব লাগিব। আচলতে দুৰ্ধৰ্ষ চুনীলাল মাৰোৱাৰীক শিক্ষা এটা দিয়াত সকলোৱে খুব খুচী হৈছিল, আৰু সেইবাবে ইমৰানৰ কথা ৰাখি এটা নহয় এটা খোৱাবস্তু প্ৰত্যেকেই আনিছিল। পুৰন্দৰে আনিছে তেতেলীৰ চাটুনি, ভাৰ্গৱে আনিছে আচাৰ, মুবাৰকে আনিছে কিবা মঙহে বনোৱা কাবাব, যুগলীকৰে আনিছে শ্ৰীগু. গোলাম আলীয়ে আনিছে মুলি কা-পৰঠা, বিনায়ক আৰু ইমৰানে একেলগে মিলি আনিছে তিলৰ বেৰৰী আৰু বাৰ্মাৰ চুৰট। আনন্দ চাচাই ? চাচাই আনিছে সম্বন্ধীয়া ভতিজাক এটাক।

গোল-বুৰুজত গাত লাগি আছে থিয় পিছল পাহাৰ, তাৰ সিফালে ঋাঁচীৰ গভীৰ অৰণ্য। প্ৰতি বছৰ এই অৰণ্যতে চলে যুগলীকৰহঁতৰ মজলিচ্। গোল-বুৰুজৰ অৱস্থান সামৰিকভাৱে বৰ গুৰুত্বপূৰ্ণ। সেই কাৰণেই বহু সংখ্যক মানুহ তাত অনবৰত ব্যস্ত থাকে। ইমৰানহঁতৰ অদ্ভুত দলটো দেখি সিহঁতক চাবলৈ বুৰুজৰ ওপৰত বেচ্ এদল মানুহ গোট খাইছেহি আৰু ভাবিছে সিহঁতক জোকোৱা যায়নে নাযায়।

চুনীলালৰপৰা অনা বস্তুবোৰ ঘৰতেই ৰান্ধি লোৱা হৈছে, গতিকে সেই বিষয়ে আৰু চিন্তা নাই। ইমৰানহঁতে ধোঁৱাবে পাহাৰ বগাবলৈ আৰম্ভ কৰি দিলে। অত্যন্ত পিছল থিয় ৰাস্তা, কেতিয়া ধোঁৱাৰ ভৰি পিছলে পাত্তা নাই। আস্ৰফ কিন্তু

পাহাৰ বগোৱাত বৰ পটু, তদুপৰি ইমৰানৰ লগত টোপোলা-টাপলিও নাই, গতিকে সি সকলোতকৈ আগবাঢ়িল।

বতাহত ঠাণ্ডাৰ আমেজ। অবাক হৈ কেৰ্কেটুৱাবোৰে থৰ লাগি বৈ চাইছে ইমৰানহঁতলৈ। সিহঁতৰ কোমল নোমৰ আগবোৰ পুৱাৰ ৰদত জিলিকিছে। বগৰি গছবোৰ বুল্‌বুলিজাকক গুটি খুউৱাত ব্যস্ত। গছে-বনে পৃথিৱীৰ সেই আদিম নিৰৱতা। ইমৰানৰ মনটো বৰ নতুন নতুন লাগিল। সি ধীৰ কদমত যাবলৈ ধৰিলে। যোৱাকালি সন্ধিয়া বিতিয়াই বসন্ত-বাহাৰৰ ঠুংৰী এটা গাই তাক শুনাইছিল, "কুহু কুহু কোয়লীয়া বোলে....."। গানটো তাৰ ৰিণি ৰিণি মনত পৰিবলৈ ধৰিলে। এই অৰণ্যানীৰ পৰিবেশৰ লগত ইমান নিবিড়ভাৱে খাপ খায় সেই সুৰটো।

অলপ সময়ৰ পাছত পুৰন্দৰ আহি ইমৰানৰ লগ ধৰিলে। পুৰন্দৰৰ ওঁঠত আৰু দাঁতৰ আলুত দণ্ডাসাঁৰ বিচিত্ৰ ৰং—তাৰ দীঘল চুলিবোৰ কান্ধলৈকে বৈ পৰিছে।

"তুমি বহুত আগবাঢ়িলা দেখোন?" পুৰন্দৰে ক'লে, "কালি বিতিয়াৰ ফালে গৈছিলানেকি তুমি?"

"ওঁ, একেবাৰে সন্ধ্যা সময়ত।" ইমৰানে ক'লে

"অ,' সেয়েহে তোমাক লগ নাপালোঁ। মই অলপ দেৰীকৈ গৈছিলো। বিতিয়াৰ গান শুনিলো, মই নিজেও এটা গালোঁ।'

অলপ বৈ ইমৰানৰপৰা কোনো উত্তৰ নাপাই উদাসভাৱে পুৰন্দৰে, ক'লে, "তোমাক মোৰ গান এটা ভালকৈ শুনাবলৈ ইচ্ছা থাকিল। সিদিনা যি বেয়াকৈ গাই শুনালো, লাজেই লাগিছে।"

"তোমাৰ গানতো জোৰকৈ হ'লেও শুনিম ভাই, মাথোন কেতিয়া শুনোৱাবা সেইটো কোৱা।" পুৰন্দৰৰ গান পুনৰাৰ শুনাৰ ধৈৰ্য্য আৰু সাহস অৱশ্যেই ইমৰানৰ নাছিল। পুৰন্দৰৰ প্ৰসিদ্ধ সংগীত (তাৰ নিজৰ মতে) "বুলবুল, তু মুঝে বোলাতে

হো কিউ,” সিদিনা গাই শুনোৱোৰ সময়খিনি পৃথিৱীখন ইমৰানৰ কাৰণে বৰ বিড়ম্বনাময় লাগিছিল। আৰু যিহেতু বুলবুল নামৰ বেচেৰা নিৰ্বাক প্ৰাণীটোৱে পুৰন্দৰৰ প্ৰশ্নৰ উত্তৰ দিবলৈ অক্ষম আছিল। পুৰন্দৰে ঘন্টাৰ পাছত ঘন্টা তাক সেই একেটা প্ৰশ্নই কৰি গৈছিল, “তু মুঝে বোলাতে হোঁ কিউঁ?” সেই সময়ত বুলবুলক লগ পোৱা হ'লে ইমৰানে নিশ্চয় তাক কাকুতি কৰি ক'লেহেঁতেন, “ভাই বুলবুল, ৰক্ষা কৰ, পুৰন্দৰক কন্দুৱাটো বন্ধ কৰি তই বৰঞ্চ পুৰন্দৰৰ কাষতে চিৰহাস্যমুখী হৈ থাকিবলৈ ল'।”

“আচ্ছা, তোমাক এটা কথা সোধো,” পুৰন্দৰে ক'লে, “তুমি যা'তা মানুহৰ লগত বন্ধুত্ব পাতিবলৈ আৰম্ভ কৰিছা কিয়? মই বেয়া পাওঁ জানা, কাৰণ তোমাৰ চেহেৰাত এটা আভিজাত্যৰ ছাপ আছে। এই যে সৰফৰাজ, সিতো এটা মুচীৰ পুতেক! গোলাম আলী কি? সি এটা গুপ্ত-ডকাইত, যোৱা বছৰলৈকে সি বড়োৱাচাগৰৰ ওচৰে-পাজৰে ডকাইতি কৰি ফুৰিছিল। আৰু আনন্দৰ লগত তোমাৰ মিত্ৰিৰালি কিহৰ? সেই ফাঁকিবাজ বুঢ়াটোক তুমি সহ্য কৰানে?”

ইমৰানে একো উত্তৰ নিদি হাঁহিলে। পুৰন্দৰ আগবাঢ়ি গ'লগৈ।

অলপ পাছত আনন্দ চাচা আহি ইমৰানৰ কাষ পালেহি। “সৌটো কোন গ'ল অ', পুৰন্দৰ নহয়নে? ডিঙি মেলি চাই চাচাই সুধিলে। “তোৰ নো পুৰন্দৰৰ লগত কিহৰ ইমানটো সনা-মিতিৰ, হো? সেই বান্দৰটোৰ জাত-কুল আছেনে চৰিত্ৰ আছে যে তই তাৰ লগত কথা পাত? নাজাননে সি অধমে নহৰু-পনক চৰ খায়? হুঃ, মই তাৰ বাপেকৰ বয়সৰ মানুহটোক সি বৰ কথা শুনায়!”

চাচাই মুগা-বৰণীয়া যিটো ধোঁৱাৰ ওপৰত উঠি আহিছে

সেইটো গুলাব সিঙৰ লগত মামলা কৰি ক্ষতিপূৰণ হিচাপে পোৱা। তাৰ আগতে চাচাই কাম চলাবলৈ বুলি ইমৰানৰ টাটু, ঘোঁৰাটো কিনি লৈছিল, পঞ্চাছ টকাত-অৱশ্যে দাম দিয়াৰ নাম আজিলৈকে লোৱা নাই।

"কি ক'লা চাচা ? নহক-পনক খায় ? ইয়ে আল্লা, ইয়াৰ ধৰ্ম নষ্ট হ'ল যে !" ইমৰানে খুব অবাক হোৱাৰ নিচিনাকৈ ক'লে।

ইমৰানে ঠাট্টা কৰা বুলি বুজিব পাৰি চাচাই সেমেনা-সেমেনিকৈ ক'লে, "নাই, নাই, নহৰু-পিয়াজ ক'তনো আৰু বেছিকৈ খায়। কাচিৎ কেতিয়াবা মাংস খ'লে লগতে খায় আৰু।"

"পুৰন্দৰে মাংস খয়। হিন্দু বামুণৰ ল'ৰা হৈ ?"

"ৰ'চোন, বেয়াকৈ নাভাবিবি এখোন। মাংস কিবা সদায় খায়নে ? কেতিয়াবা দুই-এচোক চৰাব-মদৰ যোগাৰ হ'লে তাৰ লগতেই খি দুই-এটুকুৰা........"

"পুৰন্দৰে মদ খায় বুলি মোক অন্ততঃ নক'বা !!"; যদিও ইমৰানে ভালকৈয়ে জানে পুৰন্দৰৰ কাণ্ড-কাৰখানা। দৰাচলতে সি নিজেই কেইবাদিনো পুৰন্দৰক মাতাল হৈ পৰি থকা অৱস্থাত পাই তুলি নি ঘৰত থৈ আহিছেগৈ।

"নাই। মদ আৰু সদায় পায়নে মানুহে ?" চাচাই ক'লে। "কেতিয়াবা জুৱাত পইচা পাই গ'লে, এই ধৰ এটোপা বা দুটোপা........"

"জুৱা খেলে ?"

"নাই, কাচিৎ কেতিয়াবা। পকেট মাৰি সদায় পইচা পালেনো আৰু কোনে কষ্ট কৰি জুৱা খেলে ?"

ইমৰানে জানে শেষৰ বদনামটো সত্য নহয়।

গোমা-জুলুকৰপৰা তেৰ মাইল উজাই দূৰত সিঁহতে পালেগৈ এটা পাৰ্বত্য জুৰি। খৰস্ৰোতা জুৰিটো এটা গিৰি-কন্দৰত, মাটিৰপৰা বহুত তলত তাৰ সোঁত।

ইমৰানহঁতে ঘোঁৰাবে সৈতে জপিয়াই জপিয়াই এটা এটাকৈ জুৰিটো পাৰ হ'বলৈ ধৰিলে। একেবাৰে শেষত পাৰ হৈছিল ভাৰ্গব। এনেতে হঠাৎ দূৰৰ বন্দুকৰ শব্দ হ'ল। সোঁকৈ সোঁৱৰ গুলী এটা আহি ভাৰ্গবৰ কাণৰ কাষেদি গুচি গ'ল, লগে লগে আন এটা গুলীয়ে তাৰ কঁকালত চন্দ্ৰ-বিন্দু আঁকি দিলে।

মুহূৰ্তৰ ভিতৰতে কেইটা বিচালা ঘোঁৰাবপৰা নামি মাটিত বহি পৰিল। কোনোবা এটাই উত্তেজিতভাৱে ফুচফুচালে, "ভাৰ্গব, মানে ভাৰ্গবৰ........"

"মনে মনে থাকহঁত, মোৰ একো হোৱা নাই।" ভাৰ্গবে ভাবি চিন্তি ক'লে। "কিন্তু গুলী মাৰিলে কাৰে?"

"তেহ্‌বী, তেহ্‌বীৰ চিপাহী নিশ্চয়!" উত্তেজিত হৈ গোলাম আলীয়ে ক'লে। "জানোৱাৰ হ্যায়! সিহঁত হিন্দুস্থানৰ কাফেৰ—ফিৰিঙ্গীৰ দালাল!"

ইমৰানে ক'লে, "এখনি ইয়াতে ক'ৰবাৰপৰা পোহৰ এফাল আহি মোৰ চকুত চাট মাৰি ধৰিছিল, এক মুহূৰ্ত আয়নাত বেলিৰ ৰোশান পৰিলে যেনেকুৱা হয়। মই সন্দেহ কৰিছিলো হয়তো জবোবাল নাইবা সজীন হ'ব পাৰে, কিন্তু তেতিয়া বেছি একো ভবা নাই।"

"ক'ত দেখিছিলি? ক'ত দেখিছিলি?" সকলোৱে একেলগে সুধিলে।

"হ'ব হয়তো এক দেড়মান দূৰৈত, কেনেকৈ কওঁ এতিয়া।"

বিহাৰী আৰু বৈজনাথে একেৰে আঙুলি তুলিলে, "গুলী সিঁহতে এফালতে কোন ঠাইৰপৰা মাৰিছে? ভাবিছে গুলীটো

কোন মানুহবোৰ আহিছিল খৰিব খোৰাবিলিলৈ ? খোঁৱাও দেখা নাইনে ?”

অৱশ্য সমস্ত পাছত আকৌ সকলো চুপ-চাপ। কোনেও নিৰ্ণয় কৰিব নোৱাৰিলে গুলী কোনখিনিৰপৰা আহিছে। সিইত এনেকুৱা মুকলি ঠাইত আছে যে মূৰ দাঙি চাবলৈও ভয় লাগে। খোঁৱাবোৱে আনন্দমনে ভিজি মেলি গছৰ পাত গুচিছে আৰু আলেখ-লেখ চাইছে। ঘোৰাক গুলী মৰাৰ নিয়ম নাই, যুদ্ধক্ষেত্ৰতে হওঁক বা আইন ঠাইতে হওঁক।

ইমৰানে মুৰৰপৰা মূৰেঠা খুলি বন্দুকৰ নলীৰে ওপৰলৈ দাঙি দিলে সকলোৱে আশা কৰিছিল এইমাত্ৰ জাকে জাকে গুলী আহি মূৰেঠাটো ওফৰাই লৈ যাব। কিন্তু একোৱেই নহ'ল। দেখা গ'ল প্ৰতিপক্ষ অলপ বেছি টেঙৰ, মূৰেঠাক মূৰ বুলি ভুল কৰাত সিইত নাই। অৱশ্য আকৌ আগৰ দৰে নিৰৱ হৈ থাকিল ; যেন তাত ইমৰানইঁতৰ বাহিৰে আন কোনোৱেই নাই।

“আচ্ছা, অক্টোবৰ মাহত তেহুৰীৰ নথে খাঁই যে ঝাঁটী আক্ৰমণ কৰি হাৰিছিল আৰু বাঈচাহেৰাৰ লগত যে ৰাণী জঁড়ে চুলৈয়াৰ সন্ধি এটা হৈছিল”, ইমৰানে কৈ গ'ল, ‘তাৰ পাছত আকৌ এইবোৰৰ অৰ্থ কি ?”

গোলাম আলীয়ে ক'লে, “সন্ধি হৈছে ৰাণীয়ে ৰাণীয়ে, চিপাহীয়ে চিপাহীয়ে আকৌ কিহৰ মিত্ৰিতালি ? সন্ধি-বেসন্ধি যিহকে নহওক আমাৰ মাজত এইবোৰ সদায় লাগি থাকে।”

“আজি আজিকালি কিৰিজীৰ সিইঁত দোষ আমি ছুইমন।” বৈজুনাথে ক'লে।

হঠাৎ বিনায়কে ক'লে, “এটা কাম কৰা যাওক।”

“কি কাম ?”

"মই ঘোঁৰাত উঠি দৌৰি যাওঁ, সিহঁতে যদি মোলৈ গুলী কৰে তেনেহ'লে সিহঁতৰ অৱস্থান গম পাবি তহঁতে।"

"পাগল!" ইমৰানে ক'লে, "গুলী নালাগিব তোৰ গাত?"

"ওহোঁ। মোৰ গাত গুলী নালাগে।" বিনায়কে হাঁহিলে। সি জপিয়াই ঘোঁৰাত উঠিল।

"হেৰ', কৰ কি তই। কৰ কি!!" ইমৰানে তাক বাধা দিবলৈ উঠিল, তই পাগল হৈছ.... ..."

গোলাম আলীয়ে ইমৰানক হাতত, টানি বহুৱাই দিলে। "বিনায়কৰ গাত গুলী নালাগে, ইমৰান, কেতিয়াও নালাগে। তাৰ গাত দেৱতা আছে।"

হুতাশ হৈ ইমৰান বহি পৰিল। বিনায়কৰ মৰণ সম্পৰ্কে প্ৰায় নিশ্চিত সি,—গোলাম আলীৰ অন্ধ-বিশ্বাস দেখি সি নিৰাশ হ'ল।

"আমিও আগতে বিশ্বাস নকৰিছিলো", গোলামে কৈ গ'ল, "কিন্তু অক্টোবৰত তেহ্‌ৰীৰ লগত হোৱা যুদ্ধত নিজ চকুৰে দেখিলোঁ।"

ইফালে বিনায়কে বিদ্যুৎশৰদে ঘোঁৰা দৌৰাইছে পশ্চিমফালৰ অলপ মুকলি টিলা এটাৰ ফালে। লগে লগে জাউৰিয়ে জাউৰিয়ে বন্দুকৰ গুলীৰ শব্দই গোটেই হাবি মুখৰ কৰি তুলিলে। উদ্বিগ্ন ইমৰানে দেখিলে টিলাটো পোৱাৰ ঠিক আগে আগে বিনায়ক ঘোঁৰাৰপৰা বাগৰি পৰিল।

"গুলী লাগিল তাৰ গাত!" ইমৰানে চিঞৰিলে, "তহঁতে মিছাকৈ........তাক এতিয়াই ইয়ালৈ অনাৰ দৰকাৰ!"

কিন্তু দেখা গ'ল যে আটাইতকৈ আগতে শত্ৰুকহে আক্ৰমণ কৰাটো দৰকাৰ বা দলটো সেই সম্পৰ্কে বেছি ইচ্ছুক। গতিকে গোটেই দলটোৱে সতৰ্কভাৱে চোঁচৰি চোঁচৰি যি ডুজোপা আঁহত গছৰ তলত বন্দুকৰ বাৰুদৰ ধোঁৱা দেখা গৈছিল সেইফালে আগবাঢ়িবলৈ ধৰিলে।

অলপ পৰ আগবঢ়াৰ পাছত ইমৰানে হঠাৎ ফুচ্‌ফুচাই ক'লে, "চব বৈ যা। সিহঁতো আগবাঢ়িছে আমাৰ ফালে!"

ইমৰানৰ কথা সত্য। জোপোহাবিলাক লৰাৰ ধৰণ দেখি স্পষ্ট বুজিব পাৰি যে সেইবোৰ বতাহত লৰা নাই।

নিজৰ নিজৰ বন্দুক পিঠিত বান্ধি থৈ তৰোৱাল লৈ সিহঁত বহি থাকিল। তাৰ পাছত নিচেই কাষৰ জোপোহাবোৰ যেতিয়া লৰিবলৈ আৰম্ভ কৰিছে, ইমৰানৰ একোটা ইঙ্গিততে সিহঁতে হাতত তৰোৱাল লৈ জোপোহাবিলাকৰ ওপৰত জপিয়াই পৰিল।

আক্ৰমণটো তেহ্‌ৰীৱালেহঁতৰ কাৰণে একেবাৰেই আকস্মিক। সিহঁত ইয়াৰ বাবে অলপো প্ৰস্তুত নাছিল। দুই-তিনিটা বন্দুক অনাহকতে ফুটিল। কাৰণ কথাতে কয় বন্দুক মাৰিবলৈ হ'লে শত্ৰু অন্ততঃ বন্দুকৰ দীঘটোৰ সমান দূৰত থাকিব লাগে,— শত্ৰু গাত লিপিট খাই লাগি ধৰিলে বন্দুকৰ মূল্য কাঠডালৰ সমান।

মুহূৰ্তৰ ভিতৰতে দুজন গুণ্ডা তেহ্‌ৰীৱালা চিপাহীৰ এটা তৰোৱালৰ খোচ খাই মৰিল, দুটাক দূৰলৈ পলাওঁতে সৰফৰাজে গুলী কৰি মাৰিলে,—বাকী পাঁচোটা বন্দী হ'ল।

"আবে কম্‌বখ্‌ত্‌! বেচৰম! বে-ইজ্জত! বে-হিম্মত! বে-হুশ! বেইমান!" গোলাম আলীয়ে বন্দীহঁতক ধম্‌কিয়াই ক'লে, "লুকাই গুলী মাৰিবলৈ চৰম নালাগে তহঁতৰ? আমি এনেকুৱা কাম গোঁফ গজাৰ আগতেও কেতিয়াও কৰি পোৱা নাই। তহঁতৰ এই ইয়া-লম্বা গোঁফবোৰ তহঁতৰ, নে তহঁতৰ মাইকীবোৰৰ?"

বন্দী চিপাহীকেইটাই নিমাতে তললৈ মূৰ কৰি থাকিল। সিহঁত কেউটাৰে গালত ভেতিয়াও চৰ-চাপৰৰ চিন আছে।

ইফালে বিনায়ক আহি সেই সময়তে হাজিৰ। তাৰ গাত গুলী লগা নাই, সি তাও ধৰিছে পৰি গৈছিল। ধোঁৱাটো

জখম হ'ব বুলি ভয় কৰিছিল সি, কাৰণ ঠিক সেই সময়তে ঘোঁৰাটোৰ ডিঙিৰ ছালত গুলী এটাৰ ঘঁহনি খাই তেজ ওলাইছিল। সেইটো জখম নিচেই সামান্য,—ঘোঁৰা কৰিবাকে তৎক্ষণাৎ ভাল কৰি দিব পাৰিব। গোটেই দলটোৱে বিনায়কক সম্বৰ্দ্ধনা জনোৱাৰ লগে লগে বন্দী পাঁচোটাক গালি পাৰিবলৈ ধৰিলে।

ভাৰ্গবে ক'লে, "ইহঁতক ঘোঁৰাৰ পিঠিত পিছমূৰাকৈ বান্ধি লৈ গৈ বাঙীচাহেবাক উপহাৰ দিব লাগিব। কামটো গোলামেহে ভালকৈ পাৰিব।"

মুখ বিকতাই গোলাম আলীয়ে ক'লে, "তোৰ জিন্মাত সদায় ইমান বিষ কিয় অ' ভাৰ্গব? যাৰ যি কাম। ঘোঁৰাৰ পিঠিত পিছমূৰাকৈ বান্ধি নিব লাগে যদি তই নে। বৰিহে ঘোঁৰাত ভালকৈ বহুৱাই নিব লাগে, মইেই নিব পাৰিম।"

ইমৰানে প্ৰস্তাৱ কৰিলে, "আতকৈ এনেকুৱা কৰিলে কেনে হয়? ইহঁতক আমাৰ লগতে ভোজ খুৱাই লৈ যাওঁ। পোন্ধৰ সেৰ ঘিউৰে বনোৱা আধামোন আটাৰ পৰঠা নহ'লে খায় কোনে? সিহঁতেও বুজক, ঝাঁচীৰ চিকাৰী মজলিচৰ ৰকমটো দেখক।"

সৰফৰাজ আৰু ভাৰ্গবৰ বাহিৰে সকলোৱেই হৈ-চৈ কৈ চিঞৰি সম্মতি দিলে। তেহ্‌ৰীৱালাকেইটাক লৈ দলটোৱে ঘোঁৰা এৰি অহা ঠাইৰ ফালে আগবাঢ়িল। সৰফৰাজে মাথোন গোৰ্‌গোৰাই ক'লে, "ইঃ, দানসত্ৰ খুলিছে একেবাৰে, নেদেখিছা!"

ভাৰ্গবে ক'লে, "ইহঁত মৰিব বুজিছ, মৰিব ইহঁত।"

—x—

সাতাইছ জানুৱাৰীৰ পুৱতী নিশা দূৰ আকাশৰ সীমাত ৰাঙলী জুইৰ পোহৰ বিয়পি পৰিল।

বাথগড় !

বীণা নদীৰ পাৰৰ জংঘলত জুই লগাই দি নোৰীৰন্‌লী আৰু কুৰি গাঁৱৰ মানুহে নিচানা দি বুজাইছে যে বাথগড়ৰ পতন হ'ল

শেষৰাতিৰ টোপনিৰপৰা জাগি উঠা মানুহবোৰে বিহ্বল বিস্ময়ত আকাশৰ ফালে চাই ৰ'ল। সৰু ল'ৰাই চকু মোহাৰি মোহাৰি উঠি আহি মাকক সুধিলে, "মা, মা, আকাশত দেখোন জুইৰ পোহৰ! কিহৰ খবৰ মা? তাঁতিয়া টোপী আহিল নেকি?

মাকে ক'লে, "তাঁতিয়া টোপী নহয়, বাচা। বাথগড় বগা চাহাবে দখল কৰিলে।"

পুতেকে এক দৌৰ মাৰি ঘৰৰ ভিতৰৰপৰা কাঠৰ বন্দুক এটা আনি বীৰত্বৰে হাত জোকাৰি জোকাৰি ক'লে, "ঝাঁচী কিন্তু ফিৰিঙ্গীয়ে কেতিয়াও ল'ব নোৱাৰে, নহয়নে মা? বাঈচাহেবাৰ ইমানবোৰ কামান আছে। আৰু আমাৰ দেউতাৰ বন্দুক আছে,—আৰু চৰণে বন্দুক আছে!"

বাথগড়। বিন্ধ্য গিৰি পাহাৰৰ মাজত অৱস্থিত মধ্য-ভাৰতৰ অন্যতম দুৰ্ভেদ্য দুৰ্গ। সৰু দুৰ্গ যদিও তাত তিনিহাজাৰ মানুহৰ খাবে এবছৰৰ ৰচদ আছিল,—আৰু আছিল কামান বনোৱাৰ বিশাল ঢাঁচ আৰু প্ৰচুৰ ঘোঁৰা, গৰু, উট। বাথগড়ৰ কেউকাষে গাঁওবোৰতো সৰু সৰু সামৰিক ঘাটি গঢ়ি তুলিছিল গাঁৱলীয়া মানুহে, বাথগড়ৰ ৰক্ষাৰ ভাৰো লৈছিল বিপ্লৱী জনসাধাৰণেই। তিনিদিন তিনিৰাতি ধৰি পাহাৰে-জংঘলে, গুহাই-কন্দৰে গোঁসাই তাঁতিৰ যুদ্ধ কৰিছিল সিহঁতে।

কিন্তু আকৌ এবাৰ জিকিল ইংৰাজ। বাথগড়ৰ পতন হ'ল। ইমান উৎসাহী প্ৰতিৰোধৰ শেষ লাভ বোধহয় হ'ল হত্যা আৰু ধ্বংস।

ৰাতি তেতিয়াও পুউৱা নাই। ঝাঁচীৰ ৰাস্তাই-ঘাটে কিন্তু তেতিয়া আচৰিত ধৰণৰ চাঞ্চল্যই দেখা দিছে। দিনৰ দৰে মানুহে শোৱা-পাটি এৰি ৰাস্তাইদি বেগা-বেগিকৈ অহা-যোৱা কৰিছে আৰু উত্তেজিতভাৱে কথা পাতিছে।

খবৰৰ গতি বিজুলিৰ দৰে। দুপৰীয়াৰ পাছত আৰু নতুন নতুন খবৰ আহিল। প্ৰায় আঢ়ৈশ ভাৰতীয় নিহত হৈছে বাথগড়ত। 'কিল্লাৰ সম্মুখত ফাঁচী দিয়া হৈছে মহম্মদ ফজিল খাঁ, নৱাব কামদাৰ খাঁ, কিষেণৰাম আৰু ৱালিদাদ খাঁক। বিচাৰকৰ সন্মুখত নিৰ্ভয়ে ৱালিদাদ খাঁই চিয়ঁৰিছিল যে বাথগড়ৰ ব্ৰিটিছ-বিৰোধী-সংগঠনত তেওঁ মহম্মদ ফজিল খাঁক সহায় কৰাটো সত্য, আৰু ভৱিষ্যতেও তেওঁ ভাৰতৰ মাটিৰপৰা ব্ৰিটিছ জাতিক বহিষ্কাৰ কৰাৰ চেষ্টা কৰিয়েই থাকিব।

ৱালিদাদ খাঁহঁতৰ লগত ফাঁচী হয় এশ সাতাইছজন বিপ্লৱীৰ।

আৰু বহুতো খবৰ। সঁচাই মিছাই এশ এবুৰি খবৰ।

আঠাইছ জানুৱাৰীৰ আবেলি যি সময়ত নতুন নতুন চাঞ্চল্যৰে ঝাঁচী তোলপাৰ ঠিক সেই সময়তে ইমৰানে আনন্দ চাচাৰ ঘৰত নিমন্ত্ৰণ খাবলৈ যোৱাৰ কথা আছিল। খাওঁ খাওঁ কৰোঁতে কৰোঁতে আবেলিৰ ভিতৰত আৰু যোৱাটো হৈ নুঠিলগৈ। আড্ডাৰপৰাই উঠাই টান, যিহে গৰম গৰম খবৰ। সি চাচাৰ ঘৰ পালেগৈ সন্ধিয়া ভগাৰ পাছত, লগত বিহাৰী।

সিহঁত দুয়ো যেতিয়া চাচাৰ ঘৰত উপস্থিত হ'লগৈ, দেখিলে তাতো এখন তুমুল কাণ্ড। কাৰণটো অৱশ্যে বেলেগ। কাৰণটো হ'ল চাচীয়ে ঘৰত বাস কৰা প্ৰত্যেক সভ্য-সভ্যাৰ স্বভাৱ সংশোধন

কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈছে। বাথগড়ৰ পতনে যদি গোটেই ঝাঁচীত অভূতপূৰ্ব তোলপাৰ লগাইছে, চাচীৰ বিৰামহীন কাংস্যকণ্ঠী বকনিয়েও চাচাৰ ঘৰত তাতকৈ কম পয়মালৰ সৃষ্টি কৰা নাই। আগকালৰ ঘৰৰ চকী এখনত ঠেং-ঠুং তুলি বহি চাচাই উদাস মনেৰে বানপ্ৰস্থী হোৱাৰ কথা ভাবিছে। সৰু পুতেক দলীপে ভাবিছে বাঁহৰ খুঁটাত গোটোৱা পাতি পইচা-কেইটা কাটি উলিয়াই কেনেকৈ ঘৰৰপৰা পলোৱা যায়। জীয়েক প্ৰভাই মনৰ দুখত আত্মহত্যা কৰিবলৈ ঘৰৰ চাললৈ দৌৰি গৈ অন্ধকাৰত জ্বলি থকা মেকুৰী এটাৰ চকুজোৰ দেখি এইমাত্ৰ পলাই উভতি আহিছে।

ইমৰানহঁতক দেখি চাচাই ক'লে, "বিহাৰী আহিছ ? আহ। ইমৰান আহ। বহ। তোৰ টাট্টু-ঘোঁৰাৰ পঞ্চাছটা টকা আজি কোপতি দিব নোৱাৰিলোঁ।" চাচাই হুমুনিয়াহ পেলালে।

সম্বৰ্দ্ধনাৰ ধৰণটো দেখি ইমৰান অবাক হ'ল। লজ্জিতভাৱে সি ক'লে, "নাই, নাই, সেইবোৰ কথা আৰু এতিয়া কিয় তুলিছা।"

ভিতৰত কাঁহ-কণ্ঠৰ চৰ্চা ক্ষণিকৰ কাৰণে স্তব্ধ হ'ল। বিবৃতিৰ অসম্পূৰ্ণ অৱস্থাত ছেদ পৰাত বোধহয় কিয়ৎপৰিমাণে ক্ষুণ্ণ হ'ল চাচী। কিয়নো তাৰ পিছৰ গোটেই সময়খিনি চাচীয়ে তেওঁৰ বাগ্মীতাৰ সমগ্ৰ প্ৰতিভা স্থান-কাল-জ্ঞানহীন অতিথিৰ অভদ্ৰতা আৰু বোধশক্তিহীনতা সংস্কাৰ কৰাত নিয়োগ কৰিলে।

ইমৰানহঁতে নোসোধাকৈয়ে চাচাই ক'লে, "মানে তহঁতৰ কথা কোৱা নাই বুজিছ,—হেৰি, কি কয়—পৰহি কোনোৱা আলহি আহিছিল মানে, সিহঁতৰ কথা কৈছে।"

কিছু সময় বহাৰ পাছত ইমৰানহঁতে বিদায় ল'ব খুজিলে। চাচা সন্মত নহ'ল, "বহচোঁন অলপ পৰ, কিটোনো হয়" ৰ নিচিনা

কিম্বা এটা ক'লে। ইমবানে বুজিলে যে সিহঁতক নিমন্ত্রণ কৰাৰ কথাটো চাচাই সাহ কৰি ঘৈণীয়েকৰ আগত কোৱা নাই। অথচ চকু-লজ্জাত কথাটো সিহঁতক ক'বও পৰা নাই, কিয়নো দুই তিনিদিন ইমবানে চাচাৰ চৰাইখানালৈ মাতি নি পেট ভৰাই পোলাও, ডাল-পুৰা, আলুৰ পৰঠা, বাত্ৰী, খোঁৱা আৰু দৈ খুৱাইছে।

প্ৰবল বাৰিপাতৰ ফলত ওপ্লোলাই অনা মেঘ লাহে লাহে আঁতৰিবলৈ ধৰিলে চাচাৰ ঘৰত। চাচীৰ মুখ ফৰকাল হ'ল। অলপ পাছতে তেওঁ হাতত দুগিলাচ লচ্চী আৰু মুখত মিল্‌মিলিয়া হাঁহিৰে সৈতে ওলাই আহি ইমবানহঁতক সম্ভাষণ জনালেহি।

চাচী যোৱাৰ পাছতে চাচাই ফুচ্‌ফুচাই ক'লে, 'ছি ছি! মাত্ৰ দুগিলাচ লচ্চী!"

তেতিয়াই দলীপৰ তলব হ'ল। চাচাই তাক এই মৰ্মে হুকুম দিলে যে মুহূৰ্ত্ততে বজাৰলৈ যাব লাগে। গুলাবী ৰেউড়ি আধাসেৰ, সোহন হালুৱা এসেৰ, তিলছড়ি আধাসেৰ, মোহনভোগ আধাসেৰ আৰু ক্ষীৰ আধাসেৰ—বচ্‌। সেউ (আপেল)? নিশ্চয়। এসেৰ বা আধাসেৰ।

বেঁকাকৈ হাঁহি এটা মাৰি দলীপে মাকৰপৰা পইচা ল'বলৈ গ'ল। চাচাৰ ফৰমায়েস্‌ সি ঠিকেই বুজিছিল। কাৰণ এঘন্টামানৰ পাছত সি যেতিয়া গোটেই বজাৰ ঘূৰি উভতি আহিল, দেখা গ'ল তাৰ হাতত আহিছে মাত্ৰ তিনিপোৱা সেউ। বজাৰৰ সোহন হালুৱাবোৰ আজি চব বাহী, গুলাবী ৰেউড়ী ক'তো পাবলৈ নাই; তিলছড়ি খাবলৈ ৰাঁচীৰ মানুহে বোধকৰো এৰিয়েই দিছে, তাক ক'তোৱেই পোৱা নগ'ল। মোহনভোগ সিহঁতে আনকালে যিখন দোকানৰপৰা আনে তাৰ মানুহটো নাই। ক্ষীৰৰ দোকান বন্ধ।

চাচাই দলীপক কোমলকৈ আৰু ৰাঁচীৰ কল-মিঠাইৱালাবিলাকৰ উদ্দেশ্যে টানকৈ ধমক্ দিলে। কিমধিকমিতি, শেষত সেউ আৰু লচ্চীৰেই নিমন্ত্ৰণটো ৰক্ষা কৰি সিহঁত দুয়ো ওলাই আহিল।

ৰাস্তা পায়েই বিহাৰীয়ে ইমৰানক এক ধমক দিলে, "উঃ, এনেকুৱা বুলি জনা হ'লে মই তোৰ লগত কেতিয়াও নাহিলোহেঁতেন গুলাবী ৰেউড়ী, সোহন হালুৱা, ক্ষীৰ, মোহনভোগবোৰ কেনেকৈ জিন-পৰীৰ দৰে আকাশেদি উৰি উৰি গুচি গ'ল! আনন্দ চাচা দগাবাজটোক শিক্ষা এটা দিব লাগিব ব' ভালকৈ।"

"খুব ভোক লাগিছে নেকি তোৰ?" ইমৰানে সুধিলে।

"নাড়ী-ভুৰিও হজম হ'ব যেন পাইছো এতিয়া।" বিহাৰীয়ে ক'লে। "লোভটো নেদেখুউৱা হ'লে কোনো দিগদাৰী নাছিল।"

"ব'ল, বিয়া খাওগৈ এঠাইত।"

"ক'ৰ বিয়া?"

"অথনি ৰাস্তাত আহোঁতে দেখিছিলো এঘৰত ধুমধামকৈ বিয়া পাতিছে।"

"তোক নিমন্ত্ৰণ কৰিছে?"

"ওহোঁ। হিন্দুৰ ঘৰনে মুছলমানৰ ঘৰ সেইটো নাজানিহে মস্কিল হ'ল।"

"পাগল! মতা নাই বোলা নাই, কাৰ বিয়া তাৰ ইয়ত্তা নাই,—তই কি বুলি যাব ভাৱে?"

"তই ব'লচোন বাৰু, সেইবিলাক পাছতো দেখা যাব।"

বিহাৰীক একৰকম টানিয়েই লৈ গ'ল ইমৰানে। কিছু সময় যোৱাৰ পাছত সিহঁতে চানাইৰ তীব্ৰ সুৰ আৰু মানুহ-দুনুহৰ হাই-উকমি শুনিবলৈ পালে। বিয়া-ঘৰ পালেহি সিহঁতে। বিহাৰীয়ে ক'লে, "হিন্দু মানুহ বুজিছু।"

ইমৰানে ক'লে, "হুঁ।"

আমীৰ-ওমৰাহৰ দৰে গহীন গধুৰ গধুৰ খোজ পেলাই সিহঁত আগবাঢ়িল। তাৰ পাছত দুৱাৰমুখত আলহী আদৰিবলৈ বৈ থকা মানুহকেইজনৰ অবাক আৰু জিজ্ঞাসু মুখকেইখনৰ ওপৰত “এৰা বুজিছনে, আমাৰ ‘দেৰীহে হ’ল আৰু, বেয়া নাপাব” বুলি কৈ দুয়ো বিয়া-ঘৰত সোমাই পৰিল।

অলপ দেৰীকৈয়ে উভতি আহিল ইমৰান। ঘৰটো বৰ সুদা সুদা লাগিছে। বিহাৰীক বাটতে বিদায় দি থৈ আহিছে সি। বিনায়কো নাই, তিনিদিনৰ ছুটী লৈ ৰবিনা গাঁৱলৈ গৈছে, মাক-ভনীয়েকহঁতক চাই আহিবৰ মনেৰে। কাৰণ কিছু দিনৰ ভিতৰতে ঝাঁচীৰ দৰজাবোৰ বন্ধ কৰি দিয়া হ’ব।

পেট ভৰি আহিছিল ইমৰানৰ। গতিকে ৰন্ধাৰ, খোৱাৰ লেঠাটো সি আৰু ল’ব নুখুজিলে। মমডাল নজ্বলোৱাকৈয়ে সি বিচনাত দীঘল দি পৰিল।

বাৰ্মাই চুৰট এটা উলিয়াই জ্বলালে সি। দীঘলকৈ তিনিটা হোপা মাৰিলে। তাৰ পাছত চুৰটৰ জুইখিনিলৈ চাই ৰ’ল। চুৰটৰ জন্ম কেনেকৈ হ’ল বাৰু? হঠাৎ ইমৰানৰ ধাৰণা হ’ল সেই জুইকণৰ মাজত বহুতো আক্ৰোশ লুকাই আছে, বহুত আক্ৰোশ আৰু বহুত ক্ষোভ।..........

লগে লগে তাৰ মনত পৰিল তাহানিৰ সেই ঘটনাটো। এলাহাবাদলৈ নতুনকৈ খোলা ৰেল-লাইনৰ কাষৰ টিপত বহি থকা এটা অকণমান ল’ৰা। লাইনৰ লোহাৰ চিৰিবোৰলৈ সি

এটা এটাকৈ শিলগুটি দলিয়াইছে। লোহাৰ চিৰিত শিলগুটি লাগি টুং-টাং শব্দ হৈছে, কেতিয়াবা জুইয়ো ওলাইছে। লগে লগে এটা অব্যক্ত আক্ৰোশত ল'ৰাটোৰ চকু দুটা জ্বলি উঠিছে। সি আৰু বোৱা নাই. হিংস্র-লক্ষ্যৰে ক্ৰমান্বয়ে শিলগুটিবোৰ দলিয়াই গৈছে, এটা এটাকৈ।

হঠাৎ দৰজাত কোনোবাই টুকুৰিউৱাৰ শব্দ হ'ল। ইমৰানে গিৰিসাই উঠি মমডাল জ্বলালে। আকৌ টকু টকু শব্দ হ'ল দুৱাৰত। চিনাকি সংকেত! তিনিটাকৈ মৃদু টকৰৰ পিছত অকণমান সময় বিৰতি। আকৌ তিনিটা টকৰ। আচৰিত হৈ ইমৰানে দুৱাৰ খুলিলে।

দুৱাৰমুখত থিয় হৈ আছে মধুমতী!

কঁকালত হাত থৈ মধুমতীয়ে ক'লে, "বাঃ, ডাঙৰ মানুহ হৈ গ'লা নহয়নে? মানুহক লগ পাবৰ উপায় নাই!"

ইমৰানৰ উত্তৰলৈ অপেক্ষা নকৰি মধুমতী কোঠালৈ সোমাই আহিল। "বিনায়ক নোহোৱাৰ খবৰটো পাওঁ বুজিছানে? সেইবাবে নিজেই আহিলোঁ।" ইমৰানৰ নতুনকৈ কিনা কাঠৰ বাকচটো সশব্দে টোচোৰাই উলিয়ালে তাই। "কাৰণ তোমাৰ জেপ-ঘড়ী আৰু পিস্তলটো মোক লাগে। এসপ্তাহ পাছত তুমি ওভোতাই পাবা।"

ইমৰানে বিচনাত বহি চুৰটটো দীঘলকৈ হুপিলে। 'আগেয়ে সৌ চকীখনত বহ ভই। ঠাণ্ডা হ।" সি ক'লে।

বাকচটো দুকমকৈ মেজৰ ওপৰত থৈ খুলিলে তাই। ঘড়ীটো টানি উলিয়ালে। বুটাম টিপি ঘড়ীৰ সাঁফৰ খুলি চালে, কাণত লগাই শুনিলে। "ও আই! ঘড়ীটো চলি আছে দেখোন!" তাই ক'লে।

"নচলিবৰ কাৰণে আছে নেকি ঘড়ীটো ? নহ'বৰ হ'ল!" ইমৰানে ক'লে। "তই অকলে আহিলি নেকি ? আৰু ইয়াৰ কাৰণেই আহিলি ? পাগলী।"

"অৱশ্যেই অকলে আহিম। কালৈ ভয় কৰো ? এয়া তোমাৰ পিস্তল, গুলী আছেতো ?" পিস্তলটো উলিয়াই তাই গুলীবিলাক পৰীক্ষা কৰি চালে। এনেতে বাকচৰ একেবাৰে তলিত পৰি থকা সেই নীলা পিস্তলটো তাইৰ চকুত পৰিল।

"অ' আই, ক'তে মৰো। ইমান ধুনীয়া নীলা পিস্তলটো তুমি ক'ত পালা ?" পিস্তলটো হাতত লৈ তাই চকীখনত ধপচ্‌কৈ বহি পৰিল।

"খবৰ্দ্দাৰ। ঘোৰা নিটিপিবি।" এক জাপে ইমৰানে পিস্তলটো তাইৰ হাতৰপৰা কাঢ়ি লৈ গাৰুৰ তলত সাৱধানে থ'লে। "বৰ বিপজ্জনক বস্তু এইটো।" সি ক'লে।

"কিয় ? কি হয় ?" অবাক হৈ সুধিলে মধুমতীয়ে।

"ওহোঁ। বৰ বেয়া বস্তু।" ইমৰানে ক'লে। "তই হয়তো ইয়াৰ নীলা ৰঙৰ সৌন্দৰ্য্য দেখি মুগ্ধ হৈ বহি থাকিবি আৰু সিফালে সি তোৰ ৰূপত মুগ্ধ হৈ তোৰ হাতৰ পৰশত ফুটি বহি থাকিব।"

"থোৱা, থোৱা, ইমান নালায়ক পাইছা নেকি মোক ?"

"যিয়েই নক'ৱ, মাধু, ছোৱালীৰ হাতত পিস্তলে শোভা নাপায়, লাগে তাই মধুমতীয়েই হওঁক বা আন কোনোবাই হওঁক।"

অলপ বৈ মধুমতীয়ে ক'লে, "অ, শুনা, মই কামান চলাবলৈ প্ৰায় শিকি পেলাইছো। তুমি এদিন আহিবানা চাবলৈ। কামান মৰাটো দেখাত কিমান সহজ, নহয়নে ? শলিতাডালত জুই দিলেই যেন হৈ যায়। আচলতে কিন্তু কামানৰ নিচানা ঠিক কৰা অত্যন্ত টান কাম।"

হাঁহি হাঁহি ক'লে ইমবানে, "আচ্ছা, কাইলৈ যাম, দেখুৱাবি । শুন, মই এঠাইত তৰোৱাল খেলিবলৈ শিকিছো নহয়, ক'ব পাৰ ?"

"তুমি আকৌ কিয় ? পাকা তৰোৱাল খেলোৱাড় বুলি দেখোন দিল্লীত তোমাৰ নামেই আছিল ।"

"ওহোঁ, যাৰপৰা শিকিছো তেওঁ খেলোৱাড়ৰ বাপেকৰ বাপেক । তেওঁৰ দৰে তৰোৱাল চলাব পৰা মানুহ ঝাঁচীতেই নাই ।"

"তেনেকৈ নক'বা দেই ! বাঙ্গচাহেবাৰ দৰে তৰোৱাল চলাব জনা মানুহ ঝাঁচীত কোন আছে ? ঝাঁচী নালাগে হিন্দুস্থানতো নাই ।"

"কিয়, নানা ধুন্ধুপন্থ আৰু বাবাচাহেব আপ্তে গোৱালিয়াৰকাৰ- হঁত ক'লৈ গ'ল ?"

"কি আচৰিত ! তেওঁলোকক বাঈৰ সমকক্ষ বুলি তুমি ভাবা ?"

"আচ্ছা, মানি ল'লো তোৰ কথা । কিন্তু মই যাৰপৰা শিকিছো তেওঁকো বৰ কম যেন নালাগে ।"

"কাৰপৰানো শিকিছা ?"

"নকওঁ । ক'লে তোৰো শিকিবলৈ লোভ লাগিব ।"

"নালাগে, কোৱানা ! " মধুমতীয়ে আবদাৰ ধৰিলে ।

"এজন সন্ন্যাসীৰপৰা ।"

"সন্ন্যাসী ?? সন্ন্যাসীয়ে আকৌ তৰোৱাল খেলিব কিয় ?"

"সেয়েইতো বাহাদুৰী । সন্ন্যাসী মানুহ, অথচ তৰোৱালত ডাঙৰ ডাঙৰ জেনেৰেলকো চেৰ পেলাব ।"

"ময়ো শিকিম ।।"মধুমতীয়ে হঠাৎ খুব উৎসাহেৰে ক'লে ।

"বৰ নিশিকো বুলি কৈছিলি যে ? মতা মানুহৰপৰা শিকিবলৈ লাজ নালাগিবনে তোৰ ?"

"আয়ৈ । মোৰ লাজটো বাখিছে এওঁ ! দিল্লীত মতা

মানুহৰ সগস্ত কাম কৰোঁতেই এটা যুগ গ'ল। নচিব !! নহ'লেনো ঈশ্বৰে ছুনিয়াত মস্তা মানুহ সৃষ্টি কৰিব পায়নে ? চৰ মাইকী মানুহ হ'ব লাগিছিল—তেতিয়া যুদ্ধও আৰু নালাগিলহেঁতেন।

"চুলিয়াচুলি বেচ্ লাগিলহেঁতেন কিন্তু।"

"তোমালোকৰ দৰে মাইকী মানুহৰ সাম্ৰাজ্যৰ লোভটো নাই নহয় আৰু'। বাৰু, বাদ দিয়া সেইবোৰ........কাইলৈ আমি ছুয়ো কোন সময়ত ওলাম সন্ন্যাসীৰ তালৈ ?"

"কাইলৈ তইঁতৰ কামান চাবলৈ যোৱাৰহে কথা ?'

"বাদ দিয়া কামান,....কাইলৈ সন্ন্যাসীৰ তালৈ যাম। আবেলি মোক কিল্লাৰপৰা লৈ যাবা তুমি।" মধুমতীয়ে ক'লে।

"মই তোৰ তালৈ যাব লাগিব ?"

"নিশ্চয়। মই অহা সম্ভৱ নেকি ? নতবা নিচিন্তাকৈ কথা কৈছা কিয় ?"

ইমৰানে অলপ ভাবি ক"লে, "আচ্ছা মাধু, তই মোৰ এটা কাম কৰি দিব লাগিব। এই পিস্তলটো আৰু চিঠি এখন নি তই বাঙীচাহেঁবাক হাতে হাতে দিব লাগিব।"

"বাঙীচাহেঁবাৰ হাতত !!

"ওঁ। কোনে দিছে, কিয় দিছে সেইবোৰ একো ক'ব নোৱাৰ কিন্তু।"

"পাগল ? বাঙীৰ চোৰাংচোৱাই মোৰ পেটৰপৰা খবৰ উলিয়াই ল'ব। তোমাক হয়তো পাছত গ্ৰেপ্তাৰো কৰিব।"

ইমৰানে ভাবিলে। "ওহোঁ, কথাটো ইমান সদৰী কৰিব নোৱাৰি। বৰ গুপুতে ৰাখিব লাগিব। চৰাই পলাব নহ'লে।"

অধৈৰ্য্য হৈ মধুমতীয়ে ক'লে, "চব খুলি কোৱা মোক। অসহ্য লাগিছে তোমাৰ ভাবুকিবোৰ দেখি! চিঠিখন ক'ত ?"

ইমৰানে ক'লে, "সেই যে আহিছিল এক মৌলভী—সংকেত : 'মুচাক্কিৰ এ-এলাইজান'—মনত আছেনে ?"

"ওঁ, তুমি কৈছিলা।"

"তেওঁ কোৱা ক'লা-ধোঁৱাৰ কথা মনত আছেনে ?"

"মনত আছে। তুমি কৈছিলা"

"সংক্ৰান্তিৰ দিনা তোৰ লগত দীৱাৰত থিয় হৈ থাকোতে চোৱাৰী এটা যে মই খুবকৈ দুৰবীনেৰে চাইছিলো। মনত আছেনে ? তাৰ পাছত মই যে লৰালৰিকৈ তললৈ নামি আহিছিলো। মনত আছেনে ?"

"আছে, আছে, আছে," অধৈৰ্য্য হৈ মধুমতীয়ে ক'লে, "সেই চোৱাৰীটো ক'লা-ধোঁৱাৰ দলেৰে এটা নেকি, কৈ নেপেলোৱা কিয় ?"

ইমৰানে হাঁহি ক'লে, "ভাল ছোৱালী, বুজি পালি যা হওক ইমান পৰে।"

"তাৰ পাছত তুমি কি কৰিলা ?"

'কি কৰিম আৰু ? তাৰ পিছ ল'লো। লচ্চো-চুৰট-পাণ খুৱাই তাৰপৰা চিঠিখন আৰু পিস্তলটো খুজি ল'লো।

মধুমতীৰ চকু কপাললৈ উঠিল, "ইমান সহজে ??"

তাইৰ পিঠিত চপৰিয়াই ইমৰানে হাঁহি ক'লে, "নাই অ', ধেমালি কৰিছিলো। দীৱাৰৰ বাহিৰত মানুহ-দুনুহে নেদেখা ঠাইত তাক ঘুচিয়াই অজ্ঞান কৰাৰ কষ্টটো কৰিবলগীয়া হ'ল।" ইমৰানে গোটেই ঘটনাটো ভাঙি-পাতি ক'লে।

"চিঠিখন চাওঁ!" মধুমতীয়ে ক'লে।

বাকচৰপৰা চিঠি উলিয়াই ইমৰানে ক'লে, "ৰ'বি, আগতে কচোঁন, তোৰ লগত অহাটো কোন ?"

"কোন মোৰ লগত আহিছে ? মোৰ লগত কোনো অহা নাই।" মধুমতীয়ে উচ্‌পিচাই ক'লে।

"অন্ততঃ ধোঁক ন'কৰিব, মাধু ! মই ভেভিয়া পাছফালে দুটা ঘোঁৰাৰ খুৰাৰ শব্দ শুনিছোঁ।"

উকৰাই দিয়াৰ দৰে মধুমতীয়ে ক'লে, "অন্য কোনোবা বাটকৰা হ'ব হয়তো !"

"কিন্তু এইখিনি আহি পোৱাৰ পাছত সেই বাটকৰাই কোনো ফালে যোৱাৰ শব্দ শুনিলো কিয় ?"

মধুমতী বহাৰপৰা উঠিল, খিৰিকীৰ কাষলৈ গ'ল, অলপ পৰ বৈ আকৌ উভতি আহি চকীত বহি হাঁহি হাঁহি ক'লে "ডেভিদ আহিছে। তোমাৰ চকুত কোনে ফাঁকি দিব পাৰে ?"

"ডেভিদ ?"

"অ, সেই যে বড়াগঞ্জত লগ পাইছিলো।'

"মই লগ পোৱা নাই। কিন্তু সি এইখিনি পালেহি কেনেকৈ ?"

"ডেভিডে খালাচী হৈ ফৌজত নাম লিখাইছে। কিন্তু ল'ৰাটোৱে ঘোঁৰা বৰ ভাল চলায়, ওস্তাদ যোঁচে কৈছে তাক অলপতে বিচালাত ভৰাই দিব !"

"'খালাচীটো' কি বস্তু ?"

"খালাচী নাজানো ? কামানৰ মাল-মছলা খি কঢ়িয়ায়।"

ইমবান অলপ পৰ ব'ল। তাৰ পাছত লেফাফাৰপৰা চিঠিখন উলিয়াই মধুমতীৰ হাতত দিলে। "এইখন চিঠি, চা।"

চিঠিখন ঘূৰাই পকাই চাই ওভোতাই দিলে তাই। "ইংৰাজীত লিখা দেখোন। মই কেনেকৈ পঢ়িম ? তুমি পঢ়ি শুনোৱা।"

"শুন, প্ৰথমেই এয়া লিখা আছে 'to', মানে 'লৈ', 'মহামান্য কমিছনাৰ বাহাদুৰ শ্ৰীল শ্ৰীযুক্ত মেজৰ জেনকিন্স, চি, আইবাইন বাহাদুৰৰ সমীপেষু—'বাহাদুৰটো দুবাৰ লিখিছে কিয় অ' মাধু ?"

"উঃ বাজে কথা খোৰাচোঁন ! পঢ়া আগতে চিঠিখন।"

ইমবানে ক'লে, "চিঠিখন বৰ দীঘল। গোটেইখিনি পঢ়িবলৈ সময় নাই। দৰকাৰ কথাখিনি পঢ়ি দিওঁ, শুন।

"এইয়া, এইখিনি শুন :..........'আটাইতকৈ গুৰুত্বপূৰ্ণ খবৰ হ'ল নানাচাহেবৰ পক্ষৰপৰা এজন বকীল ঝাঁচীত আছে। ঝাঁচীৰ ৰাণীৰ এজন বকীলো কাল্পিত আছে। ঝাঁচীৰ ৰাণীয়ে ঝাঁচীত নানাচাহেবৰ পৰিবাৰবৰ্গৰ অভ্যৰ্থনাৰ কাৰণে সকলো আয়োজন কৰি থৈছে। বানপুৰৰ ৰজা আৰু নানাচাহেব দুয়ো ঝাঁচীকেই তেওঁলোকৰ শেষ আশ্ৰয়স্থল বুলি ধৰি থৈছে।"

মধুমন্তীয়ে বাধা দি কৈ উঠিল, "ৰ'বা, ৰ'বা, আগতে মোক কৈ লোৱা এই চিঠিখনৰ তলত কাৰ নাম আছে।"

"কাৰো নাম নাই ; ছুটিকৈ 'জি, এছ' বুলি চহী কৰা আছে।"

" 'জি, এছ' মানে কোন ?"

"খুব সম্ভৱ আমাৰ 'অক্কৰশত্ৰু'—শ্ৰীমান গোপাল ৰাও চিৰস্তাদাৰ। কাৰণ মই খবৰ লৈ গম পাইছো এই লেফাফা বজাৰৰ পৰা কিনিছিল চম্পক সিং নামৰ তেওঁৰে মানুহ এটাই। .........বাক শুন এতিয়া—'বানপুৰৰ ৰজাৰ সৈন্যধ্যক্ষ লালা দুলকাৰাই সাগৰত অকলে বৰ অসহায় বোধ কৰিছে। সেই কাৰণে বানপুৰৰ ৰজাই কাল্পিৰপৰা গোৱালিয়াৰ কণ্টিনজেণ্টৰ একাংশক অনাই তালৈ পঠিয়াবৰ ব্যৱস্থা কৰিছে। চাদাৎ আলী আৰু মহম্মদ আলীৰ নেতৃত্বত কিছু সৈন্য তেওঁ ইতিমধ্যেই সাগৰলৈ পঠিয়াইছে। অৱশিষ্ট বানপুৰৰ ফৌজ তিনি-চাৰিহাজাৰ বন্দুকধাৰী সৈন্য আৰু দুটা কামান ঝাঁচীত থোৱা হৈছে। ইয়াৰ ভিতৰত মাত্ৰ তেৰশ সৈন্য সম্পূৰ্ণ সশস্ত্ৰ।

"ঝাঁচীৰ ৰাণীয়ে বানপুৰৰ ৰজাক মাহে পাঁচ শকৈ টকা দিছে। তেওঁ নিজে ধনী মহাজন আৰু দোকানদাৰবোৰক লুঠ কৰি

নিজৰ তোষাখানা ওপচকৈ ভৰাইছে। এইবিলাক দোকানদাৰে সদায়েই ব্ৰিটিছৰ আগমনৰ প্ৰতীক্ষা কৰিছে। ব্ৰিটিছ সৈন্য-বাহিনীৰ অগ্ৰগতিৰ কথা ৰাণীয়ে সদায় অবিশ্বাস কৰিছে। কানপুৰত বৃটিছ জয়ী হোৱাৰ কথা যেয়ে উচ্চাৰণ কৰিছে তাকেই ৰাণীয়ে শাস্তি বিহিছে।

"জেলদাৰোগা বখ্‌শীশ আলীয়ে (জুন মাহৰ ঝাঁচীত ইংৰাজ হত্যাৰ অন্যতম নায়ক) ৰাণীক লিখি জনাইছে যে সি দিল্লীৰ বাদশাহৰ খুলশাফিয়েকৰ লগত আলিগড়ত আছিল আৰু সম্প্ৰতি এটি বিশাল বাহিনী লৈ ঝাঁচীৰ ফালে আগবাঢ়িছে। বখ্‌শীশ্ আলীয়ে ৰাণীলৈ লিখিছে পাঁচ হাজাৰ টকা নজৰানাৰ কথা। ৰাণীয়ে তিনিহাজাৰ টকা ইতিমধ্যে পঠিয়াইছে।

"ঝাঁচীত দিনে ৰাতিয়ে সামৰিক প্ৰস্তুতি চলিছে।"

মধুমতীয়ে উত্তেজিত হৈ ক'লে, "ইচ্। কি সাংঘাতিক! ইমৰান চিঠিখন তুমি আকৌ পঢ়া। ঘিৰোৰ কথা বাদ দিছা সেইবোৰো পঢ়ি যোৱা একো নেৰিবা।"

ইমৰানে চিঠিখন সম্পূৰ্ণকৈ এবাৰ পঢ়ি শুনালে।

মধুমতীয়ে ক'লে, 'ইচ্, এইখন চিঠি ফিৰিঙ্গীৰ হাতত পৰা হ'লে। ভাবি চোৱাচোন কি হ'লহেঁতেন!"

'চিঠিখনৰ লিখাৰ ধৰণ দেখি তই বুজিব পৰা নাইনে মাধু, যে এনেকুৱা চিঠি আগতেও বহুত গৈছে আৰু ভৱিষ্যতেও বহুতো যাব? বাঈচাহেবাৰ চোৰাংচোৱাই কৰিছে কি? ইয়াৰ আচল কেৰোন খাচ দফ্তৰত। সেইদিনা ঘোঁৰা-চোৱাৰটো অবছা-গেটেৰে যেনেকৈ তৎক্ষণাৎ পাৰ হৈ গ'ল মই দেখিয়েই বুজিছিলো তাৰ হাতত কোনোবা ডাঙৰ মানুহৰ পাঞ্জা আছে। অৱশ্যে তাক ধৰাৰ পাছত সেই পাঞ্জাখন বিচাৰিবলৈ পাহৰিলোঁ।"

"তাক নামাৰিলা কেলেই তুমি?'

ইমৰানে হাঁহিলে, "হাত কপিল। অজ্ঞান হৈ থকা মানুহটোক কচাইৰ দৰে কেনেকৈ মাৰোনো বাৰু ? যুদ্ধত মানুহ মাৰিবলৈ ভাল, কিন্তু যুদ্ধ যেতিয়া হৈ থকা নাই ঠাণ্ডা মগজেৰে মানুহ খুণ কৰাটো... ......ভয়ঙ্কৰ টান কথা, জাননে !"

"দেশৰ আৰু নিজৰ শত্ৰু বঢ়াই লোৱাটোৱেই মাথোন যি কম ভয়ঙ্কৰ কথা। এই চিঠিখন আৰু কোনোবাই দেখিছে নেকি ?"

"বিনায়কৰ বাহিৰে আন কাকো দেখুওৱা নাই। আন কোনেও এই কথা নাজানেও।"

"এতিয়া কি কৰিবা ?"

"ভাবিছো, এটা কাম কৰা যাওঁক। দুই চিঠিয়ে-পিস্তলে বাঈচাহেবাৰ হাতত দি সকলো কথা ভাঙি ক'ব নোৱাৰিবিনে,—মোৰ নাম নোকোৱাকৈ ?"

"মোৰ ভয় লাগে পায়। তোমাৰ নাম উলিয়াই নল'বনে ? বাঈচাহেবাই হুকুম দিলে মইতো ক'বই লাগিব। চব কথা বাহিৰা মানুহে গম পাব। তাৰ বাহিৰে ......"

হঠাৎ মধুমতীয়ে ইমৰানৰ পিস্তলটো খামোচ মাৰি ধৰি চিয়ঁৰিলে, "সেইটো কি ! সেইটো কি !" একে মুহূৰ্ত্ততে তাই খিৰিকী লক্ষ্য কৰি গুলী মাৰিলে।

চকুৰ পলকত ঘূৰি চালে ইমৰানে। হঠাৎ মুখ এখন যেন আঁতৰি গ'ল খিৰিকীৰপৰা। পিস্তলৰ গুলীৰ শব্দ মাৰ যাওঁতে নৌ যাওঁতেই বাস্তাত দুটা ঘোঁৰাই ভৰিং-বেগেৰে দৌৰাৰ শব্দ সি শুনিবলৈ পালে।

মধুমতীয়ে তেতিয়াও হাতত পিস্তল লৈ ফুচ্‌ফুচাই চিঞৰিছে, "কোন ! কোন সেইটো ? সি তোমাৰ কালে ছুৰি টোৱাইছিল !"

ইমৰানে ঠাণ্ডা মাতেৰে ক'লে, 'তই শান্ত হৈ বহ, মাধু। খিৰিকীৰ চিকৰ মাজেদি ছুৰি দলিয়াই ঠিক ঠাইত লগোৱা

ইমান সহজ কথা নহয়।....ভয় নাই, তোৰ ডেভিডে তাৰ পিছ লৈছে, খুব সম্ভৱ ধৰিও পেলাইছে ইমানপৰে।"

সিইত দুয়ো দুৱাৰ খুলি পিৰালিত থিয় হ'লহি।

"খালি শত্ৰু গোটাবা, খালি শত্ৰু গোটাবা তুমি।" মধুমতীয়ে তিতা মাতেৰে ক'লে, সিদিনা চোৰাবীটোক এৰি দিছা, আন এদিন গুলাব সিঙৰ ভেশচন ধৰি বজাৰৰপৰা লোকৰ মাল ডকা দি আনিছাগৈ,—কাজিয়া-পেচালৰ অন্তটো নায়েই। কি লাভ হৈছে তোমাৰ এইদৰে শতক আৰু বিপদ চপাই ?"

ইমৰানে ক'লে, "মনে মনে থাকচোন !... সৌৱা, ডেভিদ আহিছে বোধকৰো।"

সঁচাকৈয়ে ঘোঁৰা-চোৰাবী এটা আহি ঘৰৰ সন্মুখত ৰ'ল। মধুমতী আৰু ইমৰান দুয়ো ঘৰৰ বাহিৰলৈ গ'ল। মধুমতীয়ে মাতিলে, "ডেভী, ইয়ালৈ আহা।"

চোৰাবীটোৰে ঘোঁৰাৰপৰা নামি বেগা-বেগিকৈ মধুমতীৰ কাষলৈ আহিল। মমডালৰ যিকণ পোহৰ বাহিৰলৈ আহিছে তাৰেই ইমৰানে দেখিলে চোৰাবীটো এটা চফল ধুনীয়া ডেকা ল'ৰা, সোতৰ কি ওঠৰ বছৰ বয়স, পুৰঠ পুৰঠ হাত-ভৰি।

ডেভিডে মানুহটোক ধৰিব পৰা নাই। হঠাৎ পিস্তলৰ শব্দ শুনি আৰু একে সময়তে মানুহ এটা ইমৰানৰ তাৰপৰা দৌৰি ওলাই গৈ ৰাস্তাত বৈ থকা ঘোঁৰা এটাত উঠা দেখি সি পিছে পিছে খেদি যালৈ ধৰিলে। তাৰ বৰ ভয় হৈছিল জানোচা মধুমতী নাইবা ইমৰানৰ কিবা অনিষ্ট হৈছে—এতিয়া দুয়োকো সুস্থ শৰীৰে দেখিহে তাৰ উদ্বেগ কমিছে। সি কিন্তু মানুহটো ধৰিব নোৱাৰিলে। ৰাস্তাৰে কোনোবা সৰু গলি এটাত কোনোবা এপাকত সোমাই পৰিল মানুহটো। তাক আৰু বিচাৰি পোৱা নগ'ল।

প্ৰায় তললৈ মূৰ কৰি সামান্য উত্তেজনাৰে সৈতে ডেভিডে কথাখিনি কৈ গ'ল। ল'ৰাটো বৰ লাজকুৰীয়া। মধুমতীয়ে ডেভিদক খিৰিকীত মানুহটোক চকামকাকৈ দেখাৰ ঘটনাটো বিৱৰি ক'লে। তাৰ পাছত তাক ইমৰানৰ লগত চিনাকি কৰি দিলে।

অলপ পাছত ইমৰানৰ পিস্তল আৰু ঘড়ী সামৰি লৈ মধুমতী খাবলৈ ওলাল। ইমৰানে ক'লে, "মৱো তইঁতক পহৰা দি দি তইঁতৰ পিছে পিছে যাম—জানোচা তইঁতক কোনোবাই অনুসৰণ কৰেই। ভাল হ'ব, নহয়নে? কি কোৱা ডেভী

মিচিকিয়াই হাঁহি ডেভিদে সম্মতি দিলে। মমৰ পোহৰত তাৰ দহা চকু দুটা জিলিকি উঠিল্।

মধুমতীয়ে ক'লে, "চিঠি-পিস্তল ভাত দিয়াৰ ব্যৱস্থা তুমি নিজেই কৰিবা তেন্তে।"

"অৱশ্যেই —অৱশ্যেই!" ইমৰানে মূৰ দুপিয়ালে।

সিহঁত গ'লগৈ।

অলপ সময়ৰ ভিতৰতে ইমৰানেও তৰোৱাল কঁকালত বান্ধি জেপত সেই পিস্তল আৰু চিঠি ভৰাই ঘোঁৰা উলিয়ালে। মধুমতীহঁতৰ ওপৰত লক্ষ্য ৰাখি প্ৰায় দহ-কুৰি হাত পিছে পিছে সি লাহে লাহে ঘোঁৰা চলাবলৈ ধৰিলে।

—x—

কিল্লাৰ দুৱাৰলৈকে মধুমতীহঁতক আগবঢ়াই দিয়াৰ পাছত ইমৰান অলপ ৰ'ল। সি বোধকৰো খুব আশা কৰিছিল যে কোনোবাই মধুমতীহঁতক অনুসৰণ কৰিব। ওৰে ৰাস্তাটোত তেনেকুৱা কাকো লগ নাপাই সি অলপ নিৰাশ হোৱা যেন দেখা গ'ল।

ইমৰানে জেপৰপৰা চুৰট উলিয়াই জ্বলালে। উদ্দেশ্যবিহীন-ভাৱে সি তাতেই কিছু সময় থিয়-থিয়ি কৰি থাকিল কৰিবলৈ একো নথকাত সি ঘোঁৰাটোকে কিবা এটা অদ্ভুত চালত খোজ কঢ়াবলৈ চেষ্টা কৰিলে। শিক্ষিত আস্ত্ৰফে তাৰ মালিকৰ অদ্ভুত খেয়ালবোৰৰ কথা জানে। সিও পাৰে মানে যত্ন কৰিলে সেই ধৰণে খোজ পেলাবলৈ, অৱশেষত ব্যৰ্থ হৈ কাণ থিয় কৰি ৰৈ থাকিল মালিকে কি আদেশ দিয়ে শুনিবলৈ শেষত আস্ত্ৰফৰ ডিঙি মোহাৰি মোহাৰি ইমৰানে ক'লে, "ব'ল আস্ত্ৰফ, এটা দৰকৰী কামেই শেষ কৰি থৈ অহা যাওক।"

কিল্লাৰ চাৰিওফালে ঘূৰি ঘূৰি যোৱা ৰাস্তাটোৱে ইমৰানে ক্ৰমাগত দক্ষিণৰ ফালে ঘোঁৰা চলাবলৈ ধৰিলে। গোল বুৰুজ পাওঁ পাওঁ হওঁতে ইমৰান হঠাৎ ৰৈ গ'ল। অন্ধকাৰৰ মাজত অন্ধকাৰতকৈও ক'লা হৈ থিয় দি থকা কিল্লাৰ দেৱালৰ ফালে উৎসুকভাবে চালে সি। যোৱাকালি এইখিনিৰে কোনোবা এঠাত ডাঙৰ ফাট এটাৰ মেৰামতি কৰিছিল মিস্ত্ৰিবোৰে।

বাস্তিটো ঘৰ আন্ধাৰ। এই ঠাইডোখৰ বিশেষকৈ আন্ধাৰ—আলৌৰ দাঁতিত ঘৰ-বাৰী প্ৰায় নাই কাৰণে ক'তো পোহৰো বিৰিঙা নাই। দূৰত চৰকাৰী লণ্ঠন এটা টিমিক টামাককৈ জ্বলিছে—তেল শেষ হৈ আহিছে তাত। বাকীবোৰ লণ্ঠনতো আগতেই নুমাল যোধকৰো।

সন্ধানী দৃষ্টিৰে দেৱাললৈ চাই চাই ইমৰানে কিছু দূৰ পিছুৱাই আহিল। এঠাইত থমকি ৰ'ল সি। হয়, কোনো সন্দেহ নাই, এইডোখৰেই সেই অংশ। যিবিলাক ৰছীত ওলমি ওলমি মিস্ত্রিবোৰে কাম কৰিছিল সেইবোৰ এতিয়াও তেনেকৈয়ে ওলমি আছে।

টকালি পাৰি ইমৰানে ঘোঁৰাৰপৰা নামি পৰিল।

আগ্রফক বান্ধি থোৱা কোনো দৰকাৰ নাই। সি বিপদ আৰু আস্থান বেছি ভাল বুজে। আগ্রফক তাতে এৰি ইমৰানে পৰিখাৰ ফালে আগবাঢ়ি গ'ল। পৰিখাটো খালৰ দৰে ঠেক কিন্তু অত্যন্ত গভীৰ। এতিয়া অৱশ্যে তাত পানী নাই, পানী ভৰ্তি কৰা হয় যুদ্ধৰ ঠিক আগে আগে।

ইমৰানে পৰিখাৰ কাণ্ড-কাৰখানা আগতেই জানে। বিনায়কে এদিন পৰিখাটো পাৰ হৈ দেখুৱাইছিল তাক। ঠেক ঠেক বুলিও যথেষ্ট বহল পৰিখাটো। জাপ মাৰি তেজী ঘোঁৰাইও পাৰ হ'ব নোৱাৰিব। ইমৰানে নিঃশব্দে চোচৰি পৰিখাত নামিল, তাৰ পাছত বহুত কষ্টেৰে বগুৱা বাই সিফালৰ ওখ পাৰটোলৈ উঠিল। এইখিনি কৰোতেই তাৰ বহুত সময় লাগিল।

সিপাৰ পাই দীঘল দীঘল উশাহ পেলালে ইমৰানে। কিল্লাৰ দেৱালত ওলমি জুলি থকা জৰী এডাল টানি চালে সি তাৰ পাছত নিঃশব্দে তাত বগাই বগাই ওপৰলৈ উঠিবলৈ ধৰিলে।

হঠাৎ যেন কি শব্দ এটা হ'ল! বগাবলৈ এৰি দেৱালত চেপেটা লাগি নিশ্চল হৈ থাকিল ইমৰান। কাৰোবাৰ ভৰিৰ শব্দ! জোতাৰ গধুৰ গধুৰ খোজ!

দেৱালৰ ওপৰেদি শাস্ত্রী এটা লাহে লাহে পাৰ হৈ গ'ল। গোল-বুৰুজৰ কাষৰ এই অংশটোত প্ৰতি ডেৰশ হাতৰ অন্তৰে

অন্তৰে একোটা'ক চন্তৰী থাকে। ইমবানে জানে সেইটো। মানুহটো পাৰ হৈ যোৱাৰ পাছত ইমবানে তপাতপ জৰীয়েদি উঠিবলৈ ধৰিলে।

সি যেতিয়া দেৱালৰ ওপৰ পাইছেগৈ, হঠাৎ আকৌ শুনিলে সেই খোজৰ শব্দ। চন্তৰীটো বোধকৰো উভতি আহিছে।

কৰিবলৈ আৰু একো নাই। ইমবানে জৰীৰে দুহাত নামি আগৰ দৰে নিশ্চল হৈ ওলমি থাকিল।

চন্তৰীটো ক্ৰমান্বয়ে আগবাঢ়ি আহিছে। ইমবানৰপৰা তিনি হাত দূৰত্বৰ ভিতৰেদি সি এতিয়াই পাৰ হৈ যাব। খোজৰ শব্দ যিমানেই ওচৰ চাপি আহিছে, সিমানেই তাৰ বুকুৰ ধপ্‌ধপনি ডাঙৰ হৈ আহিছে। তাৰ ভয় লাগিল, কিজানি তাৰ কলিজাৰ ধপ্‌ধপ্ শব্দ চন্তৰীটোৱে শুনি পেলায়!

চন্তৰীটোৱে ইমান ওচৰৰপৰা তাক নেদেখিবনে ? যদি দেখে ? তাক দেখি চন্তৰীটোৱে চিয়ঁৰ মাৰি দিয়ে যদি সি অৱশ্যে সোঁ সোঁকৈ তললৈ নামি গৈ আস্ৰেকৰ পিঠিত জপিয়াই পৰিবগৈ পাৰিব। কিন্তু যদিহে চন্তৰীটোৱে আচম্বিতে আক্ৰমণ কৰে ? জৰীৰপৰা হাত এৰাই সি গৈ পৰিব পঞ্চাছ হাত তলৰ শিলেৰে বন্ধোৱা ভেটীত! মৰিবতো মৰিবই, হাড়-মূৰো গুড়ি নোহোৱাকৈ নাথাকে।

চন্তৰীটো আহি আহি ইমবানৰ চিধেই কাষ পাই হঠাৎ ৰৈ গ'ল। ইমবানক নিশ্চয় দেখিছে সি।

উশাহ-নিশাহ লবলৈ এৰি ইমবানে জড়-পদাৰ্থৰ দৰে নিশ্চল হৈ থাকিল। মাথমহাঁয়া ঠাণ্ডা বাতি সি উত্তেজিত হৈ ঘামিবলৈ ধৰিলে।

কেইটামান উদ্বিগ্ন মুহূৰ্ত পাৰ হৈ গ'ল। শান্ত্ৰীটোৰ খোজৰ শব্দ শুনা গ'ল আকৌ। ক্ৰমান্বয়ে দূৰলৈ গুচি গৈছে।

খোজৰ শব্দ আঁতৰি যোৱাৰ লগে লগে ইমৰানে দীঘলকৈ উশাহ এটা পেলাই শান্ত হ'ল। চহৰীটোৱে তাক হয়তো নেদেখিলে বা দেখিলে যদিও আন্ধাৰত তাক অইন কিবা জড়-কাঠ বা শিল বুলি হয়তো ভাবিলে।

ইমৰানে আকৌ ওপৰলৈ উঠিল। ওলমি থকা জৰীবোৰৰ এডাল সোলোকাই হাতত নামৰি লৈ আন এডাল দেৱালৰ সিফাললৈ পাৰ কৰি দিলে সি। তাৰ পাছত বেগাবেগিকৈ সেই জৰীডালেৰে কিল্লাৰ ভিতৰলৈ নামিব ধৰিলে।

কিল্লাৰ ভিতৰৰ ঠাইবোৰ ইমৰানে পৰিপাটিকৈ চিনি পায়। মাটিত ভৰি দিয়াৰ পাছত সি সৰ্বসাধাৰণৰ ৰাস্তাৰে নগৈ ফুল-বাগিচাবোৰৰ মাজে মাজে যাবলৈ ধৰিলে। এনেকৈ যোৱাত হঠাতে কোনোবা চহৰী লগ পোৱাৰ সম্ভাৱনাও কমিল আৰু বাটো চুটি হ'ল।

ৰাতি ক্ৰমেই গভীৰ হৈ আহিছে। চহৰৰ পিছফালে থকা অৰণ্যত শিয়ালবোৰে মাজে মাজে হোৱা দি উঠিছে কিল্লাৰ কুকুৰবোৰে তাৰ উত্তৰ দিছে আকাশ-কঁপা ভুকুভুকনিৰে। দুঠাইত ইমৰানে চহৰী লগ পালে। গছৰ আঁৰ লৈ গা লুকুৱাটো তাৰ এটা প্ৰিয় আৰু পুৰণি অভ্যাস। প্ৰত্যেকটো চহৰী পাৰ হোৱাৰ লগে লগে সি আকৌ খোজ লয়। অৱশেষত সি প্ৰায় দৌৰাৰ দৰেই বেগাই যাবলৈ ধৰিলে।

আধামাইলমান যোৱাৰ পাছত ইমৰানে কিল্লাৰ পশ্চিম অংশত থকা ফৌজী কুচ-কাৱাজৰ বিশাল ময়দানত উপস্থিত হ'লহি। তাৰ দাঁতিতে ৰাণী-মহল। সৌৱা! অন্ধকাৰতো ফট্‌ফটীয়াকৈ বুজা যায়। চাৰিমহলীয়া বিৰাট ৰাজপ্ৰাসাদৰ অলিন্দই অলিন্দই জ্বলিছে ঝাৰ লণ্ঠনবোৰ। সেই পুৰণি বটগছডাল চিচাৰি ইমৰানে ৰাণী-মহলৰ কাষে কাষে ঘূৰিবলৈ ধৰিলে।

হঠাৎ কিবা এটা শব্দ শুনি ইমৰান মাটিত শুই পৰিল। ক'ত্তা? একো নাই। তাৰ মনৰ ভুল। সি গিৰিসাই থিয় হ'ল। সৌৱা, অলপ দূৰতে দেখোন বটগছ ডাল। চাৰিতলীয়া ৰাজপ্ৰাসাদৰ সমানে ওখ হৈ থিয় দি আছে। বটগছ ডালক ঠিক একেদৰে সাৱটি ধৰি আছে আঁহতজোপাই, ইমৰানবোৰ বছৰৰ পাছতো দুয়োৰো বন্ধুত্ব একেই আছে।

দীঘল দীঘলকৈ উশাহকেইটামান লৈ ইমৰানে গছডাল বগাবলৈ ধৰিলে। তাৰ উশাহ খৰ হ'বলৈ আৰম্ভ কৰিলে। মনত তাৰ অদ্ভুত শিহৰণ জাগিল। সি ভবা নাছিল যে ইমান সহজে সি ৰাণী-মহলৰ নিচেই কাষ পাবহি পাৰিব। বাৰে বাৰে জেপত হাত ভৰাই সি সেই অচিন খৌৰা-চোৱাৰীৰপৰা উদ্ধাৰ কৰা চিঠি আৰু পিস্তলৰ পৰশ লবলৈ ধৰিলে। বাঁও জেপত থকা নিজে লিখা চিঠিখনো সি হাতেৰে চুই বাৰে বাৰে অনুভৱ কৰিবলৈ ধৰিলে। তাৰ যেন বিশ্বাসেই হোৱা নাই যে বস্তু তিনিটা এতিয়াও অক্ষত অৱস্থাত তাৰ জেপতে আছে। সঁচাকৈয়ে যদি সি বাঙ্গীচাহেবাৰ মূৰ-শিতানত বস্তুকেইটা থৈ আহিব পাৰে? সেই চিঠিত সি বাঙ্গীচাহেবাক সম্বোধন কৰি সেই অচিন খৌৰা-চোৱাৰীৰ সকলৰ বৃত্তান্ত লিখিছে, চম্পক সিং,গোপাল চিৰস্তাদাৰ আৰু সিহঁতৰ ক'লা খৌৰাৰ দলটোৰ কথা লিখিছে— গুলাব সিঙৰ নাম উল্লেখ কৰিবলৈকো বাদ দিয়া নাই।

পিস্তল আৰু চিঠি দুখন যদি সঁচাকৈয়ে সি ৰাণীৰ গাৰুৰ তলত থৈ আহিব পাৰে? সুন্দৰ ৰাতিপুৱা সাৰ পাই ৰাণীয়ে অন্তৰ্ঘাতী দলৰ প্ৰতিটো খবৰ গম পাব, অথচ উৱাদিহ নাপাব কোনে দি গ'ল সেই খবৰ। সঁচাকৈয়ে যদি ইমৰানে পাৰে; কি ৰোমাঞ্চকৰ ঘটনা এটো হ'ব। তাৰ গাৰ নোম থিয় হৈ উঠিল।

বটগছৰ আটাইতকৈ ওখ ডালটো পাই নিভাল মাৰি অপেক্ষা কৰিলে অলপ সময়। ইমৰানে অনুভৱ কৰিলে এইবাৰ

সি প্ৰকৃত বিপদৰ সম্মুখীন হৈছে। ঝাঁচীৰ আটাইতকৈ দুৰ্গম, আটাইতকৈ বিপজ্জনক গুপ্ত ঠাইটুকুৰাৰ ওচৰ চাপিছেহি সি। ঝাৰ লণ্ঠনবোৰৰ পাতল পোহৰে ঠাইডোখৰৰ ভয়াবহ বিভিষিকা যেন আৰু ঘনীভূত কৰি তুলিছে।

বিৰাট ৰাজপ্ৰাসাদৰ ক'তো অকণমান শব্দ এটা নাই। বাঙ্গীচাহেবাৰ নাৰী-প্ৰহৰী এটিৰো সহাৰি নাই ক'তো। প্ৰত্যেকটো প্ৰাণীয়েই টোপনিৰ কোলাত অচেতন যেন। ক'ৰবাত মাথোঁ একেলেঠাৰিয়ে জিলী এটাই মাতিছে।

ইমৰানে লগত অনা জৰীডাল গছৰ ডালত বান্ধি ওলোমাই দিলে। মধুমতীৰ কৃপাত ৰাণী-মহলৰ আওভাও ভালকৈ জানে সি। জৰীডালেৰে সি নিঃশব্দে নামিবলৈ ধৰিলে।

জৰীডাল ওলমিছে তৃতীয় তলাৰ বাৰণ্ডাৰ ঠিক ওপৰতে, কিন্তু মজিয়া চোৱাগৈ নাই, প্ৰায় পাঁচ হাতমান ওপৰতে শেষ হৈছে। শেষৰ এহাত নামিবৰ কাৰণে ইমৰানে লাহেকৈ জাপ এটা মাৰিলে। তাৰ ভৰিয়ে মজিয়া চোৱাৰ নিমিষতে সি ডিঙিৰ কাষত ঠাণ্ডা কিবা এটাৰ পৰশ অনুভৱ কৰিলে। অভাৱনীয় আতঙ্কত চকু খাই ঘূৰি চালে ইমৰানে!

ঝাৰ লণ্ঠনৰ ম্লান পোহৰত সি দেখিলে তাৰ ডিঙিত তৰোৱালৰ মৃত্যু-শীতল জোঙটো লগাই থিয় হৈ আছে অন্ধকাৰেৰে আঁকা এক মনুষ্যমূৰ্তি!

চৰম বিপদৰ সম্মুখীন হ'লে যিবিলাকৰ ভয়-বিস্ময়-জিঘাংসাৰ উচ্ছলতা অবিশ্বাস্য ধৰণে সংযত আৰু শান্ত হৈ পৰে ইমৰান সেই জাতৰ মানুহ। যেন একোৱেই হোৱা নাই সেই ভাব দেখুৱাই হাঁহি এটা মাৰি শান্ত সহজ মাতেৰে সি ক'লে, "এইবিলাকৰ অৰ্থ কি? ভীষণ জৰুৰী দৰকাৰত মই বাঙ্গীচাহেবাক লগ পাবলৈ আহিছোঁ। তেখেত ক'ত?"

মানুহটোৱে অলপ সময় একো নামাতিলে। তাৰ পাছত ইংগিতেৰে ইমৰানক অনুসৰণ কৰিবলৈ কৈ প্ৰাসাদৰ ভিতৰ-ফালৈ আগবাঢ়িল। মন্ত্ৰমুগ্ধৰ দৰে ইমৰানে তাৰ পিছে পিছে গ'ল। ঝাৰ লণ্ঠন এটাৰ কাষেদি যাওঁতে সি দেখিলে সি যাক অনুসৰণ কৰিছে তেওঁ পুৰুষবেশী এগৰাকী তিৰোতা।

অলপ সময়ৰ পাছত ইমৰানে দেখিলে সি সভাঘৰৰ দৰে প্ৰশস্ত কোঠা এটাৰ ঠিক সোঁ-মাজত সেই পুৰুষবেশীনীৰ সন্মুখত থিয় হৈ আছে। তাৰ মূৰৰ ওপৰত পাঁচোটামান ঝাৰ লণ্ঠন জ্বলিছে। বাকীবোৰ লণ্ঠন নুমাই থোৱা আছে। গোটেই কোঠাটো জুৰি জবাফুলৰ দৰে ৰঙা দামী গালিচা, তাত তাৰ ভৰিৰ জোতা সম্পূৰ্ণৰূপে ডুবি গৈছে।

হঠাৎ ইমৰানৰ চমক ভাঙিল। সেই পুৰুষবেশী ৰমণীয়ে তিনিটা মৃদু চাপৰি বজাইছে। লগে লগে কোঠাৰ অন্ধকাৰৰ মাজৰপৰা ওলাই আহিছে দুটা ৰবকন্দাজ আৰু পাঁচজনী বন্দুকধাৰী পৰিচাৰিকা। পৰিচাৰিকাকেইজনীৰ গাতো মতা মানুহৰ সাজ-পাৰ।

"মৃত্যু-দণ্ডেৰে দণ্ডিত বোৱাৰ আগেয়ে ...", তৰোৱাল খাপত সুমোৱাই সেই ৰমণীয়ে ক'লে। ইমৰানৰ ধাৰণা হ'ল এনেকুৱা গম্ভীৰ মধুৰ ৰমণী-কণ্ঠৰ স্বৰ সি আগতে যেন কেতিয়াও শুনা নাই। তেওঁ কৈ গ'ল, "তুমি অৱশ্যেই যাক দেখা কৰিবলৈ আহিছা তেওঁক লগ পাবা। ময়েই তেওঁ।"

যেনেৰ কথাবাৰ শুনি মুহূৰ্তৰ কাৰণে ইমৰান মৰ্মাহতৰ দৰে থিয় হৈ ৰ'ল। সি লাহে লাহে মজিয়াত আঁঠু কাঢ়িলে, তাৰ পাছত খাপৰপৰা তৰোৱাল উলিয়াই দুই হাতেৰে পেশ কৰিলে, ক'লে, "মোৰ গুস্তাখি মাফ্ কৰিব, চৰকাৰ। মই চৰকাৰৰ অনুগত প্ৰজা আৰু হিন্দুস্থানৰ মুক্তিৰ যুঁজাৰু। কেৱল বিশেষ কোনো বিপৰ্য্যয়ত বাধ্য হৈ নিশাচৰৰ দৰে ৰাজপ্ৰাসাদলৈ

আহিছিলোঁ। কাৰণ মই যি কথা ক'বলৈ আহিছিলো তাক প্ৰকাশ্য দৰবাৰত কোৱা সম্ভৱ নহয়।"

প্ৰশ্ন আহিল, "তোমাৰ কি ক'বলগীয়া আছে?"

"চৰকাৰক নিভৃতেহে ক'ব পৰা হ'ব।"

"দিনত মোক লগ ধৰাত কি অসুবিধা আছিল?"

ইমৰানেও জানে অসুবিধা একো নাছিল, মাত্ৰ দুঃসাহসিক কিবা এটা কৰাৰ লোভটো সি সামৰিব নোৱাৰিলে। এতিয়াহে খেয়ালিখন ওলাইছে। তথাপি কণ্ঠ নৰুণ্ডকৈ সি ক'লে, "চৰকাৰ দিনত আপোনাক যেনেকৈয়ে লগ নধৰো লাগে কথাটো প্ৰকাশ্য হৈ প'লহেঁতেন,—আৰু মোৰ প্ৰাণটো সংশয় হ'লহেঁতেন চৰকাৰ!"

"এতিয়াও তোমাৰ প্ৰাণৰ বিশেষ আশা দেখা নাই।" তেখেতে ধৰকন্দাজ আৰু পৰিচাৰিকাবোৰক ভাৱপৰা যাবলৈ ইংগিত দিলে! "মোৰ এই বিষয়ে সন্দেহ নাই যে তুমি প্ৰাসাদত চোৰি কৰিবলৈ আহিছিলা। ডকাইতিক মই সিমান বেয়া নাপাওঁ, দৰাচলতে বহুতো ডকাইত-গুণ্ডাক মই ফৌজত চিপাহী কৰি লৈছোঁ। কিন্তু চৌৰ্য্যবৃত্তি অক্ষমণীয়।"

ইমৰানে ক'লে, "আল্লাৰ কসম, মই চোৰ কৰিবলৈ অহা নাছিলোঁ। কিছুমান গুপ্তচৰৰ অন্তৰ্ঘাতী কাৰ্য্য-কলাপৰ কথা চৰকাৰলৈ চিঠিত লিখি দি থৈ যাবলৈ মই ইয়ালৈ আহিছিলোঁ।"

তাৰ পাছত সি বাইচাহেবাৰ আগত সেই অচিন ধোঁৱাচোৰাবীৰ চিঠি আৰু শব্দহীন পিস্তলৰ কাহিনী, গোপালৰাও, চম্পক সিং, গুলাব সিঙৰ কথা পুঙ্খানুপুঙ্খৰূপে বৰ্ণনা কৰিলে। সি ৰাজনিশা প্ৰাসাদলৈ অহাৰ কাৰণটো প্ৰমাণ কৰিবলৈ নিজে লিখা চিঠিখনো দাখিল কৰিলে।

গোপালৰাওৰ চিঠিখন আকৌ এবাৰ পঢ়িলে বাইচাহেবাই। "তোমাৰ আৰু কি ক'বলগীয়া আছে?" তেখেতে সুধিলে।

হতাশ হোৱাৰ দৰে মাটিত বহি পৰিল ইমৰান, “কিৰিঙ্গীয়ে আমাৰ খবৰবোৰ এনেকৈ যদি পাই থাকে, তেনেহ’লে আৰু কি যুদ্ধ কৰিম, চৰকাৰ ?”

বাঙ্গীচাহেবাই অকণমানকৈ হাঁহিলে। “তেওঁলোকে সকলো খবৰ পাইছে বুলিয়েই ধৰি লৈছা কিয় ? ঝাঁচী ৰাজ্যৰপৰা বাহিৰলৈ অন্তৰ্ঘাতী খবৰ-বাতৰি যোৱা বৰ সহজ কথা নহয়। ঝাঁচীৰ গুপ্তচৰৰ দলে গোটেই বুন্দেলখণ্ডত পিয়াপি দি ফুৰিছে। চখতে চোৰাং-চোৱা কাম কৰা বেচৰকাৰী মানুহৰ সংখ্যাও বৰ কম নহয়। গাঁওবিলাকৰ মাজেদি যেই মানুহেই নাযাওঁক, গাঁৱলীয়া মানুহে তাক তন্ন তন্নকৈ খানাতালাচী কৰি চায়।”

“গোপালৰাও তেন্তে কয়েদ হ’ব, চৰকাৰ ?”

“ওহোঁ। তোমাৰ কাগজ-পত্ৰই তেওঁক প্ৰত্যক্ষভাৱে সংশ্লিষ্ট নকৰে।”

হতাশ হ’ল ইমৰান। “চৰকাৰে মোৰ গুস্তাফি মাফ্ কৰিব”, সি ক’লে, “মই এসময়ত দিল্লীৰ বিদ্ৰোহীহঁতৰ সৈতে একেলগে যুদ্ধ কৰিছিলোঁ। দিল্লীত ইমান শক্তিশালী বিদ্ৰোহী চৰকাৰ হাৰি যোৱাৰ মূলতে আছিল তিনিটা কাৰণ—যোগ্য নেতৃত্বৰ অভাৱ, শত্ৰুপক্ষৰ খবৰ যথেষ্ট পৰিমাণে আৰু সময় মতে পোৱাৰ অভাৱ আৰু শত্ৰুপক্ষলৈ অন্তৰ্ঘাতী দলৰ খবৰ যোগান। এই দলটোৱে ঝাঁচীতো কাম আৰম্ভ কৰি দিছে। ক’লা-ঘোঁৰাৰ দলৰ কথা মই চৰকাৰক কৈছোঁ। ইহঁতক নিৰ্মূল কৰাৰ ব্যৱস্থা সোনকালে হাতত নললে বৰ অথন্তৰ ঘটিব, চৰকাৰ। হিন্দুস্থানৰ প্ৰত্যেক ঠাইৰ বিপ্লৱী প্ৰতিৰোধ ইহঁতেই ব্যৰ্থ কৰি দিছে।”

নীলা পিস্তলটো ঘূৰাই-পকাই চাইছিল বাঙ্গীচাহেবাই। ইমৰানক তেখেতে যেন নতুনকৈহে দেখিলে এনে ভাবত ক’লে, “আঁঠুকাঢ়ি বহি আছা কিয় ? থিয় হোৱা। কোৱাচোঁন, তুমি এনেকৈ আহি প্ৰাসাদত সোমোৱাৰ কাৰণে তোমাক ফাঁচী দিম নে [illegible] শাস্তি দিম ?”

নাকে-কাণে খত দি হাতজোৰ কৰি ইমৰানে ক'লে, "সিহঁতক শাস্তি নিদিব চৰকাৰ। সিহঁতৰ গাত কোনো কচুৰ নাই! ছাঁৰ দৰে অলক্ষ্যে আহিব পৰা মোৰ এই বৃত্তিটো বহু দিনৰ অতি কষ্টকৰ ট্ৰেইনিঙৰ লব্ধা ফল। সিহঁতৰ কি সাধ্য যে মোক ধৰে?"

বাঙ্গৈচাহেবাই হাঁহিলে। তেখেতে পিস্তলটো খুলি গুলীকেইটা পৰীক্ষা কৰিলে। পিস্তলটো আকৌ বন্ধ কৰিলে। তাৰ পাছত দূৰত থকা আয়না এখনলৈ লক্ষ্য কৰি চাবিবাৰ পিস্তলৰ ঘোৰা টিপিলে।

সামান্য ধোঁৱা উলিয়াই নিঃশব্দে পিস্তলটো ফুটিল, এবাৰ এবাৰকৈ চাবিবাৰ। আয়নাখনৰ ওচৰলৈ দৌৰি গ'ল ইমৰান। অবাক-চাৱনিৰে সি দেখিলে আয়নাখনৰ চাৰিটা চুকত গুলী লাগিছে। চকুত পৃথিৱীৰ বিস্ময় আৰু প্ৰশংসা লৈ সি চাই ৰ'ল পিস্তল আৰু বাঙ্গৈচাহেবাৰ ফালে। বন্দুক পিস্তলৰ নিচানাত নিজৰ সম্পৰ্কে অলপ গৰ্ব আছিল ইমৰানৰ। কিন্তু মানুহৰ লক্ষ্য যে ইমান নিখুঁত হব পাৰে, তাক আজি নিজ চকুৰে নেদেখা হ'লে বিশ্বাস কৰিবলৈ টান পালেহেঁতেন।

মৃদু হাত-চাপৰি বজাই পৰিচাৰিকা এজনীক মাতিলে বাঙ্গৈচাহেবাই। "কাশী", তেখেতে ক'লে, "এওঁৰ নাম ঠিকনা টুকি লোৱা। আৰু এওঁ কিতাবপৰা ওলাই যাব পৰাকৈ এখন হুকুমনামা সোনকালে তৈয়াৰ কৰি দিয়া।"

ইমৰান যেন ভাগি পৰিল। হাতজোৰ কৰি সি ক'লে, "দয়া কৰক, চৰকাৰ, মোৰ নাম-ধাম লিখি নাৰাখিব। নহলে ইমান কষ্ট কৰি এনেকৈ অহাৰ কি লাভ হ'ল।"

'নাম লিয়াত তোমাৰ ইমান আপত্তি কিয়?"

"চৰকাৰ আমাৰ মা-বাপ, আপোনাৰ আগত কি কথা লুকোৱাৰ স্পৰ্দ্ধা মোৰ আছে ? কিন্তু মোৰ নাম কোৱাত বহুত বিপদ আছে, চৰকাৰ, আৰু ..........."

"হু।" গহীনভাৱে ক'লে বাঈচাহেবাই। "তুমিতো দেৱান ৰঘুনাথ সিংহৰ বিচাৰা ?"

অলপ অপ্ৰস্তুত হ'ল ইমৰান। সি হেহোঁ-নেহোঁ কৰিলে।

"নিশ্চয়।" বাঈচাহেবাই দৃঢ়ভাৱে ক'লে। "কি যেন নাম আছিল তোমাৰ........মহম্মদ ইমৰান নহয়নে ?"

ইমৰান যেন আকাশৰপৰাহে পৰিল। অবাক হৈ সি ক'লে, "গৰীবৰ নাম চৰকাৰে জানিলে কেনেকৈ ?"

তৰ্জনী আঙুলিৰ নখেৰে পিস্তলটোৰ নলীত টুকুৰিয়াই টুকুৰিয়াই বাঈচাহেবাই ক'লে, "সকলো চিপাহীৰ নাম নাজানো, মাত্ৰ কেইহাজাৰমানক চিনি পাওঁ। তাতে তুমি মাথোন দুমাহৰ আগতে ফৌজত সোমাইছা—খুব কম চিপাহীয়েই ভৰ্ত্তি হৈছে এই সময়টোত।.......দেৱানৰ বহীত তোমাৰ নামৰ তলত ৰঙা দাগ এটাও দেখা যেন লাগিল, দেৱানক কিবা কথা মিছাকৈ কৈছিলানে কি হৈছিল যেন ?"

পৰিচাৰিকাৰ কালে নীলা পিস্তলটো আগবঢ়াই দি বাঈচাহেবাই ক'লে, "কাশী, এইটো মোৰ হাত-বাকচত থোৱা আৰু এওঁক বাবলৈ হুকুমনামাখন দিয়া।" ইমৰান বাবলৈ উদ্যত হ'ল।

ইমৰানে কাণ খজুৱাই খজুৱাই ক'লে, "চৰকাৰে মোক আৰু কিয় লাজ দিয়ে—মই অহা ৰাস্তাৰেই যাবগৈ পাৰিম।"

বাঈচাহেবাই হাঁহিলে। ভাবি চেখেতে, ক'লে "কিন্তু এইবাৰ যদি শান্ত্ৰীবিলাকে তোমাক ধৰিব নোৱাৰে সিইঁতক মই পাইকাৰী-ভাৱে জৰিমনা কৰিম।"

"দোতাই চৰকাৰ, সিহঁতৰ গাত কি দোষ ?"

"আশা কৰিছো, সিহঁতে তোমাক ধৰিব। বাক, এতিয়া তুমি যোৱা। তোমাৰ সৌ তৰোৱাল লগতে লৈ যাবা।"

যাবলৈ ওলাই ইমৰান অলপ ৰ'ল। সি ভাবিবলৈ ধৰিলে সেই কথাটো ক'ব পাৰিনে নোৱাৰি। পেটে পেটে ভয় লাগিল তাৰ। বাঙ্গীচাহেবা হেনো বৰ তীব্ৰস্বভাৱা। তথাপি দুঃসাহসিক কাম আৰু কথাক আদৰ কৰে তেওঁ, সেয়েই যি অলপ ভৰসা। আকৌ ইমৰানে মনত পেলালে যে কাতি মাহত তেহুৰীৰ লগত যুদ্ধ লাগোতে এই বাঙ্গীচাহেবায়ে হেনো নিজ হাতে আহত চিপাহীৰ ঘাঁ বান্ধি দিছিল, মুখত পানী বাকি দিছিল.........।

হঠাৎ ইমৰানে আগবাঢ়ি গৈ বাঙ্গীচাহেবাক দোৱা জনাই ক'লে, "চৰকাৰ মেহেৰবান, জিন্দেগী ৰাখনেকা ঔৰ মাৰনেকা মালিক, চৰকাৰৰ যদি মৰ্জি হয় মোৰ জান লওঁক,—কিন্তু চৰকাৰ, এইটো মোৰ জীৱনৰ হাবিয়াস যে মৰাৰ আগতে এবাৰ চৰকাৰেনো কোন মুঠিৰে তৰোৱাল ধৰে তাক চাই লওঁ।"

স্তব্ধ হ'ল বাঙ্গীচাহেবাৰ চকু। "তুমি কি সঁচাকৈয়ে ক'ব খুজিছা যে তুমি মোৰ তৰোৱাল ঘুৰোৱা চাব খোজা ?!"

"মই জানো মোৰ স্পৰ্দ্ধা অক্ষমণীয়", ইমৰানে ক'লে, "কিন্তু মোৰ জিন্দেগী আৰু সাৰা ইজ্জত আপোনাৰ হেকাজতত পেশ কৰিছো। যদিওবা এই জিন্দেগীত আপোনাৰ দোৱাত শ্বাস থাকে, তাক ঝাঁচীৰ আজাদশ্বাহী লড়াইত কবুল কৰিম। কিন্তু, চৰকাৰ বৰ আশা থাকি গ'ল চাবলৈ যে, তৰোৱালে আপোনাৰ হাতত কোন ভাষাত কথা কয়। সামান্য এটা কৌশল—সামান্য এটা ছাল

বাঙ্গীচাহেবাই সৌকাললৈ এখোজ গ'ল, তাৰ পাছত গধুৰ মাতেৰে ক'লে, "তোমাৰ স্পৰ্দ্ধা ক্ষমা কৰিলো এই আশাত যে, এই একে স্পৰ্দ্ধা আৰু একে হিম্মত তুমি যুদ্ধক্ষেত্ৰতো দেখুৱাব পাৰিবা।"

ইমৰানে তলমূৰ কৰিলে।

বাঙ্গীচাহেবাই ক'লে, "তোমাৰ তৰোৱাল উলিওৱা।"

ইমৰানে তৰোৱাল উলিয়ালে।

"মোৰফালে টোঁৱাই ধৰা।"

সন্ত্ৰস্ত ভাৱে সি তাকেই কৰিলে।

"এতিয়া তোমাৰ বাঁওবাহু বচাবলৈ চেষ্টা কৰা।"

নিমিষৰ ভিতৰতে বাঈচাহেবাই তৰোৱাল উলিয়ালে খাপৰপৰা আৰু নিমিষৰ ভিতৰতে তৰোৱাল ওপৰলৈ দাঙিলে। ঝাৰ লণ্ঠনৰ পোহৰত তেখেতৰ তৰোৱালৰ ধাৰ বিজুলীৰ দৰে চিকমিকালে।

এক লহমাৰ ভিতৰতে ঢেৰ ঘটনা। বাঙ্গীচাহেবাৰ তৰোৱালখন ঘুৰি ঘুৰি [illegible] সোঁকাষেদি নামি আহিল; সি প্ৰতিহত কৰিবলৈ কৰা সকলো চেষ্টা বিফল কৰি তৰোৱালখনৰ তলেদি সৰকি তাৰ বাঁও বাহু চুই গুচি গ'ল। পিছ মুহূৰ্ত্তত বাঙ্গীচাহেবাৰ তৰোৱালে তাৰ সোঁহাতৰ মুঠিৰ চাৰিওফালে ত্বৰিত গতিৰে বেইপাকমান ঘূৰিলে—লগে লগে তাৰ নিজৰ তৰোৱালখন সিখন তৰোৱালৰ লগত সাঙোৰ খাই হাতৰ মুঠিৰ-পৰা এৰাই গ'ল আৰু ছিটিকি দূৰৰ মজিয়াৰ ওপৰত কাৰ্ফাল খাই পৰিলগৈ।

বাঙ্গীচাহেবাই তৰোৱাল খাপত সুমুৱালে।

গোটেইটো ঘটনা ইমান কম সময়ৰ ভিতৰতে ঘটি গ'ল যে ইমৰানে তৰ্কিবই নোৱাৰিলে। নিজৰ বাঁও বাউসীলৈ চালে সি। বাঙ্গীচাহেবাৰ তৰোৱালে তাৰ চোলাটোৰ এডোখৰ বৃত্তাকাৰে ধুনীয়াকৈ কাটি পেলাইছে, কিন্তু কি অদ্ভুত, তাৰ গাৰ চালত তৰোৱালৰ ক্ষুৰধাৰ আগটোৱে স্পৰ্শ পৰ্য্যন্ত কৰা নাই।

"বুজিছো? যোৱা. তোমাৰ তৰোৱাল বুটলি লোৱা।"

হঠাৎ ইমৰানে ক উঠিল, "চৰকাৰ মোৰ গুস্তাকি মাফ কৰিব, চৰকাৰ,—কিন্তু এইটো কি সত্য যে কিৰিস্তীৰ বিৰুদ্ধে

চৰকাৰে কছু দেশৰ সহায় খুজিছে আৰু তেওঁলোকেও অহা বছৰ সহায় পঠিয়াবলৈ গাত লৈছে ?'

কোনো উত্তৰ নিদিলে বাঈচাহেবাই। হাত জোকাৰি তেখেতে ইমৰানক যাবলৈ ইংগিত দিলে। ইতিমধ্যে দুটা ৰৰকন্দাজ আহি তাৰ দুই বাহুত ধৰি থিয় দিছে দুয়োকাষে। ইমৰানে বুজিলে এইবাৰ সঁচাকৈয়ে যাবৰ হ'ল।

দীৱাৰৰ বাহিৰ পাই আশ্ৰয়ক বিচাৰি উলিয়াই উঠিব খোজোতেই ইমৰানে দূৰৰপৰা মাত এটা শুনিলে, "ইমৰান"

উভতি চালে সি। দূৰৰ আন্ধাৰত অশ্বাৰোহী এটা থিয় হৈ থকা যেন লাগিল তাৰ।

"কোন ভাত!" সি সুধিলে।

"মইহে, বিহাৰী।" অশ্বাৰোহীটো আগবাঢ়ি আহিল।

"তই ইয়াত কি কৰিছ ?" ইমৰানে সুধিলে।

"এনেয়ে আহিছিলোঁ। দুঘন্টামান আগতে দেখিলো তই বেগাবেগিকৈ এইফালে আহিছ। ময়ো তোৰ পিছে পিছে আহিলোঁ। তাৰ পাছত দেখিলো দেখোন তোৰ ঘোঁৰাটোৱেহে ইয়াত ঘূৰি-পকি ফুৰিছে, তই নাই! ভাবিলো তই ক'ৰবালৈ গৈ বিপদে-আপদে পৰাগৈ নাইতো ? সেইবাবে তোলৈ আপেক্ষা কৰাটোকে ভাল যেন দেখিলো। তইনো গৈছিলি ক'লৈ ?"

ইমৰানে অলপ বিপদত পৰিল। "মানে, জান"—সি ক'লে, "এনেয়ে আহিছিলো এইফালে। তাৰ পাছত ইয়াত ইমান নিৰ্জন আৰু অন্ধকাৰ দেখি সোমাই গৈছিলো। এটা দুৰ্ভেদ্য অন্ধকাৰত বহিব মন গ'ল। তাৰ পাছত কেতিয়া যে মৰ-টোপনি এটা আহিল গমেই নাপালোঁ।"

বিহাৰী আচৰিত হ'ল। "এনেকৈনো চৌপনি আছেনে মানুহৰ ? বাক যি হ'ল হ'ল, ব'ল এতিয়া চাবিআলিৰ কাষৰ সৌ বাগানখনতে অলপ বহোগৈ। চুৰট আছে ?"

"আছে। তাতে স্বলাম। তই আচলতে ক'লৈ আহিছিলি ? ইমান বাতিখন ?"

"ভাৰ্গৱৰ তাঁলৈ তাৰ ভায়েকৰ খুব অসুখ নহয়, জান ?"

"উঁ। তাৰতো অসুখ বহু দিনৰপৰাই,নহয়নে ?"

"প্ৰায় দুবছৰ আগৰেপৰা। অচিন ৰোগ। ঈশ্বৰে জানে কেতিয়া ভাল হ'ব। মাজতে ভাৰ্গৱহঁতৰ ঘৰৰ অৱস্থা বৰ দুখ লগা হৈছিল। এতিয়া কিন্তু খুব ভাল। সচ্ছল। ইমান সাধাৰণ চাকৰি কৰিও দুই হাতে খৰচ কৰিবলৈ ভাৰ্গৱে ক'ত টকা পাইছে ক'ব নোৱাৰো আকৌ দেই।

অলপ সময়ৰ পাছত দুয়ো গৈ বাগানৰ ভিতৰত বহিল। চুৰট জ্বলাই লৈ বিহাৰীয়ে সুধিলে, "তই দিল্লীত কোন কোন মাহ আছিলি ?"

"মে' মাহৰ এধাৰ তাৰিখৰপৰা আৰম্ভ ক'ৰি কিল্লা দখল হোৱা লকে। মে', জুন, জুলাই। দুমাহ।"

"তোক লগ নাপালো কেলেই বাক ?"

গোটেই হিন্দুস্থানৰপৰা কিমান লাখ চিপাহী তাত গোট খাইছিল, মনত আছে ? তাতে মই আছিলো মীৰাট-বাহিনীত, তই আছিলি ঝাঁচী-বাহিনীত। লগ নোপোৱাটোৱেইতো স্বাভাৱিক।"

চুৰটত টানকৈ হোপা মাৰিলে ইয়ৰানে। সুধিলে, "আচ্ছা, ঝাঁচীৰ বাহিনীত আগ্ৰা আৰু অযোধ্যাৰ মানুহ বহুত আছিল, নহয়নে ? কিন্তু তইতো বিহাৰৰ মানুহ, তই ঝাঁচী পালিহি কেনেকৈ ?"

"সেইবোৰ বহুত কথা, ক'লে এখন মহাভাৰতেই হ'ব। থাওক আৰু।"

"ক'চোঁন।"

বিহাৰীয়ে ভাবিলে। "আজিলৈ থাওক দে, নকওঁ।" সি ক'লে।

"নালাগে, আজিয়েই ক'।" ইয়ৰাণে জোৰ কৰিলে।

বিহাৰী অলপপৰ মনে মনে থাকিল। তাৰ পাছত সি ক'লে, "মোৰ নাম প্ৰকৃততে বিহাৰী নহয় সেইটো জানতো? বিহাৰৰ-পৰা আহিছো কাৰণে ইহঁতে মোক বিহাৰী বুলি মাতে। মোৰ আচল নাম ফুলচাঁদ।

"মই জানোঁ।"

'আমি দুই পুৰুষ ধৰি নীলবাগানৰ কুলী। আজু-ককাদেউতা-ইঁতে হেনো খেতি কৰিছিল। কিন্তু বিহাৰৰ মাটি বৰ ৰুক্ষ, জানইতো', খেতি কৰা বৰ পৰেশানিৰ কাম। তেওঁক পানী কৰি কাম কৰ তই, কিন্তু ফিৰিঙ্গীক দিবলগীয়া খাজনাখিনিতকৈ বেছি একো ঘটিব নোৱাৰে। ফিৰিঙ্গী আৰু খেতিয়কৰ মাজতে আকৌ ৰাহুৰ দৰে একোটা তেজখোৱা জমিদাৰ। অনাহাৰ আৰু দাৰিদ্ৰ্যত ভুগি ভুগি সেই কাৰণেইতো বিহাৰৰ খেতিয়কো হাজাৰে হাজাৰে পলাই গৈ নীলবাগানৰ কুলী কামত সোমাল।"

বিহাৰী অলপ ৰ'ল। চুবটটো হুপি হুপি পুৰণি কথাবোৰ মনত পেলাবলৈ চেষ্টা কৰিলে।....সুদূৰ বিহাৰ। জাকজমক চহৰ পাটনা পাটনা আৰু দেওঘৰৰ মাজৰ ভূমিখণ্ডত লাহে লাহে গঢ় লোৱা বিতোপন নীলবাগানবোৰ। যতন লগাই শাৰী শাৰীকৈ ৰোৱা উজ্জ্বল বৰণৰ নীলগছবোৰ, পাতবোৰ নিপুণ হাতেৰে সুন্দৰকৈ সমান কৰা, দেখিলে চকু জুৰ পৰি যায়।

বিহাৰৰ কক বঙা কৰ্কশ মাটিত সেউজীয়া বঙৰ নতুন মেলা বহিছে যেন। যিমান দূৰলৈকে চকু যায় মাথো দেখা যায় সেউজীয়া নীলগছৰ দলিচা। বাতিপুৱাৰ বতাহজাকে তাত ঢৌৰ খলক তুলি যায়। গধূলিৰ ৰ'দত শ্বেড-ট্ৰিবপৰা তাৰ ওপৰত পৰে দীঘল দীঘল ছাঁ। সেই সময়ত বাগানৰ মাজে মাজে যোৱা লুংলুঙীয়া ৰাস্তাৰে কুলীবিলাক ঘৰলৈ ওলটে। হাতত পাচি লৈ উজুটি খাই খাই দৌৰে উজ্জল ঘৰচিৰিকা-চৰাইৰ জাকৰ দৰে খিল্‌খিলকৈ হাঁহি থকা বুলী ছোৱালীৰ দল।

ইমৰানে ক'লে, "বাঃ তই যি সুন্দৰ বৰ্ণনা দিবলৈ আৰম্ভ কৰিছ বিহাৰী, যে মোৰেই কুলী হৈ বাগানত থাকিবলৈ মন গৈছে।"

বিহাৰীয়ে ক'লে, "ইমান যদি সুন্দৰেই, তেন্তে বাৰে বাৰে কিয় হৈছে নীল-বিদ্ৰোহ? কোল, কেৰাজী, মোপ্‌লাবিলাকে বাৰে বাৰে বিদ্ৰোহ কৰিছে কিয়? ৰাজমহল আৰু ছোটনাগপুৰত ফিৰিঙ্গীৰ লগত ফেৰ পাতিবলৈ গৈ হাজাৰ হাজাৰ দুঃসাহসী চাওতালে তেজেৰে মাটি তিয়ালে কিয়? জান ইমৰান, মানুহৰ তেজেৰে তিতা মাটিত অন্য শস্য নগজে, কিন্তু নীলগছ গজে। বিহাৰত সেই কাৰণেই সাৰুৱা খেতুৰ পথাৰবোৰ উচ্ছন্ন কৰি দি তাত নীলবাগান বহিব পৰিছে। নীলগছক সিহঁতে কয় সোণৰ গছ—এডাল নীলগছ মৰিবলৈ দিয়াতকৈ এটা নেটিভক মাৰি দিব সিহঁতে।"

বিহাৰীয়ে আকৌ ক'লে, "দেশৰ নামতজো খুব লম্বা লম্বা কথা কয় তইঁতে। হাত জোকাৰি, গা কঁপাই ফিৰীঙ্গীৰ অত্যাচাৰৰ বক্তৃতা দিয়ইক। অত্যাচাৰ তইঁতে কি দেখিছ? চাবুকৰ কোবত মানুহ মৰি যোৱা দেখিছ? মুখেৰে ক'বলৈ ভাল লাগে, কিন্তু আচলতে তইঁতে কোনেও দেখা নাই। যদি সাঁচাকৈয়ে সেই

দৃশ্য চাবৰ ইচ্ছা আছে; যিহাবৰ কোনো এখন নীলবাগানলৈ যা ।

এনে এখন নীলবাগানৰে কুলী আছিল বিহাৰী । বিহাৰী আৰু তাক্তকৈ আঠ বছৰ ডাঙৰ ককায়েক । ছয় বছৰ বয়সৰে-পৰা বাগানত কোৰ মাৰিবলৈ আৰম্ভ কৰিছে বিহাৰীয়ে, তাৰেই কল্যাণত পোন্ধৰ বছৰ বয়সত তাৰ বাহুত আছিছে আসুৰিক বল, পেশীয়ে পেশীয়ে আছিছে নিভোল সৌন্দৰ্য্য আৰু শক্তি । বাগানৰ বাকী কঙ্কালসাৰ মানুহবোৰে তালৈ হিংসাৰে চায় । আৰু বহুতেই চায় তালৈ । সেই ছোৱালীজনীয়েও ।

"মীড চাহাব আছিল আমাৰ বাগানৰ মেনেজাৰ ।" বিহাৰীয়ে ক'লে । "মীড চাহাবৰ নাম শুনা নাই ? যাৰ মেমেও ঘোঁৰাত উঠিছিল ? মেমচাহাব পিছে মাথোন এবাৰহে আহিছিল ভাৰতবৰ্ষলৈ, তাকো মাত্ৰ কেইদিনমানৰ কাৰণেহে । যেই হওক, মীড চাহাবৰ চেহেৰাটো কিন্তু আছিল অদ্ভুত সুন্দৰ—বাগানৰ ৰাস্তাইদি যেতিয়া ঘোঁৰা চেকুৰাই যায়, আইলাখ দেৱতা যেন দেখি । অৱশ্যে মেনেজাৰ যি ৰাস্তাৰে আহে সেই ৰাস্তাত কাৰো থিয় হৈ থকাৰ নিয়ম নাই । মেনেজাৰক দূৰৈত দেখিলেই হাতৰ ছাতি জপাই আলিকাষৰ অৰ্দমালৈ নামি যাব লাগে । তথাপি মীডৰ চেহেৰাটো মোৰ ভাল লাগিছিল । তাতোকৈ ভাল লাগিছিল তেওঁৰ ঘোঁৰাটো । ... ...বৰ তেজী আছিল সেই ঘোঁৰাটো !'

...... সেই ছোৱালীজনী ?....এদিন ব্ৰাতিপুৱা কান্ধত কোৰখন লৈ কামলৈ গৈ থাকোতে হঠাতে বিহাৰীৰ এনেকুৱা লাগিল যেন পুবফালে উদয় হ'ব ধৰা বেলিটো আজি বৰ নতুন যেন লাগিল । আকাশৰ নীলা ৰংটোত আজি যেন কোনোবাই নতুনকৈ তুলিকা বুলাইছে । নীলগছবোৰৰ সেউজীয়া ৰংটোও আজি ইমান কোমল আৰু উজ্জ্বল । আজি কি হঠাতে বসন্ত আহিল পৃথিবীলৈ ? ইমান জুৰ বতাহ—ইমানবোৰ চৰাই-চিৰিকতিৰ মাত ।

কিন্তু—বিহাৰীয়ে জানে। সৌ যে নতুনকৈ বোৱা নীলগছৰ পুলিখিনি, তাৰে মাজত বহি গুৰি খুচৰি দিছে সেই ছোৱালী-জনীয়ে। মনচানিয়া। এইখিনিত থিয় দিলে তাইৰ নিভোল উদং বাহুটোৰে সৈতে ডিঙি আৰু গালৰ এটা অংশ দেখি। পুৱাৰ কোমল এচেৰেঙা ৰ'দ আহি তাইৰ গালে-মুখে পৰিছে।

লাজকুৰীয়া চকুজোৰ তুলি চকামকাকৈ এবাৰ চালে মনচানিয়াই। মিচিকুকৈ হাঁহি এটা মাৰি বিহাৰীয়ে আকৌ যাবলৈ ধৰিলে। মনটো বৰ নতুন নতুন লাগিল তাৰ।

দুৰত কোৰ মাৰি থকা ঘৰ্মাক্ত কলেবৰ ককায়েকক সি গৈ ক'লে, "মনচানিয়াৰ চাচোঁন বৰে ভেইয়া, কি সুন্দৰ দেখি নহয় ?"

কপালৰ ঘামখিনি হাতেৰে টুকি মাটিত পেলাই ককায়েকে চকু পকাই ক'লে, "ধেৎ, দুষ্ট ক'ৰবাৰ। ছিঃ।"

মিচিকু-মাচাকুকৈ হাঁহে বিহাৰীয়ে। সি বুজে সকলো। মনচানিয়াৰ বাপেক বুঢ়া চৰ্দাৰে দুবাৰো আহি গৈছে ককায়েকৰ ওচৰলৈ। কৈছে, "বেটা, সদায় ৰবলা—ভাত কে খাবিনে ? ঘৰত মানুহ বুলিবলৈ আৰু ভায়েৰটোহে আছেগৈ। নিজে কষ্ট পকাই কিমানদিন খাবিহঁক ? চাদী-উদি কৰ। মানুহ এজনী আনি ঘৰখন পাত। তোৰ বিয়া কৰিবৰ মন নাথাকিব পাৰে, কিন্তু ভায়েৰক চাবলৈতো বোৱেক এজনী লাগে ?"

বিহাৰীয়ে আৰু লক্ষ্য কৰিছে, যে বুঢ়া চৰ্দাৰে এইবোৰ কথা ক'লে ককায়েকে একো নামাতি তলমুৰাকৈ থাকে।

ভেত্তে মনচানিয়া কি সঁচাকৈয়ে আহিব সিহঁতৰ ঘৰলৈ ?... সেই মনচানিয়া। তাইৰ অদ্ভুত চেলাউৰীকোহা আৰু লাজকুৰীয়া হাঁহিটো। বনৰীয়া সহাপছৰ দৰে বিজনী ছোৱালীয়ে নীলগছৰ গুৰিয়ে গুৰিয়ে বহি কাম কৰি গৈ থাকে আৰু গুকান পাতত

ভৰিৰ শব্দ শুনিলেই চকু থাই উভতি চায়, আৰু মিচিকৈ হাঁহি মুখ ঘূৰায়, তাৰে মনচানিয়া। অকণমান টুনী চৰাইটোৰ দৰে বিজনী ছোৱালীয়ে খুব পুৰাত্তে উঠি মৌ-মাখিৰ গুণ-গুণনি শুনি শুনি মহুৰা বুটলি ঘূৰি ফুৰে, তাৰে মনচানিয়া। আবেলি ৰবমুণ দিব খুজি মেঘে যেতিয়া আকাশৰ আধাখিনি ৰং গাঢ় ক'লাকৈ ঢাকি পেলায় অথচ নীলবাগানৰ ওপৰত উজ্জ্বল সেউজীয়া ব'দখিনিয়ে খেলি থাকে তেতিয়াও, বিজনী ছোৱালীয়ে তেতিয়া অবাক চকুযোৰ তুলি সেই দৃশ্য পলক নপৰাকৈ চাই থাকে তাৰে মনচানিয়া। বিমান বাৰেই মনচানিয়াক দেখিছে সিমানেই তাইক বেছি ভাল লাগিছে বিহাৰীৰ, আকাশৰ ৰংটো আৰু বেছি নতুন যেন লাগিছে, নীলবাগানৰ সজীৱতাখিনিক আৰু বেছি উজ্জ্বল যেন লাগিছে। কিন্তু মনচানিয়া কি সঁচাকৈ আহিব ? সঁচাকৈয়ে তেন্তে মনচানিয়া...... ?

মনচানিয়া সঁচাকৈয়ে আহিল। প্ৰথম দিনাই তাইৰ দুই হাতত ধৰি বিহাৰীয়ে প্ৰবল উচ্ছাসেৰে ক'লে, "ভাবী, তোমাক মই আৰু কেতিয়াও বাগানৰ কাম কৰিবলৈ নিদিওঁ, কেতিয়াও ঘৰৰ কাম কৰিবলৈকো নিদিওঁ, কেতিয়াও টান কাম কৰিবলৈ নিদিওঁ, কেতিয়াও....কেতিয়াও....।"

শান্তভাৱে চুবট হুপি গৈছিল বিহাৰীয়ে। বহু সময় সি নিমাতে থকা দেখি ইমাৰানে সুধিলে, "বৈ গ'লি দেখোন, বিহাৰী ?"

চুবটৰ ছাইখিনি জোকাৰিলে বিহাৰীয়ে। "বিয়াৰ পাছত ককাইদেউক যে মীড চাহাবে মতাই নিছিল সেইটো কথা তোক মই ক'লো নেকি ? মনচানিয়াক কামৰপৰা এৰাই দিয়াটো তেওঁ ভাল পোৱা নাছিল। কৈছিল যে, বি হ'ল হ'ল, তাইক এতিয়া বঙলাত তিক্ষৰৰ কাম কৰিবলৈ দিয়াটোৱেই ভাল হ'ব।

বড়ে ভেইয়াই একো নামাতি শুটি আছিল। আচলতে আমাৰ ছুয়োবে মত নাছিল। মনচানিয়াক আমি কোন সতে বঙলাত চাকৰনী কৰি দিওঁ ? কিন্তু এমাহমানৰ পাছত এদিন আবেলি, আমি দুয়ো যেতিয়া কামৰপৰা ভাগৰি-জুগৰি ঘৰলৈ আহিছো, দেখিলো ঘৰত ভাবী নাই।"

বিহাৰী আৰু ককায়েকে প্ৰথমতে ভাবিছিল যে মনচানিয়া হয়তো বাপেকৰ ঘৰলৈ গৈছে। কিন্তু তাইক সিহঁতে যেতিয়া ক'তো বিচাৰি নাপাই সন্ধিয়া উভতি আহিল তেতিয়াহে ওচৰৰ মানুহবপৰা শুনিলে যে দুপৰীয়া মীড চাহাবে বৰকন্দাজ পঠিয়াই তাইক মতাই নিয়াইছে। মনচানিয়া যাব খুজিছিল, তাইক সিহঁতে জোৰকৈ লৈ গৈছে।

বয়সত আঠ বছৰে ডাঙৰ ককায়েকৰ কেতিয়াও খং উঠা দেখা নাই বিহাৰীয়ে। সেই দিনাহে তাৰ প্ৰবল হৃৎকম্প উপস্থিত হ'ল, যেতিয়া ককায়েকে চুকত থকা লাঠীডাল তুলি কান্ধত পেলাই লৈ তাক ক'লে, ভুল, তই সাৱধানে থাকিবি। মই অলপ ঘুৰি আহোঁ।'

বিহাৰীয়ে ক'লে, "ওহো, ময়ো যাম তোৰ লগতে!

"নালাগে, তই ঘৰত থাক। মই তোৰ ভাবীক লৈ এইমাত্ৰ উভতি আহিম।" ককায়েক গ'লগৈ।

বিহাৰীয়ে কিন্তু ককায়েকৰ কথা নামানিলে। বাহিৰত তেতিয়া অন্ধকাৰ নামিছে। সি দুৱাৰ বন্ধ কৰি বাহিৰ ওলাল আৰু বঙলাৰ কালে বাবলৈ ধৰিলে। বঙলাৰ কাষৰ তেতেলী-গছ এজোপাত উঠি চোপ দি থাকিল সি।

অদ্ভুত। গোটেই বঙলা ঘৰটোত ক'তো অকণো শব্দ নাই। ককায়েকক সি নেদেখিলে—বঙলাৰপৰা কাকোকেই ওলাই অহা নেদেখিলে।

সেই বাড়িটো বিহাৰীৰ মনত ভালকৈ থাকিব। কি নিস্তব্ধ সেই বঙলা-ঘৰটো। গোটেই বাড়িটো সি তেতেলা-গছৰ খৰি থাকিল, গোটেই বাড়িটো ক'তো এটা শব্দও সি নুশুনিলে।

পিছ দিনা বাড়িপুৰা বিহাৰীয়ে ককায়েকক দেখিলে। দেখিলে প্ৰায় সাতমান বজাত। দুটা চৌকীদাৰে চূণ-ঘৰৰপৰা দাং-দোলাকৈ উলিয়াই লৈ আহিছে তাৰ ককায়েকক, বঙলাৰপৰা অলপ দূৰতে খোলা ঠাই এডোখৰত শুৱাই দিছেহি অসাৰ দেহটো। বিহাৰীয়ে প্ৰথমতে ভাবিছিল তাৰ ককায়েক হয়তো অজ্ঞান হৈ গৈছে। কাৰণ চূণ-ঘৰৰপৰা মানুহ যেতিয়া ওলায়, খুব কমেইহে সজ্ঞানে ওলায়। চূণ ঘৰ মানে, নীল চাকা কৰিবলৈ ৰখা চূণৰ আচুতীয়া গুদাম ঘৰ। অথচ ই প্ৰত্যেক নীল-বজুৱাৰ কাৰণেই এটা ভীতি। অবাধ্য কুলীক শাস্তি দিবলৈ বাড়িটোৰ কাৰণে চূণ-ঘৰত বন্ধ কৰি থোৱা হয়। চূণৰ ভাপ যিবিলাকে সহ্য কৰিব নোৱাৰে সিহঁতক বাড়িপুৰা অজ্ঞান অৱস্থাতহে পোৱা যায়। দুই এটা প্ৰাণে মৰাৰ বাতৰিও বিৰল নহয়।

বিহাৰীয়ে যেতিয়া ককায়েকৰ কাষ পালেগৈ, কামলৈ অহা কুলী কিছুমানে তেতিয়া দেহটো ঘেৰি ধৰিছে আৰু উত্তেজিত-ভাৱে ফুচ্ ফুচাই কথা পাতিছে নিজৰ ভিতৰতে। চৌকীদাৰ দুটাই গলগলীয়া মাতেৰে সিহঁতক বুজাইছে কেনেকৈ যোৱা ৰাতি এই মানুহটোৱে মদ খাই আহি বঙলাত গণ্ডগোল কৰাত চাহাবে তাক চূণ-ঘৰত বন্ধ কৰি থবলৈ বাধ্য হ'ল।

বিহাৰীক দেখি কিছুমান মানুহে কথা কোৱা বন্ধ কৰিলে, কিছুমান মানুহে মাত সৰু কৰিলে। ককায়েকৰ পিনে চালে বিহাৰীয়ে। হাত এখনৰ ওপৰত মুৰ থৈ ওপৰমুৱা হৈ পৰি আছে ককায়েক—যেন বৰ শান্তিৰে শুইছে। গাল সোমাইছে, কাণৰ লতি জয় পৰি গৈছে। নাকটো এনেকৈ বাগি পৰিছে

যেন তাৰ ভিতৰত কেতিয়াও হাড় নাছিল, নাক-মুখ, উদং বুকু আৰু বাহুত চাবুকৰ কোবৰ ছাব। মঙহৰ ওপৰত নিৰ্মম চাবুকে আঁকা তেজৰ শিৰলু।

বিহাৰীয়ে ককায়েকৰ গাত হাত দি নাচালে। সাধাৰণ প্ৰবৃত্তিয়েই তাক কৈ দিলে আচল ঘটনাটো কি। সি কাকো একো সুসুধিলে। কাকো একো নক'লে। ককায়েকৰ দেহটো তাতে তেনেকৈয়ে এৰি সি পোনচাতেই ঘৰলৈ আহিল। বেৰৰ খোচনিৰপৰা উলিয়ালে সাতাম পুৰুষীয়া পাশখুৰখন। এই পাশখুৰখনকে সি হাত ঠিক কৰিবলৈ ঘৰৰ সম্মুখৰ আমগছডাললৈ বহুবাৰ দলিয়াইছে—ককায়েকৰ ডাবিও খাইছে বহুবাৰ। তাকে হাতত লৈ সি আজি গোনা ম'হটোৰ দৰে চাহাবৰ বঙলাৰ ফালে খোজ ল'লে।

বঙলাৰ খটখটীয়েদি উঠি যাওঁতে তাত থকা চৌকীদাৰটোক বগৰাই পেলাই দিলে বিহাৰীয়ে। দৌৰি গৈ সি আগফালৰ কোঠাটোত সোমাল। কি যেন লিখি আছিল মীড চাহাবে, তাক দেখি থিয় হ'ল তেওঁ। খোলা পাশখুৰ হাতত লৈ মীড চাহাবৰ একেবাৰে সম্মুখত জপিয়াই পৰি চিয়ঁৰি চিয়ঁৰি ক'লে বিহাৰীয়ে, "হেৰ নাৰকী, মৰদৰ বাচ্চা হয় যদি আগুৱাই আহ। তই মোৰ ককাইদেউক হত্যা কৰিছ আৰু মনচানিয়াৰ ধৰ্ম নষ্ট কৰিছ—এতিয়া তাৰ খেচাৰত দে।"

বিহাৰীৰ ধাৰণা, মীডৰ বুকু লক্ষ্য কৰি পাশখুৰখন দলিয়াওঁতে তাৰ নিচানা ভুল হোৱা নাছিল। আক্ৰমণকাৰী বাঘলৈ যেতিয়া গুলী মৰা হয়, সেই গুলীৰ লক্ষ্য হেনো কেতিয়াও ব্যৰ্থ নহয়—কাৰণ সেই লক্ষ্যৰ পিছফালে এটা ভয়ঙ্কৰ জৈৱিক প্ৰয়োজনীয়তা থাকে। বিহাৰীয়ে আজিও ভাবে যে সেই দিনাৰ নিচানা তাৰ জীৱনৰ ভিতৰতে নিভু'ল আছিল। সি বিশ্বাস কৰে যে সি

পৃষ্ঠকৈ দেখিবলৈ পাইছিল যে তাৰেই পাশখুৰখন আমূল বুকুত গাঁথি লৈ মীড চাহাব হামখুৰি খাই বাগৰি পৰিছিল।

তাৰ পাছত বিহাৰীয়ে কেনেকৈ খেদামাৰি অহা দুটা দাৰোৱানক ওফৰাই পেলাই দৌৰি গৈ কাষৰ জানটোৰ পানীত জপিয়াই পৰি সাতুৰি পলাল আৰু অৱশেষত অন্য নাম লৈ ফৌজত সোমালগৈ, সেই দীঘলীয়া কাহিনী তাৎপৰ্য্যহীন। তাতকৈয়ো হাজাৰ গুণে অবিশ্বাস্য খবৰ এটা তাৰ কাৰণে ৰৈ আছিল সুদীৰ্ঘ ডেৰটা বছৰ। বিহাৰীয়ে নিজৰ চকু-কাণক বিশ্বাস কৰিব নোৱাৰা হ'ল যেতিয়া ডেৰ বছৰৰ মূৰত সি শুনিলে যে মীড চাহাব মৰা নাই। মীড জীয়াই আছে, জীয়াই আছে তাৰ নিৰ্মম চাবুক আৰু চুণ-ঘৰ। ভগৱানৰ মৃত্যু হোৱা বুলি কোৱা হ'লেও হয়তো বিহাৰীয়ে বিশ্বাস কৰিলেহেঁতেন—কিন্তু মীডৰ অমৰত্বৰ খবৰটো তাৰ অলীক যেন লাগিল। তাৰ পাছত এদিন মীডক চাক্ষুষেই দেখিবলৈ পালে সি। মনক সি এই বুলিয়েই প্ৰবোধ দিলে যে এই আজব দুনিয়াদাৰীত হয়তো চয়তানৰ মৃত্যু নাই।

ইমৰানে অলপ ভাবি ক'লে, "কেতিয়াবা তৰোৱালেৰে বুকুৱে-পিঠিয়ে শালি দিলেও মানুহ জীয়াই থাকে। আচলতে কথাটো কি জান? বুকুত মাৰিলেই যথেষ্ট নহয়,—বুকুৰ বাঁওফালে ছয় নম্বৰ আৰু সাত নম্বৰ কামিহাড়ৰ মাজত লাগিলেহে মানুহ মৰে।"

বিহাৰীয়ে একো মন্তব্য নকৰিলে। সি নিঃশব্দে চুৰটটো হুপিবলৈ ধৰিলে।

গোটেই ফেব্রুৱাৰী মাহটোত মাথোন টুকুৰা-টুকুৰি যুদ্ধ আৰু হিউৰ'জৰ অগ্রগতিৰ খবৰ। ঝাঁচীৰ সৈন্য-চাউনী, বজাৰ-সমাৰ, ফুল-বাগিচা, চৰ্বতৰ দোকান, সকলোতে গৰম আড্ডা—উত্তেজিত তৰ্ক-বিতৰ্ক। নিতে নতুন খবৰ, নিতে নতুন চাঞ্চল্য।

মধ্যভাৰতৰ গাঁওবোৰৰ গঢ়ন প্রায় কিল্লাৰ দৰে। তীব্র জলবায়ু আৰু দস্যুৰ ভয়ত মানুহে গাঁও পাতে চাপৰ পাহাৰ নাইবা টিলা এটা মাজত লৈ—গাঁৱৰ চাৰিওকালে ওখ দেৱাল তুলি দিয়ে। এনেকুৱা গাঁওবিলাকেই আজিকালি একো একোটা সৰু সৰু বিপ্লৱী ঘাটি হৈ পৰিছে। সামৰিক শিক্ষা নাইবা বন্দুক, একো নাই যদিও গাঁৱৰ মানুহে দা-তৰোৱাল, যাঠি-জোং যি পাবে গোটাই, আৰু ওচৰে-পাজৰে থকা মানুহ-দুনুহ মাতি আনি যিমান দূৰ সম্ভৱ প্রস্তুত হৈ হিউৰ'জৰ কাৰণে আপেক্ষা কৰিছে। মধ্যভাৰতৰ সকলো মানুহেই পণ কৰিছে যে প্রাণ থকালৈকে ফিৰিঙ্গীক ঝাঁচীৰ পিনে আগুৱাবলৈ নিদিয়ে। সঁচাকৈয়ে হিউৰ'জৰ বাহিনীয়ে বিনা যুদ্ধে এখোজো আগুৱাব পৰা নাই।

হিউৰ'জে মধ্যভাৰতৰ অভিযান আৰম্ভ কৰে ডিচেম্বৰ মাহৰ প্রথম ভাগত; জানুৱাৰী মাহৰ শেষত যেতিয়া ৰাথগড় দুৰ্গৰ পতন হ'ল। তাত থকা বিপ্লৱী ভাৰতীয় সৈন্যবোৰে উত্তৰ-পশ্চিমে থকা বাৰোদিয়া নামৰ গাঁওখনলৈ গুচি গ'ল। চান্দেৰাপুৰ গাঁৱৰ বিপ্লৱী জনসাধাৰণেও বাৰেদিয়ালৈ গৈ তেওঁলোকৰ লগত যোগ দিলে। বাৰেদিয়া প্রকাণ্ড গাঁও। তাত সৰু কিল্লা এটাও আছে। বীণা নদীৰ বাঁওপাৰত হোৱাত আৰু ঘন জংঘলে যেৰি থকাৰ কাৰণে এই গাঁৱৰ সামৰিক গুৰুত্ব খুব বেছি আছিল। ৰামপুৰৰ বজাৰ আঠোটা কামান, বন্দুকধাৰী আফগান আৰু

পাঠাম সৈন্যৰ বাহিনী, আৰু শক্তিশালী খুৰই কিল্লাৰ সকলো সামৰিক সাজ-সৰঞ্জাম আনি জমা কৰা হৈছিল এই বাৰোদিয়া গাঁৱত। নেতৃত্ব গ্ৰহণ কৰিছিল বানপুৰৰ ৰজা স্বয়ং ঠাকুৰমৰ্দন সিংহই।

আফগান আৰু বিলায়েতী সৈন্যৰ লগত ভয়াবহ সংঘৰ্ষ হ'ল হিউৰ'জৰ। বীণা নদীৰ উপকূলৰ গভীৰ অৰণ্য আৰু ঘাঁহ-বনৰ মাজে মাজে যুদ্ধ কৰি কৰি ইংৰাজ বাহিনীক বিপৰ্য্যস্ত কৰি দিলে সিহঁতে। কেপ্টেইন নেভিল নিহত হ'ল। ভাৰতীয় বাহিনীৰ যোগ্যতম অধিনায়ক অনন্ত সিংহ আৰু তাজি মোহাম্মদ খাঁ মৰা পৰিল। বানপুৰৰ ৰজাৰ কান্ধত গুলী লাগিল। শেষত বিপ্লৱীবোৰে পিছুৱাবলৈ বাধ্য হ'ল। কাৰণ বিপ্লৱী দলৰ সৰহভাগৰেই অস্ত্ৰ হ'ল ধেনু-কাঁড় দা-যাঠি-তৰোৱাল, আনহাতে ইংৰাজ বাহিনীৰ হাতত আছে যুদ্ধৰ আধুনিকতম আহিলা-পাতি। কিছু সংখ্যক বিপ্লৱীয়ে খুৰই, কাৰলাসা আৰু নাৰিয়াৱালীলৈ গুচি গ'ল। গাঁওবাসীৰ বহুতেই গভীৰ অৰণ্যত আত্মগোপন কৰিলে। এদল চিপাহী আৰু আঠোটা কামানেৰে সৈতে বানপুৰৰ ৰজাই খুৰই কিল্লালৈ পিছুৱাই গ'ল। তেওঁৰ পশ্চাদপসৰণৰ ৰাস্তাত পহৰা দি থাকিল তিনিশ আফগান আৰু বিলায়েতী চিপাহীয়ে। ইংৰাজক বাধা দি ৰাখিবলৈ সিহঁতে আমৃত্যু যুদ্ধ কৰিলে— মৰণোন্মুখ অৱস্থাত মাটিৰপৰা জপিয়াই উঠিও একো একোটা আফগানে শত্ৰুক শেষবাৰৰ কাৰণে মৰ-আঘাত হানি গ'ল।

বাৰোদিয়াৰ পতন হোৱাত হিউৰ'জে অলপ সকাহ পাই উশাহ পেলালে। লক্ষ লক্ষ ভাৰতীয় মুদ্ৰা খৰচ কৰি মধ্য-ভাৰতত আৰম্ভ কৰা ভাৰতীয়-দমন অভিযানৰ আৰম্ভণিতে আশাতীত সাফল্য লাভ কৰি আনন্দিত হ'ল তেওঁ। সাগৰ দুৰ্গ বিপ্লৱীবোৰে ঘেৰি ধৰি আছে। হিউৰ'জে সাগৰ

দুর্গ অধিকাৰ কৰি সৈন্যবাহিনীৰ স্বাস্থ্য আৰু আহিলা-পাতিৰ মেৰামতি কৰিবলৈ লাগি গ'ল। ৰচদ-পাতি, অস্ত্র-শস্ত্র, গাড়ী-ঘোঁৰা আদিৰ কাৰণে বোম্বাইলৈ টেলিগ্ৰাম কৰি খবৰ পঠিয়ালে—কাৰণ ৰাস্তাত কোনো গাঁৱৰপৰা যে ৰচদ নাইবা আন কোনো সাহায্য পাব তেওঁ সেইটো আশা কৰা নাছিল। ওঠৰ ফেব্ৰুৱাৰীৰপৰা সাতাইছ ফেব্ৰুৱাৰীলৈকে হিউৰ'জ সাগৰতে থাকিল।

ফেব্ৰুৱাৰী মাহৰ শেহৰ দিনা সন্ধিয়া সময়ত ইমৰানে ক'ৰবাৰ-পৰা আহি ঘৰত সোমাই মমডাল জ্বলাইছে মাথোন, এনেতে দেখিলে ঘৰৰ সম্মুখত থিয় হৈ আছে গোলাম আলী। সি কোনোবা এটা মানুহৰ হাতৰ কব্জিত টান-মুঠিৰে ধৰি আছে।

"ইমৰান, এই মানুহটোৱে অথনিৰেপৰা তোৰ পিছে পিছে ঘূৰি ফুৰিছিল!" গোলামে মানুহটোক টানি আনি ইমৰানৰ সম্মুখত থিয় কৰালে। "মোৰ প্ৰথমে অলপ সন্দেহ হৈছিল যে সি হয়তো তোৰ পিছ লোৱা নাই! তেতিয়া মযো তাক ৰাস্তাই ৰাস্তাই অনুসৰণ কৰিবলৈ ধৰিলোঁ। তাৰ পাছত আৰু কোনো সন্দেহ নাথাকিল।"

গোলমাল শুনি কাষৰ কোঠাৰপৰা বিনায়কেও "কি হৈছে", "কি হৈছে"কৈ ওলাই আহিল।

মানুহটোৱে প্ৰথমতে কোনো কথাৰে উত্তৰ দিব নোখোজে। ভালকৈ এজাউৰী উত্তম-মধ্যম দি কৰাইচ ধমকি দিয়াত যেনিবা তাৰ মুখ খোল খালে। লাহে লাহে সকলো কথা সৈ কাঢ়িলে মানুহটোৱে। সি গুলাব সিঙৰ চৰ। নাম মোফতলাল। গুলাব সিঙৰ ভেশছন কৰি কোনোবা দুৰ্ব্বৃত্তই চুনীলাল মাৰোৱাৰীৰ-পৰা হেনো বহুতো বস্তু ডকা দি আনিছিল, তাকে লৈ চুনীলাল আৰু গুলাব সিঙৰ মাজতো এখন তয়া-ময়া কাজিয়া লাগিল। গুলাব সিঙৰ সন্দেহ যে ইমৰানহঁতৰ দলেই সেই অপকৰ্মটো

কৰিছে। এই সম্ভেদ তেওঁক দিছিল বড়াবাজাৰৰ জগমোহন পাণ-দোকানীয়ে। কথাৰ শুং-সূত্ৰ উলিয়াবলৈ গুলাব সিঙে মোফতলালক চোৰাংচোৱা লগাইছে। মোফতলালে আগতেও হেনো ইমৰানহঁতৰ পিছে পিছে ঘূৰিছে আৰু চোপ লৈ সিহঁতৰ কথা-বতৰাও শুনিছে।

"শুনি কি গম পালি পিছে ?" বিনায়কে ডাবি দি সুধিলে। ইটোৱে সিটোৱে মুখ চোৱা-চুই কৰিলে ইমৰান, গোলাম আৰু বিনায়কে।

মোফতলালে মূৰ জোকাৰি বুজালে যে সি একো গম পোৱা নাই।

"গালত দুটা চৰ পৰিলেই মুখৰপৰা সৰ্‌সৰকৈ সকলো কথা ওলাই যায়, তইঁতৰ নিচিনা মানুহে কি চোৰাংচোৱাগিৰি কৰিবি ?" ইমৰানে ক'লে। "সেই দিনা ৰাতি খিৰিকীৰ কাষত চোপ দি মোলৈ ছুৰী দলিয়াবৰ চেষ্টা কৰা মানুহটো তয়েই নেকি ?"

মোফতলালে একো নামাতিল।

"নামাত কিয় ? তয়েই নেকি ?"

মোফতলালে তলমূৰকৈ থাকিল।

তাৰ গালত কাণতলীয়া চৰ এটা মাৰি গোলামে ক'লে, "ক'বিনে ভালে ভালে ?"

"কওঁ, হজুৰ, কওঁ। ময়েই খিৰিকীত তেনেকৈ চোপ দিছিলোঁ।" মোফতলালে চকুপানী টুকিবলৈ ধৰিলে।

ইমৰানে ক'লে, "কি বুৰ্বক। তোৰনো এইটোও ধাৰণা হ'ব নাপায়নে যে খিৰিকীৰ চিকৰ মাজেদি তেনেকৈ ছুৰী দলিয়াব নোৱাৰি। .. সঁচা কথা কচোঁন মই পঢ়ি থকা সেই চিঠিখন শুনিবলৈ তই চোপ দিছিলি, নহয়নে ?

"কি চিঠি, ইমৰান ?" গোলাম আলীয়ে সুধিলে।

"ব'বি তোক পিছত ক'ম।...... এই, নামাত কিয় ?"

মোফতলালে ক'লে, "মই একো নাজানো. হজুৰ—আপুনি পঢ়ি থকা চিঠিখনৰ বিষয়ে মই একো নাজানো !"

তাক খুবকৈ ধমকি দিয়াতো সি চিঠিখনৰ বিষয়ে কিবা জনাৰ কথা স্বীকাৰ নকৰিলে। গোলামে তাক গুকলা গুকলৈকে পিটিলে—তাৰ কিন্তু উত্তৰ সেই একেটাই থাকিল। ইমৰানে ভাবিলে, হয়তো মানুহটোৰে সঁচা কথাই কৈছে।

অন্যান্য কথাৰে আৰু এঘণ্টামান জেৰা কৰাৰ পাছত গোলামে মানুহটোক লৈ গ'ল। ইমৰানে তাক চৰকাৰী কটোৱালৰ হাতত এটাই দিয়াৰ প্ৰস্তাৱ দিছিল। গোলামে ভেকাহি মাৰি ক'লে যে সি নিজেই তাৰ উপযুক্ত শাস্তি দিব।

সিহঁত যোৱাৰ পাছত বিনায়কে ইমৰানক ক'লে, "তয়ো এক নম্বৰ বুৰ্বক। তোৰনো ধাৰণা হ'ব নাপায়নে, যে সেই মানুহটোৰে তোৰ পিছ ল'ব পাৰে ? গোলামে আজি নধৰা হ'লে তোক ই কোনোবা দিনা খতমেই কৰিলেহেঁতেন।"

"ধাৰণা আছিল. হেৰ'", ইমৰানে ক'লে, "মোৰ পিঠিত চোলাৰ তলত এয়া কি চা,—লোহাৰ বৰ্ম। পিছফালৰপৰা হঠাৎ সি যাতে গুলী বা দেগাৰ মাৰিব নোৱাৰে তাৰে ব্যৱস্থা। মুৰেঠাৰ তলততো লোহাৰ জাল আছেই।......মই পিছে চিঠিখনৰ কথা শুনিহে অলপ স্বস্তি পাইছো। গুলাৰ সিঙে অন্ততঃ এইখন চিঠিৰ কথা নাজানে তেন্তে—আৰু একো শুনাও নাই এই বিষয়ে। নহ'লে ভদ্ৰলোক সাৱধান হৈ গ'লহেতেন।"

বিনায়কে তেতিয়া ৰাস্তাৰপৰা সেই ফাপৰে খোৱা 'কালু' নাম দি লোৱা কুকুৰটোক মাতি আনি ৰাতিপুৱা কৈ যোৱা বাহী ৰুটী ডাংৰ ছিঙি ছিঙি খুৱাবলৈ ধৰিলে।

মার্চ মাহ পৰোতে নৌ-পৰোতেই হিউৰ'জে মেজৰ ৰয়লোৰ নেতৃত্বত থাৰ্ড ইউৰোপীয়ান ট্ৰুপটো পঠিয়াই গড়াকোটা অধিকাৰ কৰোৱালে। ৰাৰোদিয়াৰ পতনৰ পিছত বিপ্লৱীবোৰে ইয়াতেই এটা প্ৰধান ঘাটি পাতিছিল। সোণাৰ নদীৰ পশ্চিম পাৰত এই দুৰ্ভেদ্য গড়াকোটাৰ কিল্লা,—সাগৰৰপৰা বিছ মাইল দূৰ, বাচেৰী গাঁৱৰ ভাৰতীয় ঘাটিৰপৰা দুমাইলৰ ভিতৰত।

গড়াকোটা কিল্লাত গোটেই ৰাতি অদ্ভুতভাৱে যুদ্ধ কৰি অধিনায়ক বোধন দৌৱাই শেষ ৰাতি মাদিনপুৰেদি পশ্চাদপসৰণ কৰিলে। ইয়াৰ পঁচিছ মাইল দূৰত বেৱাছ নদীৰ পাৰত কেপ্টেইন হেয়াৰৰ লগত তেওঁৰ সংঘৰ্ষ হয়।

ঝাঁচীলৈ অহাৰ ৰাস্তাত তিনিটা গুৰুত্বপূৰ্ণ গিৰিসঙ্কট আছে। হঠাৎ হিউৰ'জে তিনি মাৰ্চৰ দিনা মাদিনপুৰ গিৰিসঙ্কট আক্ৰমণ কৰিলে। মাদিনপুৰৰ প্ৰতিৰোধ শক্তিশালী আছিল। কিন্তু বানপুৰ আৰু শাহগড়ৰ ৰজাৰ ধাৰণা আছিল নাৰুত গিৰিসঙ্কট আগতে আক্ৰান্ত হ'ব, গতিকে নাৰুতৰ প্ৰতিৰোধকহে মূল্য দি বেছিকৈ সুদৃঢ় কৰিছিল তেওঁলোকে। অৰণ্যসঙ্কুল মাদিনপুৰৰ গিৰিসঙ্কটত দীৰ্ঘকাল জুৰি হোৱা ভয়াবহ যুদ্ধত ভাৰতীয় দলৰ পৰাজয় হ'ল।

পশ্চাদপসৰণৰত ভাৰতীয় দলৰ পৰৱৰ্তী মাটি সেৰাইৰ কিল্লা অধিকাৰ কৰে মেজৰ অ'ৰ আৰু কেপ্টেইন এৰটে। শাহগড়ৰ ৰজাৰ সমগ্ৰ ৰাজ্যক ব্ৰিটিছ অধিকৃত বুলি ঘোষণা কৰিলে হিউৰ'জে। সাত মাৰ্চৰ দিনা মাৰাৱা আৰু সেৰাইৰ কিল্লাত ইউনিয়ন জেক উৰিল।

ন মাৰ্চৰ দিনা হিউৰ'জে তেওঁৰ গোটেই বাহিনীৰে সৈতে গৈ বানপুৰ অধিকাৰ কৰিলে। বানপুৰৰ বিশাল ৰাজপ্ৰাসাদ লুট কৰি জুই লগাই দিয়া হ'ল।

বিনায়কে ক'লে, "এই জুই যে এবাৰ জ্বলিল, ই আৰু সুমুমাৰ যেন পাইছো। এটা পৰাজয়ৰ বাতৰিৰ পাছত আন এটা পৰাজয়ৰ বাতৰি। কিমান শুনিবি আৰু? প্ৰথম প্ৰথম ৰাথগড় কিল্লা হাৰি যোৱা শুনিয়েই ঝাঁচীৰ মানুহে চকুখাই উঠিছিল। কিমান তৰ্ক-বিতৰ্ক, কিমান উত্তেজনা। কিমান উৰা-বাতৰি, কিমান নিজা অভিমত আৰু কিমান বাজী মৰাৰ জেদ। হাট-বজাৰবেপৰা আৰম্ভ কৰি চিপাহী-বেৰেকলৈকে!........অথচ আজি বানপুৰ দখল হোৱাৰ খবৰতো কোনেও বিশেষকৈ গা-কাটি-কুটা কৰা নাই। যেন মেকুৰীয়ে চকৰপৰা মাছ খোৱাৰ নিচিনা নিতৌ ঘটা ঘটনা এটাহে ঘটিছে।"

"প্ৰথমৰ ফালৰ ঘটনাবোৰত অলপ নাটকীয়তাৰ বহন আছিল।" ইমৰানে ক'লে, "এতিয়া নতুনত্বটো নাইকিয়া হোৱাত নিত্যনৈমিত্তিক হৈ পৰিছে। নাটকীয় চকুৰে চোৱাতকৈ সামৰিক চকুৰে চাইছে মানুহে।"

আনন্দ চাচাই ক'লে, "কিহৰনো ইমান হাৰি হাৰি পিছুৱাই গৈ থাকিব লাগে? পিছুৱাই পিছুৱাই পিছুৱাই গৈ গৈ গৈ শেষ যে সাগৰত পৰিবগৈ লাগিব তাৰ হিচাপ নাই নেকি?"

ইমৰানে ক'লে, "তুমি পাকৈত দাবা-খেলুৰৈ হৈয়ো তেনেকুৱা কথা কোৱানে চাচা? হাতীৰে নাও ধৰিলে, নাওঁ খাবলৈ দিয়ানে পিছুৱাই নিয়া? কিয় পিছুওৱা বাৰু? কাৰণ পাছত তাক আৰু শক্তিশালী আক্ৰমণৰ কামত খটোৱা যাব।"

ঝাঁচী আৰু বালাবেহুতৰ ঠিক মাজতে থকা চান্দপুৰ নামৰ গাঁৰ এখনৰ পিনে ঘোঁৰা চলাইছিল বিনায়ক, আনন্দ চাচা আৰু ইমৰানে। বেলি তেতিয়াও পৰা নাই। দুপৰীয়াৰ প্ৰচণ্ড গৰমটো অলপ কমিছে মাথোন। আজি মাৰ্চ মাহৰ দহ তাৰিখ। জহকালি আহিল বুলিয়েই ক'ব পাৰি। মধ্য-

তাবতৰ গৰমকালিও যেই সেই গৰমকাল নহয়। দুপৰীয়া ৰৌদ্ৰাহত হোৱাৰ ভয়ত মানুহে দুপৰীয়া বাস্তালৈ নোলায়।

খটপ্ খটপ্ শব্দ কৰি লেহেম লেহেমকৈ দুলকী চালত খোজ কাঢ়িছে ঘোঁৰাকেইটাই। ইমৰানইতৰ আগে আগে অলপ আঁতৰেদি গৈছে এখন গৰু-গাড়ী। বগা পৰ্দাৰে চৈৰ দুয়োখন মুখ ঢকা। আনন্দ চাচাৰ গোটেই পৰিয়ালটোৱেই গৈছে সেই গাড়ীখনত—চাচী, তেওঁৰ কেঁচুৱাটো, দলীপ আৰু প্ৰভা। ঝাঁচীত যুদ্ধ লগাৰ আগতেই ইহঁতক গাঁৱৰ ঘৰত থৈ আহিবলৈ ঠিক কৰিছে আনন্দ চাচাই। ইমৰানে মানা কৰিছিল। কৈছিল যে এনেকুৱা অনিশ্চয়তাৰ দিনত গাঁৱত থকাতকৈ ঝাঁচীত থকাটোৱেই নিৰাপদ। কিন্তু চাচাই ভাবিছে যে ফিৰিঙ্গীয়ে আগতে ঝাঁচীহে আক্ৰমণ কৰিব। গতিকে ঝাঁচী দখল নোহোৱালৈকে বালাবেহুত আৰু সেই কালৰ গাঁৱবোৰ নিৰাপদেই থাকিব।

"ভাল ডাবাৰ কথা মনত পেলাই দিলি ইমৰানে", চাচাই ক'লে। "তোৰ লগততো আজি কিমান দিন ডাবা খেলা নাই? আহিবি এদিন। চাম কেনেকুৱা হাত পকাইছ আজিকালি।"

চাচাৰ ফালে চাই বিনায়কে কৌতুকেৰে ক'লে, "প্ৰভাকো পঠিয়াই দিলা, চাচা? হায়, ঝাঁচীত কোন আশা প্ৰাণত লৈ আৰু আজাদীৰ যুদ্ধ কৰিম!"

"আৰে অসভ্য, জানোৱাৰ! কমবখ্‌ত্!" চাচাই চকু পকাই কৈ উঠিল, "সৰম নেহী আঁতা হ্যায় তেৰেকো?"

বিনায়কে ঠাট্টা কৰি ক'লে, "বাঃ! মোকনো কিহত বেয়াটো দেখিছা বাৰু? চেহেৰাতেই বেয়া, টকাই নাই, নে চাকৰিয়েই ভাল নহয়? এনেকুৱা জোঁৱাই কোনে কেইটা পায়হে, চাচা, কোনে কেতিয়া পাইছে?"

"ধাঃ, আঁতৰ। বে-ইজ্জত কাহেঁকে।" তোৰভোৰাই তোৰভোৰাই ক'লে চাচাই। ফাকি দি ফাকি দি মোৰ ছোৱালীজনী থিয়া কৰিবৰ বুদ্ধি কৰিছ তইঁতে!"

অলপ পাছত গাড়ীৰ তদাৰক কৰিবলৈ বিনায়ক আগবাঢ়ি যোৱাত চাচাই ইমৰানক ক'লে, "ইহঁতে যে সদায় প্ৰভাৰ কথা কৈ স্ফূৰ্তি কৰে—মোৰ কেতিয়াবা কেতিয়াবা বৰ খং উঠে, জান!"

অবাক হৈ চাচাৰ কালে চালে ইমৰানে। চাচাৰ এইটো আকৌ কি অদ্ভুত মূৰ্তি আজি! ইমৰানেতো শুনিছে যে অইনে প্ৰভাৰ কথা ক'লেই চাচাই ভাল পায়, সেই কথা যি ধৰণেই কোৱা নহওঁক লাগে। সিতো নিজেও কতবাৰ দেখিছে কেনেকৈ আড্ডাত চাচাই নিজে উপযাচি প্ৰভাৰ কথা উলিয়াই স্ফূৰ্তি কৰে।

"ওহোঁ, নহয়। ইমৰান, তই ভুল কৰিছ।" চাচাই ক'লে। "তই ভাবিছ প্ৰভাক হয়তো মই অৱজ্ঞা কৰোঁ। প্ৰভাক মই কিয় অৱজ্ঞা কৰিম, কিয় উপলুঙা কৰিম? তাই মোৰ চকুৰ মণি। তাইৰ কাৰণেই মই জীয়াই থকাৰ অৰ্থ এটা বিচাৰি পাইছো।"

ইমৰানে বুজিলে চাচাৰ শুকান হৃদয়লৈ আজি হঠাতেই আবেগ আহি গৈছে। সি মনে মনে থাকিল।

"নহ'লে কাৰ কাৰণে জীয়াই থাকিম ক'? তোৰ চাচী হ'ল এটা ধোঁৱা। দলীপটো ডাঙৰ হ'লে এটা গুণ্ডা হ'ব। মাকৰে স্বভাৱ পাব সি। মই নিজৰ ছোৱালী বুলি কোৱা নাই ইমৰান, কিন্তু প্ৰভাৰ নিচিনা ছোৱালী ঝাঁটীত এজনীও নাই। থাকিবই বা কেনেকৈ? তাইৰ যি কথা, যি বুদ্ধিমত্তা—চকুৰ চাৱনিত যি ওখ মনৰ উজ্জ্বলতা! আমাৰ বংশত এনেকুৱা ছোৱালী আগেয়ে কেতিয়াও হোৱা নাই।"

গধুৰ মাতেৰে চাচাই ক'লে, "দুখীয়া মানুহ কাৰণেই মই তাইৰ শিক্ষা-দীক্ষাৰ বাবে একো এটা কৰি যাব নোৱাৰিলোঁ।

অইন মানুহ হোৱা হ'লে তাইক বাহীচাহেঁৰাৰ নিচিনাই কিবা এটা বনাই দিব পাৰিলেহেঁতেন।·· ····তাইৰ কাৰণে কত কি কৰিবৰ ইচ্ছা যায়—তাইক কত কি দিবৰ ইচ্ছা যায়। কিন্তু আমাৰ হাত-ভৰি অদ্ভুত ধৰণে বন্ধা...কেতিয়াবা কল্পনা কৰিবৰ ইচ্ছা যায়--মোৰ যদি সামৰ্থ্য থাকিলহেঁতেন, তাইক মই সোণৰ পাতেৰে মেৰুৱাই ৰাখিলোহেঁতেন ...।"

হঠাৎ অকণমান পোক এটা ক'ৰবাৰপৰা উৰি আহি ইমৰানৰ চকুত পৰিছিল। সি ৰুমাল উলিয়াই বাৰে বাৰে চকু মোহাৰিবলৈ ধৰিলে।

গাঁও পাই সেই ৰাতি সকলোৱে তাতে থাকিল। পিছদিনা ৰাতিপুৱাই বিনায়ক আৰু ইমৰান উলটিল। চাচাই দুই এদিন গাঁৱত থাকিব।

বহাগ জেঠ মাহত বাঁচীত সন্ধিয়া নামে প্ৰায় সাৰে-সাতমান বজাত। বিনায়ক আৰু ইমৰানে যেতিয়া চহৰ পালেহি তেতিয়া ৰাতি সাৰে-আঠ বাজিছে। আহি পায়েই সিহঁতে সেই ভয়ানক খবৰটো পালে। বিহাৰীক কোনোবাই খুন কৰিছে।

খবৰটো দিলেহি সৰফৰাজে। খবৰ দিবলৈকে সি ইমৰান-হঁতৰ ঘৰৰ দুৱাৰ-মুখত বৈ আছিল। বিনায়কে প্ৰথমে কথাটো বিশ্বাস কৰা নাছিল। ইমৰানেও কৰা নাছিল। সিহঁতে ভাবিছিল সৰফৰাজে সিহঁতৰ লগত স্ফূৰ্ত্তি কৰিছে। তাৰ পাছত তাৰ চেহেৰা দেখি আৰু তাৰ কথাবোৰ শুনি সিহঁত পতিয়ন গ'ল।

সিহঁত তিনিও ঘোঁৰাত উঠি চিপাহী-বেৰেকৰ পিনে যাবলৈ ধৰিলে। যাওঁতে বাটত সৰফৰাজে গোটেই ঘটনাবোৰ আকৌ এবাৰ ভাঙি-পাতি ক'লে। সন্ধিয়াহে বিহাৰীয়ে ৰিতিয়াৰ তালৈ গান শুনিবলৈ গৈছিল। যাওঁতে বৈজনাথক কৈ গৈছিল সি। তেতিয়া প্ৰায় সাত বাজিছে। আঠ বজাৰ পোন্ধৰ কি ত্ৰিছ

মিনিট পাছত বিহাৰী বিতিয়াৰ তাবপৰা ওলাই আহে। বিতিয়াৰ ভিতৰপৰা সি বোধকৰো চুপগন্ধো যোৱা নাই, এনেতে তাৰ পিছত কোনোবাই ছুৰী মাৰিলে। তাৰ চিঞৰ শুনি (যেতিয়া জোৰে চিঞৰিব পৰা নাছিল বিহাৰীয়ে) বিতিয়া, তেওঁৰ দোলাভাৰী আৰু মেকৰ-মাকৰকেইটা আৰু অন্যান্য কিছুমান মানুহ আহি তাত গোট খালে। কিন্তু ছুৰী মৰা মানুহটোক কোনেও নেদেখিলে; বিহাৰী তেতিয়া শেষ হৈ গৈছে। যেচ কিছু সময়ৰ পাছতহে সবফৰাজইঁতে খবৰ পাই তালৈ যায়।

লাহে লাহে চাউনী পালেহি সিহঁতে। বিহাৰীৰ শটো বগা কাপোৰ এখনেৰে ঢাকি থোৱা হৈছে। চাওঁত তুলি নিবলৈ যো-জা চলিছে। সকলোৰে মুখ গহীন আৰু বিষণ্ণ। বৈজনাথেও্তো কান্দিয়েই পেলাইছে। চাউনীৰ বতাহেই কেনেকুৱা থমথমীয়া হৈ পৰিছে যেন।

ইমৰানে বিহাৰীৰ কোঠালৈ গ'ল। তাত কোনো নাই। দিয়াশলাইৰ কাঠি মাৰি সি বেৰৰ কাষতে থকা মমডাল জ্বলালে। গোটেই কোঠাটোতে মমৰ কোমল পোহৰ বিয়পি পৰিল। খৰতৰকৈ এবাৰ কেউপিনে চালে ইমৰানে। সোতমোচ কৈ পৰি থকা বিচনাখনৰ মূৰৰ ফালে এটা কাঠৰ বাকচ। কোঠাত চুকিয়া-চুকিকৈ আঁৰি দিয়া বছীডালত কেইখনমান কাপোৰ বিশৃংখলভাবে ওলমিছে। এচুকত এটা পানীৰ চৰুহাই। বেৰত থকা আলনাত সৰু-সুৰা কিছুমান খুটিনাটি বস্তু।

বাকচটোত কোনো তলা নাছিল। ইমৰানে ঢাকনিখন দাঙিলে। কেই সাজমান কাপোৰ। এসাজ ধোৱাই ধুই ইস্ত্ৰি কৰা। কেইটামান দিয়াশলাই, এখন ডাঢ়ি-খুৰোৱা খুৰ আৰু আইম চুই-এৰ্দদ বস্তু। একেবাৰে তলত ইমৰানৰ চকুত পৰিল এডাল বাঙী ফুলৰ মালা। খপজপকৈ সি মালাডাল হাতত

ভুলি মমৰ পোহৰত চালে। বহু দিনৰ পুৰণি মালা! ফুলবিলাক ফুলবিলাক শুকাই ক'লা হোৱাৰ দৰেই হৈছে। তথাপি তাৰ চিনিবলৈ দেৰী নালাগিল। সেইডাল এডাল ৰঙ পদুমফুলৰ মালা!

ভতাভৈয়াকৈ মালাডাল জেপত ভৰালে ইমৰানে। বস্তু-বাহানিবোৰ আগৰ দৰেই ঠান-থিতকৈ থৈ সি বাকচটো বন্ধ কৰিলে। তাৰ পাছত মমডাল নুমাই কোঠাটোৰপৰা ওলাল।

দলটোৰ ওচৰলৈ আহি যিখন ছুৰীৰে বিহাৰীক খুন কৰা হৈছিল সেইখন ছুৰী খুৰকৈ লিৰিকি-বিদাৰি চালে ইমৰানে। অলপ পাছত বিনায়কক একাষৰীয়াকৈ মাতি আনি সি ক'লে, "তইতো শ্মশানলৈ যাবি? তহঁত হেনেৰ'লে আগবা, মই অলপ পাছত গৈ তহঁতক লগ ধৰিম।"

'তই কি কৰ?"

"দৰকাৰী কাম এটা আছে।"

"আচ্ছা।"

সৈন্য-বেবেকপ বাহিৰলৈ আহিল ইমৰান। ধোঁৱাত বহি লৈ সি পোনছাতেই বিভিয়াৰ ঘৰৰ পিনে চেকুৰ মেলিলে।

বিভিয়াৰ ঘৰৰ দুৱাৰ মুখত ভৰি দিয়েই ভিতৰত হাঁহিৰ খলকনি শুনিলে ইমৰানে। পুৰন্দৰৰ হাঁহি। পুৰন্দৰৰ হাঁহিটো বৰ কুৎচিত লাগে ইমৰানৰ। অদ্ভুত ধৰণে খিকুখিকৈ হাঁহে সি।

খবৰ পাই বিভিয়া ওলাই আহিল। তাই সন্ধিয়াৰ পোছাক জেতিয়াও খোলা নাই। বিভিয়াক দেখিলে ভাল লাগে। ওখ সুন্দৰ শৰীৰটো লৈ তাই আগকালৰ ঝাৰ লণ্ঠনটোৰ একেবাৰে তলতে থিয় হৈছেহি। কঁকালত হাত থৈ সেই মদিৰ অলসাসন হাঁহিটো হাঁহিলে বিভিয়াই, "ছুলতান! এই সময়ত তুমি ইয়াত যে? ইমান দেৰীকৈ? কত দিন তুমি আহিবা বুলি আশা কৰি আছো!" কঁকালত হাত থৈ সেই মদিৰ অলসাসন হাঁহিটো

হাঁহিলে বিতিয়াই। "চুলতান ! এই সময়ত তুমি ইয়াত যে ? ইমান বাতি ? আহা, তুমি আহিবা আহিবা বুলি কত দিন আশা কৰি আছো !"

অইনে নেদেখাত ইমৰানক চুলতান বুলিয়েই মাতে বিতিয়াই।

কান্ধ দুখন অলপকৈ জোকাৰিলে ইমৰানে। বিতিয়াৰ ফালে নোচাৱাকৈয়ে সি ক'লে, "আনন্দ চাচাৰ পৰিয়ালটো গাঁৱত থৈ আহিবলৈ গৈছিলো বিতিয়া,—এই অলপ আগতে উভতি আহি পাইছো মাথোন।"

তাক বৈঠক-ঘৰৰ পিনে লৈ যাওঁতে বিতিয়াই ক'লে, "কোন আনন্দ চাচা ? অ'........বুজিছো। ইমান দিন কিয় অহা নাছিলা, চুলতান ? যে শ্যাহী বাতমে আজ্ কিস্ চিজ্কা সংদাপৰ ঘুম্ ৰহে হো,—দিল্ কা তো 'নেহী' ?"

বৈঠক-ঘৰত পুৰন্দৰ বহি আছিল। ইমৰানক দেখিয়ে সি অশ্লীল হাঁহি এটা মাৰি কৈ উঠিল, "ইমৰান যে। ইমান ৰাতি ক'ৰপৰা ?"

ইমৰানে পুৰন্দৰৰ পিনে মন নকৰি বেৰত আঁৰি থোৱা ছবিবোৰ চাইছিল। পিতলৰ চক্চকীয়া দাপোণখনৰ ঠিক তলত কটাকটি কৰি থোৱা ছুৰী দুখনৰ ধাৰ আঙুলিৰে পৰীক্ষা কৰি সি কলে, "পুৰন্দৰ, ঘৰৰ টকা গোটেইবোৰ আজিকালি ইয়াতে ঢালিছা নেকি ?

"মানে ?" পুৰন্দৰে জানিব খুজিলে।

"তুমি প্ৰতি সন্ধিয়া ইয়ালৈ আহিবলৈ লৈছা দেখি কৈছো। বিতিয়া বৰ খৰচী ছোৱালী।"

"ইমৰান। নিজৰ ভুলাচানীৰে সকলোকে জুখিবলৈ চেষ্টা নকৰিবাচোঁন। তুমি যি কাৰণত ইয়ালৈ আহা, মযো তাৰ কাৰণেই আহো বুলি ভাবা নেকি ?"

"কোৱা কি ! ৰাঁচীৰ এক খাস্ চমকুদাৰ ভওৱায়েৰ্ বিতিয়াবিবিৰ তালৈ অইন কি সং উদ্দেশ্যত মানুহ আহে গধুলি গধুলি ?"

পুৰন্দৰে খঙেৰে ক'লে, "মই গান শুনিবলৈ আহো। এটা ভাল গানৰ কাৰণে মই লাখ টকা খৰচ কৰিব পাৰো। গান বুজাৰ মস্তিষ্ক তোমাৰ নাই যেতিয়া, তুমি তেনেকুৱা কথা যিহকে তিহকে ক'ৰাই ! সাতপুৰুষ ধৰি চিপাহীগিৰিকেইতো কৰিলা।"

ইমৰানে ক'লে, "গোটেই ঘৰখন তোমাৰ টেটুতহে, সেই কাৰণে কৈছিলো। তোমাৰ পৰিয়ালত অৰ্জন কৰোতা একমাত্র তুমিয়েই, তোমাৰ ভাই, ভনী বোৱাৰী, দেউতাৰা, প্ৰত্যেক পৰিজনে উপযুক্ত খাদ্য আৰু কাপোৰৰ কাৰণে বৰ আশাৰে তোমাৰ মুখলৈকে চাই ৰৈ আছে। তোমাক আশা নকৰি কাক আশা কৰিব ? সামান্য ৰিচালাৰ দৰমহা এটাৰে তুমি হল বুলি কিমান টানিবা ? তাকো ইয়াত চলা পইচাখিনি যদি চিত্ৰাৰ শিক্ষা দীক্ষাৰ কাৰণেও খৰচ কৰিলাহেতেঁন.... ......"

পুৰন্দৰে গৰ্জি উঠিল, "চুপ কৰা তুমি,। মোৰ ঘৰৰ বিষয়ে কথা ক'বলৈ তোমাক কোনো অধিকাৰ দিছে ? আৰু ভৱিষ্যতে যদি চিত্ৰাৰ নাম মুখলৈ আনা তেন্তে ........"

বিতিয়াই মাজতে আহি বাধা দি ৰখাই দিলে, পুৰন্দৰক, ইমৰানক ক'লে তাই, "ইমৰান ! তুমি সুস্থ হৈ বহিবা, নে থিয় হৈ থিয় হৈ কাজিয়াই কৰি যাবা ?"

বেৰৰ ছবিবিৰপৰা চকু ঘুৰালে ইমৰানে, "মই যাওঁ, বিতিয়া, নবহো। বিহাৰীৰ মৃত্যুৰ খবৰটোহে তোমাক দিবলৈ আহিছিলোঁ।"

"ইছ। তেওঁৰ কথা আৰু নক'বা ইমৰান !" বিতিয়াই দুই হাতেৰে মুখ ঢাকি পেলাইছিল। "ময়েইতো প্ৰথম তেওঁৰ দেহটো দেখোঁ। ইয়াৰপৰা ওলাই গৈয়েই বেচেৰা মৰিল। উঃ, সেই দৃশ্য মই আৰু পাহৰিব নোৱাৰিম কেতিয়াও ........।"

পুৰন্দৰ গোমোঠা হৈ বহি আছিল। তাৰ খং উঠিলে ঘৰ বেয়াকৈ উঠে। আৰু খঙো মাত্ৰাহীন, যেতিয়াই তেতিয়াই উঠে। ইমৰানে ঠাণ্ডা মাতেৰে তাক ক'লে, "বিহাৰীৰ শব লগত শ্মশানলৈ নগ'লা তুমি পুৰন্দৰ ?"

পুৰন্দৰে কোনো উত্তৰ নিদিলে। নিজৰ মুখৰ ভিতৰতে মাথোন ভোৰভোৰাই ক'লে, "নিয়তিৰ কি ভয়ানক বিধি, জীৱনৰ কি ভয়াবহ দুৰ্ভাগ্য ! নহ'লে সাধাৰণ চিপাহীৰ দৰে—চিপাহীৰ লগত জীৱন কটাবলগীয়া হয়নে !"

বিতিয়াৰপৰা বিদায় লৈ ইমৰান ওলাই আহিল। তাইৰ ঘৰত থকা ৰাম অৱতাৰ নামৰ সেই চিনাকি দোলাভাৰীটোক বিচাৰি উলিয়াই ইমৰানে কেইটামান টকা বখ্‌শীশ্‌ দিলে আৰু ফুচ্‌ফুচাই কিছুমান কথা ক'লে। মানুহটোৱে চকু দুটা ডাঙৰ কৰি মুৰ দুপিয়ালে। কিছু সময়ৰ পাছতে ইমৰানে ঘোঁৰাৰে সৈতে ৰাস্তা পালেহি ।

পিছ দিনা ৰাতিপুৱা গোলাম আলী আৰু ইমৰানে কবীৰ-চৌৱাৰ কালে ঘোঁৰা চলাইছিল। গোলামৰ চকু দুটা জবা ফুলৰ দৰে ৰঙা। বিহাৰীৰ মৃত্যুৰ প্ৰতিশোধ ল'বলৈ প্ৰতিজ্ঞা কৰিছে গোলাম আলীয়ে।

"কালি গোটেই ৰাতি মই শুব পৰা নাই, জান।" গোলাম আলীয়ে ক'লে। "আজি মই আফিং খাই হ'লেও শুব লাগিব। নহ'লে পাগল হৈ যাম।"

দৰাচলতে কালি ৰাতি কোনেও শুব পৰা নাই। শ্মশানৰ-পৰা আহোঁতেই ৰাতি দুই বাজিল। বাকীডোখৰ ইকাতি-সিকাতি কৰোঁতেই শেষ হ'ল।

"ইমৰান, বিহাৰীক প্ৰথম দিনা লগ পোৱাৰ কথা তোৰ মনত পৰেনে?"

"হুঁ", ইমৰানে চুটিকৈ উত্তৰ দিলে।

"কিমান স্ফূৰ্তিবাজ আছিল মানুহটো। আমাৰ মাজত তাৰেই স্ফূৰ্তি আটাইতকৈ বেছি আছিল। অথচ জান তাৰ মনত কিমান দুঃখ আছিল? বিহাৰৰ নীলবাগানত তাক আৰু ককায়েকক এক চাহাবে যি অত্যাচাৰ কৰিছিল ....."

"মই জানো। মোক কৈছিল বিহাৰীয়ে" ইমৰানে বাধা দি ক'লে। সেই কিশ্বালৈ যোৱাৰ ৰাতিটোৰ কথা তাৰ মনত পৰিল। সেই ৰাতি অতি গভীৰভাৱে সি উপলব্ধি কৰিছিল সেই মানুহটোক,—বিহাৰীক। মনচানিয়াৰ হাঁহিৰে উপচি পৰা মুখখন ইমৰানৰ চকুৰ আগত ভাহি উঠিল যেন।......নাই, মীত চাহাবৰ খেচাৰত বিচাৰি বিহাৰী আৰু কেতিয়াও উলটি নাহে।

গোলামে ক'লে, "ঘিহাবীৰ হত্যাকাৰীক মই বিচাৰি উলিয়াম। উলিয়াব পাৰিম। তই কি ভাব, ইমৰান ? মই ডকাইতৰ বাচ্চা। মানুহ কেনেকৈ খুন কৰিব লাগে মই জানো !"

ইমৰানে ক'লে, "সেইটো ধাৰণা বাদ দে, গোলাম। অনাহক মনত কষ্ট পাই নাথাকিবি। সেই মানুহটোক বিচাৰি উলিয়াওঁতে দিন লাগিব, হয়তো একেবাৰে নোলাবও পাৰে।"

"তইঁতো ধৰ্ম-যুধিষ্ঠিৰ !" ডাবি দি ক'লে গোলামে। "হুষ্‌মনক উদাৰতা দেখুৱাই দেখুৱাই তইঁতে নিজৰ ধ্বংস নিজে মাতিছ। তয়েই বাৰু অৰচা-ৰোডত যে স্পাই এটা ধৰিছিলি, তাক নামাৰি এৰি দিছিলি কিয় ? কিজানি সিয়েই ঘিহাবীক মাৰিলে, কোনে জানে ?"

ইমৰানে হাঁহি পেলালে। "সেই স্পাইটো হ'ল ভাৰাটিয়া মানুহ। তাৰ মনিব চম্পক সিঙেই যেতিয়া গ্ৰেপ্তাৰ হ'ল সি আৰু কি কাৰণে আমাৰ লগত লাগিবলৈ আহিব ?"

"ওহোঁ, তই নাজান। এবাৰ যি বেইমানী কৰিছে সি চিৰদিনৰ কাৰণে বেইমান। বেইমানৰ উশাহ ব'ত লাগে সেই ঠাইৰ জমিন পৰ্য্যন্ত বেইমান হৈ যায়।"

ইমৰানে ক'লে, "যা তেন্তে, এতিয়াই তাক হজিমত দেগৈ, এটা কয়চালা হৈ যাওক। সি থাকে সঁইয়াৰ-মহল্লাত,—নাম বিষাণসিং মেৱাৱালা।"

"খুদা হাফিজ !" গোলামে কৈ উঠিল, "তই ইমান খবৰ গোটাই পেলাইছ, ইমৰান ?"

"এতিয়া বুজিলি যে তাক নামাৰিলেও হ'ব ?"

"হুঁ। সিতো আমাৰ চকুৰ আগতে থাকিল।"

ইমৰানে ক'লে, "বাৰু, তোকতো ইমানবোৰ খবৰ দিলো, এতিয়া মোক খবৰ দে। সেই মোকত্‌লালক কি কৰিলি ক'।"

"তোক কিয় লাগে ?" তেকাহি মাৰি ক'লে গোলামে।

"সদায় তুই এনেকৈ সাৰি যাব নোৱাৰ। আজি মোক ক'বই লাগিব। মই জনাটো দৰকাৰ।"

অলপপৰ ভাবিলে গোলামে। তাৰ পাছত সি ক'লে, "মোৰ এক দোস্তৰ হাতত জমা দিছো।"

"দোস্তৰ হাতত। কোন দোস্ত ?"

"নাম কোৱা নিষেধ। জানইতো, মই আগতে ডকাইত আছিলো। ভাদ মাহত বৰোৱাচাগৰত আমাৰ গোটেই দলটো খোচৰ হাতত ধৰা পৰিল। খুন কৰি কৰি হাত পকোৱা ৰবিৰ আৰু কল্লাক বাঈচাহেবাই ফাঁচী দিয়ালে, বাকী সকলোকে বিনাচৰ্তে ফৌজত ভৰাই ল'লে।"

"মই জানো।" ইমৰানে বাধা দি ক'লে। "কিন্তু এই মানুহটো কোন ?"

"আমাৰ পুৰণি দলৰে মানুহ। নাম নকওঁ। মোফতুলালৰ খবৰ সি লৈ ল'ব। বাকীকেয়ে। ইমান দিনে যদি মাৰি হজম কৰি পেলোৱা নাই, তেনেহ'লে নিশ্চয় অইন চহৰলৈ চালান কৰি দিছে। সাপ মাৰি নেগুৰত বিষ এৰিব নাপায়, বুজিছ।"

লাহে লাহে সিহঁতে বড়াবাজাৰ পাইছিলহি। বড়াবাজাৰ সোমোৱাৰ মুখতে ৰবিপ্ৰসাদৰ চৰ্বতৰ দোকান। ইমৰানহঁতৰ দলৰ সন্ধিয়া আৰু ৰাতিপুৱাৰ আড্ডাটো সচৰাচৰ তাতেই বহে। ভাৰ্গব, চৰফৰাজ, আনন্দ চাচা আৰু বৈজনাথে এই ৰাতিপুৱাতে তাত বহি চৰ্বত আৰু বিড়িৰ শ্ৰাদ্ধ কৰিছে আৰু উচ্চস্বৰে তৰ্কৰ তুফান তুলিছে।

ইমৰানহঁতক দেখি বৈজনাথে চিয়ঁৰি সুধিলে, "ইমৰান, ক'লৈ যাবইক ?"

গোলাপে ইমৰানলৈ ঘুৰি চাই ক'লে, "তই পুৰন্দৰৰ ঘৰলৈহে যাবি ? মইতো সিহঁতৰ তালৈ মৰিলেও নাযাওঁ। গতিকে মই ইহঁতৰ লগতে বওঁ, তই ঘুৰি আহগৈ।"

"তোৰ ঘোঁৰা ?"

"ইয়াতে বান্ধি থম। তই যেনি দেৰী নকৰিবি কিন্তু।"

"নকৰোঁ। ঘোঁৰা চেকুৰাই নিমিষতে যাম, নিমিষতে আহিম।" ইমৰানে ঘোঁৰাৰ পাঠিত চাবুক মাৰিলে।

অলপ সময়ৰ পাছতে ইমৰানে কৰীৰ-চৌৰা পালেগৈ। পুৰন্দৰক মাত্র কেইটামান কথা সুধিবলগীয়া আছিল তাৰ। সিহঁতক ঘৰ পায়েই পুৰন্দৰক সি বাহিৰলৈ মতাই আনালে। পুৰন্দৰৰ মনটো খোকা সন্ধিগ্ধ কৰকাল। যোমকৰো কালি ৰাতিৰ জুৱা খেলাত অলপ জিকিছে।

"বিহাৰীৰ হত্যাকাৰীক বিচাৰি উলিওৱা দৰকাৰ, পুৰন্দৰ। তুমি কি ভাবা বাক ? বেয়া নোপোৱা যদি মোক কেইটামান খবৰ দিবানে ?"

"নিশ্চয়, নিশ্চয় !" পুৰন্দৰে উৎসাহিত হৈ ক'লে।

"আচ্ছা, এটা কথা কোৱাচোন। কালি বিতিয়াৰ তালৈ তুমি সন্ধিয়া কিমান সময়ত গৈছিলা ?"

"সোনকালেই,—মানে, বিহাৰী খুন হোৱাৰ সময়তো মই তাতেই বহি আছিলো।" পুৰন্দৰৰ কথাত অলপ খোকোজা লাগিল।

"নাচ-ঘৰত ?"

"নাচ-ঘৰত।"

"তুমি আৰু বিতিয়া ?"

"নহয়, মই অকলে। বিতিয়াই বিহাৰীক আগবঢ়াই ঘৰলৈ গৈছিল। যেতেৰা উভতি আহি ঘৰৰ পদূলি নাপালেহিয়েই, তাৰ আগতেই বিহাৰীৰ চিয়ঁৰ শুনিলে। চিয়ঁৰ শুনিয়ে তেওঁ সেইফাললৈ আকৌ দৌৰি গ'ল। গৈ দেখিলে ..... ....."

"আচ্ছা, শুনা, বিহাৰীৰ লগত বিতিয়াৰ খুব গভীৰ বন্ধুত্ব আছিল নহয় জানো ?"

পুৰন্দৰে ভাবি ক'লে, "আগতে বোধহয় আছিল। বিহাৰী দিল্লীৰপৰা উভতি অহাৰ পাছত আজিকালি প্ৰায়ে কাজিয়া লাগে। এদিন বিহাৰীয়ে খঙতে 'তইঁত নাচনী তৰায়েকৰ লগত মানুহৰ টকাৰ বাহিৰে অইন কি সম্পৰ্ক থাকিব পাৰে' বুলি পোন্ধৰটা টকা বিতিয়ালৈ দলিয়াই দি গোঁ গোঁ কৈ ওলাই গুচি আহিছিল। যোৱাকালি মই গৈ পাওঁতেই সিহঁতে এখন সৰু-সুৰা কাজিয়া কৰি উঠিছে। বিতিয়াই কি এটা বস্তু বিহাৰীক খুজিছে বাৰে বাৰে আৰু বিহাৰীয়ে দিবলৈ অমান্তি হৈছে। আগতে আৰু এদিন সিহঁতে......"

ইমৰানে বাধা দি ক'লে, "ৰ'বা, বিতিয়াই বিহাৰীৰ চিয়ঁৰ শুনি পদুলিৰপৰা উভতি যোৱাটো তুমি তাৰ মানে, নিজে দেখিছিলা ?"

উচপ খাই উঠিল পুৰন্দৰ। "বাঃ মই নিজে দেখিম কেনেকৈ ? মই দেখোন ঘৰৰ ভিতৰত বহি আছিলো !"

ইমৰানে ধোঁৱাত জপিয়াই উঠি ভৰিৰে তাৰ কৰংখত আঘাত কৰিলে।

পুৰন্দৰে অবাক হৈ ক'লে, "গ'লাগৈয়ে দেখোন ! আৰু একো সুধিবলৈ নাই ?"

"নাই।" ইমৰানে যাওঁতে যাওঁতেই উত্তৰ দিলে।

ৰবিপ্ৰসাদৰ চৰ্বতৰ দোকান পাই ইমৰানে গোলামক মাতিলে।

"তোৰ কাম হ'ল ?" বাহিৰলৈ আহি গোলামে সুধিলে।

"অলপমান।"

সিহঁত দুয়ো ধোঁৱাত উঠিল।

"তোৰ মনটোত বেচ্ ফূৰ্তি দেখিছো—তোৰ কাম নিশ্চয় হৈছে", গোলাম আলীয়ে ক'লে, "মই বৰবাজাৰৰ কোনো

এখন কবিৰাজৰ দোকানত সোমাম, বুজিছ, ? অলপ টোপনি অহাৰ দৰৱ নিব লাগে।”

“টোপনি অহাৰ দৰৱ ?” ইমৰানে কৌতুকেৰে সুধিলে।” “ইয়াত কিনিব নালাগে, ব'ল। আমাৰ মহল্লাতে ভাল কবিৰাজ এজন আছে।”

বাটত ইমৰানে ক'লে, “অৱশ্যে তই দৰৱ নাখালেও আজি টোপনি আহিবই।”

গোলামে হাত জোকাৰি ক'লে, “কেতিয়াও নাহে। আৰু আজি টোপনি নাহিলে মোৰ মগজৰ ঘিউ সোপাই জিন্দেগীৰ কাৰণে খৰৰ লৈ ল'ব।

অলপ সময়ৰ পাছত সিহঁতে মানিকচোকৰ সেই কবিৰাজৰ দোকান পালেহি। দোকানত কবিৰাজৰ পুতেক বহে। কবিৰাজে নিজে কাষৰে টোল এখনত সংস্কৃত ব্যাকৰণ পঢ়ায়। ইমৰানে কবিৰাজক ভালকৈয়ে চিনি পায়। বুঢ়াই নৌ-পুৱাওতেই উঠি গোটেই মহল্লাৰ মানুহৰ ফুলনি উদং কৰি পূজাৰ কাৰণে ফুল তোলে। পুণ্যাৰ্জনৰ এই কামফেৰা কৰোতে আকৌ মুখেৰে সংস্কৃত স্তোত্ৰ ভোৰভোৰাই ভোৰভোৰাই গাই যায়।

“কি লাগে ?” কবিৰাজৰ পুতেকে ইমৰানহঁতক সুধিলে।

“টোপনি অহাৰ দৰৱ।” গোলাম আলীয়ে ক'লে।

“কিমান ?”

“সাত দিনমানৰ কাৰণে দিয়া।”

“এদিনৰ কাৰণে লৈ যাওঁক। সাত দিনৰ দৰৱ একেলগে বিক্ৰি কৰিবলৈ আমাৰ ইয়াত নিয়ম নাই।”

“মই পইচা দি বস্তু নিম। এদিনৰে নিওঁ বা সাত দিনৰে নিওঁ তাত তোমাৰ কি ?” খঙত গোলামৰ ক'লা মুখখন আৰু ক'লা হৈ উঠিল।

"মোৰ একো নাই। কিন্তু গোটেইখিনি দৰৱ কোনোবাই একেলগে খাই দিয়ে যদি টোপনিৰপৰা তেওঁ আৰু কাহানিও শুই উঠিব নালাগে।"

"মই কি আত্মহত্যা কৰিম বুলি ভাবিছা নেকি তুমি?" গোলামে ভেকাহি মাৰি সুধিলে।

"ক'ব নোৱাৰোঁ", মনে মনে অলপ আহত হৈ কবিৰাজৰ পুতেকে ক'লে, "মই যদি তোমাৰ লেখিয়া উচ্চ-চেহেৰাৰ মানুহ হ'লোহেঁতেন, মোৰ কিন্তু ইচ্ছা এটা হ'লহেঁতেন নিশ্চয়।"

ইমৰানে হাঃ হাঃকৈ হাঁহিলে। গোলামে ঠিক বুজিব নোৱাৰিলে কথাটো। সি মাথোন ক'লে, "হৈছে, হৈছে, কথা ক'ব নালাগে আৰু, দৰৱ দিয়া। লম্বা লম্বা কথা আখৈ ফুটাদি ফুটে এওঁলোকৰ মুখত।"

ইমৰানে ক'লে, "এওঁ কথকী হোৱাত আচৰিত হ'বলগীয়া একো নাই। কাৰণ এওঁৰ দেউতাক হ'ল ব্যাকৰণৰ শিক্ষক, আৰু মাক হ'ল এগৰাকী মহিলা।"

অৱশেষত সাত দিনৰ কাৰণে দৰৱ লৈয়ে সিহঁত দোকানৰপৰা ওলাই আহিল।

আবেলি বিনায়কে বহি বহি চিপা-পায়জামাটোৰপৰা বনগুটি গুচাইছিল। ইমৰানে পঢ়িছিল কাৰ্দজাদীৰ পন্দ্নামা।

হঠাৎ ইমৰানে ৰাস্তাত দেখিলে ৰাম-অৱতাৰ নামৰ ঢুলীয়াটো সিহঁতৰ ঘৰৰ পিনে প্ৰায় দৌৰি দৌৰিয়ে আহিব ধৰিছে।

ইমৰান বাহিৰলৈ ওলাই আহিল। চোকা ৰ'দত ঢুলীয়াটো ঘামি-জামি জুকলি-জুপুৰি হৈ আহিছে। ইমৰানৰ কাষ পায়েই সি চালাম দি বহলকৈ হাঁহি মাৰি ক'লে, "জনাবে কালি যে মোক কিছু টকা দিছিল?"

"হুঁ হুঁ! কি হ'ল সোনকালে ক'!'

"জনাবে মোক যে কিছু টকা বখ্‌শীশ্‌ দি কৈছিল যে বিভিয়াবিবিয়ে ক'ববালৈ ফুৰিবলৈ ওলালেই যাতে দৌৰি আহি আপোনাক খবৰ দিওঁ? হাঃ হাঃ"—মানুহটোৱে নিজ মনে হাঁহিবলৈ ধৰিলে।

ইমৰানে তাৰ চোলাৰ ডিঙিত খামোচ মাৰি ধৰি এহাতে চুৰটটো লৈ ক'লে, "বেঞ্জমিজ, তোৰ চকু দুটা মই চুৰটৰ জুইৰে পুৰি পেলাম! পোনপটীয়াকৈ কথাখিনি ক'ব যদি ক' ভালে ভালে।"

"কওঁ! কওঁ জনাব! বিভিয়াবিবি ফুৰিবলৈ যাবলৈ ওলাইছে!"

'ক'লৈ?"

"সেইটো নাজানো, জনাব।"

ইমৰানে তাক এৰি দিলে। যা, তই দৌৰ। মই তোৰ পিছে পিছে গৈছো।"

মানুহটোৱে প্ৰায় দৌৰি দৌৰিয়ে সেই ঠাই এৰিলে।

অলপ সময়ৰ পাছতে ইমৰানে গৈ বিভিয়াৰ ঘৰত উপস্থিত হ'ল।

দুৱাৰ-মুখতে তাঞ্জাম সাজু কৰি থৈ চাৰিটা দুলীয়াই ৰৰ-চুৰিয়াৰ থোৰেৰে বিচি বিচি বতাহ লৈছে। সিহঁতৰ মাজতে সেই বাম-অৱতাৰো বহি আছে। সি ইমৰানক দেখি মিচিকুকৈ হাঁহি এটা মাৰি বুৰ্বকৰ দৰে চালাম এটাৰে প্ৰকাশ্য সম্ভাষণ জনালে। তাৰ কাণ্ড দেখি ইমৰানৰ পিত্ত জ্বলি গ'ল।

ইমৰানে গৈ আগফালৰ কোঠাত সোমাল। চাকৰনী ছোৱালীজনী আহি আদাব জনাই ক'লে, "বহক, মই বিবিচাহেবাক এভিয়াই খবৰ দিম।"

"খবৰ দিব নালাগে। মই এনেয়ে বহিছো।"

চাকৰনীজনী ভিতৰলৈ গ'লগৈ।

ইমবাৰে গাদী পৰা কৌচ এখনত বহিল। কোঠাটোত থকা আৰু ছয়-সাতখন কৌচৰ সকলোতে গাদী পৰা। তাত দামী কাপোৰৰ ঢাকনি। কোঠাটোৰ সোঁ-মাজত এখন ডাঙৰ ঘূৰণীয়া মেজ। মেজৰ খুটাবোৰত কাশ্মীৰি কাৰিগৰৰ হাতৰ কাৰু-কাৰ্য্য। বিতিয়াৰ ৰুচি আছে। কোঠাৰ মজিয়াত তাই পাৰিছে ঝাঁচীৰ নাম কৰা বঞ্চী পৰিয়ালে তৈয়াৰ কৰা ডাঠ গালিচা। বেৰত নানা ধৰণৰ ছবি। তাৰে কিছুমান চহৰৰ খৰচী শিল্পীয়ে অঁকা। এচুকত এটা প্ৰকাণ্ড ওখ ফুলদানী। তাত এইমাত্ৰ ফুলনিৰ-পৰা ছিঙি অনা বহুতো নতুন ফুল। ফুলদানী থোৱা সৰু মেজখন নেদেখি। সেউজীয়া বেচমী পৰ্দা এখন বহুত ওখৰ-পৰা চোঁচৰি আহি মেজৰ ওপৰেদি পিছলি মাটিত বাগৰিছে। ইমবাৰে ইফাললৈ চাই দেখিলে কোঠাৰ বিপৰীত চুকটোতো একে ধৰণৰেই বেচমী পৰ্দাৰে ঢকা মেজৰ ওপৰত অন্য এটা ঠিক তেনেকুৱা ফুলদানী আছে। সেই ফুলদানীতো নতুন ফুলৰ কেইবাটাও ঠাল. তাতো নানান ৰঙৰ প্ৰাচুৰ্য্য।

ইমবাৰে কৌচৰপৰা উঠি গৈ বেৰৰ ছবিবোৰ চাবলৈ ধৰিলে। নানান ধৰণৰ ছবি। বাঘ দেখি গুলী মাৰিবলৈ বন্দুক টোঁৱাই থকা চিকাৰীৰ ছবিৰপৰা আৰম্ভ কৰি বুদ্ধদেৱৰ ছবিলৈকে। বিতিয়াৰ মাক মুছলমান আছিল যদিও বিতিয়াৰ ঘৰত হিন্দু দেৱ-দেবীৰ ছবিয়েই সৰহ। কোঠাৰ আন এচুকত থকা সোঁ নটৰাজৰ নাচি থকা মুৰ্তিখনো বহুত খৰচ কৰি বিতিয়াই অনাইছে গোন্দা-চহৰৰপৰা।

অৱশেষত বিতিয়া আহিল। ইমবাৰ অহাৰ খবৰটো তাই বোধকৰো গম পাইছিল। তাক দেখিয়েই তাই হাঁহি মাত দিলে, "চুলতান্ যে! ইমান অসুত সময়ত?"

বিতিয়াৰ মাতটো অদ্ভুত মধুৰ। তাইৰ স্নিগ্ধ মাতষাৰ প্ৰথমবাৰলৈ শুনোতে চমতামো মুগ্ধ হ'ব। ইমবাৰে ক'লে,

"মই এইকালেই ফুৰিবলৈ গৈছিলোঁ। উভতি আহোতে ভাবিলো বিভিয়াবিবিকনো এবাৰ চাই নাযাওঁ কিয় ? তোমাৰ মোহময়ী সেই চকুজুৰি যাক দিনৰ পোহৰত মই কাহানিও দেখা নাই !!"

বিভিয়াই মিচিকুকৈ হাঁহি এটা মাৰিলে। দগাচাৰে ধুঁছি বগা কৰা মুকুতাৰ মালাৰ নিচিনা দুশাৰী দাঁত জিলিকি উঠিল।

"ফুৰিবলৈ যোৱা ?" ইমৰানে সুধিলে।

"ওঁ। এনেয়ে, অলপ। বহানা তুমি।" দীঘল শৰীৰটোৰে তাই কোঠাটোৰ সোঁ-মাজতে থিয় হৈ থাকিল। এখন কাড কঁকালত থৈ থিয় হ'লে বিভিয়াক বৰ সুন্দৰ দেখি। তাই অৱশ্যে আজি ৰংচঙীয়া সাজ-পোছাক কৰা নাই। সাধাৰণভাৱেই পিন্ধিছে বগা ৰেচমৰ গাঢ়োৰা। তাৰ ওপৰত আকাশী ৰঙৰ জৰীৰ ফুলবচা ওড়না। বেণী গুথিছিল ৰূপৰ ফুলেৰে। চকুত সুৰ্মা, সেঁওতাৰ ওপৰত কাশ্মীৰি মণিৰ জিঞ্জিৰ, আৰু ভৰিত জৰিদাৰ চটিজোতা।

"কাৰ ঘৰলৈ যাবা, বিভিয়া ?"

"ভাবিলো, সময় পাইছো যেতিয়া দুই এজনী পুৰণি বান্ধৱীৰ তাৰপৰাই এপাক ঘূৰি আহোঁ।" বিভিয়াই ৰুমাল উলিয়াই মুখ মুচিলে।

ইমৰানে বেঁকাকৈ চালে বিভিয়াৰ পিনে। "বিভিয়া। তুমি গুলাব সিঙৰ তালৈ নোযোৱাতো ?"

উচপ খাই উঠিল বিভিয়া। তাইৰ মুখৰ ৰং ঘনাই সলনি হ'ল।

"ব'বা, মই এইমাত্ৰ আহিম।" কোনোমতে কথাষাৰ কৈ বিভিয়াই ভিতৰৰ ফালে যাবলৈ দুৱাৰৰ পিনে আগুৱালে। কিন্তু পলকতে ইমৰানে আগবাঢ়ি গৈ তাইৰ বাঁহুটা আগচি ধৰিলে আৰু তাই কোনো বাধা দিবলৈ সুযোগ পোৱাৰ আগতেই তাইক বাঁওহাতেৰে সাঙুটি ধৰিলে।

"ছিঃ, এৰি দিয়া। চুলতান! মানুহে দেখিব!" প্ৰাণপণে ইমৰানৰ হাতখন এৰুৱাবৰ যত্ন কৰিলে বিতিয়াই। কিন্তু তাৰ লোহাৰ দৰে কঠিন হাতৰ বান্ধোন অলপো ঢিলা নহ'ল। তাৰ অমানুষিক শক্তিৰ ওচৰত বিতিয়াই এটা কেঁচুৱা ল'ৰাৰ দৰে ছটফটাবলৈ ধৰিলে।

"চুলতান ভাই! এৰি দিয়া না! মানুহে দেখিলে কি বুলিব?" বিতিয়াই কাতৰ মাতেৰে ক'লে, "কোনো কালে তুমি মোলৈ ঘূৰিও নোচোৱা,—আজি হঠাতে তোমাৰ ই কি মতিভ্ৰম হ'ল?"

অবিশ্বাস্যভাৱেই সৌন্দৰ্য্যময় বিতিয়াৰ ডিঙি আৰু বুকু। সেইফালে চাই ইমৰানৰ দৃষ্টি হঠাতে উদভ্ৰান্ত হৈ গৈছিল। কিন্তু কেইটামান নিমিষৰ কাৰণেহে মাত্ৰ। পিছ মুহূৰ্ত্ততে সি অদ্ভুত ক্ষিপ্ৰতাৰে বিতিয়াৰ বুকুৰ মাজত জিলিকি থকা চিঠিখন উলিয়াই আনিলে আৰু তাইক আছাৰ মাৰি দীঘলীয়া কৌচ এখনৰ ওপৰত পেলাই দিলে।

"ভগৱানৰ শপত, ইমৰান, তুমি সেইখন নিনিবা!—" কাকুতি আৰু দাবী দুয়োটা মিহলাই ক'লে বিতিয়াই। কিন্তু ইমৰানে তেতিয়া চিঠিখন খুলি পেলাইছে। লৰালৰিকৈ চিঠিখনৰ ওপৰেদি এবাৰ চকু বুলাই গ'ল সি। চিঠিখনৰ আৰম্ভণিতে সম্ভাষণ কৰিছে, "প্ৰিয় শেঠজী", শেষ কৰিছে "ইতি, আপোনাৰ ওস্তাদ" বুলি। অবাক চকুৰে ইমৰানে চিনাকি আখৰৰ চিঠিখন একে উশাহতে পঢ়ি পেলালে।

হঠাৎ বিতিয়াই কুচ্ছিৰপৰা জপিয়াই উঠি ইমৰানৰ হাতৰপৰা চিঠিখন থপিয়াই নিবলৈ যত্ন কৰিলে। আহত সৈনিকৰ দৰেই শেষ দৃঢ় চেষ্টা এটা কৰিছিল তাই। কিন্তু ইমৰানে তাইতকৈয়ো বেছি সতৰ্ক হৈ আছিল। তাইক আকৌ কৌচত

শুৱাই দি চিঠিখন জেপত ভৰাই সি ক'লে. "অতি বেছি বুদ্ধি হ'লে মানুহ এনেকৈয়ে মৰে, বিভিয়া। যেই হওক, তোমাৰ কথা মই কাকো নকওঁ। তোমাৰ বিচাৰৰ দায়িত্ব মোৰ হাতত্তেই থাকিল।"

বিভিয়াক তাতে এৰি ইমৰানে ঘৰৰপৰা ওলাল। গহীন গহীন খোজ পেলাই সি ফুলনি আৰু পদূলি পাৰ হ'ল। তাৰ পাছত বড়াবাজাৰৰ আড্ডাৰ পিনে বেগাবেগিকৈ যাবলৈ ধৰিলে।

এই ঘটনাৰ প্ৰায় তিনি দিনমানৰ পাছত এদিন ৰাতিপুৱা বিনায়কে ক'ৰবাৰপৰা আহি হঠাতে ক'লে, "বৰ বেয়া কথা শুনি আহিলো, ইমৰান! হিউৰ'জে বালাবেহুত পালেহি,—এতিয়া কেনো ঝাঁচীৰ পিনে ধুমুহা বেগেৰে আগবাঢ়িব ধৰিছে!"

ইমৰানে বহি থকাৰপৰাঃ জপিয়াই উঠিল। "ক'ৰ কি! সিহঁতে বালাবেহুত পালেহি কেতিয়া?"

"বোধকৰো কালি দুপৰীয়া। বৰ বেয়া কথা হ'ল। প্ৰথম বাহিনীৰে সৈতে ব্ৰিগেডিয়াৰ ষ্টুৱাৰ্টে চান্দেৰী দুৰ্গ আক্ৰমণ কৰি আজি সাত দিনে তাৰ নোম এডাল লৰাব পৰা নাই। ইয়াৰ মাজতে হিউৰ'জে যে আওবাটেদি সোঁ সোঁকৈ আগুৱাই আহিব, সেইটো কোনে ভাবিব পাৰে?"

ইমৰানে চিন্তা কৰিলে। "চাচাৰ........"

"ময়ো চাচাৰ পৰিয়ালৰ কথাই ভাবিছো। ইতিমধ্যে ফিৰিঙ্গী আহি যদি সেই গাঁও পাইছে তেনেহ'লে বৰ সৰ্বনাশ হ'ব। গাঁওখন চান্দপুৰ। নহয় জানো? বালাবেহুতলৈ আহোঁতে সিহঁতে যদি চান্দপুৰ গৰকি আহিছে?"

"ওঁ। আমি চান্দপুৰলৈ গৈ খবৰ লওঁগৈ ব'ল।"

"কেনেকৈ?"

"তই, মই, যুগলীকৰ—আৰু কোনোবা এটাক ল'। যাবলৈ কি অসুবিধা আছে?"

"একো নাই! ফিৰিঙ্গীৰ লগত দেখা-দেখি হ'ব পাৰে তাতকৈ বেছি আৰু কি? সৰফৰাজকেই লগত ল'।"

অলপ পাছতে দুয়ো গৈ যুগলীকৰক লগ ধৰি সকলো কথা ভাঙি-পাতি ক'লে।

"চান্দপুৰ আক্ৰমণ হোৱা নাই যদি চাচাৰ •বিয়ালটোক ইয়ালৈ লৈ আহিবি নেকি ?" যুগলীকৰে সুধিলে।

"নিশ্চয়।" বিনায়কে ক'লে।

"তেনেহ'লে চাচাক খবৰটো দিব লাগিব ?"

"নালাগে এতিয়া একোকে ক'ব", ইমৰানে ক'লে, "খবৰ দি তিলটোকে তাল কৰাৰ দৰকাৰ নাই।"

"বন্দুক ল'বি ?"

"বন্দুকতো লাগিবই।"

"মোৰ নিজৰ বন্দুক নাই,—তোপখানালৈ যাব লাগিব তেতিয়াহ'লে!"

সৰফৰাজক বহুত ঠাইত বিচাৰি অৱশেষত ৰবিপ্ৰসাদৰ চাউলৰ দোকানত পোৱা গ'ল। তোপখানাৰপৰা বন্দুক গোটাই উঠি কটী সেকি খাই সাজু হওতে হওতে দুঘন্টাতকৈও বেছি সময় লাগিল। শেষত বিপদ হ'ল গেটেৰে বাহিৰ ওলোৱাৰ সমস্যা লৈ। বিশেষ হুকুমনামা নহ'লে কোনো চিপাহীকে চহৰৰ বাহিৰলৈ যাবলৈ দিয়া নহয়। অৱশেষত বহুত কষ্টেৰে সিহঁতে দেৱান ৰঘুনাথ সিংহৰপৰা এদিনৰ ছুটী আৰু তেওঁৰে নামাঙ্কিত বিশেষ হুকুমনামা মঞ্জুৰ কৰাই লৈ দৌৱাৰৰ বাহিৰ ওলাল।

ইমৰানহঁত ওলাইছিল অৱছা দৰৱাজাৰে। ঝাঁচী-অৱছা সড়কেৰে আঠ মাইলমান গৈ সিহঁতে ক্ৰমেই দক্ষিণৰ পিনে যাবলৈ ধৰিলে।

কথাই কথাই ইমৰানে সুধিলে, "চাচাৰ জীয়েক বৰ ভাল ছোৱালী নেকি অ'?"

"ভালনে বেয়া ক'ব নোৱাৰো", বিনায়কে ক'লে, "কিন্তু এটা কথা ঠিক যে তাইৰ চকুৰ চাৱনি ষাঁড় গৰুৰ দৰে।"

যুগলীকৰে ক'লে, "এৰা, ৰং-চং বহুতো থাকে যদিও তাইৰ চেহেৰাটো শুৱনি নহয়।"

"নালায়ক", সৰকৰাজে ক'লে, "ঘৰৰ কাম-বন আৰু সকলো বাহিৰা বিষয়তো অত্যন্ত নালায়ক ছোৱালীজনী।"

ইমৰানে ক'লে, "চাচাই নিজে কিন্তু প্ৰভাক বৰ বেছিকৈহে লায়ক বুলি ভাবে। বোধকৰো বাপেকবিলাকে ভ'বেই তেনেকৈ।"

ঝাঁচীৰপৰা পোঙ্খৰমাইলমান যোৱাৰ পাছত সিহঁতে গাঁও এখনত ৰ'লগৈ। পথাৰত কাম কৰি থকা খেতিয়ক এটাই সিহঁতক চিয়ঁৰি ৰখালে।

"তোমালোক ঝাঁচীৰ ফৌজ নেকি?" সি সুধিলে।

"হুঁ।"

"তোমালোক ক'লৈ যোৱা?"

"চান্দপুৰ গাঁৱলৈ।"

"চাৰিটা মানুহে এনেকৈ যোৱাটো ঠিক নহয়।" সি ক'লে। "ফিৰিঙ্গী আহি চান্দপুৰ গাঁও পালেহিয়েই।

"তোমাক কোনে ক'লে?"

"এই মাত্ৰ গাঁৱলৈ খবৰ আহিল। আজিকালিতে সিহঁতে কিজানি আমাৰ গাওঁ আক্ৰমণ কৰিবহি। আমি তৈয়াৰ হৈ আছোঁ।"

'তেন্তে কি কৰা যায়?"

"চান্দপুৰ গাঁওখন চাই আহিব খুজিছা যদি তোমালোকে বেতোৱা নৈৰ পাৰে পাৰে যোৱা—দক্ষিণ ফালৰপৰা গাঁৱত সোমাবা। ইমানপৰে সিহঁতে নিশ্চয় চান্দপুৰ এৰিছে।"

ইয়াৰ পাছত সিহঁত কেউটাই বেত্ৰৱতী নদীৰ পিনে ঘোঁৰা চেকুৰালে।

আৰু এখন গাঁও পাৰ হ'ল সিহঁতে। সেই গাঁৱৰ মানুহবোৰো বৰ সন্ত্ৰস্ত হৈ আছে। গাঁওখন পাৰ হৈ কিছু দূৰ গৈয়েই সিহঁতে বেত্ৰৱতী নদী পালেগৈ। বেলিটো হালি পৰিছে।

তিনিমান বাজিল চাগে। চাৰি-পাঁচ ঘণ্টা সিহঁতে একেৰাহেই ঘোঁৰা চেকুৰাইছে।

বেতোৱা নৈৰ পাৰৰ ওখ-চাপৰ বাটেদি সিহঁত যাবলৈ ধৰিলে। ৰাস্তা বৰ অসমান। ঠায়ে ঠায়ে টিলা, গড়া, খাল আৰু এচলীয়া পলসুৱা মাটি। এঠাইত নাও লৈ বৈ থকা ঘাটে এটাই সিহঁতক সুধিলে, "ক'ৰ মানুহ ?"

"ঝাঁচীৰ ফৌজ।" সিহঁতে উত্তৰ দিলে

"ক'লৈ যোৱা ?"

"চান্দপুৰলৈ।"

"চান্দপুৰ গাঁও এতিয়াও অৱশিষ্ট আছেগৈ নেকি ? ফিৰিঙ্গীয়ে গুড়ি কৰি হজম কৰি পেলালে।"

"তোমাক কোনে ক'লে ?"

"মই কোনটো খবৰ গম নাপাওঁ ? ঝাঁচী, ভেহৰী, দতিয়ালৈ খবৰ নিয়া মানুহ সকলোতো মোৰ নাৱেৰেই যায়।"

সিহঁতে আৰু কথা নবঢ়াই নিজ ৰাস্তাত ঘোঁৰা চলালে। অত্যন্ত বেয়া বাট-পথৰ কাৰণে সিহঁতৰ ঘোঁৰাৰ বেগ বৰকৈ কমি গৈছে। প্ৰায় এঘণ্টামান তনেকৈ যোৱাৰ পাছত সিহঁতে দূৰত মানুহৰ হাই-উৰুমিৰ শব্দ শুনিবলৈ পালে।

যুগলীকৰে ক'লে, "শুনিছ ? বহুত মানুহৰ কোলাহল।"

"গাঁও ভাঙি মানুহ পলাইছে।" ইমৰানে অভিমত দিলে।

"সিহঁতৰপৰা সঠিক খবৰবোৰ পোৱা যাব", বিনায়কে ক'লে "বেগ দেইক।"

অলপ সময়ৰ ভিতৰতে সিহঁতে সেই হাই-উৰুমিৰ নিচেই কাষ চাপিল। সামান্য দূৰত বহল সমতল ঠাই এডোখৰত সেই মানুহবিলাকে ঘোঁৰা আৰু বস্তু-বাহানি লৈ অহা-যোৱা কৰিছে। এখন মেলাহে বহিছে যেন।

"কোনোবা ধনী গাঁও ভাগি আহিছে। ইমানবোৰ ঘোঁৰা!" সৰফৰাজে ক'লে।

"সিহঁতে কিছুমান তম্বুও নিছে!" যুগলীকৰে ক'লে।

ইতিমধ্যে সিহঁতে সেই দলটোৰ ইমান কাষ চাপিছে যে মানুহবোৰৰ কথা-বাৰ্তাও স্পষ্ট শুনা গৈছে। দুই এটা মানুহে সিহঁতৰ ফালে আঙুলিয়াই কিবা-কিবি কোৱা-কুই কৰা যেনো লাগিল।"

হঠাৎ বিনায়কে চিয়ঁৰি ক'লে, "সৰ্বনাশ! কৰিছ কি! ইহঁত দেখোন ফিৰিঙ্গী!!"

মুহূৰ্তৰ ভিতৰতে চাৰিওটাই ঘোঁৰাৰ মুখ ঘূৰালে। বিজুলী বেগেৰে দৌৰি গৈ অলপ আঁতৰতে থকা গড়া এটাৰ তললৈ সিহঁতে ঘোঁৰাবে সৈতে জপিয়াই জপিয়াই নামিল। চাৰিওটা ঘোঁৰাই শিক্ষিত। পাঁচ-ছয় হাত ওখ গড়াটোৰপৰা অনায়াসে জপিয়াই নামিল সিহঁত।

"সিহঁতে আমাক দেখা পাইছিল।" সৰফৰাজে ক'লে।

"কিন্তু সিহঁতৰ কোনো সহাৰি নাই", ইমৰানে ক'লে, "আমাক দেখিছে যদিও সাধাৰণ গাঁৱৰ মানুহ বুলি ভাবিছে নিশ্চয়।"

"ব'ল, সিহঁতৰ কাণ্ড-কাৰখানাকে চোৱা যাওঁক।" যুগলীকৰে প্ৰস্তাৱ দিলে।

ঘোঁৰা তাতে এৰি সিহঁত চাৰিওটাই বগুৱা বাই ওপৰলৈ উঠি গ'ল। অলপ দূৰতে কেইটামান জোপোহাৰ আঁৰত মাটিত পেট পেলাই পৰি ফিৰিঙ্গীহঁতৰ কাৰ্য্য-কলাপ চাবলৈ ধৰিলে।

"দ্বিতীয় বাহিনী।" ইমৰানে ক'লে।

"হিউব'কক দেখিলে চিনি পাবি"? বিনায়কে সুধিলে।

"ওহো, মই আগেয়ে কাহানিও দেখা নাই।"

সিহঁতৰপৰা ভেৰণ ছুপ গছৰ ভিতৰত সেই মানুহবিলাকে ব্যস্তভাৱে অহা-যোৱা কৰিছে। এইবিলাকৰ বেছিভাগেই নেটিভ ইনফেন্ট্ৰিৰ চিপাহী আৰু চাকৰ-বাকৰ। সিহঁতে এতিয়াও নদীত থকা নাৱৰপৰা বস্তু-বাহানি কঢ়িয়াই আছে। দলটো আহি সেই ঠাইত নমাৰ ঘণ্টাও হোৱা নাই চাগে। দূৰত সিহঁতে নতুনকৈ সজা চাউনীটো ইয়াৰপৰা ৰিণিকি ৰিণিকি দেখি। বগা বেচমৰ টুপ লগোৱা শাৰী শাৰী তম্বু। কেইবাটাও তম্বুৰপৰা ইউনিয়ন জেক উৰিছে।

"দূৰবীন থকা হ'লে ভালকৈ দেখা গ'লহেতেন।" সৰফৰাজে ক'লে।

সমতল ঠাইখিনিত আহ-যাহ কৰি থকা মানুহবোৰৰ মাজত এখনো ফিৰিঙ্গীৰ গোৰা-মুখ দেখিবলৈ পোৱা ন'গল। প্ৰায় সকলো চিপাহীয়েই চাগে চাউনীত থিতাপি লৈছে। ইয়াত ঘূৰি ফুৰাখিনি সাধাৰণ পদাতিক চিপাহী নাইবা চাহাবৰ খানচামা, বাবুৰ্চী, আবদাৰ, খিদমতগাৰ, মছালচী, ধোবি, ইস্ত্ৰিৱালা, দৰ্জী, ডোবিয়া, চৰ্দাৰ-বেয়াৰা, মেট-বেয়াৰা, পাংখা-বেয়াৰা, মুৰ্গীৱালা, মালী, কুলী, কোচমেন, চহিচ, মেচেঙা, ভিস্তি, বঢ়াই-মিস্ত্ৰি, চৌকিদাৰ, দাৰোৱান, চাপৰাচী ইত্যাদি। অগণিত মানুহ। তাৰ মাজত বোধহয় আকৌ আছে লাইন-ডুবি গাৰ্ড, ৰচদ গাৰ্ড, মেথৰ, দফাদাৰ, জমাদাৰ আৰু নায়ক। অক্লান্ত গতিৰে সিহঁতে বস্তু কঢ়িয়াইছে। নানা ধৰণৰ ৰচদ-পাতি, সাজ-সৰঞ্জামৰ বাকচ আৰু বস্তা। একো একোটা তম্বু তিনিটাকৈ চিপাহীয়ে শ কঢ়িওৱাৰ দৰে কঢ়িয়াই নিছে। চিপাহীহঁতৰ জোতাহীন ভৰিত খাকি-পাট্টি মেৰুৱা।

কিছু সময়ৰ পাছত ইমৰানহঁতে ঘোঁৰা লৈ উলটিল। বেতোৱাৰ পাৰত ফিৰিঙ্গীয়ে চাউনী পেলোৱাৰ খবৰটো এতিয়াই ঝাঁচী

পছুচাই দিব লাগিব। বাঈচাহেবাৰ চোৰাংচোৱাতকৈ সিহঁতৰ খবৰ নিশ্চয় আগ হ'ব,—অবাক হৈ যাব ৰঘুনাথ সিংহ আৰু বাঈচাহেবা।

নদীৰ পাৰৰ ৰাস্তা এৰি পাহাৰী টিলাৰে ভৰা হাবিৰ মাজে মাজে ৰাস্তা উলিয়াই লৈছিল সিহঁতে। এই পথেৰে বাঁচী ওচৰ হ'ব। কিন্তু ঘোঁৰাৰে আগবঢ়াই বৰ কষ্টকৰ।

চাৰি মাইল ছমাইলমান যোৱাৰ পিছত হঠাৎ যুগ্‌লীকৰে কৈ উঠিল। "ইমৰান। সোৱা চা।"

সিহঁত কেউটাই একেলগেই দেখিছিল। অলপ নামনিত গিৰিখাত এটাৰ তলে তলে সন্তৰ্পণে আগবাঢ়িছে পাঁচোটা অশ্বাৰোহী ইংৰাজ। সিহঁতৰ হাতে হাতে বন্দুক।

"চখ আছে ল'ৰাইতৰ!" বিনায়কে ফুচফুচাই ক'লে, "চাউনী পেলায়েই চিকাৰ কৰিবলৈ ওলাইছে!"

"কিয়, গাঁৱৰ মানুহে টিং বজাই বজাই জংঘলৰপৰা খেদি উলিয়াই আনি দিয়া গাহৰি আৰু হৰিণা চিকাৰ কৰাৰহে নিয়ম ইহঁতৰ! আজি আকৌ হ'ল কি?" যুগ্‌লীকৰে বিদ্ৰূপ কৰি ক'লে।

ইমৰানে ক'লে, "এতিয়া কি কৰিবি?"

বিনায়কে ঘূৰি লৈ উত্তৰ দিলে, "ইয়াত প্ৰশ্ন কৰিবলৈ কি আছে, ইমৰান? প্ৰতিশোধ! মূৰৰ সলনি মূৰ! চাচাৰ পৰিয়ালৰ চাৰিটা মূৰৰ বদ্‌লা ল'ম পাঁচটা মূৰেৰে।"

আৰু আগ-পিছ নুগুণিলে কোনেও। নিয়তিৰ দৰেই ধুমুহা বেগেৰে চাৰিওটা অশ্বাৰোহীয়ে থিয় পাহাৰৰ গড়াইদি ছৰ্ ছৰ্কৈ তললৈ নামি গ'ল। এই ঘটনা হয়তো অইন কোনো যুগতেই সম্ভৱ নহ'লহেঁতেন। কিন্তু তেতিয়া ওঠৰ শ আঠাৱন্ন চন—সাধাৰণ মানুহৰ বিচাৰত তেতিয়া মৰণতকৈ অইন বহুতো কিবাকিবিবেই মূল্য বেছি।

চাহাবকেইটা প্ৰথমতে হতভম্ব হৈ গৈছিল। এই বিজন বনত হঠাতে চাৰিটা নেটিভ আহি আক্ৰমণ কৰিব, সেইটো কোনে ভাবিব পাৰে ? কিন্তু ইতিমধ্যে ইমৰানে প্ৰথম চাহাবটোক আক্ৰমণ কৰিছেই। ইমান ওচৰৰপৰা বন্দুকেৰে যুদ্ধ কৰাৰ উপায় নাই। বাধ্য হৈ চাহাবে বন্দুক দলিয়াই পেলাই কঁকালৰ-পৰা তৰোৱাল উলিয়াইছে।

ভাৰতীয় তৰোৱাল বহল আৰু চুটি। ওজন বেছি কাৰণে প্ৰচণ্ড জোৰেৰে আঘাত কৰিব পাৰি। বৃটিশ তৰোৱাল ঠেক আৰু দীঘল। ঘোঁৰাৰ পিঠিৰপৰা চলে বেচ্, আৰু তাক চলোৱাৰ কায়দাও অদ্ভুত। ইমৰান চাহাবতকৈ অলপ চাপৰত প্ৰকাত তাৰ খুব অসুবিধা হৈছিল। সি বাৰে বাৰে পিছুৱাই আহিবলগীয়া হৈছিল। কিন্তু জিকিব বুলি সম্পূৰ্ণ নিশ্চিত হৈ চাহাবে হঠাতে এবাৰ বেছি বুদ্ধিমানৰ দৰে কঁকালৰ খোচনিৰ-পৰা পিস্তল উলিয়াব খুজিলে। এনেকুৱা এটা সুযোগলৈকে বৈ আছিল ইমৰানে। সি নিমিষৰ ভিতৰতে চাহাবৰ ডিঙিৰ ব্ৰহ্মনলীত তৰোৱালেৰে প্ৰচণ্ড আঘাত কৰিলে। চাহাব মৰণমুখ হৈ ঘোঁৰাৰপৰা বাগৰি পৰিল।

ঘূৰি চাই ইমৰানে দেখিলে যুগ্লীকৰৰ অৱস্থা কাহিল। দুটা চাহাবে দুফালৰপৰা আক্ৰমণ কৰি তাক ঘোঁৰাৰপৰা পেলাই দিছে। মাটিত থিয় হৈ প্ৰাণপণে তৰোৱাল ঘূৰাইছে যুগ্লীকৰে।

ইমৰানে ঘোঁৰাৰ মুখ ঘূৰালে। বিজুলী বেগোৰ উঠি যোৱাৰ দৰে গৈ সি প্ৰথম চাহাবৰ সোঁহাতৰ কম্পিত তৰোৱালৰ আগটো স্নুমুৰাই দি উলিয়াই আনিলে। তাৰ পাছত দ্বিতীয় চাহাবটোৰ সম্মুখীন হ'ল। অলপ সময়ৰ ভিতৰতে ডাঠ গধুৰ তৰোৱালৰ একোটা আঘাতত চাহাবৰ তৰোৱাল ছিটিকি দূৰৈত পৰিল। তাৰ পেটত ইমৰানে তৰোৱালখন আমূল বহুৱাই দিলে। ইতিমধ্যে

যুগলীকবেও কন্ধি আহত হোৱা সেই চাহাবটোৰ মূৰ কাটি পেলাইছে।

লগৰীয়া তিনিটা চাহাবৰ অৱস্থা দেখি বাকী দুটাই বৰ ভয় খাইছিল। বিনায়ক আৰু সৰফৰাজৰ লগত যুদ্ধ কৰি থকা অৱস্থাতে সিহঁতে নিৰ্বোধৰ দৰে পলাবৰ চেষ্টা কৰিলে। ফলত এটাৰ পিঠিত তৰোৱাল সোমাল। আনটোক সৰফৰাজে দূৰৈত গুলীয়াই মাৰিলে।

ইমৰানে তেজেৰে তিতি থকা তৰোৱাল এখন বুটলি লৈ নিজৰ বাঁওহাতত পাঁচোটা গভীৰ কটা দাগ দিলে।

"হ'ল কি তোৰ ?" যুগলীকৰ আগুৱাই আহিল।

"কচাইৰ দৰে মানুহ খুন কৰিলে মই কেতিয়াবা নিজৰ গাত এনেকৈ দাগ দি লওঁ।" ইমৰানে নিৰ্বিকাৰভাৱে ক'লে।

গাৰ চোলা ফালি ইমৰানৰ হাতৰ কটাখিনিৰ ওপৰত কাপোৰৰ পটি বান্ধি দিলে বিনায়কে। "পাঁচটাৰ বিৰুদ্ধে যেতিয়া চাৰিটাই যুঁজে, তেতিয়া বীৰত্বৰ বা ন্যায়ৰ প্ৰশ্ন নুঠে ইমৰান!" সি ক'লে।

"মোৰ তৰ্ক কৰিবৰ ইচ্ছা নাই", ইমৰানে ৰুক্ষভাৱে ক'লে। "এতিয়া ঝাঁচীলৈ উভতি বল। প্ৰমাণৰ কাৰণে সিহঁতৰ তৰোৱাল পাঁচখন গোটাই লগত ল'।"

সৰফৰাজৰ কিন্তু পেটে পেটে ইচ্ছা আছিল যে সিহঁতৰ ঘোঁৰা আৰু বন্দুককেইটাও লগত লয়। ইমৰানৰ মূৰ্তি দেখি সি আৰু একো নামাতিলে।

সিহঁত যেতিয়া ঝাঁচী পালেগৈ তেতিয়া ৰাতি ন মান বাজিছে। চহৰ পায়েই বিনায়ক আৰু সৰফৰাজে ৰঘুনাথ সিংহ বিচাৰাদায়ক বিচাৰি গ'ল। ইমৰান আৰু যুগলীকৰ গ'ল আনন্দ চাচাৰ ঘৰলৈ। চাচা ঘৰত নাই। চাউনীলৈ গৈ সিহঁতে দেখিলে বৈজনাথৰ কোঠাত বহি চাচাই দাবা খেলি

আছে। প্ৰতিদ্বন্দ্বী হ'ল কোনোবা চশমা পিন্ধা বুঢ়া চিপাহী এটা। দৰ্শক হ'ল বৈজনাথ।

কোঠাত সোমায়েই যুগলীকৰে ক'লে, "চাচা, খবৰ শুনিছা? আজি আমি পাঁচটা ফিৰিঙ্গীক হত্যা কৰিলোঁ।"

বৈজনাথে আচৰিত হৈ যুগলীকৰহঁতৰ পিনে চালে। যুগলীকৰে ক'লে "আমি বেড়োৱাৰ পাৰলৈ গৈছিলো। উভতি আহোঁতে পাঁচটা ফিৰিঙ্গীক লগ পালোঁ। সিহঁতক হত্যা কৰিলোঁ চাচা!"

চাচাই কিন্তু যুগলীকৰৰ কথালৈ কাণেই কৰা নাই। নিবিষ্ট মনেৰে সি এটা কঠিন গোঁৰাৰ চাল বচোৱাৰ উপায় ভাবিছে। ভাবাঁৰ ছকৰপৰা এবাৰো চকু ঘূৰোৱা নাই চাচাই।

চাচাৰ কান্ধত ধৰি জোকাৰি যুগলীকৰে মাতিলে,"চাচা,তুমি—" হঠাৎ কি যেন হৈ গ'ল। চাচাই বহাৰপৰা উঠি প্ৰচণ্ড ঘোঁচা এটা সোধালে যুগলীকৰৰ মুখত।

যুগলীকৰ হতভম্ব হৈ গৈছিল। চাচাৰ হাত দুখনত ধৰি সি ক'লে, "চাচা! কি হৈছে তোমাৰ?? স্থিৰ হোৱা, তুমি প্ৰকৃতিস্থ হোৱা...." তাৰ হাতৰ ভিতৰত তেতিয়া চাচাৰ সোতোৰা-সোতোৰি ছালৰ শুকান হাত দুখন থৰ্‌থৰকৈ কঁপিছে।

বৈজনাথে ইঙ্গিতেৰে ইমৰান আৰু যুগলীকৰক বাহিৰলৈ মাতি লৈ গ'ল।

"শুন", সি ক'লে, "চান্দপুৰ গাঁৱত চাচাৰ গোটেইটো পৰিয়াল ফিৰিঙ্গীৰ হাতত মৰা পৰিছে।"

"আমি সেই খবৰেই দিবলৈ আহিছিলোঁ।" ইমৰানে লৰালৰিকৈ ক'লে।

বৈজনাথে ক'লে, "চাচাই দুপৰীয়াতে গম পায়। তেতিয়াৰে-পৰা চাচাই বেজাৰো কৰা নাই, কথাও কোৱা নাই, খোৱা-

লোৱাও কৰা নাই। মাথোন ডাবাকে খেলিছে। খেলিয়েই আছে একেৰ'হে। আৰু প্ৰত্যেকখন খেলাতে অদ্ভুতভাৱে জিকিছে।"

ছুৱাৰ-দলিত থিয় হৈ চাচাহঁতে চালে ইমবাৰে। ঠিক সেই সময়তে মাৰাত্মক চাল এটা দি কিস্তি মাৎ কৰিছে চাচাই। লগে লগে দুই হাতেৰে মুখখন ঢাকি পেলাইছে সি।

ডাবাৰ ছকৰ ওপৰত মূৰটো গুজি অস্ফুট কণ্ঠেৰে চিয়ঁৰি উঠিল চাচাই, "হে ভগৱান! সকলোৰে সকলো আছে—মোৰ কোনো নাই কিয়!"

ইয়াৰ পাঁচ দিনৰ পাছত, এইকছ মাৰ্চৰ দিনা ৰাতিপুৱা গোটেই ঝাঁচী চহৰৰ মানুহে দাৱাৰৰ ওপৰত উবুৰি খাই পৰিছেহি।

হিউৰ'জৰ ফৌজ আহি ঝাঁচী পাইছে। তাকেই চাবলৈ ভাগি-ভুহৰি আহিছে চহৰৰ মানুহ। কোনো এটা মানুহেই বাদ যোৱা নাই। কণ কণ ল'ৰা ছোৱালীয়ে মাকহঁতৰ আচলত ধৰি দাৱাৰত উঠিছেহি। বুঢ়া-মেথায়ো চৌকিত থিয় হৈ চকুত হাতেৰে ঢাঁ দি দূৰণিলৈ চাবলৈ যত্ন কৰিছে।

বহুত দূৰত ৰিণিকি ৰিণিকি দেখা গৈছে সেই অদ্ভুত কাহিনীটো। হাজাৰ হাজাৰ চিপাহী আৰু শ শ চাকৰ-নাকৰ। পুৰণি কেণ্টনমেণ্ট আৰু বাঘীয়ে পোৱা ষ্টাৰফোৰ্ট পাৰ হৈ বহুত দূৰ আগুৱাই আহিছে বৃটিছ-বাহিনী। টিলা আৰু জোপোহা-জংঘলেৰে ভৰা পাহাৰীয়া মাটি। তাৰ মাজে মাজে বাহিনীটো কেতিয়াবা দেখা গৈছে, কেতিয়াবা আকৌ ঢাক খাইছে। সিহঁতে চাউনী পাতিছে ঝাঁচীৰপৰা তিনি মাইলমান আঁতৰত। সেই আদি-অন্তহীন দীঘলীয়া মিছিলটো তাতেই আহি শেষ হৈছে।

বিশাল বাহিনী। চোৰাংচোৱাই দিয়া খবৰ মতে সাত হাজাৰ ভাৰতীয় সৈন্য, ডেৰ হাজাৰ ইংৰাজ সৈন্য আৰু অফিচাৰ। তাৰোপৰি 'চীফ্‌ট্রেন'ৰ ইঞ্জিনিয়াৰ, ডাক্তৰ, পশুচিকিৎসক আদি মিলাই আৰু পাঁচ শ মানুহ। ধূলি উৰুৱাই উৰুৱাই আহিছে অশ্বাৰোহীৰ দল। হাতীয়ে টানিছে ডাঙৰ ডাঙৰ কামান।

দক্ষিণ বৰুৱৰপৰা আৰম্ভ কৰি পশ্চিমৰ থিয় পাহাৰলৈকে আগুৰি থকা সুদীৰ্ঘ দীৱাৰৰ প্ৰতিকণ ঠাই ফিৰিঙ্গী চাবলৈ অহা মানুহেৰে ভৰি পৰিছে। আজি দহ মাহৰ আগলৈকে এই ফিৰিঙ্গীয়েই ঝাঁচী শাসন কৰিছিল। আজি ইহঁত আহিব-লগীয়া হৈছে আক্ৰমণকাৰী হিচাপে। ফিৰিঙ্গী আহি ঝাঁচী পোৱাৰ চাঞ্চল্যকৰ খবৰটোৱে চহৰবাসীৰ মনত সাময়িকভাৱে হ'লেও অলপ ভয়ৰ ছাঁ পেলাইছে। কাৰণ ব্ৰিগেডিয়াৰ ষ্টুৱাৰ্টৰ হাতত আজি চাৰি দিন আগতে চন্দেৰী দুৰ্গৰ পতন হৈছে। শক্তিশালি চন্দেৰী দুৰ্গইও এখাৰ দিনৰ নেৰানেপেৰা যুদ্ধৰ পাছত ষ্টুৱাৰ্টক আৰু বাধা দি ৰাখিব নোৱাৰিলে। এই ষ্টুৱাৰ্টেই যোৱাকালি ঝাঁচীৰ পশ্চিমফালৰ গাঁৱৰপৰা ভাগি অহা তিনি শ নিৰস্ত্ৰ বুন্দেলখণ্ডী খেতিয়কক যি নৃশংসভাৱে হত্যা কৰিলে, তাক শুনিলে গাৰ নোম শিয়ঁৰি উঠাৰ কথা।

ভাল খবৰো অৱশ্যে আছে দুই এটা। তাঁতিয়া টোপীয়ে চিৰখাৰী জয় কৰিছে। বেৱা আৰু পান্নাও অধিকৃত হয়। কাল্পিৰ সামৰিক ঘাটি দুগুণে শক্তিশালী হৈছে।

দুপৰীয়াৰ পাছত চক্ৰবৰ্তীৰ দলে অসামৰিক মানুহবোৰক দীৱাৰৰপৰা জোৰকৈ নমাই দিলে। ফিৰিঙ্গীবোৰে গোটেই দিনটো অৰছা-দৰজাজাৰ সন্মুখত এটা বেটেৰী প্ৰস্তুত কৰাত ব্যস্ত থকা দেখা গ'ল সন্ধ্যাৰ আগলৈকে সিহঁতৰ চাউনীও সম্পূৰ্ণ নহ'লগৈ।

আবেলিৰ তিনি ঘন্টা কুচ-কাৱাজৰ পাছত সন্ধিয়া সময়ত বৰ জাগৰ লাগিছিল ইমৰানৰ। এনেতে তাৰ মনত পৰিল যে ৰাতিপুৱা চিঠি এখন পঠিয়াই বিভিয়াই তাক মাতিছিল। ৰাতি আঠমান বজাত সি বিভিয়াৰ ফালে গ'ল।

ইমৰানে যেতিয়া বিভিয়াৰ ঘৰ পালেগৈ তেতিয়া তাই ভিতৰত এটা সস্তীয়া তামামা গাই আছিল। সি অহাৰ খবৰ শুনি তাই ওলাই আহিল। তাইক দেখিয়ে ইমৰানে ক'লে, "তুমি মোক কি কাৰণে মতাইছা মই জানোঁ। তুমি জানিব খুজিছা মই তোমাক বিহাৰীৰ হত্যাকাৰিণী বুলি কেনেকৈ গম পালো।"

বিভিয়াই তাইৰ সেই সুন্দৰ হাঁহিটো মাৰি ক'লে, "আজি সেইবোৰ কথা বাদ দিয়া, চুলতান! আহা না আজি সকলো কথা পাহৰি মনৰ আনন্দৰে হিয়া উবুৰিয়াই কথা পাতো।"

ইমৰানে কপাল খোপা কৰি ক'লে, "মোৰ এটা কথাই আচৰিত লাগিছে বিভিয়া, যে তোমাৰ জীৱনত এইটোৱেই প্ৰথম খুন নহয়। ইয়াৰ আগতেও তুমি এটা নাইবা একাধিক খুন কৰিছা।"

ইমৰানক আৰু কোনো কথা ক'বলৈ সুযোগ নিদিয়াকৈ বিভিয়াই তাক এক প্ৰকাৰ টানি টানিয়েই ভিতৰলৈ লৈ গ'ল।

লৈ গ'ল একেবাৰে নাচ-ঘৰলৈ। তাতো আজি বেলেগ ধৰণৰ কাৰবাৰ। আসৰ ঘেৰি বহিছে বিভিয়াৰ পাঁচজন সঙ্গতকাৰীয়ে তবলচী, পাখোৱাজ বাদক, সাৰেঙ্গীৱালা, সানাইৱালা আৰু গায়কি। গায়কিয়ে ইতিমধ্যেই মিঠা সুৰেৰে কোনো ব্ৰজললনাৰ ৰূপ বৰ্ণনা কৰিবলৈ আৰম্ভ কৰি দিছে।

বিভিয়াই ক'লে, "আজি তুমিয়েই একমাত্ৰ আলহী, চুলতান। বহা না, এটা শ্বেৰ শুনাবা? শায়াৰ-এ-আজম গালিবৰ কোনো শায়ৰী? তুমিতো শ্বেৰৰ ৰজা, গুণৰ ৰজা!"

তাই ভিতৰৰপৰা পিতলৰ কাৰু-কৰা ভৃঙ্গাৰ আৰু পানপাত্ৰ আনি ইমৰানৰ সন্মুখত থ'লে। ইমৰানে "ক'লে, মইতো এইবোৰ কেতিয়াবাই এৰি দিছো, বিতিয়া।"

বিতিয়াই ক'লে, "বাগদাদৰ আটাইতকৈ পুৰণি আঙুৰৰ ৰস, চুলতান,—আজি অকণমান খোৱা। ...ঝাঁচীৰ ডাঙৰ ডাঙৰ ঘৰানাতো ইমান নতুন পাত্ৰত ইমান পুৰণি মদিৰা কোনেও দেখা নাই!"

"তুমি বাকি দিয়া তেন্তে" ইমৰানে ক'লে।

ৰূপৰ পানপাত্ৰটো কণাই কণাই পূৰ্ণ কৰি তাৰ হাতত তুলি দি তাই ক'লে, "চুলতান, মোৰ নাচ তুমি দেখিছা কেতিয়াবা? দেখা নাই? চাবা আজি? কোনে জানে কয়তো কাইলৈকে যুদ্ধ আৰম্ভ হৈ যাব—তেতিয়া আৰু জীৱন-ধাৰণৰ নিশ্চয়তা নাথাকিব কাৰো।"

বিতিয়াই চমকদাৰ সাজ-পোছাক পিন্ধিছে আজি। মূৰত সোণালী ওড়না, ৰঙা পোছাক, ৰঙা ঘাগৰা। ভৰিত ৰূপৰ জিঞ্জিৰা, ডিঙিত দামী পাথৰ বহুৰা কণ্ঠহাৰ। কানৰ নকল হীৰা বহুৰা দুলজোৰ ঝাৰ লণ্ঠনৰ পোহৰত চিকমিকাইছে। আজি ইমান পাতল কাপোৰ পিন্ধিছে কিয় বিতিয়াই?

মজিয়াত বহি অপূৰ্ব ভঙ্গীৰে বিতিয়াই ভৰিত ঘুঙুৰ পিন্ধিছে। দীঘল দীঘল পেলব আঙুলিকেইটাৰ আঘাতত ৰুণুজুনু বাজিছে নূপুৰৰ নিক্কন। আৰু তাই ইমৰানৰ পিনে চাই চাই হাঁহিছে তাইৰ সেই অদ্ভুত আবেশভৰা হাঁহিটো। সেইপিনে চাই চাই পিয়লাৰ ৰঙীন মদিৰাৰ ৰঙীন নিচাত ইমৰানৰ মমটো ডুবি গ'ল।

সানাইৱালাৰ সানাইত বাজিছে সেই বিখ্যাত সুৰ, "মৎ ৰো ইহাঁ বুলবুল,—আঁসু বহানা হ্যায় মনা।" আৰম্ভ হৈছে বিতিয়াৰ নাচ। তাই তস্‌লিম জনাইছে লঘু ছন্দৰ তালে তালে প্ৰাণ-

মতোৱাবা কৰা মিচিকিয়া হাঁহিৰে তাই ইমৰানলৈ দলিয়াই দিছে এটুকুৰ শায়ৰী,—

"মৈ নে তো নহী পি,
মৈ তো সাথী বনি থী ;
পিনেকো তু নে পী—
কিউ নশা মুঝে আয়ী !"

কোনো এক মাদকতাত ইমৰানৰ অৱশ চকু দুটা বাৰে বাৰে মুদ খাই আহিছিল। দ্বিতীয় পিয়লা আঙুৰৰ ৰস ওঁঠলৈ নিবৰ সময়ত তাৰ ধাৰণা হ'ল যেন তাত কিবা মিহলাই দিছে বিভিয়াই, তাৰ স্নায়ুমণ্ডলৰ ওপৰত তাৰ ক্ৰিয়া আৰম্ভ হৈছে। কিন্তু তেতিয়া ইমৰানৰ তেজত লাগিছে ৰঙা আঙুৰৰ ৰঙীন নিচা। সেই নিচাই তাক ক্ৰমে এক দুৰ্নিবাৰ পিপাসাৰ সোঁতত উটুৱাই লৈ গৈছে। সন্মুখত ভয়ঙ্কৰ প্ৰপাতৰ সন্ধেদ পালেও সেই সোঁতৰ-পৰা আঁতৰি আহিবলৈ তাৰ উপায় নাই। বিভিয়াই যদি সুৰাত মৃত্যুৰ নিশানাও মিহলাই দিছে তথাপি তাৰ পিয়লা নমাই থবৰ শক্তি নাই। তাৰ পিয়াহ লাগিছে ইমানেই অবাৰিত হৈ—কামনা জাগিছে ইমানেই আকুলভাৱে।

........আৰু তেতিয়া জাকৰানী থাগৰাত তুফান জাগিছে। সানাইত বাজিছে ভগা-ছিগা জয়-জয়ন্তীৰ উন্মত্ত দ্ৰুতলয় জলদ—তাৰ লাত আঠ-মাত্ৰা কাহাৰবাৰ উত্তাল লহৰা। তাৰ লগত সামঞ্জস্য ৰাখি বিভিয়াই নাচিছিল এটি বিদেশী ক্ষিপ্ৰতাৰে।

ইমৰানে পলক নেপেলোৱাকৈ বিভিয়াৰ মুখৰ পিনে চৰাই আছিল। তাইৰ আঙুৰৰ দৰে মিহি গালত জাফৰানৰ পৰশ লাগিছে, ওঁঠত লাগিছে সেই আঙুৰৰে মদিৰ ৰস। সুৰ্মা টনা চকুৰ ৰহস্য-ঘন ভাষাই বিভ্ৰান্ত কৰি দিছে ইমৰানৰ বিলুপ্ত হৈ আহিব খোজা চেতনা। উন্মাদৰ দৰে নাচিছিল বিভিয়াই।

সেই নাচত কৃষ্টি, নাই, কলা নাই—আছে এটা আদিম আৰু অদম্য প্ৰবৃত্তি, আছে এটা ভয়াবহ ছন্দ। সোণালী ওড়নাই বাৰে বাৰে নিলাজ কৰিছিল বিভিয়াক। ঘনে ঘনে অসম্বৃত হৈ পৰিছিল তাইৰ দেহাবৰণ। সেইফালে চাই চাই বিজাতীয় শিহৰণ জাগিছিল ইমৰানৰ শিৰা-উপশিৰাত।

বিভিয়াৰ নাচোনত তেতিয়া জোৱাৰ উঠিছে—তাইৰ শৰীৰত তুফান খেলিছে। তালৈ চালে দৃষ্টি আৰু ওভোতাই নিব নোৱাৰি। ইমান কামনাৰ্ত দেহ-ছন্দ ইমৰানে কাহানিও দেখা নাই, ইমান আকুল যৌনতা ইমৰানে কেতিয়াও অনুভৱ কৰা নাই। সুডৌল কোমল দেহ-বল্লৰীৰপৰা ছন্দে ছন্দে ছিটিকি পৰিছে ইমান লোলুপ যৌৱন।

ইমৰানৰ স্নায়ুবিলাক ক্ৰমেই নিস্তেজ হৈ আহিছিল। লাহে লাহে পোন হৈ বহি থকাৰ শক্তিও নোহোৱা হৈ আহিছিল তাৰ। শেষ সময়ত খুব সম্ভৱ মজিয়াত অৱশ মূৰটো গুৱাই দিছিল সি। তাৰ আধা-মেলা চকুৰ আধা-চেতন দৃষ্টিৰ সন্মুখত তেতিয়াও বিভিয়াৰ দুখন ভৰিয়ে বিদ্যুৎ গতিৰেই নাচি গৈছে। তেজে ফুটো ফুটো কৰা সুঠাম ভৰিৰ উত্থান আৰু পতন—ৰূপৰ জিঞ্জিৰাৰ চিকমিকণি, ঘুঙুৰৰ ৰুণ্‌জুনু শব্দ। তাৰ লগে লগে নাচিছে তাইৰ লাৱণ্যময় দুটি কৰগুনে। এটা বিজাতীয় উত্তেজনাত ইমৰানৰ মূৰৰ শিৰকেইডাল দপ্ দপ্ কৰিছিল। এটা অসহ্য ক্ষুধা অদম্য কামনাত উন্মত্ত হৈ উঠিছিল তাৰ পেশীবিলাক। তাৰ নিস্তেজ চকু দুটাই কৰগুনৰপৰা ওপৰলৈ উঠি যাবলৈ শেষ চেষ্টা কৰিছিল। তাৰ পাছত........।

তাৰ পাছত তাৰ আৰু একো মনত নাই।

ইমৰানে যেতিয়া সাৰ পালে তেতিয়া ৰাতিপুৱাছে। ঋৰোখাৰ ফাঁকেদি অহা নতুন ৰ'দখিনি কাষৰ ফুলদানীটোৰ ওপৰত পৰিছেহি। খিৰিকীৰ কাষৰ নাম নজনা গছজোপাত পৰি এজাক নাম নজনা চৰাইয়ে কোঢ়াল কৰিছে।

হঠাৎ ইমৰানৰ আগৰাতিৰ কথাবোৰ মনত পৰিল। বিচনাৰ-পৰা সি গিৰিসাই উঠি বহিল। কিন্তু লগে লগেই সি মূৰৰ ভিতৰত এটা অসহ্য বিষ অনুভৱ কৰিলে। সি আকৌ শুই পৰিল। সি বুজিলে তাৰ কাপোৰ-কানিবোৰ অসম্বৃত হৈ আছে। শুই শুইয়ে কঁকালৰ পেটিডাল বান্ধিবৰ চেষ্টা কৰিলে সি।

ইমৰানে কেউপিনে চকু ফুৰাই চালে। বুজিলে যে বিত্তিয়াৰ অন্দৰমহলৰে কোঠা এটাত সি শুই আছে। মেহগণি কাঠৰ দামী বহল পালেঙত গাখীৰৰ ফেনৰ দৰে কোমল বিচনা, গাৰুত দুষ্প্ৰাপ্য আতঁৰৰ সুগন্ধ।

ঠিক সেই সময়তে বিত্তিয়া আহি কোঠাত সোমাল। তাইৰ হাতত চকুচকীয়া পিতলৰ ৰেকাবীত কিছুমান ফল-মূল। ইমৰানৰ কাষত মেজখনত ৰেকাবীখন থৈ তাই হাঁহি মাৰি ক'লে, "চুলতান, সাৰ পালা তুমি?"

ইমৰানে ইতিমধ্যে বিচনাৰপৰা নামি মাটিত থিয় হৈছিল। নিষ্পলক দৃষ্টিৰে বিত্তিয়াৰ পিনে চাইছিল সি। হঠাৎ সি আগবাঢ়ি গৈ বিত্তিয়াৰ গালত জোৰেৰে চৰ এটা মাৰিলে আৰু একে কোবেই কোঁ-কোঁকৈ কোঠাৰপৰা ওলাই গ'ল।

বিত্তিয়াই পিছে পিছে দৌৰি গৈ চিঁয়ৰি ক'লে, "ইমান বেছি গৰ্ব ভাল নহয়, ইমৰান! মনত ৰাখিবা কালি গোটেই ৰাতিটো তোমাৰ জীৱন মোৰ হাতৰ মুঠিত আছিল!"

ইমৰানে তাইৰ কথাৰ কোনো উত্তৰ নিদিলে। সি বেগা-বেগিকৈ পদুলি পাৰ হৈ ৰাস্তাত ভৰি দিলে।

সেই দিনাখনেই আবেলি দুইমান বজাৰপৰা ইংৰাজ-বেটেৰীৰ কামানবোৰ অক্লান্তভাৱে গৰ্জিবলৈ আৰম্ভ কৰিলে আৰু সাগৰ-গেটৰ ওপৰত তাৰ গুলী আহি পৰিবলৈ ধৰিলে ধাৰাসাৰে।

আবেলি চাবিমান বজাত ইমৰানে সাগৰ-দৰমাজাৰ পিনে ঘোঁৰা দৌৰাইছিল। মাণিক চৌকৰ মূৰ পাওঁতেই ক'ৰবাৰ-পৰা সৰফৰাজ আহি তাক ৰখালে।

"তোৰ লগত কথা আছে, ইমৰান!" সৰফৰাজে ক'লে।

"কি কথা ?" ঘোঁৰাৰ লাগাম টানি ধৰি ইমৰানে সুধিলে।

"গুলাব সিঙক হত্যা কৰিব লাগে!

"কিয় ?"

"কিয় মানে ? গুলাব সিং বিশ্বাসঘাতক! ফিৰিঙ্গীক সম্মুখত লৈ বেইমানক কাষত ৰখাটো ভাল কথা নহয়।"

"গুলাব সিং বেইমান বুলি কি প্ৰমাণ আছে ?"

"এই চাবুকডালৰ একেটা কোবতে তোৰ মুখখন কালি দিম।" সৰফৰাজে খঙেৰে ক'লে। "কি প্ৰমাণ লাগে তোক ? মই নিজে এসময়ত গুলাব সিঙৰ চাকৰ আছিলো,—মই জানো সি কেনে সাংঘাতিক মানুহ, ফিৰিঙ্গীৰ লগত তাৰ কেনে লেনদেন। তোক বাদ দি সাৰা ঝাঁচীৰ মানুহে জানে গুলাব সিং ফিৰিঙ্গীৰ দালাল।'

"সেইবুলি বিনা দোষতে মানুহ এটা মাৰিবি ?"

"দেশৰ শত্ৰুক দোষী-নিৰ্দোষীৰ বিচাৰ কৰাৰ নিয়ম নাই, ইমৰান। আৰু এই কাম তোৰ বাহিৰে আনে কৰিব নোৱাৰে, সেয়ে তোক কৈছো। তই ফন্দী-ফিকিৰ ভাবি উলিয়া, আমি হাতে-কামে লাগিম।"

ইমৰানে ক'লে, "তাতকৈ তইঁতে গোপালৰাও চিৰভাদাৰক মাৰাৰ কিয় ? তাক প্ৰেপ্তাৰ নকৰি বাঈচাহেবাই বৰ অন্যায় কৰিছে।"

সৰফৰাজে তচ্লিম জনোৱাৰ ধৰণে হাত দুখন ঘূৰাই ক'লে, "আপুনি হুকুম দিয়ক জাহপানা, গোপালৰাও, গুলাব সিং দুয়োৰেই গৰ্দান লওঁ।"

ইমৰানে হাঁহি ক'লে, "হুকুম দিলোঁ।"

ক্ষন্তেকৰ কাৰণে ফিৰিঙ্গীৰ কামানৰ শব্দ বন্ধ হৈছিল। এতিয়া আকৌ পূৰ্ণোদ্যমে আৰম্ভ হৈছে। গুলীৰ শব্দ শুনি শুনি ইমৰানে ক'লে, "তই দক্ষিণ বুৰুজ আৰু সাগৰ-গেটলৈ গৈছিলিনে, সৰফ্?"

"এতিয়া তাৰপৰাই আহিছো।" সৰফৰাজে ক'লে। "অৱস্থা বৰ বেয়া। ওস্তাদ খোচে এটা কামানৰো পাল্লা ঠিক কৰিব পৰা নাই।"

"তাৰপৰা আকৌ এবাৰ আহোগৈ ব'ল।"

সিহঁত দুয়ো সাগৰ-গেটৰ পিনে ঘোঁৰা চেকুৰালে।

দৰৱাজা পায়ো কিন্তু দীৱাৰত উঠিব পৰা নগ'ল। খট-খটীয়েদি অলপ দূৰ উঠাৰ পাছতে চন্তৰী এটাই সিহঁতৰ বাট ভেটি ধৰিলে। সি সুধিলে, "ক'লৈ যোৱা তোমালোক? তোমালোকৰ ইয়াত ডিউটি আছে নেকি?"

"নাই।"

"তেনেহ'লে নামি যোৱা। এতিয়া ইয়াত উঠাৰ নিয়ম নাই।"

"বাঃ, বেচ্‌তো!" ইমৰানে ক'লে, 'আমাৰ চহৰতে যুদ্ধ হ'ব আৰু আমি দেখিবলৈ নাপাম! জানা আমি বিচালা ফৌজৰ মানুহ?"

"সেয়েইতো মস্কিল। পদাতিক হোৱা হ'লে ডিউটি পাই গ'লাহেতেন। যোৱা—বাপা লোৱা, বাপা লোৱা!"

দুয়ো নামি আহিল। সৰফৰাজে ক'লে, "চৌকীয়ে চৌকীয়ে বন্দুক লোৱা পদাতিকবোৰকহে ডিউটিও দিছে। তই গঁইয়াৰ-

দৰৱাজাৰ ফালৰপৰা উঠগৈ—কোনেও বাধা নিদিয়ে। তাৰ-পৰাই দেখা পাবি।"

ইংৰাজ বেটেৰীৰপৰা লেঠেৰী নিছিগাকৈ গুলী আহিছে। চৌকীবোৰৰ ওপৰত সশব্দে ফাটিছে গুলীবোৰ। দুই-এটা গুলী চহৰৰ মাজতো পৰিছেহি। দীৱাৰৰ কাষৰে খেৰৰ গঞ্জ এটা গুলী লাগি জ্বলিবলৈ আৰম্ভ কৰিছে।

সৰফৰাজক বিদায় দি ইমৰানে সঁইয়াৰ-দৰৱাজাৰ পিনে ঘোঁৰা চলালে। সেইফালে প্ৰায় নিস্তব্ধ, যুদ্ধৰ উম-ঘাম নাই। ইমৰান দীৱাৰৰ চিৰিয়েদি উঠি গ'ল। মধুমতীৰ কামানটো সি বিচাৰি উলিয়ালে। কামানৰ কাষতে জুপুকা মাৰি বহি আছে মধুমতী। এখন হাত মেলি হেলনীয়া ৰ'দ ছাটিৰপৰা চকু ঢাকিছে তাই। ইমৰানক দেখি তাই থিয় হ'ল। "যুদ্ধ আৰম্ভ হৈ গ'ল", তাই হাঁহি মাৰি ক'লে।

"হুঁ। তোৰ গুৰু গোলাম ঘোচে বোলে কামানৰ নিশানাই ঠিক কৰিব পৰা নাই ?"

"প্ৰথমতে তেনেকুৱা হ'বই। কামানৰ নিশানা ঠিক কৰোতে বহুত সময় লাগে। তোমালোকে শিকিলেহে জানিবা। বন্দুকৰ নিচিনাতো আৰু নহয় যে ভুচুং চাই গুলী কৰিবা ? কামানৰ গুলী ফমুটিব দৰে বেঁকা বাটেৰে যায়। সেইটো নিৰ্ভৰ কৰে কামানৰ আকাৰ; গুলীৰ ওজন আৰু বাৰুদৰ পৰিমাণৰ ওপৰত। অন্ততঃ কেইটামান ৰাউণ্ড গুলী নমৰালৈকে তাৰ নিশানা ঠিক কৰিব নোৱাৰি।"

"এবাৰ নিশানা ঠিক হৈ গ'লে তেন্তে কাইলৈ ফিৰিঙ্গীৰ চিন-ছাব নোহোৱা কৰি দিব পাৰিবি ?"

"ঠাট্টা নকৰিবা, ইমৰান ! অন্ততঃ কিছু পৰিমাণে হ'লেও যে সিহঁতক নাজল-নাস্থল কৰিব পাৰিমহঁক সেইটো সত্য।"

দুবৈশু ডেভিদে আৰু কেইটামান খালাচীৰে সৈতে লগ হৈ তিতা বালিৰ বস্তাৰে কামান এটা ঢাকিছে। সেইফালে চাই চাই ইমৰানে ক'লে, "তোৰ ডেভিদে দেখিছো পুৰা-দস্তুৰ খালাচী হৈ উঠিছে।

"এৰা, তাক বিচালা কৰাটো হৈ নুঠিলগৈ আৰু।"

মধুমতীয়ে আজি মাৰাঠী ধৰণে পোন্ধ মাৰ্ভিৰ শাৰী পিন্ধিছে। শাৰীৰ ৰংটো ছাই ৰঙৰ। ইমৰানে জানে বেচেৰীৰ পোছাকী শাৰী মাত্ৰ দুখন। এইখন, আৰু আন এখন বগা শাৰী।

"ফিৰিঙ্গীৰ কামানৰ শব্দ শুনিছা?" তাই ক'লে, "ধপচ্ ধপচ্ কৈ যিবোৰ ফুটিছে সেইবোৰ মৰ্টাৰ। মৰ্টাৰৰ গুলীৰ ওজন বেছি, কিন্তু পাল্লা কম। দীৱাৰ ভাঙিবলৈ বেচ্ কাম দিয়ে। বন্দুকৰ গুলীৰ দৰে শব্দ কৰি ফুটাবোৰ হাউট্জাৰ। এইবোৰ গুলীৰ পাল্লাও ভাল, নিশানাও ভাল। ফৌজ আক্ৰমণ কৰিবলৈ এই গুলী ব্যৱহাৰ কৰে। ফিৰিঙ্গীৰ কামানবোৰ খুউব পাতল, নিশানা ঠিক কৰিবলৈ বৰ সুবিধা।"

"ওস্তাদে তইঁতক ইমান কথা শিকাইছেনে?"

"উঁ। ভাল নিশানাৰ কাৰণে কম কথা জানিব লাগে নেকি? বতাহৰ কথা বাদ দিলেও নহ'ব। বাহিৰৰ সোঁ গছকেইজোপালৈ চোৱা। বতাহত হালিছে-জালিছে। তালৈ চালেই তুমি বতাহৰ জোৰৰ নিৰিখ পাবা। যদি এতিয়া গছকেইজোপা দক্ষিণ ফাললৈ আৰু হালি যায়, এই কামানৰ নিশানাও বদলি কৰিব লাগিব জানা, বতাহে গুলীৰ লক্ষ্য পাঁচ-ছয় হাতলৈকে আঁতৰাই দিব পাৰে।"

মধুমতীৰপৰা চুৰবীনটো লৈ ইমৰানে দূৰৰ ইংৰাজ-চাউনী চাবলৈ ধৰিলে। "বাগিছা - বুৰুজৰ তাৰ চহৰৰ সকলো ফকীৰ আৰু সন্ন্যাসীয়ে লৈছে, গম পাৱনে? হিন্দু সন্ন্যাসী আৰু

মুছলমান ফকীৰৰ ক'লা আৰু সেউজীয়া পতাকা ওচৰাউচৰিকৈ পুতিছে তাত।"

"ওঁ", মধুমতীয়ে ক'লে, "সেইটোৱে সৈতে আমাৰ এতিয়া সৰ্বমুঠ তেৰটা বেটেৰী হ'ল। এইটো বেটেৰী হাবিলদাৰ খুদাবক্স খাঁৰ হাতত। মোৰ কিন্তু ইয়াত থাকিবৰ মন নাই। পাৰিলে ওস্তাদ খোঁচৰ লগলৈ যাম। প্ৰায় ত্ৰিছটা কামান থাকোতে কিহৰ পৰোৱাই কৰো!"

"তোক এইটো কামান এৰিবলৈ দিব জানো?"

"কিয় নিদিব? এইটো কামানৰ কাৰণে আৰু চাৰিটা গোলন্দাজ আছে। অৱশ্যে কামান বদলোৱাৰ মাজত বহুত কথা আছে, জানা? যি কামানৰ ওচৰত তুমি বহিবা, তাৰ সম্মুখা-সম্মুখিকৈ থকা শত্ৰুৰ বেটেৰীৰ প্ৰত্যেকটো কামান তোমাৰ মনত থাকিব লাগিব। প্ৰত্যেক কামানৰ গুলী আহি ক'ত পৰে সেইটো তোমাৰ মুখস্থ থাকিব লাগিব। এটা কামান ফুটিলেই তুমি তাৰ ধোঁৱা দেখিবলৈ পাবা, তাৰ দুই মুহূৰ্তৰ পাছত গুলী আহি তোমাৰ কাষত পৰিবহি। গতিকে কামানৰ পাল্লা জনা থাকিলে তুমি পলাবলৈ আৰু পলোৱাবলৈ সময় পাবা। জানাইতো যুদ্ধৰ সময়ত এটা গোলন্দাজৰ মূল্য এটা কামানৰ সমান।"

"তোৰ মূল্যও তেন্তে এই পঞ্চাছ মোণ লোহাৰ সমান?" ইমৰানে হাঁহি ক'লে। "দিল্লীত যে এদিন ৰাতি কোনোবাই সকলোবোৰ কামানত বালি আৰু ইটাৰ টুকুৰা ভৰাই থৈ গৈছিল, মনত আছেনে, মাধু?

"ওঁ, মইনুদ্দিনৰ দলে!"

"তইঁতৰ ডিউটি কেই বজালৈ আছে?"

"ছয় বজালৈ। মই পিছে আঠ বজালৈকে থাকিম। চহৰৰ মাজত পৰা গুলীবোৰে বহুত খতি কৰিছে নেকি?"

"কিছু কিছু কৰিছে। তইঁতৰ সকলোৱে খানা ৰাতি ইয়াতেই দিব বোলে ?"

"উঁ, মই পিছে কিল্লাত যামগৈ।"

"যাক, মই যাওঁ। হাত-ভৰি নাভাঙিবি কিন্তু, দেই ?"

"ঠিক নাই, হয়তো গোটেই ৰাতিয়েই যুদ্ধ চলিব আজি।" মধুমতীয়ে হাঁহি ক'লে। "ৰাতিপুৱা আহিবা না ?"

"আহিম বাক।" ইমৰানে খটখটীৰ পিনে আগুৱালে।

হয়তো মধুমতীৰ কথাই সত্য হ'ল।

পিছ দিনা ৰাতিপুৱা দূৰৰ ইংৰাজ-চাউনীৰ বিউগল আৰু ড্ৰামৰ বাজনা শেষ হোৱাৰ আগে আগেই অব্যৰ্থ লক্ষ্যৰে গৰ্জি উঠিল ঝাঁচীৰ কিল্লা আৰু দীৱাৰৰ কামানবিলাক। যোৱা ৰাতিৰ অন্ধকাৰৰ মাজে মাজে অশেষ কষ্টেৰে কেইবাটাও বেটেৰী গঠন কৰিছিল বৃটিছ বাহিনীয়ে। দীৱাৰৰ কেউকাষে থিয় কৰাইছিল এশাৰী মোৰ্চা আৰু বেটেৰী। আজি সেই বেটেৰীবোৰ এটাৰ পিছত এটাকৈ বিধ্বস্ত হৈ যাবলৈ ধৰিলে।

ৰাতিপুৱা দক্ষিণ বুৰুজত ইমৰানৰ ডিউটি আছিল। চৌখুপিৰ ফাঁকেৰে বন্দুক উলিয়াই থিয় হৈ আছিল সি। প্ৰত্যেক চৌখুপিৰ কাষে কাষে আছিল একোটাকৈ চিপাহী। ফিৰিঙ্গীৰ পদাতিক ফৌজে হয়তো বিস্ফোৰক পদাৰ্থ লৈ হঠাতে দীৱাৰ আক্ৰমণ কৰিবহি পাৰে—তাৰ কাৰণেই এই ব্যৱস্থা।

দক্ষিণ বুৰুজত আজি অভূতপূৰ্ব চাঞ্চল্যই দেখা দিছে। ভিতা বস্তাৰ দ'মৰ মাজে মাজে উশাহ-নিশাহ হেৰুৱাই গোলাম ঘৌচৰ খালাচীবোৰে দৌৰা-দৌৰি কৰিছে। সিহঁতে বিজুলী বেগেৰে বাৰুদৰ বাকচ আৰু কামানৰ গুলীবোৰ ঠায়ে ঠায়ে পঠিয়াই দিছে। সিহঁতৰ দৌৰা-চাপৰাৰ যেন শেষ নাই। ভগত কামানত

কাঠৰ-চামুচেৰে নিভু্ৰ্ল ক্ষিপ্ৰ গতিৰে খাৰ ভৰাইছে বাচ্ছা গোল্‌চৌবিলাকে। এই সকলোবোৰ হৈ-চৈ আৰু হুলস্থুল চেৰাই শুনা গৈছে ওস্তাদ গোলাম ঘোচৰ গগণফটা হুকুমৰ হুঙ্কাৰ, বিভিন্ন কামানৰ নাম আৰু নিৰ্দেশ. "কড়কবিজ্‌লী ।......... ভৱানীশঙ্কৰ ....। সমুদ্ৰ সংহাৰ !...... অৰ্জুন !!" আৰু লগে লগে গোলাম ঘোচৰ আজ্ঞাবাহী সেই বিশ্বস্ত কামানবোৰ এটাৰ পিছত এটাকৈ ফুটি গৈছে ভীম-গৰ্জনেৰে। সেই গৰ্জন আকাশৰ মেঘত প্ৰতিফলিত হৈ পাহাৰীয়া মধ্য ভাৰতৰ আকাশে-বতাহে অভাৱনীয় আতঙ্ক আৰু বিভিষিকাৰ সৃষ্টি কৰিছে। ঘন-গৰ্জ্জ কামানত জুই দিছে ঘোচ চাহেবে নিজৰ হাতেৰে। এইটো কামান ফুটোতে কোনো ধোঁৱা নোলায় কাৰণে এই কামানেই ফিৰিঙ্গীক বিধ্বস্ত কৰিছে আটাইকৈ বেছি।

ফিৰিঙ্গীৰ গুলীবোৰ যেন আজি বৰ বে-নিশানা। সেই গুলীবোৰ দীৱাৰ আৰু তাৰ আগে-পিছে য'তে-ত'তে পৰিছেহি আৰু ফাটিছেহি। কিন্তু কামত অহা নাই। তথাপি বিশাল দীৱাৰৰ চৌখুপিযে চৌখুপিয়ে চৌখুপা পৰি বিস্ফোৰণ হৈছে। কিল্লা আৰু দীৱাৰৰ গাত সকলো অংশতে তিতা বালিৰ বস্তা শাৰী শাৰীকৈ ওলোমাই থোৱা হৈছে। তাত যিবিলাক গুলী পৰিছেহি সেইবোৰ বিস্ফোৰণ নোহোৱাকৈ সৰি সৰি পৰিছে।

একো একোটা বেটেৰী ধ্বংস হোৱাৰ লগে লগে ফিৰিঙ্গীবোৰে অইন বেটেৰীলৈ গুচি গৈছে। লগে লগে কিল্লা আৰু দীৱাৰৰ প্ৰত্যেক বেটেৰীৰপৰা উল্লাসৰ চিয়ঁৰ উটি আহিছে। সাগৰ-গেটৰ বেটেৰীৰ গৰ্জন ক্ৰমেই বাঢ়ি গৈছে। তাত 'নলদাৰ' কামান লৈ ৰহিছে স্বয়ং খুদাবক্স। ইমবানৰ আটাইতকৈ ওচৰত থকা কামানটোৰ বালিৰ বস্তা কাটি তপত বালি ছিটিকি পৰিল। লগত এদল নিকৰ্মা চিপাহীয়ে ভিতি কান্দি চিয়ঁৰি

চিয়ঁৰি বেসুৰা মাতেৰে গাইছে,

“দৰিয়া মেঁ তুফান
বাঢ়ি দুৰ ইংলিস্তান,
জলদি যাও জলদি যাও
ফিৰিঙ্গী বেইমান !”

হঠাৎ ইমৰানৰ নিচেই কাষতে গুলী এটা আহি পৰিলহি। প্ৰচণ্ড বিস্ফোৰণৰ লগে লগে সেই চৌখুপিটো উৰি গ'ল। তাত থিয় হৈ থকা চিপাহীটো নিশ্চিহ্ন হৈ গৈছে। তাৰ শেষ চিহ্ন হিচাপে এটোপ তেজৰ দাগো মাটিত বৈ যোৱা নাই।

আকৌ সাগৰ-গেটৰপৰা ভীষণ উল্লাস ধ্বনি শুনা গ'ল। শঙ্কৰ মন্দিৰৰ ইংৰাজ বেটেৰীও ধ্বংস হৈ গৈছে। ঠিক সেই সময়তে ইমৰানে নিচেই ওচৰতে ফুচ্‌ফুচনি শুনিবলৈ পালে, “বাঙীচাহেবা ! বাঙীচাহেবা আহিছে !”

ইমৰানে মুখ ঘূৰাওঁতে নৌ-ঘূৰাওঁতেই তেজী সাবেংগী ঘোঁৰাত উঠি পাঠানী পোছাক পিন্ধা বাঙীচাহেবাই তাৰ ওচৰেদিয়েই তুফান বেগেৰে পাৰ হৈ গুচি গ'ল। তেওঁৰ ঠিক পিছফালে ভীষণ শব্দেৰে গুলী এটা পৰি চৌখুপি এটা ভাঙি পেলালে। তাৰে তেওঁ ঘূৰিও নাচালে। তেওঁৰ সন্মুখতে আন এটা ভয়ানক বিস্ফোৰণ হ'ল। সাবেংগী ঘোঁৰাই সেই ঠাইডোখৰ জপিয়াই পাৰ হৈ গ'লগৈ। যিমান দূৰলৈকে দেখা গ'ল, কিল্লাৰ গড়ৰ ওপৰৰ ঠেক বাটেৰে উল্কাৰ দৰে ঘোঁৰা দৌৰাই গৈয়ে থাকিল বাঙীচাহেবা।

ইংৰাজ বেটেৰীৰ গুলীৰ শব্দ ক্ৰমেই খীন হৈ আহিছে। পিছুৱাবলৈ আৰম্ভ কৰিছে ইংৰাজ ফৌজ। দুপৰীয়া বাৰ বজাৰ আগে আগেই ইংৰাজ বোটৰীবোৰ সম্পূৰ্ণ নিস্তব্ধ হ'ল। কিন্তু ঝাঁচীৰ পঁয়ত্ৰিছটা কামানে গৰ্জি আছে তেতিয়াও।

চিপাহীবোৰে বাৰে বাৰে পুকাৰ দিছে, "হৰ, হৰ। দীন, দীন!" নানান ফিৰিঙ্গী বিৰোধী গালি-গালাজৰ লগে লগে সিহঁতে চিঞৰিছে, "দিল্লী লুট কৰি উঠি এইবাৰ আকৌ ঝাঁচী লুটিবলৈ আহিছা? আহা, এইবাৰ খবৰ লৈ ল'ম।"

সন্ধিয়াৰ পাছত মাণিক-চৌক মহল্লাৰ ঘৰত বহি ইমৰান, সৰফৰাজ আৰু গোলাম আলীয়ে তন্নামন্না তৰ্ক আৰম্ভ কৰি দিছে।

ইমৰানৰ মুখা-মুখিকৈ বহি লৈ সৰফৰাজে শেষ কথা সুধিলে, "তই তেন্তে নাযাৱ?"

"তৎ লৰ্টোন, সৰফ! হিউৰ'জৰ এশ দুটা আধুনিক কামানৰ মাত যে ঝাঁচীৰ পাঁয়ত্ৰিছটা কামানে বন্ধ কৰি দিলে, এই অদ্ভুত কথাটো মই এতিয়ালৈকে সহজভাৱে ল'বই পৰা নাই।"

"বাজে কথা কৈ নাথাকিবি, ইমৰান।" গোলাম আলীয়ে ক'লে। "সৰফে ভাল কথা এযাৰ কৈছে, তাকো তই তল পেলাবলৈ যত্ন কৰিছ। কৈ নিদিয় কিয়—গুলাব সিঙক মাৰিবলৈ তই যাবি?"

ইমৰানে ক'লে, "প্ৰথমে তহঁতেই চেষ্টা কৰ গোলাম। নহ'লে মই পাছত যাম।"

সৰফৰাজে গোলামৰ হাতত ধৰি টানি ক'লে. "সি নাযায় গোলাম, তাক বাদ দে! আমাৰ ব'ল। এতিয়াই....।"

সিহঁত দুয়ো ঘৰৰ বাহিৰলৈ ওলাই গৈ ঘোৰাত উঠিল। ইমৰানে পিছফালৰপৰা চিঞৰিলে, "ৰৈব', অকলে মৰিবলৈ নাযাবি! কেইটামানৰ অন্ততঃ খবৰ দি যাবি।"

সৰকৰাজহঁত যোৱাৰ পাছত ইমৰানে বিচনাত দীঘল দি পৰিলে। অইন কাম নথকাত সি শুই শুই এপাচিমান কথা ভাবিবলৈ আৰম্ভ কৰি দিলে। ওস্তাদৰ চিঠিখনৰ কথা চিন্তা কৰিলে সি। চিঠিখন তেওঁ লিখিছে ভিচেম্বৰ মাহত। হীৰালাল তেতিয়াও জীৱিত। ওস্তাদে হীৰালাল আৰু মধুমতীক ছুটী দিয়াৰ কথা লিখিছে। ইমৰানে নিজেও বহুত দিন ভাবিছে মধুমতীক বেলাই দিয়াৰ কথা। ওস্তাদৰ দলৰ প্ৰত্যেকটো মানুহৰে ভৱিষ্যত অনিশ্চিত। সিহঁতৰ ভাগ্যৰ লগত মধুমতীৰ জীৱনৰ সকলো আশা-ভৰসাক মিহলাই দিয়াটো অনুচিত। তাই ছোৱালী মানুহ, তাতে কোমল বয়স। এই থেক নোহোৱা দলটোৰ লগত ঘূৰি ফুৰিলে তাইৰ জীৱনটোৱেই মাটি হৈ যাব।

বাঁচীলৈ অহাৰেপৰা ইমৰানে ছুবাবকৈ ওস্তাদৰ নিৰ্দেশ পালে। তাৰ ওপৰত বৰ বেছি আস্থা ৰাখিছে ওস্তাদে। ইমৰানে কিন্তু জানে সি নিৰৰ্থক বাঁচীত বহি আছে। এই যুদ্ধখনৰ এটা হেস্ত-নেস্ত হৈ যাওঁক, তাৰ পাছত সি জগদীশপুৰলৈ যাবলৈ ওস্তাদৰ অনুমতি ল'ব।

অদ্ভুত মানুহ এই ওস্তাদ। ভাৰতবৰ্ষৰ প্ৰত্যেক অঞ্চলত তেওঁৰ মানুহে কাম কৰিছে। প্ৰত্যেক অঞ্চলৰ খবৰ তেওঁৰ নখৰ আগত। ইমৰানে ওস্তাদক প্ৰথম লগ পায় মীৰাটত। ১৮৫৫ চনত। তাৰো চাৰি বছৰ আগৰেপৰাই তেওঁ গাঁৱে গাঁৱে, চহৰে চহৰে সন্ত্ৰাসবাদী প্ৰচাৰকাৰ্য্য আৰম্ভ কৰিছে। বিদ্ৰোহৰ আৰম্ভ হোৱাৰ পাছত ইমৰান আৰু হীৰালালক লৈ তেওঁ দিল্লীলৈ আহে। মধুমতীক দলত ভৰ্তি কৰাটো তাৰ পাছৰ কথা। দিল্লীত তেওঁৰ দলৰ মানুহ আৰু আছিল। ইমৰানে সকলোকে চিনি নাপায়। সি শুনিছে যে কেইবা শও মানুহে ওস্তাদৰ কাৰণে কাম কৰে। এই মানুহবোৰৰ পৰস্পৰৰ

মাজৰ সিমান চা-চিনাকি নাই। আটাইতকৈ অদ্ভুত কথা হ'ল, ইমৰানৰ বাহিৰে কোনোৱেই ওস্তাদৰ প্ৰকৃত পৰিচয় নাজানে। আনকালেদি, ইমৰানকো দলৰ মানুহে 'শেঠজী' নামেৰেই জানে। ওস্তাদেই যি ইমৰানৰ আচল চিনাকি গম পায়। ....অদ্ভুত আছিল দিল্লীৰ সেই দিনবোৰ.........।

বহিৰত খোঁৰাৰ শব্দ শুনি ইমৰানৰ চিন্তাৰ সোঁতত ভেটা পৰিল। খৰতকীয়া খুৰাৰ শব্দবোৰ তাৰ ঘৰৰ আগলৈকে আহি বৈ গ'ল। অলপ পাছত তাৰ দুৱাৰডলিত থিয় হ'লহি মধুমতী। আচৰিত হৈ ইমৰানে শোৱাৰপৰা উঠি বহিল। সি লক্ষ্য কৰা নাছিল যে তাই এখন হাতেৰে খামোচ মাৰি ধৰি আছে এটা পিস্তল আৰু সেই পিস্তলটো থৰ্ থৰ্‌কৈ কঁপিছে। তাই মানুহজনীও কঁপিছে। তাই হয়তো থৰকু-বৰকুকৈ পৰিয়েই গ'লহেঁতেন, কিন্তু ইতিমধ্যে ইমৰানে উঠি গৈ তাইৰ দু' বাহুত ধৰি পেলাইছে।

"তোৰ হ'ল কি, মাধু! এনেকুৱাখন কৰিছ কিয়?" তাইক ধৰি নি বিচনাত বহুৱাই ইমৰানে সুধিলে।

কঁপা কঁপা আৰ্ত মাতেৰে মধুমতীয়ে ক'লে, "মই গুলাব সিঙক হত্যা কৰিলোঁ।"

অবাক হ'ল ইমৰান। মধুমতীয়ে হত্যা কৰা বুলি নহয়. ঘটনাৰ অভাৱনীয়তাত। "অদ্ভুত! কিয়....কেনেকৈ?" সি ক'লে, "কিন্তু তাতেই ইমান বিচলিত হ'বলগীয়া কি আছে মাধু?... তই ছোৱালীজনী সুস্থিৰ হচোঁন আগেয়ে। পানী খাবি?"

মধুমতীয়ে মূৰ দুপিয়ালে। চুকৰ চোৰ্‌হাইৰপৰা গিলাচত পানী বাকি আনি ইমৰানে তাইৰ হাতত দিলে। ঢোকুঢোকুকৈ আকণ্ঠ গোটেই গিলাচ পানী শেষ কৰি পেলালে তাই।

লাহে লাহে মধুমতীয়ে এটা এটাকৈ ঘটনাবোৰ কৈ গ'ল। গুলাব সিঙৰ তোলনীয়া জীয়েক সুৰেন্দ্ৰৰ তাইৰ বান্ধৱী. সুৰেন্দ্ৰৰ

লগতে সিহঁতৰ ঘৰলৈ আগতেও তাই কেইবাবাৰো গৈছে। আজিও গৈছিল। কামানৰ যুদ্ধত জীৱন বৰ অনিশ্চিত ....। সেই কাৰণেই তাই ভাবিছিল সুৰেন্দ্ৰক এবাৰ মাত লগাই আহিব। নিজান সন্ধিয়া! অন্ধকাৰ ঘৰ। তাই খটখটীৰে ওপৰ মহলালৈ উঠি গ'ল। বৈঠকখানালৈ গৈ তাই দেখিলে উজ্জ্বল ঝাৰ-লণ্ঠনৰ তলত চেৰাপৰ পিয়লা লৈ বহি আছে চৰ্দাৰ গুলাব সিং। তেওঁ ক'লে, সুৰেন্দ্ৰৰ ঘৰত নাই, কোষ্টিপুৰা মহল্লাত থকা পেহীয়েকৰ তালৈ গৈছে।

গুলাব সিং বিপত্নীক। ঘৰত আন কোনো মানুহেই নাই। দাৰোৱান, চাকৰ, চহিচ্, কাচোৱান যিবিলাক আছে সিহঁতো বাহিৰে বাহিৰেই থাকে। গুলাব সিঙৰ চকুলৈ চাই মধুমতীৰ কিয় জানো ভাব হ'ল যে তাই আৰু তাত বৈ থকাটো সমীচীন নহয়। কিন্তু গুলাব সিঙে তাইক ৰ'বলৈ জোৰ কৰিলে, ক'লে যে সুৰেন্দ্ৰৰ অলপ সময়ৰ ভিতৰতে আহিব। মধুমতীয়ে আপত্তি কৰিলে, কিন্তু গুলাব সিঙে কোনো পথ্যেই নেৰে। শেষত গৈ অৱস্থা এনেকুৱা হ'ল যে তায়ো ৰ'বলৈ মান্তি নহয় আৰু তেৰেঁা একোতেই এৰি নিদিয়ে। মধুমতীয়ে জোৰকৈ গুচি আহিব খোজোতে গুলাব সিঙে বাট আগচি ধৰিলেহি। তাই যিমানেই তেওঁক বাট এৰি দিবলৈ ক'লে, তেওঁ সিমানেই হাঃ হাঃকৈ হাঁহি তাইৰ ফালে আগুৱাই আহিবলৈ ধৰিলে। তৰিৎ বেগে কঁকালত খোচনিৰপৰা পিস্তল উলিয়াই মধুমতীয়ে ক'লে, "চৰ্দাৰজী, আৰু এখোজ আগুৱালেই মই তোমাক গুলী কৰিম।"

কিন্তু গুলাব সিঙৰ চকু তেতিয়া জবাফুলৰ দৰে ৰঙা। তেওঁৰ শিৰে শিৰে ফটিকাৰ আমেজ লাগিছে। তেওঁ ভৰা নাই যে মধুমতীয়ে সঁচা সঁচিকৈয়ে তেওঁক গুলীয়াব পাৰিব। অশ্ৰাব্য কথা এটা কৈ তেওঁ তাইৰ ফালে আগুৱাই গৈয়ে থাকিল।

মধুমতীয়ে চিঞঁৰি উঠিল, "ভগৱানৰ দোহাই, চৰ্দাৰজী, আৰু আগনাবাঢ়িবা, নহ'লে মই তোমাক হত্যা কৰিম"।

তেতিয়াও নবল গুলাব সিং। হাত দুখন মেলি হাঃ হাঃকৈ হাঁহি হাঁহি তেওঁ তাইৰ নিচেই কাষ পালেহি। একে জাপে দাঁতিলৈ গৈ পলাবলৈ চেষ্টা কৰিলে মধুমতীয়ে। কিন্তু গুলাব সিঙে দৌৰি গৈ ঠিক খটখটীৰ কাষতে তাইক সাৱটি ধৰিলে।

"গুলাব সিঙক খুন কৰাৰ ইচ্ছা মোৰ নাছিল।" মধুমতীয়ে কৈ গ'ল, "মৰণক তেওঁ নিজে বাছি লোৱা নাইনে? তুমি কি বুলি ক'বা, নক'বানে যে গুলাব সিঙে আত্মহত্যাই কৰিলে? গাৰপৰা কোনো পধ্যেই তেওঁৰ হাত এৰুৱাব নোৱাৰি মই দৃঢ়ভাৱে পিস্তল ডাঙি তেওঁৰ পেটত গুলী কৰিলোঁ।"

পিস্তলৰ ভীষণ শব্দটোৱে গোটেইটো দালান ৰজনজনাই গ'ল। লগে লগে গুলাব সিঙৰ হাতৰ বান্ধোন ঢিলা হৈ আহিল। ঢলং পলংকৈ তেওঁ দুখোজ আগুৱাই গ'ল। এক মুহূৰ্তৰ কাৰণে খটখটীৰ ডাংগড়ুত (Railing) ভেজা দি ৰ'বলৈ চেষ্টা কৰিলে। তাৰ পাছতেই খটখটীৰ ওপৰত হামখুৰি খাই পৰি বাগৰি বাগৰি তললৈ নামি গৈ থাকিল।

ইমৰানে ক'লে, "ইমান সামান্য কথা এটাৰ কাৰণে বিচলিত হ বলগীয়া একো নাই, মাধু। একালত হয়তো এনেকুৱা এটা যুগ আহিব, যেতিয়া কোনোবাই যোৰা এটা মাৰিলেও মানুহে 'খুন' 'খুন' বুলি চিঞঁৰি উঠিব। কিন্তু বৰ্ত্তমান যুগত খুন শব্দটোৰ অৰ্থ কি? হত্যা শব্দটোৰ তাৎপৰ্য্য কি? পকৰাৰ দৰে মোহাৰি মাৰি মানুহ নাশ কৰাটোৱেই আজিৰ দিনৰ ধৰ্ম আৰু যুগৰ নীতি।"

মধুমতীয়ে বেদনাসনা মাতেৰে ক'লে, "কিন্তু মোৰ বৰ ভয় লাগিছে, বৰ বেয়া লাগিছে। ভগৱান! কিয় এইটো হ'বলৈ পালে বাৰু। ইমান দুখভাৰিকৈ মই কেতিয়াও মানুহ মৰা নাই।"

ঠিক সেই সময়তে যিটো মানুহ দুৱাৰডলিত থিয় হ'লহি সি বৈজনাথ। অচিনাকি ছোৱালী এজনী ইমৰানৰ নিচেই কাষতে বহি থকা দেখিও অলপো বিস্ময় প্ৰকাশ নকৰিলে সি। শান্তভাৱে মাথোন ছুটিকৈ ক'লে, "ইমৰান, বিনায়ক মৰিল।"

ইমৰানে একো নুবুজাৰ দৰেই তাৰ মুখৰ পিনে চাই থাকিল কেইমুহূৰ্তমান। তাৰ পাছত জপিয়াই উঠি তাৰ কান্ধত ধৰি জোকাৰি জোকাৰি ক'লে, "তই কৈছ কি, বৈজনাথ !!"

"ঠিকেই কৈছো, ইমৰান।" বৈজনাথে শান্তভাৱেই উত্তৰ দিলে। তাৰ মাতটো বৰ শুকান, কিন্তু তাৰ শূন্য চকু দুটাত কোনো আবেগ বা ভাবাবেশ দেখা নগ'ল।

সঁচাকৈয়ে বিনায়ক মৰিল।

যিটো মানুহক জীৱনকালত বন্দুকৰ গুলীয়ে স্পৰ্শ কৰিব পৰা নাছিল, সুদক্ষ নিশানাৰ গুলী যি চিৰকাল অৱজ্ঞা কৰি আহিছিল,—সেই মানুহটোৱেই আজি মৰা পৰিল সাধাৰণ এটা বেনিশানী গুলীৰ হাতত।

সেইহ মাৰ্চৰ দুপৰীয়াৰ পৰাই ফিৰিঙ্গী আৰু বাঁচীৰ বেটেৰীবিলাক নিস্তব্ধ। ক'তো এটা বন্দুকৰ মাতো শুনিবলৈ নাই। সন্ধিয়া সময়ত এটা মাত্ৰ বন্দুকৰ শব্দ শুনা গৈছিল। সেই গুলীতেই বিনায়ক মৰিছে। দীৱাৰৰ ওপৰত অন্ধকাৰত থিয় হৈ কাৰোবাৰ লগত কথা পাতি থাকোতেই সেই লক্ষ্যহীন গুলীটো কোনোবা ফালৰপৰা আহি লাগিছিলহি তাৰ গাত।

কিল্লাৰ নতুন সাময়িক আস্পাতালৰ প্ৰাঙ্গনত বিনায়কৰ মৃতদেহ বেৰি বহি আছিল খুৰ্শীদ, মুবাৰক, সৰফৰাজ, গোলাম আলী, সুন্দৰ, ভাৰ্গৱ, আনন্দ চাচা, বৈজনাথ আৰু

আন কেইটামান মুধাস্কৃত বন্ধু। সেই পিনে চাই চাই অলপ দূৰত্তে থিয় হৈ থকা গোলাম আলীয়ে অস্ফুত মাতেৰে ক’লে, “বদ্‌বখত্ !”

পুহ মাহত চিকাৰলৈ যাওঁতে তেহৰীৰ চিপাহীৰ লগত হোৱা সংঘর্ষৰ সেই যুঁজবাগৰৰ কথা ইমৰানৰ মনত পৰিল। সিদিনা সি বিনায়কৰ গাত গুলী নলগা দেখি খুব অবাক হৈছিল। বিনায়কে তাক হাঁহি হাঁহি বুজাইছিল, “আচলতে ঘটনাটো কি জান? তই যদি সাহ কৰি আগুৱাই যাব, কেতিয়াও গাত গুলী নালাগে। ঠিক জানিবি যে দহটাৰ ভিতৰত নটা গুলীৰেই নিশানা ভুল হয়। যি মানুহে ভয়ত ইফালে সিফালে পলাব খোজে সি ভুল নিশানাৰ গুলীতেই মৰে।......সাহসী মানুহ যেতিয়া মৰে, সি হয় মৰে খুব লায়ক নিশানাৰ গুলীত নাইবা মৰে দৈৱক্ৰমে ফুটা আকস্মিক গুলীত !”

আকস্মিক গুলীতেই মৰিল বিনায়ক। বৰ দৰদী বৰ হিমায়েতদাৰ আছিল মানুহটো। তাৰ কথা পাহৰিবলৈ সঁচাকৈয়ে বৰ টান হ’ব।

মাজৰাতিৰ পাছতে সিহঁতে বিনায়কৰ মৃতদেহ চাঙত তুলি লৈ গ’ল। ৰহুক দূৰে দূৰে থাকি শ্মশানগামী দলটোক অনুসৰণ কৰিলে ইমৰানে। অন্ধকাৰ নিশা। কোনো ঘৰতেই চিৰাগ জ্বলি থকা নাই, আলিকাশৰ প্ৰত্যেকটো লণ্ঠনেই নুমাইছে। মৃতদেহৰ আগে আগে কোনোবা এটাট লণ্ঠন এটা ওলোমাই লৈ গৈছে। খোজৰ লগে লগে লণ্ঠনটো মানুহটোৰ হাতত দুলিছে আৰু ৰাস্তাৰ ওপৰত পৰা তাৰ ভৰিৰ দীঘল দীঘল ছাঁবোৰ থৰকৈ অহা-যোৱা কৰিছে। অন্ধকাৰত থিয় হৈ থকা নিমাত দালানবোৰে মমতাহীন কৌতূহলেৰে নিৰীক্ষণ কৰিছে সিহঁতক। আৰু নিশাৰ অন্ধকাৰসনা নিৰ্জন ৰজাৰত তাঁহি

গৈছে সিহঁতৰ স্তিমিত চিয়ঁৰ, "ৰাম নাম সত্য হ্যায়........ৰাম নাম সত্য হ্যায় ........ ।"

ৰাম নাম সত্য হ্যায় ! মৃতকৰ আত্মাৰ সদগতিৰ অৰ্থে ভগৱানৰ নামৰ মহিমাৰ সত্যতা ঘোষণা ? এয়েই কি শেষ কথা ? আৰু একো নাই ?

সেয়েই হয়তো শেষ কথা নহয় । ইমৰানে ভাবিলে, ৰাম নামৰ এই কোঁহাল ধ্বনিৰ ভিতৰত মৃত্যুৰ প্ৰতি জীৱনৰ এটা আকুতি আছে । বহু দিনৰ আগতে এবাৰ জেলত থাকিবলগীয়া হৈছিল ইমৰান । সি আৰু তাৰ কাষৰ কোঠাবিলাকত থকা সকলো কয়দীয়েই আছিল ফাঁচীৰ আচামী । শেষৰাতি ফাঁচী দিবলৈ উলিয়াই নিয়া একো একোটা কয়দীয়ে শেষবাৰলৈ মৰ্মস্পৰ্শী চিয়ঁৰ মাৰিছিল, "বাচাও ! বাচাও" আৰু সেই চিয়ঁৰে ইমৰানৰ স্নায়ুমণ্ডলীত এটি হিমশীতল শিহৰণ তুলি দিছিল। সেইটো ঠিক মৃত্যু ভীতি নহয় । কাৰণ বহুবাৰ মৃত্যুৰ সন্মুখীন হৈছে আৰু কাহানিও মুহূৰ্তৰ বাবে বিচলিত হোৱা নাই । সেই চিয়ঁৰ শুনি তাৰ যিটো অনুভূতি আহিছিল নি অস্থি-চৰ্ম নিৰ্মিত দেহৰ বিনাশৰ দুঃখ নহয় । সেই অনুভূতি মৃত্যুৰ গভীৰতৰ উপলব্ধি । অন্তৰৰ যি এখন নিভৃত প্ৰদেশত থকা গভীৰ শোকখিনিৰে মানুহে বেদনাসনা কবিতা, গান, চিত্ৰ, ভাস্কৰ্য্যক ভাল পায়, সেই বিষাদময় প্ৰদেশৰ গভীৰো গভীৰতম মৰ্ম্মস্থলত লুকাই থাকে মানুহৰ গভীৰতম বেদনা । মৃত্যুৰ অস্তিত্বই মানুহৰ বৰ ডাঙৰ ব্যাথা—সকলো মহত্ত্ব, সকলো উপলব্ধি, সকলো মহামানৱতাক অৰ্থহীন কৰি মৃত্যু এটা ভয়াবহ সমাপ্তি । সেই গভীৰ ব্যাথা মনৰ অতল তলত গাঁথি থৈ তাক মূছি পেলাবলৈ যুগৰ পিছত যুগ অক্লান্ত চেষ্টা কৰি গৈছে মানুহৰ চেতনাই । সেই চেতনাই অহৰহ বুটলি গৈছে আনন্দৰ

উপচাৰ আৰু সুখৰ স্মৃতি, আঘাত আৰু মিলনজটাকলৰ আত্মাই ৰাখিছে মানৱ-চেতনাক— কিন্তু তথাপি সেই গভীৰ বেদনাক কোনো পাহৰাই দিব পাৰিছে? মৰণৰ ছবি দেখিলেই উচপ্ খাই উঠিছে মানুহৰ গভীৰতম আত্মানত থকা অন্তৰাত্মাই, আকৌ সেই বেদনাৰ কথা মনত পৰি যায়। শিয়ঁৰি উঠি সি প্ৰাৰ্থনা কৰিছে, "ৰাম নাম সত্য হায়!"

তথাপি সেই প্ৰাৰ্থনাৰ মাজেদি সি কোনো প্ৰতিশ্ৰুতিকেই মিনতি কৰিব পৰা নাই। মাথোন ব্যৰ্থ অভিযোগৰ হতাশ সুৰেই তাত ফুটি উঠিছে........।

মহাযাত্ৰিকৰ দলটো ইতিমধ্যে বহুদূৰ আগুৱাই গৈছে। সিহঁতক লগ ধৰিবলৈ ইমৰানে দ্ৰুতগতিৰে খোজ পেলাবলৈ ধৰিলে। লণ্ঠনৰ মলিন পোহৰখিনি আন্ধাৰৰ মাজত দুলি দুলি আগবাঢ়িছে। শেষৰাতিৰ গহীন নিৰ্জন পথত একমাত্ৰ সিহঁতৰ প্ৰাৰ্থনাই মাথোন শুনা গৈছে, "ৰাম নাম সত্য হ্যায়....ৰাম নাম সত্য হ্যায়........।"

×

এটা এটাকৈ কেইবাটাও দিন পাৰ হৈ গ'ল। চৌবিছ, পঁচিছ, ছাব্বিছ, সাতাইছ আৰু আঠাইছ মাৰ্চ। তেইছ তৰিখৰ আবেলিৰ বিৰতিৰ পিছত চৌবিছ তাৰিখে পুৱাবেলাৰ পৰা সেই যে গুলিয়া-গুলি আৰম্ভ হৈছে, আজিলৈকে তাৰ গতি কমা নাই।

বৰ লাহে লাহে গৈছে দিনবিলাক। সময় যেন মেথাৰ-মুপুৰায়। লেঠেৰি-নিছিগা গুলীৰ শব্দ। কাণানে কাণানে, গোলন্দাজে গোলন্দাজে যুদ্ধ। বাৰে বাৰে শুনা গৈছে ঘনগৰ্জৰ গুৰুগম্ভীৰ মেঘগৰ্জন, পবনালাৰ তীব্ৰ চিঞৰ বিপক্ষৰ মৰ্টাৰ আৰু হাউৎজাৰৰ শব্দ। তথাপি ঠিক বুজা নাযায় যুদ্ধৰ গতি কোনফালে গৈছে। এটা অসহ্য প্ৰতীক্ষা। নিষ্ক্ৰিয় দৰ্শক ৰাঁচীৰ পাঁচপন্ন হাজাৰ অধিবাসী অধীৰ হৈ পৰিছে। অলস ডিউটি দি দি বিৰক্ত আৰু অধৈৰ্য্য হৈছে পদাতিক বিচালাৰ দল। সকলোৱেই ভাবিছে কিবা এটা হেস্ত-নেস্ত হৈ যাওক। মুকলিকৈ হাত-ভৰি মেলি উশাহ পেলাওক চিপাহীৰ দলে।

আঠাইছ তাৰিখে আবেলি বিভিয়াৰ ঘৰৰ পিনে খোঁৱা চলাইছিল ইমৰানে। চিন্তা কৰি সি দখিছে যে বিভিয়াৰ লগত আজিয়েই সকলো কথাৰ এটা ফয়চলা হৈ যোৱাৰ দৰকাৰ। নহ'লে বৰ দেৰী হৈ গৈছে। জেপত পি সেই চিঠিখনো লৈছে। এই চিঠিখন সি মধুমতীকো দেখুৱা নাই। ওস্তাদৰো নিৰ্দেশ সেয়েই। কিন্তু বিভিয়াই এই চিঠিখন কিমানদূৰ বুজি পাইছে আৰু তাক কামত খটাইছে সেইটো গম পোৱাৰ দৰকাৰ।

বড়াবাজাৰৰ মাজেদি হুলকী চালত খোঁৱা চলাইছিল ইমৰানে। দোকান-বজাৰ সকলো প্ৰায় বন্ধ বুলিলেই হয়। অৱৰুদ্ধ চহৰৰ খোৱা বস্তুৰ দাম বাঢ়িছে ভয়াবহভাৱে। কেউপিনে

মাথোন ধ্বংসৰ চিন। ঘনবসতি অঞ্চলবোৰত য'তেই কামানৰ গুলী পৰিছে ত'তেই ঘৰ-বাৰী বিধ্বস্ত হৈ গৈছে। আটাইতকৈ ভয়ৰ কাৰণ হ'ল তীব্ৰ গৰমত শুকাই থকা ঘাঁহৰ গঞ্জবোৰ। তাত গুলী পৰিলেই জুই লাগে আৰু বিয়পি পৰে। সিদিনা চহৰৰ দক্ষিণ অংশত থকা লছমীভাল-ৰোডৰ কাষৰ প্ৰকাণ্ড ঘাঁহৰ গঞ্জত জুই লগাৰ ফলত ওচৰৰ দুটা মহল্লা একেবাৰেই পুৰি ছাঁই হ'ল। গুলীৰ আঘাতত কেইবাটাও আপুৰুগীয়া ইদাৰা নষ্ট হৈ গৈছে। তাৰ বাহিৰে মৃতৰ সংখ্যাও বৰ কম নহয়। আহত মানুহেবে কিল্লাৰ আস্পতাল ভৰ্তি হৈ যোৱাত নতুনকৈ ডাঙৰ অস্থায়ী আস্পতাল এটা পাতিছে বাঙ্গীচাহেবাই।

শ্ৰীহীন আলি-পদুলি। ৰাস্তাৰ পাথৰত গুলীৰ আঘাতৰ চিহ্ন। কেউপিনে মাজৰাতিৰ নিঃশব্দতা। ৰাস্তাৰ মানুহে সন্তৰ্পণে শব্দ নোহোৱাকৈ খোজ কাঢ়িছে। ৰবিপ্ৰছাদৰ চৰ্বতৰ দোকানত চিয়ঁৰি-বাখৰি আড্ডা দিয়া নাই কোনেও। বা অইন কোনো ঠাইতেই আগৰ দৰে উত্তেজিত তৰ্ক-আলোচনা হোৱা নাই। প্ৰতিটো মানুহৰ মুখত হতাশাৰ ছাঁ নামিছে। চহৰৰ প্ৰতিটো অংশ চুই গৈছে ধ্বংস আৰু মৃত্যুৰ চেকাই।

পঁচিছ তাৰিখৰ দিনা ইংৰাজৰ প্ৰথম ব্ৰিগেডৰ চৌজ ট্ৰেন আহি পোৱাৰ পাচত আৰু কেইবাটাও নতুন বেটেৰী স্থাপন হৈছে। জুকানবাগৰ কাষত কাপুটিকুৰী নামৰ টিলাটোত যিটো ডাঙৰ বেটেৰী সজিবলৈ আৰম্ভ কৰিছিল সেইটোও সম্পূৰ্ণ হৈ উঠিছে। এইবিলাক বেটেৰীবপৰা অহৰহ গুলী বৰষি হিন্তৰ'জে প্ৰাণপণে চেষ্টা কৰিছে যাতে দক্ষিণ-বুৰুজৰ গাঁথনি সোলোক-ঢোলক কৰি পেলাব পাৰে। কাৰণ দক্ষিণ-বুৰুজ ভাঙিব পাৰিলেই চহৰ সোমাব পৰা যাব, আৰু চহৰ অধিকাৰ কৰিব পাৰিলেই তাৰ মাজত থকা সুবিশাল কিল্লাটো দখল কৰিবলৈ বেছি সময়

নালাগিব। প্রত্যেক দিনাই সন্ধিয়াব পিনে দেখা গৈছে দীৱাবত ডাঙৰ ডাঙৰ কাট ওলাইছে। হিউৰ'জে চাগৈ বৰ আশাৰেই চাইছে সেই কাটবোৰৰ ফালে। কিন্তু বাঈচাহেবাব খাচ্ মিস্ত্রিব দলে ক'লা কম্বলেবে গা ঢাকি জৰীৰে নামি গৈ বাত্তিব ভিতৰতে সেইবোৰ মেৰামত কৰি ঠিক কৰি পেলাইছে। প্রত্যেক বাত্তি দলে দলে চিপাহীবোৰে জৰীৰে দীৱাৰৰ বাহিৰলৈ নামি গৈ পহৰা দিছে, আনোচা ফিৰিঙ্গীব দলে অন্ধকাৰৰ সহায় লৈ বাকদেৰে দীৱাৰ উকৱাই দিয়ে বা ফৌজ লৈ হঠাতে আক্রমণ কৰে।

বিভিয়াৰ ঘৰৰ ওচৰে-পাজৰে আৰু কেইবাটাও ঘৰ কামানৰ গুলীত ভাঙি গৈছে। বিধ্বস্ত অঞ্চল এটাৰ মাজত বিভিয়াৰ ঘৰটো অদ্ভুতভাৱে ঘুণ নলগাকৈ থিয় হৈ আছে। চাকৰনীজনীয়ে ভিতৰত খবৰ দি ইমৰানক মাত্তি নিলে। তাই বৈঠকখানা আৰু নাচ-ঘৰ পাৰ হৈ তাক একেবাৰে অন্দৰমহলৰ এটা কোঠালৈ লৈ গ'ল। সেই কোঠাত প্রকাণ্ড মুৰ-সমান আয়না এখনৰ সন্মুখত বহি বিভিয়াই প্রসাধন কৰিছে। তাক দেখি তাই সেই অলস হাঁহিটো মাৰি বহাৰপৰা নুঠাকৈয়ে ক'লে, "আহা, চুলতান, বহা। হঠাতে এনেকৈ ডুব মাৰিছিলা ক'ত?"

চাকৰনী ছোৱালীজনীয়ে আগবঢ়াই দিয়া চকীখনত বহি ইমৰানে ক'লে, "ডুব মৰা নাই, বিভিয়া। অলপ ব্যস্ত আছিলো। আজি হঠাতে মনত পৰিল যে তুমি সিদিনা দেখুৱা অদ্ভুত নাচটোৰ কাৰণে তোমাক কোনো মুজ্‌ৰা দিয়া নহ'ল। এয়া ধৰা।"

সি সোণৰ মোহৰ এটা তাইৰ ফালে আগবঢ়ালে।

বিভিয়াই এবাৰ মাথোন কেৰাহিকৈ চাই আকৌ নিজৰ প্রসাধনত লাগিল, আপোন মনে বিশুদ্ধ গক-খিউ আৰু কেঁচা বুটৰ অতি মিহি গুড়িৰ সেই মিশ্রণটো গালত ঘঁহিবলে ধৰিলে।

তাইৰ মুখখনো খং উঠা যেন দেখা নগ'ল। মিচিককৈ হাঁহি তাই ক'লে, "তন্খালৈ গান গোৱাটো মোৰ পেশা, চুলতান। তাকে পোনপটীয়াকৈ কৈ মোক অপমান কৰিব পাৰিম বুলি আশা কৰি আছিলা নিশ্চয় ?"

"গান গাই টকা নল'লে পেট নচলে নেকি বিতিয়া ?"

"ওহো। তাত কিবা সন্দেহ আছে ?"

"সন্দেহ ?? যি বিতিয়াৰ লগত সঙ্গত কৰে পাঁচজন বেতনভোগী বাজনাদাৰ আৰু গায়কিয়ে, যাৰ ঘৰত দুজনা চাকৰনী, এটা দাৰোৱান, চাৰিটা দোলাভাৰী, মেহগনি কাঠৰ আচবাব, ভৰিৰ গোৰোলি ডুব যোৱা দলিচা আৰু হাজাৰ হাজাৰ টকাৰ বস্তু-বাহানি-তুমি কি ভাবা যে সেই বিতিয়াই নিজৰ পেট পুহিব সামান্য কেইটামান বিচালা চিপাহীক গান বেছি ?"

বিদ্রূপ কৰি বিতিয়াই ক'লে, "তেনেহ'লে কি আচবাব-পত্র, দলিচা আদি এটা এটাকৈ বিক্ৰী কৰি খাম ?"

"ওহো, সেইটো কোৱা নাই। কিন্তু তোমাৰ ঘৰ-সম্পত্তিৰ জৌলুষ দেখি মানুহৰ সন্দেহ হ'ব নোৱাৰেনে, যে গান গোৱাৰ বাহিৰেও তোমাৰ অন্য কোনো মহৎ পেশা আছে ? তাতে যদি তোমাৰ লগত গুলাব সিঙৰ সম্পৰ্কটোও কোনোবাই গম পায়, সোণত সুৱগা নহয়নে ? অধিক কি, তেনেকৈয়েতো মোৰ সন্দেহ হৈছিল যে বিহাৰীৰ হত্যাৰ লগত হয়তো তোমাৰ কিবা...."

বিতিয়াই তিৰ্যক দৃষ্টিৰে এবাৰ ইমৰানৰ ফালে চালে। কিন্তু তাই একো নামাতি মুখত সেই বুটৰ গুড়ি আৰু খিস্তৰ মিশ্ৰণটো থহিবলৈ ধৰিলে।

ইমৰানে ক'লে, "কিন্তু মই বুজিব নোৱাৰিলো, সেই চিঠিখনত এনে কি আছিল যাৰ কাৰণে তুমি বিহাৰীক হত্যা কৰিবলগীয়া হ'ল ?"

"সেইটো তুমি কি বুজিবা ? গামোছা এখনেৰে মুখখন টানি টানি মুছি, বিতিয়াই ক'লে।

জেপৰপৰা সেই চিঠিখন উলিয়ালে ইমৰানে। "এইখনেই তোমাৰ মহাৰ্ঘ্য চিঠি। লোৱা। লাগে ?"

চিঠিখনৰ পিনে এবাৰ চাই বিতিয়াই চকু ঘূৰাই আনিলে "তুমি পহ্লা নম্বৰৰ চয়তান, ইমৰান। তুমি বাৰুকৈয়ে গম পাইছা যে গুলাব সিঙৰ মৃত্যুৰ লগে লগে সেই চিঠিৰ প্ৰয়োজন শেষ হৈ গৈছে।"

"গুলাব সিঙক কোনে মাৰিলে ?"

"ঈশ্বৰে জানে। সিহঁতে কাকো ধৰিব নোৱাৰিলে।"

"বিতিয়া, মোক এটা কথা সঁচাকৈ ক'বানে ? গুলাব সিঙৰ মৃত্যুৰ লগে লগেই কি তোমাৰ এই চোৰাংচোৰাগিৰিৰ অধ্যায়টোৰ সমাপ্তি ঘটিল ?"

বিতিয়াই মুখ ঢুপিয়ালে। বেচন আৰু ঘিউৰে পৰিষ্কাৰ কৰা মুখখন গামোছাৰে মুছি পেলোৱাৰ পাছত তাইৰ গাল-মুখ, নাক-চকু চকচকীয়া হৈ পৰিছে। তাই গাধীৰ সানি সানি মুখৰ ছালবিলাক চাফা কৰিবলৈ ধৰিলে।

"কোৱা বিতিয়া, গুলাব সিঙেই তোমাৰ একমাত্ৰ মনিব ? গোপালৰাওৰ লগত তোমাৰ কোনো সম্পৰ্ক নাই ?"

"গোপালৰাও চিৰস্তাদাৰ ? ওহোঁ। গুলাব সিঙেইতো মোৰ একমাত্ৰ মক্কেল আছিল।"

"গোপালৰাওৰ লগত গুলাব সিঙৰ সম্বন্ধৰ কথা তুমি নাজানা ?"

"ওহোঁ। তেওঁলোকৰ মাজত চিনাকি থকাৰ কথাও মই আজিলৈকে শুনা নাই।"

"তোমাক তেন্তে গুলাব সিঙে ঠগিছিল। তোমাক গুলাব সিঙেনো কৈছিলাও কোৱা নাইনে যে গোপালৰাও আৰু তেওঁ

যুক্তি কৰি গোটেই ঝাঁটীত বহুতো বেতনভোগী স্পাই ৰাখিছে, আৰু সিহঁতৰ মাজৰ গুপ্ত চিনাকি হ'ল ক'লা ঘোঁৰা ?”

“ক'লা ঘোঁৰা !!” বিতিয়াই প্ৰায় চিয়ঁৰি উঠিল। “এইটো খবৰ তুমি কেনেকৈ পালা, ইমৰান ?”

“অকল মৰ্য়েই নহয়, বিতিয়া-বাঙ্গীচাহেবায়ো জানে এই কথা।”

“বাঙ্গীচাহেবাই !!”

“নিশ্চয়। নহ'লে চম্পক চিঙকে আদি কৰি ইমৰানবোৰ স্পাই কেনেকৈ গ্ৰেপ্তাৰ হ'ল বুলি ভাবিছা ? প্ৰকৃততে গোপাল-গুলাবৰ গোটেই দলটোৱেই নিশ্চিহ্ন হ'ল বুলি ক'ব লাগে।”

“আচৰিত !! গুলাব সিঙে মোক কেতিয়াও এইবোৰ কথাৰ সন্দেহ দিয়া নাই। গোপালৰাওৰ কথাও মোক কাহানিও কোৱা নাই। মই মাথোন তেওঁক বিশেষ বিশেষ খবৰৰ যোগান দি গৈছিলো আৰু তেওঁ মোক নিয়মিতভাৱে টকা দি গৈছিলে।”

“সেই টকা তেওঁ ফিৰিঙ্গীৰপৰা পাইছিল ?... কোৱা, বিতিয়া, কেৰো-গেঠোখন কৰি লাভ কি ? মইতো তোমাৰ প্ৰায় সকলো কথাই জানো। জানুৱাৰী মাহত ঝাঁটীত প্ৰথম ভৰি দিওঁতেই মই গম পাইছিলো যে তুমি গুলাব সিঙৰ স্পাই।”

“সচাঁ ?”

“একেবাৰে সচাঁ। এতিয়া কোৱাচোঁন, গুলাব সিঙক ফিৰিঙ্গীয়ে টকা দিছিল নেকি ?”

“দিছিল। ক'বলৈ যেতিয়া একোৱেই বাকী নাথাকিল, এইকণেই বা ৰাখো কিয় ? গুলাব সিং আছিল ফিৰিঙ্গীৰ চৰ। একো একোটা গুৰুত্বপূৰ্ণ খবৰ বেচি হাজাৰ হাজাৰ টকা ঘটিছিল তেওঁ। কিন্তু মোক এটা কথা কোৱাচোঁন ইমৰান, তুমি কি সঁচাকৈয়ে জানিছিলা যে বিহাৰীক মই হত্যা কৰিছো ?”

"নিশ্চয়। তোমাৰ বিশ্বাস হোৱা নাই ?"

"একেবাৰেই নাই। মই জানো তুমি ছাব দি কথাবাৰ কৈ চাইছিলা। কিন্তু মই অবাক হৈছিলো এই দেখি যে তুমি চিঠিৰ কথাটোও জানা। কেনেকৈ ?"

"তুমি নিজৰ বুদ্ধি বেছি তীখৰ বুলি নিশ্চিন্ত হৈ আছিলা কাৰণেই তেনেকৈ ভাবিছিলা। দৰাচলতে ইয়াত আচৰিত হ'ব-লগীয়া একো নাই, সামান্য বুদ্ধি খটালেই কথাটো জল্ জল্ পট্ পট্কৈ ওলাই পৰে। প্ৰথমতেই বাক চোৱা, বিহাৰীৰ হত্যাকাণ্ড এটা আচৰিত ঘটনা, নহয়নে ? বিহাৰীয়ে কোনো মানুহৰ লগতেই কাজিয়া নকৰে। ঝাঁচীত তাৰ এনে কোনো শত্ৰু নাই যি তাক খুন কৰিব পাৰে। সেইদিনা তাৰ মৃতদেহৰ কাষত বহি সকলোৱে এই কথাই কোৱা-কুই কৰিছিল। তেনেহ'লে কোনো বিশেষ বস্তুৰ কাৰণে তাক কোনোবাই মাৰিব পাৰে নেকি বাৰু ? টকা-পইচাৰ কাৰণে নিশ্চয় নহয়, কাৰণ তাৰ জেপৰপৰা এটা পইচাও চুৰি হোৱা নাছিল। অথচ তাৰ চোলাৰ তলৰ জেপ এটা এনেকৈ লুটি খাই আছিল যে দেখিলেই ধাৰণা হয় যেন কোনোবাই তাৰপৰা কিবা এটা উলিয়াই লৈ গৈছে। বস্তুটো কি হ'ব পাৰে ? চিন্তা কৰোঁতে কৰোঁতে সেই চিঠিখনৰ কথা মোৰ মনত খেলালে।"

ইমৰান অলপ ৰ'ল। অলপ মিছাৰ আশ্ৰয় ল'বলগীয়া হ'ল এইখিনিতে। প্ৰকৃততে বিহাৰীৰ বাকচত সেই ৰঙা পদুমৰ মালাডাল দেখিয়েই সি তৎক্ষণাৎ গম পাইছিল আচল ঘটনাটো কি। পাঁচটা ৰঙা পদুম ফুলেৰে গাঁথা মালা ওস্তাদৰ দলৰ সংকেত চিন। তাক দেখিয়ে ইমৰানে গম পাইছিল যে ওস্তাদে বিহাৰীক ক'ৰবাত কেনেবাকৈ লগ পাই আৰু তাক ঝাঁচীৰ বিচালা-কৌজৰ মানুহ বুলি জানি তাৰ হাতত ফুলৰ মালাৰ সংকেত দি লগত চিঠি নাইবা কোনো মৌখিক বাৰ্তা

পঠিয়াই দিছিল। কাৰণ ইমৰানে ওস্তাদক কৈ আহিছিল যে সি ঝাঁটীৰ বিচালদাৰীত সোমাব আৰু ওস্তাদেও জানে যে ইমৰানৰ যিটো স্বভাৱ, সি বিহাৰীৰ নিচিনা মানুহৰ লগত দোস্তি পতাৰেই বেছি সম্ভাৱনা। কথাই ফৰ্মুটি মৰাৰ দৰেই তেওঁ চিঠিখন পঠিয়াইছিল—ভাবিছিল ইমৰানে চিঠিখন পায় যদি পাব, নাপায় যদি নাই। ফৰ্মুটি লক্ষ্যস্থানত লাগিলগৈহেঁতেন, যদিহে বিহাৰীয়ে চিঠিখনৰ কথা কাকো নকৈ তাক বাকচত ভৰাই থৈ চুপচাপ বহি নাথাকিলহেঁতেন আৰু যদি ইমৰান অলপ বেছি তৎপৰ হ'লহেঁতেন। কিন্তু দুৰ্ভাগ্যক্ৰমে ইমৰানে কোনো কথা গম পোৱাৰ আগতেই বিহাৰীয়ে চিঠিৰ কথা কেনেবাকৈ বিভিয়াৰ আগতে কৈ দিলে। নহ'লে হয়তো সি প্ৰাণে মৰা নপৰিলেহেঁতেন।

কিন্তু এইবোৰ কথা আৰু বিভিয়াকতো ক'ব নোৱাৰি।

"এৰা. সেই চিঠিখনৰ কথাই মোৰ প্ৰথম মনত পৰিল।" ইমৰানে কৈ গ'ল। "বিহাৰীয়ে আগতে এদিন কথাই কথাই আমাক কৈছিল যে তাৰ হাতত কেনো কোনোবা বাঘী চোৰাংচোৱাই দিয়া অদ্ভুত চিঠি এখন আছে। কথাটো মনত পৰাত মই তাৰ বাকচ-বিচনাকে আদি কৰি সকলো চলাথ কৰি সেই চিঠিখন বিচাৰিলো। চিঠিখন ক'তো নাপাই মই নিশ্চিত হ'লো যে সেইখন বিহাৰীয়ে কাৰোবাক দিছে নাইবা কোনোবাই জোৰকৈ নাইবা চুৰকৈ তাৰপৰা নিছে। তাৰ জেপৰ অৱস্থা দেখি সন্দেহ হ'ল তাৰপৰাই কোনোবাই নিয়া নাইতো?

"কিন্তু কেনেকুৱা ধৰণৰ মানুহৰ বাৰু এনেকুৱা এখন চিঠিৰ দৰকাৰ হ'ব পাৰে? সাধাৰণ মানুহৰ নিশ্চয় নহয়। তোমাৰ কথাই মোৰ প্ৰথম মনত খেলালে। মই জানো যে গুলাব সিং ফিৰিঙ্গীৰ গুপ্তচৰ, আৰু জানো যে তুমি তেওঁৰে স্পাই। এনেকুৱা এখন চিঠিৰ মূল্য তোমালোকৰ ওচৰত ইমান বেছি

যে মানুহ খুন কৰাহে নালাগে তাক্ষোকে ক্ষুণ্ণকাৰ জান যেই সেই উপায়েৰে তাক পাবলৈ চেষ্টা কৰাটো তোমালোকৰ পক্ষে সহজ।... কিন্তু মোক এটা কথা বুজাই দিয়ানে বিভিয়া? চিঠিখনত একো নাই বুলি জানিও তুমি কেনে এটা কাম কৰিবলৈ গ'লা কিয়?"

বিভিয়াই প্ৰথমে এ:কা উত্তৰ নিদিলে। তাৰ পাছত শান্তভাৱে ক'লে, "বিহাৰীয়ে মোক চিঠিখ:ৰ কথা কোৱাৰ পাছত মই বহু দিন তেওঁক সেইখন খুজিছিলো। সেইদিনা তেওঁ চিঠিখন আনি মোক দেখুৱালে, কিন্তু দিবলৈ সন্মত নহ'ল। আচলতে চিঠিৰ পিছফালে গুপ্ত-আখৰেৰে লিখা কথাখিনিলৈকে মোৰ লোভ হৈছিল। মই জানিছিলো যে তাতেই চিঠিৰ আচল খবৰখিনি আছে আৰু গুলাব সিংে তাৰ অৰ্থ উদ্ধাৰ কৰিব পাৰিব।"

"যেই হওঁক", ইমৰানে ক'লে, "ভাবিলো, এবাৰ বিভিয়াৰ ওপৰত সন্দেহ হ'ল যেতিয়া অলপ তদন্ত কৰাতেই বা লোকচান কি? যিখন ছুৰীৰে বিহাৰীক হত্যা কৰা হৈছিল সেইখন ঝাঁচীৰ সকলোৱে ব্যৱহাৰ কৰা সৰু দীঘলীয়া ধৰণৰ সাধাৰণ ছুৰী। তেনেকুৱা ছুখন ছুৰী তোমাৰ বৈঠকখানাতো সজাই থোৱা আছে। কথাটো এনেয়ে মোৰ মনত পৰিল। গ'লো চাবলৈ। পুৰন্দৰৰ লগত কাজিয়া কৰি কৰিয়েই ছুৰী ছুখন চালো। আচল ঘটনাটোৰ উৱাদিহ পাই গ'লো তাতেই। দেখিলো ছুয়োখন ছুৰীয়েই মামৰে খোৱা। কিন্তু এখনত মামৰে খাইছে মুকলি বতাহত, বেৰত লগাই থোৱা অৱস্থাত। আনখনত মামৰে খাইছে বাকচৰ কাপোৰৰ জাপৰ মাজত থৈ দিয়া অৱস্থাত। কেনেকৈ জানিলো ক'ব পাৰানে? খোলা বতাহত যেতিয়া মামৰ লাগে সেই মামৰত অকণমান তেলচিকটা লাগি থাকে। আৰু ৰংটোও

সেই কাৰণে অকণমান ক'লা চানেকীয়া হয়। কিন্তু কাপোৰৰ মাজত বন্ধ অৱস্থাত লোহাত হোৱা মামৰত অকণো তেলচিকটা নাথাকে ? আঙুলিৰে ঘঁহিলে খয়েৰৰ গুড়িৰ দৰেই আঙুলিত মামৰ লাগি আছে। তদুপৰি মোৰ আৰু চকুত পৰিল যে তুলাৰ আঁহ লাগি আছে অস্বাভাৱিক, নে কি কোৱা ? ভাবিলো, এইটো সম্ভৱ যে তুমি তাৰ এখন ছুৰী অন্য কিবা কামৰ কাৰণে আতৰাই অইন ঠাইত থৈছিলা, আৰু বেৰৰ সেই অংশটো উকা হৈ থকাৰ কাৰণে বাকচৰপৰা আন এখন ছুৰী উলিয়াই তাত সজাই থৈছিলা। পিছ দিনা পুৰন্দৰক সুধি গম পালো যে তুমি সেই সন্ধিয়া বিহাৰীক কিবা এটা বস্তু খুজি খুজি কাজিয়া কৰিছিলা। কথাটো শুনি মোৰ সন্দেহ আৰু গাঢ় হ'ল।"

ক্ষন্তেক বৈ ইমৰানে আকৌ ক'লে, "অৱশ্যে ভেতিয়ালৈকে মই তোমাৰ বিষয়ে ধুৰূপ হ'ব পৰা নাই একেবাৰেই। সন্দেহহে কৰিছিলো মাথোন। চিন্তা কৰি দেখিলো, তুমি সেই চিঠিখন হাত কৰাৰ কথাটো যদি সঁচা হয় তেনেহ'লে তুমি অতি সোনকালে তাক গুলাব সিঙৰ হাতত পোচাই দিবলৈ চেষ্টা কৰিবা আৰু তাৰ কাৰণে অৱশ্যেই তুমি নিজে যাবা। গতিকে মই এনেকুৱা এটা ব্যৱস্থা কৰি থ'লো যাতে তুমি ক'ৰবালৈ যাবলৈ ওলালেই মই খবৰ পাওঁ। তাৰ পিছৰ সকলো কথা তুমি জানাই, বিতিয়া।"

বিতিয়াই সুধিলে, "মই গুলাব সিঙৰ তালৈ যাবলৈ ওলোৱাৰ খবৰটো তোমাক দিলেগৈ কোনে বাৰু ?"

ইমৰানে হাঁহি ক'লে, "সেইটো কথা সদৰী কৰিব নোৱাৰো।"

বিতিয়াই ক'লে, "কিন্তু ইমৰান, তুমি ইমানবোৰ কথা জানিও মোক ধৰাই নিদিলা কিয় ?"

"তোমাক ধৰাই দিয়া হ'লে অৱশ্যে মোৰ লগৰীয়াবোৰে তোমাক গুড়ি কৰি পেলালেহেঁতেন। কিন্তু লাভ কি বিহাৰী যেতিয়া একোকেই উত্তি নাহে ? মই কি ভাবিছিলো জানা ?

ভাবিছিলো যে তোমাৰ স্বভাৱৰ শুধৰণি হ'ব ভৱিষ্যতে। গুলাব সিঙৰ দুৰ্বুদ্ধিয়ে তোমাক আচ্ছন্ন কৰি তোমাৰ হতুৰাই বেয়া কামবোৰ কৰোৱাইছিল। গুলাব সিঙেই আছিল তোমাৰ মস্তিষ্ক। সেই মস্তিষ্কক মূলতে উৎপাতিত কৰিলেই ভৱিষ্যতে তুমি আৰু বেয়া কাম নকৰিবা হয়তো ”

“তাৰ মানে গুলাব সিঙক তুমি মাৰিলা ?”

“ওহোঁ। কোনে মাৰিছে সেইটো অৱশ্যে মই জানো। নিজৰ দুৰ্বুদ্ধিতে মৰিছে গুলাব সিং।”

“মোক নোকোৱা ?”

“নকওঁ। কিন্তু পূৰ্বৰ কথাবোৰ তুমি পাহৰি যোৱা, বিতিয়া। তুমি ভাল হোৱা।”

গাখীৰেৰে ধোৱা মুখখন তিতা কাপোৰেৰে মুচি মুচি বিতিয়াই ক'লে, “মই জানো কেঁচুৱা ছোৱালী যে মোক তুমি এনেকৈ ভাল কৰিবা ? মই ভালেই আছো, ইমৰান।....সিদিনা তোমাক যে প্ৰাণদান দিছিলো তাক ইমান সোনকালেই পাহৰি গ'লানে ?”

“তাৰ আগতেই তোমাক কৈ থওঁ যে সিদিনাৰ সুৰাত মোক অজ্ঞান কৰিবলৈ দৰব মিহলাই দিয়াৰ কথা স্পষ্টকৈ জানিও সেই সুৰা মই পিছিলো! মই জানো যে সেই সময়ত ময়েই তোমাৰ আটাইতকৈ ডাঙৰ শত্ৰু আৰু তুমি মোক হত্যা কৰিবৰ চেষ্টা নিশ্চয় কৰিবা। কিন্তু জীৱনৰ ওপৰত ইমান বেছি মায়া মোৰ কোনোকালেই নাই, বিতিয়া।”

“আচল কথা, তুমি অকৃতজ্ঞ।” বিতিয়াই ক'লে। তীক্ষ্ণ বেঁকা হাঁহি এটা হাঁহিলে তাই। “মোৰো নিজৰ জীৱনৰ ওপৰত কোনো মোহ নাই, কিন্তু তোমাৰ মুখখনৰ ওপৰত মোহ এটা আছে। দীঘ দুনিয়াৰ বেদৰদী মালিকে বৰ ভুল কৰিছে

চুলতানৰ দৰে এই খুব সুৰৎ চেহেৰা এটা কবুল কৰিলে। ইমৰান, তোমাৰ সুন্দৰ মুখখনত শুৰৰৰ চাবুকেৰে কোবাই সাঁৰলু তুলি নষ্ট কৰি দিব পৰা হ'লে জীৱনত শেষ সুখকণ পালোহেঁতেন। ইয়াৰ মোহত পৰি সিদিনা মই তোমাক যে অকল প্ৰাণদান দিলো এনে নহয়, আৰু এটা বস্তু দান কৰিলো যাক পোৱা হ'লে ধাঁচীৰ সৰ্বোত্তম পুৰুষো ধন্য হৈ গ'লহেঁতেন।"

"কিন্তু যেহেতু মই সেই 'সৰ্বোত্তম পুৰুষ' নহওঁ, এতেকে তোমাৰ দানে মোক 'ধন্য' কৰাৰ সলনি বিষাক্ত আৰু কৰ্দমাক্ত কৰি তুলিলে।"

গালে-মুখে কেতেকী ফুলৰ ৰেণু সানিছিল বিতিয়াই। জ্বলন্ত দৃষ্টিৰে তাই মুখ ঘূৰাই ক'লে, "তুমি হীন—তুমি ইতৰ, ইমৰান।.... চোৱা, সন্ধিয়া লাগিলেই, মোৰো কাপোৰ পিন্ধিবৰ সময় হ'ল। অনুগ্ৰহ কৰি যদি ..."

"নিশ্চয়", ইমৰানে ক'লে, "মই যাবলৈকে ওলোইছো। কিন্তু অকণমান ৰ'বা, এই চিঠিখন তুমি নল'লা যেতিয়া নষ্ট কৰি পেলাব লাগিব। আপদীয়া চিঠি, মই লগত লৈ ফুৰিলে আকৌ মোকেই কোনোবাই খুন কৰি পেলাওক লাগে। সে কি কোৱা?"

ইমৰানৰ কথাৰ শ্লেষখিনি বুজিব পাৰিও বিতিয়াই কোনো উত্তৰ দিবলৈ চেষ্টা নকৰিলে।

ইমৰানে ভাজ খুলি চিঠিখন আৰু এবাৰ পঢ়ি পেলালে। চিঠিখন এই :

"প্ৰিয় শেঠজী,

এই চিঠি আপোনাৰ ওচৰ পাবগৈ বুলি আশা কৰা নাই। আযোগ মাহত দিল্লীৰ ফালে আহোঁতে ধাঁচীৰ দিচালা-টিপাৰী একনক লগ পাই তেওঁৰ হাতত এই

চিঠিখন পঠিয়ালো। ঘটনাক্রমে আপোনাৰ লগত হয়তো তেওঁৰ দেখা-দেখি হ'ব পাৰে আৰু চিঠিখন আপোনাৰ হাতত পৰিবগৈ পাৰে। চিঠি অইনৰ হাতত পৰিলে তেওঁ ইয়াৰ সূত্ৰ বিচাৰি নাপায়।

অনেক প্ৰবন্ধেৰে সম্ৰাট বাহাদুৰশ্বাহক মই লগ ধৰিছিলো। আত্মত্যাগী মহান সম্ৰাটক সাধাৰণ কয়দীৰ দৰে ঠেক অন্ধকাৰ কোঠা এটাত ৰখা হৈছে। মই যাওঁতে তেখেতে এখন মলিয়ন কাপোৰৰ ওপৰত শুই আছিল। আটাইতকৈ দুঃখৰ বিষয় হ'ল এই যে, কবি-সম্ৰাটক সামান্য পেঞ্চিল আৰু কাগজ এটুকুৰা দিবলৈকো অস্বীকাৰ কৰা হৈছে। তেখেতে শায়াৰ লিখিছে কোঠাৰ দেৱালত—এঙাৰেৰে। তেখেতে হাতত হোৱা ঘাঁ এডোখৰ মোক দেখুৱালে। তাত ঘনাই মাখি পৰিছে আৰু পচিবৰ উপক্ৰম হৈছে। চিকিৎসাৰ ব্যৱস্থা কোনেও লোৱা নাই।

খাঁচীলৈ আপোনাৰ সহগামী হোৱা আন দুজন সঙ্গীক অগ্ৰসৰ দিয়াৰ কথা বিবেচনা কৰিব। কাৰণ তেওঁলোকৰ প্ৰথমজন হ'ল অশীতিপৰ বৃদ্ধ আৰু আনগৰাকী কোমল বয়সীয়া নাৰী। তেওঁলোকৰ অতুলীয় কৰ্ম-কীৰ্তি দলৰ সকলোৰে মনত থাকিব—কিন্তু প্ৰথমজনৰ বয়স আৰু দ্বিতীয় গৰাকীৰ ভৱিষ্যতৰ কথা চিন্তা কৰিলে তেওঁলোকক এই দুৰ্গম পথৰ-পৰা ৰেহাই দি জিৰণীৰ অৱকাশ দিয়াটো যুগুত।

দ্বিতীয়গৰাকীক এই চিঠি দেখুৱাবৰ প্ৰয়োজন নাই।

আপোনাৰ কৰ্মপথত জয়যাত্ৰা প্ৰাৰ্থনা কৰিলোঁ।

ইতি—

আপোনাৰ ওস্তাদ।"

চিঠিত ডিচেম্বৰ মাহৰ তাৰিখ। তাৰ ওলোটা পিঠিত একপৃষ্ঠা গণিতিক সংখ্যা, হঠাতে দেখিলে যোগ-বিয়োগৰ অঙ্ক

যেন লাগে। সেই চিহ্নবোৰৰ অৰ্থ ইমৰানে জানে। সি তাৰ পাঠোদ্ধাৰ কৰিছে অতি সহজেই। সংখ্যাখিনিৰ অৰ্থ এনেকুৱা:

"শেঠ্‌জী, আপুনি দিল্লী এৰাৰ পাছতে এটা নতুন পৰিস্থিতিৰ উদ্ভৱ হৈছে। কৰ্‌কী ইঞ্জিনিয়াৰিং কলেজৰ প্ৰাক্তন ছাত্ৰ আজিমুল্লা খানে (বৰ্তমান কানপুৰৰ চৰকাৰী স্কুলৰ শিক্ষক) লণ্ডনৰপৰা উভতি আহিবৰ সময়ত ৰুছ দেশৰ প্ৰতিনিধি এজনক লগ পাই নানাচাহেব আৰু সম্ৰাট বাহাদুৰশাহৰ নামত ৰুছ দেশৰ সামৰিক সাহায্য বাঞ্ছা কৰিছিল। এই সম্পৰ্কে তেওঁৰ লগত মোৰ কথা-বাৰ্তা হৈছিল। সম্প্ৰতি সম্ৰাট বন্দী আৰু নানাচাহেব পলাতক। এওঁলোকৰ অবিহনে, ৰুছ দেশৰ সাহায্য যদি সঁচাকৈয়ে আহে, ঝাঁচীৰ ৰাণীৰ ওচৰলৈ যাব। কাৰণ উত্তৰ আৰু মধ্য ভাৰতত বৰ্তমান তেখেতেই সক্ৰিয় নেত্ৰী। এনে সাহায্য অহাৰ গম পালেই আপুনি ৰাণীচাহেবাৰ লগত সাক্ষাৎ কৰি স্বীয় (প্ৰকৃত) পৰিচয় দিব, আমাৰ কথা জ্ঞাপন কৰিব আৰু সুচাৰুৰূপে সাহায্য গ্ৰহণ কৰাৰ ব্যৱস্থা কৰিব। আজিমুল্লা খাঁ চাহাবে খবৰ পোৱা মতে ভাৰতৰ অন্যান্য কেইবাজনো নেতাই (ঝাঁচীৰ ৰাণীয়েও) বেলেগে বেলেগে ৰুছ দেশৰ সাহায্য বিচাৰিছে। এই কথা যদি সত্য হয়, সমূহ নেতৃবৃন্দৰে সংগঠিত এটি সজ্ঘৰ-দ্বাৰাহে সাহায্য গ্ৰহণ কৰিব লাগিব। অন্যথা তেওঁলোকে সাহায্য পঠিয়াবলৈ ইতস্ততঃ কৰিব, বা একান্তই নপঠিয়াবই। এই মৰ্মে মই আপোনালৈ অনতি পলমে বিশদ বাতৰিৰে সৈতে বাৰ্তাবাহক পঠিয়াম। ইত্যৱসৰে আপুনি সৈনিকধৰ্ম পালন কৰি ঝাঁচীতেই অৱস্থান কৰক।—আপোনাৰ ওস্তাদ।"

ইমৰানে জেপৰপৰা চুৰট উলিয়াই জ্বলালে, তাৰ পাছত চিঠিখনত অগ্নিসংযোগ কৰিলে। জানুৱাৰী মাহত বিহাৰী ঝাঁচীলৈ আহোঁতেই তাক চিঠিখন দিয়া হ'লে হয়তো লাভ হ'লহেঁতেন। এতিয়া ইয়াৰ কোনো মূলাই নাই।

ইমৰানে বাহিৰৰ পিনে খোজ দিলে।

উনত্ৰিছ তাৰিখে বাস্তিপুৰা কামানৰ গুলী এটাৰ সন্মুখত পৰি ডেভিদ উৰি গ'ল। দীৱাৰৰ ওপৰত ইমৰানৰপৰা অলপ দূৰত মাথোন ডেভিদ থিয় হৈ আছিল। এক মুহূৰ্ত্তৰ আগতে সি তাত আছিল, এক মুহূৰ্ত্তৰ পাছত তাৰ কোনো চিন-ছাব নাথাকিল আৰু গুলীৰ বিস্ফোৰণৰ শব্দৰ ঠেলাতেই যেন মধুমতীও মাটিত বাগৰি পৰিল। তাইক তুলি ধৰিলেহি ঝাঁচী-দৰবাৰৰ ৰাজ নৰ্ত্তকী মোতিবাঈয়ে।

মধুমতীয়ে বিহ্বলভাৱে চিয়ঁৰি উঠিল, "ইমৰান! ডেভিদ ক'ত? চোৱাচোঁন, সি সৌ তাতেই থিয় হৈ আছিল।"

"তোৰ জখম হৈছে, মাধু।" ইমৰানে তাইৰ বাহুত ধৰিলেহি। দুজনী তিৰুতা মানুহ আহি দুয়োফালৰপৰা ধৰি মধুমতীক দীৱাৰৰপৰা নমাই লৈ গ'ল।

ইংৰাজ বেটেৰীবোৰৰ এশ দুটা কামান আজি আধৈ ফুটাদি ফুটিছে। দুপৰীয়াৰ ফালে শঙ্কৰ মন্দিৰৰ নতুন ইংৰাজ-বেটেৰীটো গোলাম ঘোচে ধ্বংস কৰি দিছিল। ঘনগৰ্জ্জৰ নিশানা নিপুনভাৱে থিক কৰি কাপুটিকৰীৰ ইংৰাজ-বেটেৰীৰ এজন হাবিলদাৰ আৰু দুটা চিপাহীক একেটা গুলীতে হত্যা কৰিছিল তেওঁ। বাঈচাহেবাই তাৰ বাবে ভৰিৰপৰা ৰূপৰ চিপাতোড়া (Anklet) খুলি তেওঁক পুৰস্কাৰ দিছিল। কিন্তু তাৰ পিছৰেপৰা ভাৰতীয় কামানবোৰৰ শব্দ ক্ৰমে ক্ষীণ হৈ আহিছে।

সন্ধিয়া সময়ত মৃতদেহবোৰ নিবলৈ মানুহৰ মাজত হুৰা-দুৰা লাগিল। আত্মীয়-স্বজনৰ দলে মৃতদেহবোৰ বিচাৰি বিচাৰি উলিয়াই কম্বলেৰে ঢাকি এটা এটাকৈ চাঙত তুলি বাবলৈ ধৰিলে। ইমান ভয়াবহ সংখ্যাৰ মানুহ আৰু কাহানিও হতাহত হোৱা নাই। গোটেই দীৱাৰৰ ওপৰতে অদ্ভুত এটা হতাশাৰ ছাঁ নামিছে।

বাস্তি আঠমান বজাত বিতিয়াৰ ঘৰত উপস্থিত হ'লগৈ ইমৰান। "ওস্তাদ গুলাম ঘৌচক কবৰ দি থৈ আহিলো, বিষ্টিয়া।" সি তাইক ক'লে। "চবুতৰা মহলৰ দক্ষিণ কোণৰ সমাধিৰ ঠাণ্ডা মাটিৰ তলত তেওঁ চিৰকাল শান্তিৰে শুই থাকিব। আজি একে দিনাই তিনিজন শ্ৰেষ্ঠ গোলন্দাজৰ মৃত্যু হ'ল,—ওস্তাদ ঘৌচ, হাবিলদাৰ খুদাবক্স আৰু খাজ-নৰ্তকী মোতিবাঈ। কাইলৈ কামান চলাবলৈ মানুহ থাকিবনে ?"

অবাক হৈ গালত হাত দিলে বিতিয়াই, "কোৱা কি ? খুদবক্স আৰু গুলাম ঘৌচ ! একে দিনাই ?? মইতো মাথোন লালাডওৰ ঘৈণীয়েক বক্সীনজু মৰাৰ সংবাদহে পাইছিলো।"

তিক্ত মাতেৰে ইমৰানে ক'লে, "তোমালোকৰ যত্ন সাৰ্থক হৈ আহিছে বিতিয়া,—ঝাঁচী চহৰৰ মেপ ইংৰাজৰ হাতত পৰিল যেতিয়া ঝাঁচী এইবাৰ ক্ৰমেই পৰাজয় আৰু মৰণৰ ফালে আগুৱাই যাব। শুনা নাইনে সঁইয়াৰ গেট আৰু বাগিচা-বুৰুজৰ বেটেৰীৰ মাত বন্ধ হৈ গৈছে ? কামানক দেৱতাৰ দৰে পূজা কৰে গোলন্দাজইতে। এটা গোলন্দাজ জীয়াই থকালৈকে সি কামানত জুই দিব—কামানৰ কাষতে থিয় হৈ মৰিব, তথাপি এখোজ হুহকি নাযায়।"

"কিন্তু তুমি মোক কিয় গালি পাৰিছা, ইমৰান ?"

"তুমি এই চহৰৰ অধিবাসী নোহোৱানে ? তেন্তে তুমি দীৱাৰলৈ নোযোৱা কিয়, পাঠানী পোছাক পিন্ধি গুলী-বাৰুদ, খাদ্য আৰু পানী অনা-নিয়া কৰি থকা চহৰৰ আন তিকতাবোৰক সহায় নকৰাগৈ কিয় ? আজি কিল্লাৰ পুখুৰীৰ কাষত বাৰে বাৰে গুলী পৰিছেহি। তোমালোকে পঠিওৱা নক্সা আৰু মান-চিত্ৰৰ সহায়তেই নহয়নে, বিতিয়া ? তোমাৰ চহৰৰ নিৰীহ মানুহবোৰে কেইমাহমানৰ কাৰণে স্বাধীনতাৰ সোৱাদ পাই তাক প্ৰাণ দি ৰাখিবৰ চেষ্টা কৰিছিল। গোটেই চহৰখন ছিগি-ভাগি

যোৱাৰ পাছত, বহুজন নিহত আৰু জখম হোৱা সত্ত্বেও, বিধ্বস্ত বেটেৰী আৰু আহত গোলন্দাজকেইটা লৈয়েই আঠোটা দিন যুদ্ধ চলাই গ'ল সিইঁতে। কিন্তু এইবাৰ আৰু ৰক্ষা নাই।.... তোমালোকৰ উদ্দেশ্য পূৰ্ণ হ'ল বিতিয়া,—মধ্য ভাৰতৰ আটাইতকৈ সমৃদ্ধ আৰু শ্ৰেষ্ঠ নগৰী ঝাঁচীৰ পতনৰ লগে লগে মধ্য ভাৰতৰ বিপ্লৱৰো অন্ত পৰিব।"

বিতিয়াৰ পিছে পিছে বৈঠকখানালৈ গ'ল ইমৰান। তাই একো নামাতি তল মূৰকৈ আঙুলি পিটিকি আছিল। সি ক'লে, "পইচাৰ লোভত দেশখন বিদেশীক বেচি দিবৰ চেষ্টা কৰাৰ কাৰণে মই তোমাক নিশ্চয় গালি পাৰিম, বিতিয়া। কিন্তু তোমাৰ ভিতৰৰ মানুহজনীক মই অপমান কৰা নাই—ভুল নুবুজিবা। কাৰণ বাহিৰৰ চৰিত্ৰই মানুহৰ প্ৰকৃত পৰিচয় নহয়।"

অলপ ৰৈ ইমৰানে আকৌ ক'লে, "এদিন ৰাতি মই তোমাৰ পৰিচয় পাইছিলোঁ। সেই দিনা শেষৰাতি তিনিমান বজাত তুমি ঘৰত বহি গাইছিলা ৰাগিণী পুৰীয়া-ধনশ্ৰী। ক'ৰবাৰপৰা আহোঁতে ৰাস্তাৰপৰা সেই গান শুনি মই থমকি ৰ'লো। চহৰত তেতিয়াও যুদ্ধৰ গোন্ধ অহা নাই। গোটেই চহৰ নিমাত-নিতাল। মোৰ শিক্ষিত ঘোঁৰা আশ্ৰকে নিতাল মাৰি থিয় হৈছিল যদিও তাৰ উশাহৰ শব্দটোৱেই নিজান ৰাতিৰ তন্দ্ৰা ভাঙি দিব বুলি মোৰ ভয় হৈছিল।.......গহীন নিশা। অন্ধকাৰ চহৰৰ ক'লা ইমাৰতবোৰৰ পিছফালে শুক্লা-ত্ৰয়োদশীৰ চন্দ্ৰটো ডুব যাব ধৰিছে। নিষ্প্ৰভ বহল হালধীয়া কাঁহীখনৰ তলতে সামান্য কুঁৱলীৰ ৰেখা। সেই করুণ পৰিবেশৰ মাজত তোমাৰ পুৰীয়া-ধনশ্ৰীৰ দীঘলীয়া আলাপ অপূৰ্ব লাগিছিল, বিতিয়া। সেই দিনাৰ পৰিচয়েই তোমাৰ আচল পৰিচয়। ভাল ভাল গায়কৰ কণ্ঠত মই পুৰীয়া-ধনশ্ৰী শুনিছো। সেই ৰাগৰ

সমগোত্ৰৰ বসন্ত, মধুবন্তী, বিভাস, পূৰবী-কল্যাণ, মুলতানী আৰু এশ এটা ৰাগৰ ছাঁ টানি নৰাকৈ গাব পৰা শিল্পী থোৱা নাছিলো। পূৰীয়া-ধনশ্ৰী শুদ্ধকৈ গোৱা কঠিন কাম। কিন্তু তোমাৰ খেয়ালত অলপো খুঁত নাছিল, বিভিয়া। সঙ্গীতৰ গভীৰ উপলব্ধি নহ'লে তুমি সেই সুৰ গাব নোৱাৰিলাহেঁতেন।"

"শাস্ত্ৰীয় সঙ্গীত তুমি ইমান বুজা, ইমৰান ?" অবাক চকু দুটা বহলকৈ মেলি বিভিয়াই কৈ উঠিল। "অদ্ভুত ! মই তোমাৰ কথা কাহানিও গম ধৰিব পৰা নাছিলোঁ।......কিন্তু, শুনা, পূৰীয়া-ধনশ্ৰী ভালপোৱাৰ লগত মানুহৰ চৰিত্ৰৰ সম্পৰ্ক কি ?"

"সম্পৰ্ক আছে।" ইমৰানে ক'লে। "এটা ভুল নকৰিবা বিভিয়া,—মানুহ জাতিৰ মাজত জাতি-ধৰ্ম, ধনী দুখীয়া, সবল-দুৰ্বল, ভাল-বেয়া মিলাই হাজাৰটা শ্ৰেণীবিভাগ থাকিলেও গোটেই মানুহজাতিক মাথোন দুটা শ্ৰেণীতহে ভাগ কৰিব পাৰি। মাথোন দুটা শ্ৰেণীত। উচ্চাঙ্গ পৰ্যায় আৰু সাধাৰণ পৰ্য্যায়। শিক্ষা-দীক্ষা নাইবা ধন-প্ৰতিপত্তি আৰু বংশৰ উচ্চতাৰ হিচাপেৰে এই শ্ৰেণীবিভাগ নিৰ্ণয় কৰিব নোৱাৰি। কেতিয়াবা দেখি আচৰিত নালাগেনে যে বাৰ বছৰ ধৰি পাণিনিৰ ব্যাকৰণ পঢ়ি অহা, সাত বছৰ ধৰি জ্যোতিষ অধ্যয়ন কৰা নাইবা ৰুৰ্‌কীৰ কলেজৰপৰা ইঞ্জিনিয়াৰিং পঢ়ি অহা চোকা বুদ্ধিৰ মানুহেও হয়তো উচ্চাঙ্গ সঙ্গীত নাইবা উচ্চাঙ্গ ভাস্কৰ্য্য বুজিব পৰা নাই, আৰু আনফালে হয়তো সাধাৰণ সোণাৰী নাইবা তাঁতী এটাই ওস্তাদৰ খেয়াল শুনি মচ্‌গুল্‌ হৈ বহি আছে ? কাৰণটো অতি স্পষ্ট। আগৰ মানুহখিনিৰ স্থান সাধাৰণ শ্ৰেণীত, পিছৰ মানুহখিনি উচ্চাঙ্গ পৰ্য্যায়ৰ। মানুহে যেতিয়া জীৱনক গভীৰ-ভাৱে উপলব্ধি কৰে তেতিয়াই সি উচ্চতৰ পৰ্য্যায়লৈ উঠে। এই উপলব্ধি আহে ব্যক্তিগত চিন্তাৰ গভীৰতা আৰু পাৰিবাৰিক

সংস্কাৰ, অনুশীলন আৰু কৃষ্টিৰপৰা। এই উপলব্ধিয়েই মানুহক উচ্চাঙ্গ কলাৰ ৰস বুজাৰ শক্তি দিয়ে।"

"তোমাৰ কথাবোৰ আজি কিতাপৰ কথা যেন লাগিছে, ইমৰান।" বিভিয়াই ক'লে।

ইমৰানে হাঁহিলে,"..........আৰু পৃথিৱীত নৃত্য, সঙ্গীত, চিত্ৰ, ভাস্কৰ্য্য সাহিত্য, দৰ্শন আৰু গণিত-শাস্ত্ৰ আদি সাতোটা বিষয় আছে, যাৰ সাধনাই মানুহক এই গভীৰ উপলব্ধি দিয়ে। ব্যস্ত গণিতবিদে যেতিয়া অবাক হৈ উচ্চাঙ্গ গান শুনে, আচৰিত নালাগেনে? আচলতে যি মানুহে এইবিলাক বিষয়ৰ এটা হৃদয়ঙ্গম কৰে, তেওঁ বাকী ছটা বুজাৰ শক্তিও ৰাখে, বিভিয়া।....শুনা, বহু দিনৰ আগতে মোৰ ৰাজ নামে এজন বন্ধু আছিল। ৰাজহঁতৰ পৰিয়ালত বহুতো পাপ আৰু পঙ্কিলতাৰ লগে লগেই সঙ্গীত-চৰ্চাও চলিছিল পুৰুষানুক্ৰমে। এই কথাবোৰ ৰাজে নিজৰ অনুভূতিৰপৰা মোক কৈছিল আৰু লগে লগে ময়ো অনুভৱ কৰিছিলোঁ।"

"ব'ৰা, তুমি ৰসজ্ঞানেৰে চৰিত্ৰৰ জোখ দিব খুজিছিলা। তাৰ মানে যিবোৰে শাস্ত্ৰীয় গান বুজি নাপায় সিহঁত বেয়া?"

"কোনে ক'লে? মোৰ লগৰে যুগলীকৰ, বৈজনাথ আদি বন্ধুবোৰেওতো বুজি নাপায়। তাৰমানে সিহঁত বেয়া নেকি? পৃথিৱীত অজ্ঞানতা এটা আশীৰ্বাদ। চিন্তাৰ প্ৰকৃত গভীৰতা নাই কাৰণেই এই মানুহবোৰ সুখী। অইনৰ কথা বাদ দি মই তোমাৰ কথাই ক'ব খুজিছো, বিভিয়া। তাৰ আগতে মোক তুমি কলা বস্তুটোৰ এটা ব্যাখ্যা দিয়া। মনৰ কোনো এটা অনুভূতি এটা মাধ্যমৰ মাজেদি প্ৰকাশ কৰিলে সিয়েই কলা হৈ নপৰেনে? ভালকৈ মন কৰি চোৱা, আমাৰ প্ৰতিটো অনুভূতিৰ লগত কিছু বেদনা সনা আছে। ৰাতিপুৱাৰ সূৰ্য্যোদয়ৰ

উজ্জ্বল পৰিবেশৰ মাজতো তুমি এটি বিষাদৰ ৰেখা দেখিবলৈ পাবা। অথচ সেই বিষাদে আমাক আনন্দ দিয়ে।”

বিভিয়াই কৈ উঠিল, “তুমি খাতৌ দাৰ্শনিকৰ দৰে কথা কৈছা, ইমৰান। এই কথাটো মযো বহু দিন অনুভৱ কৰিছো। সঁচাকৈয়ে সূৰ্য্যোদয়, সূৰ্য্যাস্ত, সন্ধিয়া, অন্ধকাৰ নিশা, ধুমুহা-বৰষুণ, পাহাৰৰ দৃশ্য সকলোতে অলপ দুখলগা কিবা এটা আছে। শাস্ত্রীয় গানবোৰতো মই সেই দুঃখটো হাজাৰগুণ ডাঙৰকৈ অনুভৱ কৰেঁা।”

“নিশ্চয়…মনক স্পৰ্শ কৰিব পৰা প্ৰত্যেকটো দৃশ্য, প্ৰত্যেকটো পৰিবেশেই দুখৰ অনুভূতি দিয়ে। তথাপি বেলেগ বেলেগ পৰিবেশৰ বেদনাবোধ বেলেগ বেলেগ। আচল ঘটনাটো কি জানা? আমাৰ মনৰ অটল তলিত কিছু বেদনা জমা হৈ আছে। গভীৰ চিন্তা আৰু উপলব্ধিৰে এবাৰ ভিতৰত প্ৰবেশ কৰি তাত এবাৰ অবগাহন কৰিব পাৰিলেই স্পৰ্শকাতৰ পৰিবেশ-বোৰত সেই বেদনাৰ বিভিন্ন প্ৰকাশ দেখিবলৈ পাওঁ। যি কলাই মাধ্যমৰ সহায়েৰে সেই বেলেগ বেলেগ বেদনাবোধক বেলেগ বেলেগ আকাৰেৰে নিখুঁতভাৱে ধৰি ৰাখে সিয়েই হৈ উঠে উচ্চ অঙ্গৰ কলা। এইবোৰ মোৰ মনেগঢ়া কথা নহয়, বিভিয়া। মোৰ বন্ধু ৰাজে বহুতো কিতাপ-পত্ৰ পঢ়ি মোক এইবোৰ কথা শিকাইছিল।”

দাঁতেৰে সোঁহাতৰ বুঢ়া আঙুলিটো কামুৰি বিভিয়াই ক’লে, “তুমি কোৱা কথাটো সঁচা। উচ্চাঙ্গ কলাত আমাৰ অন্তৰৰ বেদনাবোধৰ বাহ্যিক প্ৰকাশ হয় বাবেই সেই কলাই আমাক আনন্দ দিয়ে। মনৰ যিবোৰ অনুভূতিৰ ভাগ বাহিৰৰ মানুহে ল’ব নোৱাৰে, উচ্চাঙ্গ কলাই তেনে অনুভূতিৰ ভাগ লৈ মনত আনন্দ দিয়ে। তাৰ মানে মানুহৰ মনৰ হাজাৰ হাজাৰ বেদনাবোধক ভাষা দিবলৈকে আছে হাজাৰ হাজাৰ ৰাগ-ৰাগিণী?

শাস্ত্রত লিখাৰ দৰে পৰিবেশ বুজাবলৈ নহয় ? কিন্তু তুমি কোৱা সেই মনৰ অটল তলিত থকা বেদনাখিনি কি, ইমৰান ?”

ইমৰানে ক'লে, “ঈশ্বৰে জানে । হিন্দু শাস্ত্ৰ-পুথিবোৰে সদায় সেই দুখটোক অস্বীকাৰ কৰি গৈছে । তাক মনৰপৰা মুছি পেলাবলৈ নির্দিষ্ট কৰিছে কর্মযোগ আৰু নানাবিধ কর্তব্যবোধ। মই কেতিয়াবা ভাবো সেইটো মানৱজাতিয়ে লক্ষ লক্ষ বছৰ জুৰি মৃত্যুৰ বিৰুদ্ধে কৰা যুদ্ধৰ বেদনাময় অভিজ্ঞতাৰ পুৰুষানুক্ৰমিক অভিবৰ্তন । মৃত্যু মানেই, মানুহ আৰু তাৰ পৃথিৱীৰ অনিত্যতাৰ প্ৰতীক । অনিত্যতাতকৈ ডাঙৰ ব্যৰ্থতা, ডাঙৰ দুঃখ মানুহৰ কি আছে ? অজন্মাৰপৰা আহিছে মানুহ, অজন্মালৈকে আকৌ উলটি যাব, অজান ভৱিতব্য আৰু আন্ধাৰ অজন্মাৰ বেদনাময় ছাপ এটি মানুহৰ মনৰ কোণত যেন চিৰকাল ৰৈ গৈছে ।”

হঠাৎ ইমৰানে খৰখৰকৈ ক'লে, “ৰ'বা, অথনিৰেপৰা বাজে কথাবোৰ কৈ আছো, আচল কথালৈ যোৱাই নাই । চোৱা, মানুহৰ মনটো সদায় কিছুমান প্ৰবৃত্তিৰদ্বাৰা চালিত। মানুহৰ প্ৰতিটো কাম নাইবা ব্যৱহাৰৰ কাৰণে কোনো এটা নহয় এটা প্ৰবৃত্তিয়ে দায়ী । এই প্ৰবৃত্তিবোৰৰ মৌলিক ৰূপটো দেখে মাথোন উচ্চাঙ্গ পৰ্য্যায়ৰ মানুহে । প্ৰবল ধুমুহা নাইবা ভূমিকম্প দেখি ইতৰজনে পেটে পেটে আনন্দ পায়, সেই আনন্দৰ মাজত চিন্তাশীলজনে আৱিষ্কাৰ কৰে ধ্বংসৰ প্ৰবৃত্তি । প্ৰথম বৰষুণজাকৰ পিছত পথাৰৰ কেঁচা মাটিৰ গোন্ধটো কোনে ভাল নাপায় ? কিন্তু উচ্চাঙ্গ পৰ্য্যায়ৰ মানুহে তাত দেখে মানুহৰ মাটিৰ লগত নিবিড় হোৱাৰ প্ৰবৃত্তি । যুদ্ধৰ কাহিনী শুনি চকু অমৰা-গুটিয়া কৰা সক ল'ৰা এটাৰ ভিতৰত তেওঁ দেখে হিংসা কৰাৰ আৰু হিংসিত হোৱাৰ প্ৰবৃত্তি । আৰু কত

প্ৰবৃত্তিৰ ব্যাখ্যা। এনেকুৱা একোটা প্ৰবৃত্তিক নিখুঁতভাৱে ভাষা দিয়েইতো সাহিত্য হয় উচ্চাঙ্গ, অমৰ। মই কি কথা ক'ব খুজিছো বিভিয়া বুজিছানে ?"

"কি কথা ?"

"স্বদেশ-প্ৰেমৰ কথা। দেশ-প্ৰেম এটা সাধাৰণ প্ৰবৃত্তি। সাধাৰণ মানুহে দেশক অন্ধভাৱে ভাল পায়। মই জানো, গুলাব সিঙৰ শিক্ষাই তোমাৰ তেনেকুৱা ধৰণৰ ভাব-প্ৰৱণতা একেবাৰেই নষ্ট কৰি পেলাইছে। গতিকে তুমি এতিয়া উচ্চাঙ্গ পৰ্য্যায়ৰপৰাই এই সহজ প্ৰবৃত্তিটোৰ মৌলিক উপাদানবোৰ ফঁহিয়াই চাবলৈ চেষ্টা কৰা। প্ৰথম উপাদানটো হ'ল নিজক ভাল পোৱাৰ প্ৰবৃত্তি,....মানুহে নিজক ভাল পায়, গতিকে নিজৰ ঘৰখনক ভাল পায়। তাৰ পাছত নিজৰ মানুহ, নিজৰ মহল্লা, নিজৰ চহৰ, নিজৰ দেশক ভাল পায়। দ্বিতীয় উপাদানটো হ'ল মহত্ত্ববোধ। প্ৰত্যেক মানুহেই পেটে পেটে নিজক মহানুভৱ বুলি স্বীকাৰ কৰে। আৰু সময়মতে কোনো কষ্টকৰ মহৎ কামত আত্মনিয়োগ কৰি স্বীয় মহত্ত্বক অনুভৱ কৰিবলৈ যত্ন কৰে। তৃতীয় উপাদানটো হ'ল...."

"ৰ'বা, ইমবাৰ !" বিভিয়াই কৈ উঠিল, "তুমি কি অন্ধ কৰি জুখি-মেলি মোক স্বদেশ-প্ৰেমিক কৰি তুলিব খুজিছা ? প্ৰথমতে দীঘল বক্তৃতাৰে জ্ঞান দান কৰি বুজাই ল'লা যে মই চিন্তাশীল, গভীৰ উপলব্ধি থকা উচ্চাঙ্গ পৰ্য্যায়ৰ ব্যক্তি··· গতিকেই মৌলিক প্ৰবৃত্তিবোৰৰ উপাদান বুজাটো মোৰ পক্ষে সম্ভৱ। গতিকে এতিয়া মই হিচাপ কৰি কৰি স্বদেশ-প্ৰেমৰ উপাদান বুজিব লাগিবনে ?"

"প্ৰকৃততে স্বদেশ-প্ৰেম হ'ল মানুহৰ দেশ আৰু দেশবাসীৰ প্ৰতি থকা গৌৰৱবোধ আৰু স্বাভাৱিক ভাল পোৱাৰ সহজাত

প্ৰবৃত্তি, বিবেকে দিয়া এটা মহৎ মানবীয় গুণ। কিন্তু তোমাক কেনেকৈ বুজাব পাৰিম জানো, বিভিয়া ?"

"তোমাক বুজাবলৈ কোনেও কোৱা নাই। মোৰ নিজৰ বাস্তা মই নিজেই ল'ম, ইমৰান। মোৰ বাস্তা তুমি দেখুৱাব নালাগে। কোন সাহসত মোৰ কৰ্তব্য সম্পৰ্কে তুমি ব্যাখ্যা দিবলৈ আহিছা ? নিজৰ অধিকাৰ সম্পৰ্কে তোমাৰ অলপো ধাৰণা নাইনে ?"

"বিভিয়া, তোমাৰ দুটা ভয়ঙ্কৰ অপৰাধ মই ক্ষমা কৰিছো। প্ৰথমতে তুমি মোৰ বন্ধুক হত্যা কৰিছা, দ্বিতীয় অপৰাধটো তুমি নিজেই ভালকৈ জানা। তাৰ বিনিময়ত তোমাৰ স্বভাৱটো সামান্য শুধৰাবলৈ ক'বলৈও মোৰ অধিকাৰ নাইনে ?"

"তোমাৰ বন্ধুক যদি মই হত্যা কৰিছো তুমিও মোক হত্যা কৰা। মোক শুধৰাবলৈ তুমি কোন ?"

"ইমান গৌৰৱ হ'লে পুৰবীয়া-ধনশ্ৰী গাবা কেনেকৈ ?"

ইমৰানে জেপৰপৰা চুৰট এটা উলিয়াই দিয়াচেলাইৰ কাঠি মাৰি তাক জ্বলালে।

একত্ৰিছ মাৰ্চৰ দিনা ৰাতি উত্তৰ আকাশৰ একোণত বিশাল জুইৰ পোহৰ দেখা গ'ল। লগে লগে কিল্লা, চহৰ আৰু দীৱাৰৰ প্ৰত্যেক অংশৰপৰা শুনা গ'ল হাজাৰ হাজাৰ মানুহৰ উল্লাসৰ চিঞৰ। কিল্লাৰ প্ৰাকাৰে প্ৰাকাৰে অলিন্দই অলিন্দই জমা হৈ আনন্দত ফিৰিঙতি পাৰিবলৈ ধৰিলে চিপাহীবোৰে।

তাঁতিয়া টোপী আহিছে।

তাঁতিয়াৰ চিপাহীবোৰে তাৰেই জান দিছে বেতোৱাৰ উত্তৰ পাৰৰ কোনো ঝোপোহা-জংঘলত জুই লগাই।

ভয়াবহ দুশ্চিন্তা আৰু হতাশাৰ মাজেদি পাৰ হৈ গৈছে যোৱা দুটা দিন। প্ৰতি মুহূৰ্ত্তে ঝাঁচীবাসীয়ে এটা চৰম আক্ৰমণ আশা কৰিছে, বুজিছে যে পৰাজয় আসন্ন। উনত্ৰিছ তাৰিখে কিল্লাৰ প্ৰধান প্ৰধান কেইবাটাও বেটেৰী নিপাত হৈ গৈছে, গুলী আৰু বাৰুদৰ পৰিমাণ কমি আহিছে শোচনীয়ভাৱে। চহৰৰ খাদ্য-সামগ্ৰীৰ অৱস্থা আৰু দুঃখ লগা। কামানৰ গুলীত কিল্লাৰ জলাধাৰ নষ্ট হৈ যোৱাৰ বাবে কিল্লাৰ ভিতৰত ভয়াবহৰূপে পানীৰ অভাৱ আৰম্ভ হৈছে। ভাল ভাল গোলন্দাজ-বোৰৰ সৰহভাগেই মৃত। যুদ্ধ কৰাৰ সকলো আহিলাই শেষ হৈ আহিছে। এনেকৈ আৰু কেইদিন চলিব পাৰি?

কিন্তু তাঁতিয়া টোপীৰ আগমনৰ বাতৰিয়ে গোটেই চহৰত এটা নতুন চাঞ্চল্যৰ শিহৰণ খেলি গ'ল। সাময়িকভাৱে বিপদৰ কথা পাহৰি গৈ চিপাহীবোৰে নতুন উৎসাহেৰে গান গাবলৈ আৰম্ভ কৰি দিলে :

"হান্টাৰ গোলী খুব চালায়া একশ'ও সাল পুৰা
দুহাকে তৰাহু কেঁও ছুপ ছুপ ভাগে পল্টনৱালা গোৰা,
যিত্তা পড়েড চাহে লাগাও লণ্ডন পেঁ মৈদান
হমাৰা মুলুক হামকো ছোড়ো ফিৰিঙ্গী বেঈমান ॥"

তাঁতিয়া টোপী যদি সঁচাকৈয়ে আহিছে, তেওঁৰ লগত আহিছে বাইছ হাজাৰ সৈন্য আৰু আঠাইছটা কামান। তাঁতিয়াৰ সৈন্য সংখ্যাৰ হিচাপ বহুত দিনৰ আগেয়েই দূতে দি গৈছে। ইংৰাজ বাহিনীয়ে যদি ঝাঁচীৰ অৱৰোধ উঠাই তাঁতিয়াক আক্ৰমণ কৰিবলৈ যায় তেনেহ'লে বাঈচাহেবা আৰু তাঁতিয়াৰ মাজত পৰি সিহঁত বিধ্বস্ত হৈ যাব। হিউৰ'জে নিশ্চয় বেচ্ কেই ঘন্টামানৰ আগতেই তাঁতিয়া অহাৰ খবৰ পাইছে। কাৰণ যুদ্ধৰ আগে-ভাগে তেওঁ পূৰণি টেলিগ্ৰাফ হিলচত নতুনকৈ টেলিগ্ৰাফৰ

খুঁটা বহুৱাই তাঁৰ লগাইছে আৰু গাঁৱৰ মানুহে চেষ্টা কৰিও সেইবোৰ নষ্ট কৰিব পৰা নাই।

আজি আকাশৰ ৰঙা ৰং খিনিলৈ চাই চাই ইমৰানৰ বাৰে বাৰে ওস্তাদুৰ কথা মনত পৰিল। ওস্তাদৰ বহু আশাৰ ৰুছ দেশীয় সাহায্য আজিও আহি হিন্দুস্থান নাপালেহি। হয়তো ৰুছ দেশৰ ৰজাই সাহয্য দিয়াৰ আঁচনি শেষ সময়ত পৰিহাৰ কৰিলে। হয়তো আজিমুল্লাই যাৰ লগত সাক্ষাৎ কৰিছিল তেওঁ প্ৰকৃততে ৰুছ-প্ৰতিনিধিয়েই নহয়। কিন্তু সাহায্য অহা হ'লে কাম হ'লহেঁতেন। আধুনিক যুদ্ধ-কৌশলত ৰুছ দেশৰ সৈন্য ইংৰাজতকৈ আগবঢ়া। আজিমুল্লা খাঁই ক্ৰিমিয়াৰ যুদ্ধত নিজ চকুৰে দেখি আহিছে কেনেকৈ ৰুছ দেশৰ হাতত ইংৰাজ আৰু ফৰাচীবিলাক নিৰ্বোধৰ দৰে হাৰিছিল।

ঝাঁচীত থকা গোটেই দিনকেইটাই বৰ ব্যৰ্থ যেন লাগিল ইমৰানৰ।

কাইলৈ দিনটোৰ ভিতৰতে জয়-পৰাজয়ৰ এটা মীমাংসা হৈ যাব। ঝাঁচীত আজি চৰম উত্তেজনা। আসাবৰদাৰবোৰে চৌকীয়ে চৌকীয়ে জোৰ জ্বলাই গ'ল। প্ৰত্যেকটো কামানৰপৰা নতুন উৎসাহেৰে গুলী চলাৰ লগে লগে জুই উদ্গীৰণ হ'বলৈ ধৰিলে। গোলাম ঘৌচৰ অবিহনে ঘনগৰ্জৰ তাৰ লগে বৃদ্ধ কিশোৰসিং পৰবাৰে। শুক্লা-সপ্তমীৰ ম্লান জোনাকত বিস্মানদুৰ সগুৱ কামানবোৰৰ নিশানা থিক কৰা হ'ল। এদল দুষ্ট চিপাহীয়ে মনে মনে দীৱাৰৰপৰা নামি ইংৰাজ চাউনীৰ নিচেই কাষলৈ গৈ তাৰপৰা গালি পাৰিবলৈ ধৰিলে। গোটেই ৰাতি কামানৰ শব্দ আৰু বন্ধ নহ'ল।

শেষ-ৰাতিও ঝাঁচীৰ বাট-পথ দিনৰ দৰেই চঞ্চল হৈ থাকিল। তেতিয়া উত্তেজিত কথা-বাৰ্তা পাতি ৰাস্তাইদি মানুহ অহা-যোৱা কৰি আছে। চৰম উত্তেজনাৰ মাজেদি পাৰ হৈ গ'ল এটা

ৰাতি আৰু এটা দিন। ৰবিপ্ৰচাদৰ চৰ্দাৰৰ দোকানত ৰহু দিনৰ মূৰত আকৌ এবাৰ ইমৰানহঁতৰ গৰম তৰ্ক-বিতৰ্কৰ আড্ডা বহিল। কিন্তু সৰ্বশেষত সেই সন্দেহ কৰা ভয়ানক ৰাতৰিটোৱেই আহিল আৰু এটা গভীৰ অৱসাদে অন্ধকাৰৰ দৰেই চহৰখন আৱৰি ধৰিলে। তাঁতিয়া টোপীৰ ব্যৰ্থ নেতৃত্বই বেত্ৰোৱা নদীৰ পাৰৰ যুদ্ধক এটা অসহায় পৰাজয়ত পৰ্য্যৱসিত কৰিছে। প্ৰথম ব্ৰিগেডৰ বেইহাজাৰমান মাত্ৰ সৈন্যৰ হাতত হাৰি গৈছে তাঁতিয়াৰ সমগ্ৰ বাহিনী। এনেকুৱা শোচনীয় পৰাজয়ৰ কাহিনী আগতে আৰু কোনেও কাহানিও শুনা নাই।

এক এপ্ৰিলৰ দিনা সন্ধিয়া ৰাণীচাহেবাই কিল্লাত সকলো চিপাহী আৰু চৰ্দাৰক গোট খুৱালে। সকলোৱে স্থলজ্যো চকুৰ পানীখিনি মুছি পেলাই তেখেতে ডাঙৰ ডাঙৰ মাতেৰে ক'লে, "মোৰ বাহাদুৰ চিপাহী, চৰ্দাৰ আৰু বন্ধু সকল — পেছোৱাৰ সৈন্যৰ ভৰসাত আমি যুদ্ধত নমা নাই। নিজৰ হিম্মতেৰে আমি ইমান দিন ঝাঁচী ৰক্ষা কৰিছো। নিজৰ হিম্মতেৰেই আমি শেষ পৰ্য্যন্ত যুদ্ধ কৰি যাম।"

সেই দিনা গোটেই ৰাতি ৰাণীচাহেবাই চৰ্দাৰবিলাকক লগত লৈ ঘূৰি ঘূৰি চিপাহীবোৰক উৎসাহিত কৰিলে। প্ৰত্যেক গোলন্দাজক মাতি মাতি আনি পুৰস্কাৰ দিলে। গোটেই ৰাতি তেখেতে কিল্লা আৰু দীৱাৰ পৰিদৰ্শন কৰি কটালে।

মাজৰাতি ইমৰান আৰু মুগলীকৰে বেহুচৰ দৰে দৌৰি দৌৰি কিল্লাৰ আস্পতাল পালেগৈ। সৰফৰাজ আহত হৈ তাত পৰি আছে বুলি এইমাত্ৰ খবৰ পাইছে সিহঁতে। গুলী এটাৰ আঘাতত সৰফৰাজৰ বাঁওভৰিখন উৰি গৈছিল। বাকৰেৰে পোৱা বিষাক্ত অংশটো বাদ দিবলৈ চিকিৎসকে আৰু অলপ ওপৰলৈ কাটি দিছিল ভৰিখন। অজ্ঞানভাৱেই সৰফৰাজ পৰি আছিল।

দুঘন্টাৰ পাছত জ্ঞান ঘুৰাই পাই নিৰ্ভীকভাবে বিচনাত উঠি বহিবৰ চেষ্টা কৰিছিল সি। জ্ঞান পাই তাক ঘেৰি থকা বন্ধুবোৰক দেখি চিৰাচৰিতভাৱে 'মই ক'ত আছো?' বুলি প্ৰশ্ন নকৰি সি কৈছিল, "চাওঁ, চুৰট এটা দেচোন।"

বিচনাত উঠি বহিবৰ চেষ্টা কৰোতেহে সি প্ৰথম আৱিষ্কাৰ কৰিলে যে তাৰ বাঁওভৰিখন নাই। মুহূৰ্তৰ ভিতৰতে প্ৰচণ্ড ৰক্তচাপত তাৰ মুখৰ শিৰবোৰ ফুলিবলৈ আৰম্ভ কৰিলে। গোটেই আস্পতাল বজন্জনাই যোৱাকৈ বিকট চিয়ঁৰ মাৰিলে সি, "মোক হত্যা কৰ। মোক হত্যা কৰ।"

ইমৰানক দুৱতে দেখি সৰ্বাঙ্গ তেজে ভৰি যোৱা চকু দুটা মেলি চিয়ঁৰি ক'লে, "ইইত চব শত্ৰু। তই মোৰ আপোন, ইমৰান,....মোক ৰেহাই দে। মোক হত্যা কৰ।"

ইংৰাজ-বেটেৰীবপৰা অহা বৰা বৰা গুলীবোৰ ঝাঁচী নগৰ আৰু দীৱাৰৰ বিভিন্ন অংশত ছেদ-ভেদ নোহোৱাকৈ পৰিয়েই থাকিল, সেইদিনা গোটেই নিশা অবিৰত আৰু অবিশ্ৰান্ত শক্তিৰে।

×

আজি দুই এপ্ৰিল।

চালৰ ঠাণ্ডা পকাৰ ওপৰত শুই শুই ইমৰানে চুৰট খাইছে আৰু ভাবিছে। আজি বসন্তৰ শুক্লা-নৱমী। নিৰ্মল আকাশত জোনৰ অবিৰত সাম্ৰাজ্য, ঝাঁচীৰ পাহাৰে পাহাৰে জোনালী প্লাৱনৰ বন্যা, আকাশে-বতাহে প্ৰকৃতিৰ ইমান যে অকৃপণ দাক্ষিণ্য। ক'লা ক'লা ছাঁ পেলাই ঘৰবিলাক নিমাতে থিয় হৈ আছে। ৰাতিৰ স্নিগ্ধ পৃথিৱীৰ ওপৰত ৰূপালী জোনাকৰ বোল দেখিলে জেঠ-মহীয়া তপত খৰাং দুপৰীয়াবোৰৰ কথা পাহৰিবৰ মন যায়। ইমান ৰূপ এই পৃথিৱীৰ! মানুহে বাৰু ইয়াত যুদ্ধ কৰে কিয়?

অলপ আগতে মাথোন মুৰলীধৰৰ মন্দিৰৰপৰা ৰাতি বাৰ বজাৰ ঘন্টা শুনা গৈছিল। কোমল খটখট শব্দেৰে ক'ৰবাত কোনোবা লোহা-মিস্ত্ৰিয়ে ঘোঁৰাৰ খুৰাত নাল লগাইছিল এই অলপ আগলৈকে। এতিয়া সকলো নিমাত। ক'তো নাম-নাচ শব্দ নাই। আজি ৰাতিটোৰ কাৰণে ঝাঁচীৰ কুকুৰবোৰেও যেন ভুকিবলৈ পাহৰি গৈছে। এই তন্দ্ৰাভৰা জোনাকত থিয় হৈ কোনে ক'ব যে এই সপোনপুৰীৰে জ্যোৎস্না-প্লাৱিত অলিয়ে-গলিয়ে অভিসাৰ চলিছে শেষ চূড়ান্ত সংগ্ৰাম—মৰণ-দেৱতাৰ নিঃশব্দ পদ-সঞ্চাৰ?

যোৱাকালি গোটেই ৰাতি ইয়াত ইংৰাজ চাউনীৰপৰা গুলী আহি বৰষুণৰ দৰে পৰিছিল। বৰা বৰা গুলীৰ পিণ্ড, বাৰুদৰ ভয়াবহ শব্দ, চোখা তগাৰ শব্দ, লেলিহান জুই, আহত ঘোঁৰাৰ চিঞৰ, হতভগা মানুহৰ হাহাকাৰ। আজি একো নাই। হিউ-ৰ'জৰ মৰ্টাৰ আৰু হাউটজাৰ নিমাত। কিল্লা আৰু দোৱাৰৰ কামানবোৰ স্তব্ধ। যোৱা-ৰাতি এনেকুৱা সময়ত ঝাঁচীৰ ৰাস্তাই ৰাস্তাই কিমান কৰ্ম-চঞ্চলতা! মৰা-শ বৈ লৈ গৈছে আত্মীয়ৰ

দলে, জুই সুমাবৰলৈ গোট খাইছে জাকে জাকে নিৰন্নুৱা মানুহ, দীৱাৰৰ কালে দৌৰিছে ল'ৰাৰ দল। কালি পোৰা ঘৰবোৰ আজি এঙাৰৰ জঁকা হৈ থিয় দি আছে। দুষ্ট ল'ৰাই আৰু দল বান্ধি ফিৰিঙ্গীক জোকোৱা বাসো গোৱা নাই।

ক'তো অকণো শব্দ নাই, ক'তো অকণো পোহৰ নাই। আজি কেঁচুৱাই কন্দা নাই, আহতসকলেও চিয়ঁৰা নাই। কাৰো চকুৰ তললৈকো জুই যোৱা নাই। সন্ধিয়াৰেপৰা এটা বন্দুকৰ শব্দও শুনা নাই কোনেও।

এই নিস্তব্ধতাৰ ৰাজ্যত কি যুদ্ধৰ প্ৰতীক্ষা সম্ভৱ ?

..........দীঘলকৈ হোপা এটা মাৰি চুৰটৰ জুইখিনিলৈ চাই ৰ'ল ইমৰানে। জুইখিনিত সেই একে পুৰণি আক্ৰোশ। ক্ষোভ। .... ...আধা আঁকা, আধা মোছা ছবিটো তাৰ আকৌ মনত পৰিল। এটা সৰু ল'ৰা....কিছুমান শিলগুটি... সেই ৰেল লাইনটো........।

হঠাৎ উদভ্ৰান্তৰ দৰে বহি পৰিল ইমৰান। অসম্ভৱ! বৰ অবিশ্বাস্য আজিৰ এই নিস্তব্ধতা!........পুৰণি সৈনিক সি ; এই স্তব্ধতা প্ৰথম অভিজ্ঞতা নহয় তাৰ। মৃত্যু আৰু পৰাজয়ৰ পদধ্বনি সি বহু দূৰৰপৰাই শুনে। সহজাত প্ৰবৃত্তিয়ে তাৰ কাণে কাণে কৈ দিলে ঝাঁচীত আজি এই ৰাতি পুউৱাৰ আগে আগে যুদ্ধৰ শেষ সিদ্ধান্ত হৈ যাব। ৰূপালী সৌন্দৰ্য্যৰ কোলাত নিশ্চিত হ'ব বুৰঞ্জীৰ চূড়ান্ত মীমাংসা।

শেষ হোৱা চুৰটৰ টুকুৰাটো দলিয়াই পেলালে ইমৰানে। ওহো, তাৰ কোনো সন্দেহ নাই, আজি ৰাতি যদি যুদ্ধ হয় সি হ'ব চূড়ান্ত সংগ্ৰাম।

....হঠাৎ দৰজাত কোনোবাই টুকুৰিয়ালে।

"ইমৰান। ইমৰান আছ নেকি ?" মুবাৰকৰ মাত।

ভিডিঙি মেলি চালে ইমৰানে। দুৱাৰৰ আগত মুবাৰক থিয় হৈ আছে। ইমৰানক সি দেখা নাই।

"মুবাৰক!" মুবাৰকে মূৰ তুলি চালে। "এইফালেদি উঠি আহ। আচ্ছা ৰ', ময়েই নামি গৈছো।" ইমৰানে জখলাইদি নামি আহিল।

মুবাৰকে তাৰ কান্ধত হাত থৈ ক'লে, "ইমৰান, দীৱাৰৰ কাষলৈ যাওঁ ব'ল।"

"এতিয়াই কিয়? মোৰতো আঢ়ৈ বজাৰপৰা পহৰা আছে।"

"অলপ আগেয়েই ব'ল না", অনুনয় কৰি ক'লে মুবাৰকে। "বৰ ভয় লাগিছে জান, মোৰ ধাৰণা হৈছে আজি ৰাতিয়েই হয়তো অঘটন এটা ঘটি যাব।"

ইমৰানে হাঁহিলে। মুবাৰকৰ পিঠিত চপৰিয়াই সি ক'লে, "আৰু এদিন এনেকৈয়ে ভয় খুৱাই তই মোক দীৱাৰৰ বাহিৰলৈ মাতি লৈ গৈছিলি, মনত আছেনে?"

"তৰ্ক নকৰিবি, মোৰ মনে কৈছে আজি ৰাতি কিবা এটা হ'ব।"

অকল মুবাৰকেই নহয়, ঝাঁচীৰ প্ৰতিটো মানুহে আজি ভয়াবহ কিবা এটাৰ কাৰণে প্ৰতীক্ষা কৰিছে। আজি ফুট গধুলিতে দেৱান ৰঘুনাথ সিং আৰু জৱাহিৰ সিঙে মানুহ পঠিয়াই চহৰৰ প্ৰতি জনে জনে কোৱাইছে যে আজি ৰাতিটোৰ কাৰণে যেন সকলো সতৰ্ক হৈ থাকে....আজি ৰাতি নিশ্চিন্ত হৈ থাকিলে নচলিব।

দুৱাৰ খুলি মম জ্বলালে ইমৰানে। "তই তেন্তে ইয়াতে অলপ বহ", সি ক'লে, "মই উৰ্দি পিন্ধি লওঁ।"

ইমৰানৰ কোঠা দুটা। তাৰে বাহিৰৰ কোঠাটোত মুবাৰকক বহুৱাই সিটো কোঠাত সি কাপোৰ পিন্ধিবলৈ ধৰিলে।

ইমৰানে আজি পিন্ধিলে গাখীৰৰ দৰে বগা পেছোৱাজী কুৰ্ত্তা, তাৰ ওপৰত বঙা জমিয়াৰৰ বান্ডি। কুৰ্ত্তাৰ ভিতৰ

কাষত ভৰীৰ ঘুনুসি। ভৰিত পিন্ধিলে নাগাৰা, মূৰত বান্ধিলে পাতল ৰঙা-চন্দ্ৰৰীৰ মুৰেঠা। সি কঁকালত পেটি মাৰিলে, তাত ওলোমাই ল'লে পিস্তল আৰু তৰোৱাল। পিঠিত বান্ধিলে বিচালাৰ ৰঙা ফিটা। ফিটাত বন্দুক ওলোমাই ল'লে। কঁকালত পিস্তলৰ খাপৰ কাষত থাকিল বন্দুকৰ গুলীৰ চামৰাৰ বাকচ। মুৰেঠাৰ ওপৰত গাঁঠি ল'লে ৰক্ত-পতাকা খোদাই কৰা অকণমান ধাতুৰ তৰাটো।

হঠাৎ ইমৰানে বাস্তাত ঘোঁৰাৰ শব্দ শুনিলে। খৰতকীয়া খুৰাৰ শব্দবোৰ তাৰ ঘৰৰ সন্মুখলৈকে আহি বৈ গ'ল। এক মুহূৰ্ত,···· দুই মুহূৰ্ত....তাৰ পাছতেই ঘোঁৰাটোৰে আকৌ দৌৰি আঁতৰি যোৱাৰ শব্দ শুনা গ'ল। প্ৰায় লগে লগেই বাহিৰৰ কোঠাৰপৰা মুবাৰকে মাত দিলে, "ইমৰান, এইফালে দৌৰি আহ! সোনকালে!"

ইমৰাৰে তৎক্ষণাৎ সেই কোঠালৈ আহিল। এখন চিঠি হাতত লৈ মুবাৰক থিয় হৈ আছে। থাপ মাৰি চিঠিখন হাতত ল'লে সি। চিঠিখন এটা খামৰ ভিতৰত বন্ধ, কিবা গধুৰ বস্তু এটা ভৰাই তাক এনেকুৱাকৈ গধুৰ কৰা হৈছে যাতে বাস্তাৰ-পৰা দলিয়াই তাক কোঠাত পেলাব পাৰি।

"কোনোবাই ঘোঁৰা দৌৰাই আহি বাস্তাৰপৰা দলিয়াই এইখন ইয়াত পেলাই থৈ গৈছে।" মুবাৰকে ক'লে।

খামটো ফালি চিঠিখন উলিয়ালে ইমৰানে। লগে লগে শিলগুটি এটা ওলাই মাটিত পৰিল। একেটা উশাহতে সি চিঠিখন পঢ়ি পেলালে:

"চেনেহৰ চুলতান মোৰ,

দেশাত্মবোধ মোৰ আছেনে নাই সেইটো বেলেগ কথা। কিন্তু তুমি যদি মোক সঁচাকৈয়ে তাক শিকাব খুজিছিলা, চৰ

মাৰি নিশিকালা কেলেই ? আজি এটা সঁচা কথা কওঁ শুনা, তোমাৰ প্ৰতি মোৰ এটা দুৰ্বলতা আছিল। কিন্তু তোমাৰ-পৰা সদায়েই মই কঠিন পৌৰুষ আশা কৰিছিলোঁ,.... বিচাৰিছিলোঁ নিষ্ঠুৰতা, অত্যাচাৰ, পীড়ন। তাকে নকৰি ভিৰুতাৰ দৰে পেনপেননিৰে মোক, দেশাত্মবোধ শিকাবলৈ গ'লা কিয় তুমি ?

চহৰৰ ওপৰত আক্ৰমণ হ'লে আজিয়েই হ'ব যেন লাগিছে। মই তৰোৱাল ঘূৰাব নাজানো, ঘোঁৰাও ভালকৈ চলাব নাজানো। বন্দুকতো নায়েই, কোনোবাই দিলেও যে মাৰিব পাৰিম তাৰ ভৰসা নকৰোঁ। তথাপি যুদ্ধলৈ ওলালোঁ। বাঈচাহেবাৰ কাষতে থিয় হৈ মৰিম। তোমাৰ লগত সম্ভৱ আৰু দেখাদেখি নহয়। মৰম ল'বা। আৰু শুভেচ্ছাও। ইতি—

বিতিয়া, তোমাৰেই"

চিঠিখন পঢ়ি উঠি ইমৰানে জেপৰপৰা চুৰট উলিয়ালে। মুবাৰকে সুধিলে, "চিঠিখন কিহৰ, চাওঁ ? কি লিখিছে তাত ? কোনে লিখিছে ?"

ইমৰানে ক'লে, "ন'কবি আৰু, এই কম্‌বখ্‌ত্‌ ঘৰৱালাৰ কাণ্ড। ক'ৰ ডেৰটা টকা ভাৰা বাকী আছে, তাকে খুজি সি সদায় বিৰক্ত কৰে। সিদিনা মই তাক ক'লো যে সি আৰু ভৱিষ্যতে যদি ভাৰা বিচাৰি আহে, তাৰ মুখৰ চিনাকি বদলাই দিম। ভয় খাই চয়তানটোৱে এতিয়া দূৰৰপৰা চিঠি দলিয়াই টকা খুজিছে।"

চুৰটটো জ্বলালে ইমৰানে, তাৰ পাছত চিঠিখনত অগ্নিসংযোগ কৰিলে। মুবাৰকে চুৰট নাখায়। ধোঁৱাখিনিক গোল আঙঠি

এটা কৰি উকৰাই নি ইমৰানে ক'লে, "আজি সম্পূৰ্ণ পোছাকটো পিন্ধি পেলালোঁ। কেনে হ'ল বাৰু ?"

অলপ সময়ৰ পাছতে মানিক চৌকৰ নিজান ৰাস্তাৰে সিহঁতৰ ঘোঁৰা দৌৰিবলৈ ধৰিলে।

"ইমৰান, আমি কেনেবাকৈ হাৰি যাম নেকি ? তই বাৰু কি ভাব ?"

"ওহোঁ, কিয় হাৰিম মুবাৰক ? আমাৰ হিম্মত্ নাইনে কৌশিচ নাই ?"

মনে মনে বিষণ্ণ হাঁহি এটা নহঁহাকৈ নোৱাৰিলে ইমৰানে। সি নিজে ভাব-প্ৰৱন নহয়। কোনো ধৰণৰ নৈৰাশ্যতেই সি বিশ্বাস নকৰে। সি জানে সি আশাবাদী, কিন্তু তথাপি ব্যৰ্থ আশা পুহি ৰাখিব কিমান দিন ? ঝাঁচীবাসীয়ে ক্ষণলব্ধ স্বাধীনতাৰ স্থায়ী মূল্য বুজে সত্য,—তাৰ কাৰণে মৰণক তুচ্ছ কৰি সিহঁতে যুদ্ধ কৰিব আমৰণ। শৌৰ্য্য আছে, দেশ-প্ৰেম আছে—আছে অপূৰ্ব আত্মত্যাগ। কিন্তু যুদ্ধত জয়ী হ'বৰ কাৰণে সেয়েই কি যথেষ্ট ?

যোৱা ৰাতিৰ প্ৰবল গুলী বৰ্ষণৰ ফলত চহৰৰ দক্ষিণফালৰ দীৱাৰত বিশাল ফাট মেলিছে। লেঠেৰি নিছিগা গুলীৰ সম্মুখত মিস্ত্ৰিবোৰে ৰাতিয়েই ওলাই আহি আনফালৰ দৰে ভাল কৰিব পৰা নাই সেই ফাট। আৰু সেই ফাটৰ ফালেই বৰ ভৰসাৰে চাইছে হিউৰ'জৰ দলে।

ইমৰানে জানে সকলো। কিন্তু মুবাৰকক নিৰাশ কৰিব নোখোজে সি। আধুনিক যুদ্ধ বৰ জটিল। তাত আত্মাহুতিতকৈ কৌশল লাগে বেছি। দিল্লীৰ যুদ্ধত এই কথা সি হাড়ে হাড়ে গম পাইছিল। হিউৰ'জ অভিজ্ঞ সেনাপতি,—হয়ত্ৰিছ বছৰীয়া সেনা জীৱনত আয়াৰ্ল্যাণ্ড, চিৰিয়া, ক্ৰিমিয়া আৰু চিবাস্তোপলত

যুদ্ধত যোগ্যতা অর্জন কৰিছে তেওঁ। তেওঁৰ হাতত আছে আধুনিকতম উন্নত অস্ত্ৰ আৰু সৈন্যসজ্জা। তদুপৰি জনাকীর্ণ চহৰ বাহিৰৰপৰা আক্ৰমণ কৰাত সুবিধা কিমান! কামানৰ এটা গুলীও অথলে নাযায়, প্ৰতিটো গুলীত লিখা থাকে ধ্বংস আৰু হাহাকাৰ।

ওহোঁ আৰু কোনো সন্দেহৰ অৱকাশ নাই। ৰাঁচীৰ সামগ্ৰিক পতন এইবাৰ আসন্ন। পঁয়ত্ৰিছটা কামানৰ গুলী আৰু বাৰুদ শেষ হৈ আহিছে। দীর্ঘ অৱৰোধৰ ফলত খাদ্য আৰু পানীৰ কাৰণে হাহাকাৰ লাগিছে মহল্লাই মহল্লাই। বহুা বহুা যোদ্ধা আৰু গোলন্দাজবোৰৰ বহুতেই মৰ্মান্তিকভাৱে আহত আৰু বাকীবোৰ মৃত। শঙ্কৰ-কিল্লা, সইয়াৰ-গেট, বাগিচা-বুৰুজৰ দৰে প্ৰধান প্ৰধান বেটেৰীবোৰ চিৰকাললৈ নিৰৱ হৈ গৈছে। চাৰিওফালেই ব্যর্থতা আৰু হতাশা। ইয়াৰ মাজতো নতুন বুৰঞ্জী ৰচিত হোৱাটো জানো সম্ভৱ?

"কেতিয়াবা মনত খুব দুঃখ লাগে, জান, ইমৰান!" মুবাৰকে ক'লে, "যদি কেনেবাকৈ হাৰি যাওঁ?? কি হ'ব, – কি হ'ব আমাৰ, কচোঁন! যদি এই আজাদশাহী কায়েম হ'বৰ কাৰণে মই শৰীৰৰ প্ৰত্যেকটো অঙ্গ এটা এটাকৈ নিজ হাতে কাটি দিবলগীয়া হয়, তাকো পাৰিম! যদি মাত্ৰ সি কায়েম হয়।"

ইমৰানে ক'লে, "তই হতাশ নহ'বি, মুবাৰক। আজি তই দেশৰ বাবে যেনেকৈ অনুভৱ কৰিছ, হিন্দুস্থানৰ প্ৰতিটো ইনচানে তাকেই কৰিছে। সাৰা হিন্দৰ মানুহৰ দিলত বাজিছে একে সুৰ, একে ইচ্ছা।.. সাৰা হিন্দৰ আত্মাহুতি আৰু খুনৰ ওপৰত দয়ালু খোদাআল্লা! ভয় কিহৰ, মুবাৰক, ভয় কিহৰ?"

মুবাৰক বৰ ভাব-প্ৰৱন হৈ পৰিছে আজি। "তোৰ ওপৰত মোৰ খুব ভৰসা, ইমৰান", সি ক'লে, "তোৰ বুদ্ধি, তোৰ

বিবেচনাৰ ওপৰত মোৰ খুব আশা। তই বহুতো ঠাই ফুৰিছ, তই পার্চী জান ইংৰাজী জান, আৰু কবাচী জান। আমাৰ সকলোৰে মাজত তোৰ বুদ্ধি বেছি;—তই বেছি কথা বুজ আমাতকৈ। খোদাই কৰক, তোৰ কথাই যেন ফলিয়ায়।"

চুয়ো নিৰবে যাবলৈ ধৰিলে।

অলপ সময়ৰ পাছত 'ওনাও' দৰৱাজা পালেহি সিহঁতে। দৰৱাজাৰ মুখত এদল চকুৰী, তাৰ বাহিৰে অলপ দূৰত বৈ আছে তিনিশমান ফৌজী চিপাহী। তাৰে এশমান বিচালা। আজি প্ৰতি দৰৱাজাতে ফৌজ থাকিবলৈ বাঙঁচাহেঁৰাই হুকুম দিছে। খুব কম চিপাহীয়েই ছুটীত আছে আজি।

"তোমালোকৰ ডিউটি কেতিয়ালৈকে আছে ?" চিনাকি চিপাহী এটাক আঁতৰলৈ মাতি আনি ইমৰানে সুধিলে।

"আমাৰ ডিউটি আছিল আচলতে ৰাতি আঠ বজালৈকে, কিন্তু একো থিক নাই,—চৰ্দাৰে কৈছে, হয়তো ৰাতিপুৱালৈকে থাকিবলগীয়া হ'ব পাৰে !"

ইমৰানে দীৱাৰ পাৰ হৈ সিফালে যোৱাৰ মতলবটো তাক আভি-পাতি ক'লে। চিপাহীটোৱে সিহঁতক নিৰাশ কৰিলে। আজি কাৰো দীৱাৰ পাৰ হোৱাৰ হুকুম নাই। মনে মনে পাৰ হ'লে পাছত নিজৰ চিপাহীৰ হাতত্তে গুলী খোৱাৰ ভয় আছে। কাৰণ আজি এনেয়ে জোনাক, তাতে প্ৰত্যেক চৌখাতে একোটাকৈ চিপাহীয়ে বন্দুক লৈ বহি আছে।

অগত্যা সিহঁত চুয়ো উলটিল।

"বৈজনাথক আজি লগ পাইছনে ?" মুবাৰকে সুধিলে।

"ওহোঁ, নাই পোৱা। তই ভাৰ্গৱক দেখিছনে দিনটোত ?"

"ভাৰ্গৱক ? উঁ, অথনি দেখিছিলোঁ। এটা আচৰিত কথা, কি জাননে, ইমৰান ? ভাৰ্গৱৰ লগত আজি এজন মানুহ দেখিলো,

মানুহজন মই চিনি পাওঁ, এক বামুণ পণ্ডিত ; নামটো কি যেন আছিল............একেবাৰে পাহৰি গৈছোঁ !"

"নাম পাহৰাত ইমান আচৰিত হ'বলগীয়া কি আছে ? মাজে মাজে তেনেকুৱা হয়েই।"

"নহয়, সেই কাৰণে নহয়। মানুহজনৰ লগত ভাৰ্গৱৰ ইমান চিনাকি কেনেকৈ হ'ল তাকে ভাবিহে আচৰিত হৈছো। মানুহজন ঝাঁচীৰ নহয় বুজিছ, আজি তিনি মাহো হোৱা নাই তেওঁ ইয়ালৈ অহা।"

"তিনি মাহৰ ভিতৰত ভাৰ্গৱে তেওঁক চিনি পাব নোৱাৰেনে ? তইনো আচৰিত হৈছ কিটোত ?"

মুবাৰক অলপ অপ্ৰস্তুত হ'ল। "নহয়, মানে", সি বুজাবলৈ চেষ্টা কৰিলে, "মানে ভাৰ্গৱে কাহানিও কোৱা নাই যে তেওঁৰ লগত তাৰ চিনাকি আছে। সি অন্ততঃ আমাক নিশ্চয় ক'লেহেঁতেন। তিনি মাহ আগতে বামুণজন ক'ৰবাৰপৰা আহি বাঙীচাহেবাৰ কাষ পাইছিল, কাশীলৈ যাবলৈ ধন ভিক্ষা কৰি বাঙীচাহেবাই নাম মাত্ৰ ধন দিছিল তেওঁক। অথচ সিদিনাৰ ডাল-দৰিদ্ৰ বামুণজনৰ গাত আজি দেখিলো ৰেচমৰ ধুতি-চাদৰ আৰু বগা চন্দেৰীৰ পাগুড়ী।"

থমকি ৰ'ল ইমৰান। "মুবাৰক, তই পহলা নম্বৰৰ বেওকুফ !" উত্তেজিত মাতেৰে সি ক'লে, "আগতে নকৈছিলি কিয় মোক ? ক'লা ঘোঁৰা আছিল নেকি সিহঁতৰ লগত ?"

"ওহোঁ। কোনো ঘোঁৰাই নাছিল সিহঁতৰ লগত। বামুণটোক তই ফিৰিঙ্গীৰ গুপ্তচৰ বুলি সন্দেহ কৰিছ নেকি ? তেনেহ'লে ভাৰ্গৱে নিশ্চয় তাক ধৰিব। চিন্তা কৰিছ কিয় ?

"তই এটা উল্লু, এটা নালায়ক। সিহঁতক এতিয়াই বিচাৰি উলিওৱাৰদৰকাৰ।"

"নিশ্চয়, নিশ্চয় ! সাৰা ঝাঁচী চলাথ কৰি সিহঁতক বিচাৰি উলিয়াম।"

"সাৰা ঝাঁচী বিচাৰিবৰ দৰকাৰ নাই। যদি সিহঁত চোৰাংচোৱা হয়, যেই সেই এখন দৰবাজাৰ কাষতে সিহঁতক পাম।"

"'সিহঁত' 'সিহঁত' কৰিছ কিয় ? ভাৰ্গৱক চৰ বুলি কোৱা নাই নিশ্চয় ? ভাৰ্গৱ যদি চৰ হ'ব লাগে, তেনহ'লে তয়ো চৰ, ময়ো চৰ, চৰ চৰ।"

ইমৰানে একো নামাতিলে।

দীৱাৰৰ কাষে কাষে ঘোঁৰা দৌৰাবলৈ ধৰিলে দুয়ো।

"বেইমানীৰ দেশ-কাল, পাত্ৰ-পাত্ৰী ভেদ নাই, মুবাৰক।" কিছু সময়ৰ পাছত ইমৰানে ক'লে। "শত্ৰু ঘৰৰ সন্মুখত। এই সময়ত সোণৰ লোভত গাৰ নোমেও চৰম বেইমানী :কৰি বহে। বেইমানে য'ত খোজ কাঢ়ে সেই জমিন পৰ্য্যন্ত বেইমান হৈ যায়।"

ঘোঁৰাৰ পিঠিত চাবুক মাৰিলে ইমৰানে। সিহঁতৰ গতি খৰ হ'ল। এখন এখনকৈ দৰৱাজা পাৰ হ'ল সিহঁত। সাগৰ, খণ্ডেৰাও, লছমী, ভাণ্ডীৰ, সঁইয়াৰ, দতিয়া, অৰছা ! ভাৰ্গৱক ক'তো দেখা পোৱা ন'গল।

দূৰত কোনোবা মন্দিৰত সময়ৰ ঘণ্টা বাজিল।

মুবাৰকে ক'লে, "দুই বাজিল। আচৈ বজাৰপৰা ভাৰ্গৱৰো ডিউটি নাই জানো ?"

ইমৰানে মূৰ দুপিয়ালে। অহা বাস্তাৰেই উভতিলে দুয়ো। জোনটো লাহে লাহে আকাশৰ পশ্চিম সীমালৈ আগবাঢ়িছে। অলপ সময়ৰ ভিতৰতে আন্ধাৰে আগুৰি ধৰিব গোটেই চহৰ।

সঁইয়াৰ দুৱৰাজা পাই ইমৰান আৰু মুবাৰক দুয়ো দীৱাৰৰ ওপৰলৈ উঠিল। কাষতে দূৰবীন লৈ বৈ থকা ম্নাইকী মানুহ

এজনী দেখি ইমৰানে তাইৰপৰা দূৰবীনটো খুজিলে। বিৰক্তিৰে সৈতে তাই দূৰবীনটো দিলে। জোনৰ পোহৰ বৰ ম্লান হৈ আহিছে তেতিয়া।

মুবাৰকে ক'লে, "আমি অথনিৰেপৰা একো কাম কৰা নাই, পাগলৰ দৰে ঘুৰি ফুৰিছো মাথোঁন।"

ইমৰানে চকুত দূৰবীন লগাই দূৰলৈ চাই পঠিয়ালে।

হিউৰ'জে যদি আজি ৰাতি 'অতৰ্কিতে' আক্ৰমণ কৰাৰ কথা ভাবিছে তেন্তে তেওঁ মহা ভুল কৰিছে। অতৰ্কিতে ঝাঁচী আক্ৰমণ কৰাটো হয়তো সম্ভৱ। কিন্তু অন্ততঃ আজি ৰাতি নহয়। ঝাঁচী বৰ বেছিকৈ সতৰ্ক আজি। দৰৱাজাই দৰৱাজাই সতৰ্ক পহৰা, বুৰুজে বুৰুজে প্ৰস্তুত শয়ে-হাজাৰে বন্দুকধাৰী চিপাহী, কামান আৰু গোলন্দাজ। ঘৰত থকা বন্দুক-ৰাইফল, লাঠী-তৰোৱাল সকলো লগত লৈ হাজাৰ হাজাৰ সাধাৰণ মানুহে দৰৱাজাই দৰৱাজাই ৰৈ আছেহি। প্ৰত্যেক চৌখাত বন্দুক লৈ বহিছে একোটাকৈ চিপাহী, দীৱাৰৰ প্ৰত্যেক অংশত ক'লা ক'লা জোৰ হাতত লৈ অপেক্ষা কৰিছে বাঙ্গীচাৰেবাৰ নাৰী-সৈন্য-বাহিনীৰ একোজনীকৈ তিৰুতাই। পাঠানী-পোছাক পিন্ধা ছোৱালীবোৰে ব্যস্তভাৱে খাৰ-বাৰুদ আৰু গুলী অনা-নিয়া কৰিছে। ইজ্জত আৰু আজাদীক ৰক্ষা কৰিবলৈ বাজী ৰাখিছে সিহঁতে। কিশোৰ ল'ৰা-ছোৱালীবোৰেও বহি থকা নাই বা উত্তেজিতভাৱে ফুচ্ফুচাই কথা পাতি পাতি দীৱাৰৰ ওপৰলৈ শিল আৰু কাঠৰ টুকুৰাবোৰ কঢ়িয়াইছে সিহঁতে।

মধুমন্তীক এবাৰ লগ পাবৰ মন গ'ল ইমৰানৰ। তাই চাগৈ নিজৰ কামানটোৰ কাষতে জুপুকা মাৰি কেনেকৈ বহি আছে।

মুবাৰকে ক'লে, "আঢ়ৈ বাজি গ'ল যেন পাওঁ। তোৰ ডিউটিৰ কি হ'ল?"

দূৰবীনটো নমাই তিক্কতাজনীৰ হাতত দিলে ইমৰানে। “দূৰত জোনাকী-পৰুৱাৰ নিচিনা কিবা কিছুমান দেখিছো।” আধা মুবাৰকক আধা তিক্কতাজনীক কোৱাৰ দৰে ক’লে ইমৰানে। “কেনেবাকৈ বেয়নেট-টেয়নেটৰ চিকমিকণি হ’ব পাৰে নেকি?”

তিক্কতাজনীয়ে দূৰবীনটো চকুত নলগোৱাকৈয়ে একো নাই-হোৱা ভাবত ক’লে, “নিশ্চয়। সিহঁতে আগবাঢ়িছেই।”

তাই সঁইয়াৰ গেটৰ বেটেৰীৰ ফালে যাবলৈ ধৰিলে।

“সিহঁত আহিছে??” অস্ফুটভাৱে ক’লে মুবাৰকে।

কোনোবা ছোৱালী এজনীয়ে সিহঁতক একোডালকৈ জোৰ দি গ’ল। সিহঁত তাতে থিয় হৈ থাকিল।

“সৌ বেটেৰীৰ ফালে যোৱা যাওঁক।” মুবাৰকে মাজতে এবাৰ ক’লে, “কেনেবাকৈ খালী কামান আছেইবা?”

দুয়ো বেটেৰীৰ কাষলৈ গৈ থিয় দিলে। কেউটা কামানত মানুহ আছে। বেচেৰা মুবাৰকৰ আজি ক’তো ডিউটি নাই। ইমৰানে বন্দুকটো পিঠিৰ পৰা খুলি হাতত ল’লে।

অলপ সময়ৰ আগতে জোন ডুব গৈছে। চাৰিওফালে অন্ধকাৰ। অন্ধকাৰ আৰু নিস্তব্ধতা।

মধুমতীক এবাৰ লগ পাব পৰা হ’লে বৰ ভাল আছিল। হঠাৎ দূৰৰ দক্ষিণ-বুৰুজত ভয়াবহ তীব্ৰ স্বৰে বিউগল্ বাজি উঠিল। তাৰ প্ৰতিধ্বনিৰ দৰে একে সময়তে বিউগল্ বাজিল প্ৰত্যেক দৰৱাজা আৰু প্ৰত্যেক বুৰুজত। লগে লগে যেন কোনো এক মন্ত্ৰ বলত হাজাৰ হাজাৰ জোৰ জ্বলি উঠিল কিল্লা, চহৰ আৰু দীৱাৰৰ প্ৰত্যেক অংশত।

হাজাৰ হাজাৰ বন্দুক আৰু অসংখ্য কামানৰ ভয়ানক শব্দৰ মাজত জোৰৰ ম্লান পোহৰত ইমৰানে দেখিলে ফিৰিঙ্গীৰ নেটিভ চেপাইবোৰে দলে দলে দীৱাৰৰ দক্ষিণফালৰ প্ৰথম বুৰুজৰ

ফালে দৌৰিছে। কান্ধত দীঘল দীঘল জখলা লৈ অকুতোভয়ে আগবাঢ়িছে সিহঁতে। বন্দুকৰ গুলীয়ে সিহঁতক বিচলিত কৰিব পৰা নাই। বাগৰি বাগৰি পৰা লগৰীয়াবোৰলৈ সিহঁতে উভতি চোৱা নাই। ধুমুহাৰ দৰে আগবাঢ়িছে ভাবাটিয়া চেপাৰ্ছৰ দলে। দূৰত শৃঙ্খলাবদ্ধভাৱে থিয় হৈ আছে বৃটিছ ফৌজ; সিহঁত কামানৰ নিশানাৰ বাবে বহু কাষত, অথচ বন্দুকৰ পাল্লাৰ বাহিৰত।

মৰণক তুচ্ছ কৰি চেপাৰ্ছ দলে বাৰে বাৰে দীৱাৰত জখলা লগাইছে, বাৰে বাৰে সেই জখলা খহি খহি পৰিছে। তিৰোতাবোৰে হাতৰ কাষত পাথৰ, কাঠৰ টুকুৰা যিহকে পাইছে তাকেই দলিয়াইছে চেপাৰ্ছবোৰলৈ। কেতিয়াবা জখলাৰে লহমাৰ ভিতৰত ওপৰলৈ উঠিছে নেটিভ চিপাহীৰ দল; খোলা তৰোৱাল হাতত লৈ সিহঁতে দীৱাৰৰ প্ৰহৰীবোৰৰ ওপৰত জপিয়াই পৰিছে। কিন্তু পিছ মুহূৰ্ততে তললৈ বাগৰি বাগৰি পৰিছে সিহঁতৰ প্ৰাণহীন দেহ।

হঠাৎ ইমৰানে দেখিলে দুটা বিৰাট অশ্বাৰোহীৰ দল তুফান বেগে দীৱাৰৰ ফালে আগবাঢ়িছে। এদল সঁইয়াৰ দৰৱাজাৰ ফালে, আনটোদল 'ফুটা' দৰৱাজাৰ ফালে। দীৱাৰৰ সেই ফালটোৱে প্ৰাণ পাই উঠিল যেন। চৌখাই চৌখাই শ শ বন্দুক ফুটিবলৈ ধৰিলে। বাৰুদৰ শব্দ, ধোঁৱা আৰু গোন্ধেৰে আকাশ-বতাহ আচ্ছন্ন হ'ল। বহুতো ঘোঁৰাই ভৰিত গুলী লগাত চিয়ঁৰি চিয়ঁৰি লুটি খাই পৰিল, বহুতো চোৱাৰীৰ আহত আৰু মৃত দেহ ঘোঁৰাৰ পিঠিৰ-পৰা উফৰি দূৰৈত পৰিল। সিহঁতৰ বেগ কিন্তু নকমিল। জোৱাৰৰ গতিত স্থিৰ লক্ষ্যৰে সিহঁত আগবাঢ়িবলৈ ধৰিলে। গোড়া আৰু নেটিভ বিগালাৰ মিহলি দল। জোৰৰ জুইৰ পোহৰত সিহঁতৰ মুখবোৰ জিলিকিছে। সিহঁতক লক্ষ্য কৰি

দীৱাৰত ফিৰিঙ্গী-বিৰোধী চিয়ঁৰ-বাখৰৰ জাউৰী উঠিছে। নেটিভ-বোৰক ইঙ্গিত কৰি দীৱাৰৰ চিপাহীবোৰে চিয়ঁৰিছে, "হিন্দুস্থানৰ মৰদ হৈ হিন্দুস্থানীৰ বিৰুদ্ধে যুঁজিবলৈ আহিছ ? শৰম নাই তইঁতৰ ?"

সংখ্যাত খুব বেছি হ'লেও এই অশ্বাৰোহী দলৰ এটা সৈন্যও আহি দীৱাৰৰ কাষ নাপায়হি। লেঠেৰি-নিছিগা গুলীৰ আগত খুব খৰকৈ শেষ হৈ আহিছে সিইঁত। কিন্তু ইমৰানে দেখিলে সঁইয়াৰ দৰৱাজাৰ ফালে অহা দলটোৰ লগত যোগ দিবলৈ দূৰৰ-পৰা আহিছে আৰু এটা বিশাল অশ্বাৰোহী দল। ইমৰান আচৰিত হ'ল ; সঁইয়াৰ দৰৱাজাৰ ফালে দৃঢ় লক্ষ্যৰে যেনেকৈ বিজুলী বেগেৰে দৌৰি আহিছে সিইঁত, যেন দৰৱাজাখন খোলা ৰখা হৈছে সিইঁতৰ কাৰণে !!

হঠাৎ সঁইয়াৰ দৰৱাজাৰ কাষত ভীষণ শব্দ হ'ল। কেইবা মোনো বাৰুদৰ কাণ ফটা শব্দ। ধোঁৱা আৰু ধূলিয়ে ঠাইডোখৰ ধূৱঁলি কৰি পেলালে, ইমৰানহঁতে একো নেদেখা হ'ল।

কেই মুহূৰ্তমানৰ পাছত ধূলি-ধোঁৱাৰ ডাৱৰ যেতিয়া অলপ মুকলি হ'ল ইমৰানহঁতে বিহ্বল বিস্ময়ৰে দেখিলে সুদৃঢ় সঁইয়াৰ দৰৱাজা বাৰুদৰ আঘাতত টুকুৰা-টুকুৰি হৈ উৰি গৈছে আৰু সেইফালেদি ভৰা বানপানীৰ সোঁতৰ দৰে প্ৰবেশ কৰিছে হিংস্ৰ গোড়া চিপাহীৰ দল।

মুবাৰকৰ কান্ধত খামোচ মাৰি ধৰি তিতা মাতেৰে ক'লে ইমৰানে, "সৌ দৰৱাজাৰ কাষত বিচাৰি চা মুবাৰক, ভাৰ্গৱ আৰু সেই বামুণক পাবি হয়তো !!"

বাজি পুৱাল। এটা ভয়াবহ বাজিপুৱা। আকাশে-বতাহে এটা অদ্ভুত হাহাকাৰ। এটা বীভৎস গোঁ-গোঁ শব্দ। সেই হাহাকাৰত যেন আতঙ্কতকৈ ত্যক্ততা বেছি। যেন গোটেই ঝাঁচী চহৰখনে বিৰক্তিপূর্ণ এটা দৈহিক যন্ত্রণাত গুমৰি গুমৰি উঠিছে।

ইংৰাজ সৈন্যবাহিনীয়ে যি মুহূর্তত ঝাঁচীত ভৰি দিছে সেই মুহূর্তৰপৰা বিনা যুদ্ধে এখোজ আগবাঢ়িব পৰা নাই সিহঁতে। ঘন বসতিপূর্ণ চহৰ। ঠেক ঠেক গলিৰ কাষে কষে বুন্দেলখণ্ডী সাঁচত গঢ়া ঘৰৰ শাৰী। সেই ঘৰবিলাকৰ খিৰিকীয়ে খিৰিকীয়ে গৰ্জি উঠিছে ৰাইফল আৰু বন্দুক। প্ৰত্যেক ঘৰতেই একেলগে থিয় হৈ যুদ্ধ কৰিছে নাগৰিক আৰু চিপাহীয়ে। পাঠান, আফগান, বুন্দেলা, মাৰাঠা—কিশোৰ ল'ৰাৰপৰা অথর্ব বুঢ়ালৈকে, ভয়ার্ত নাৰীৰপৰা অভিজ্ঞ সৈনিকলৈকে—পাথৰেৰে বন্ধোৱা শীতল ৰাস্তাৰ ওপৰত থিয় হৈ শেষ পৰ্য্যন্ত যুঁজিছে সকলোৱে। ক্ষণ-আস্বাদিত স্বাধীনতাৰ নিচাত যেন পাগল গোটেই ঝাঁচী। ঠেক গলিয়েদি যিফালেই গোৰা ফৌজ গৈছে ঘৰৰ খিৰিকী নাইবা চালৰপৰা খোলা তৰোৱাল হাতত লৈ সিহঁতৰ ওপৰত অতুল বিক্ৰমে জপিয়াই পৰিছে দলে দলে আফগান। প্ৰত্যেক ঘৰৰে প্ৰতিটো মানুহক হত্যা কৰি জুই লগাই নিদিয়ালৈকে সেই ঘৰ দখল হোৱা নাই। প্ৰত্যেক খোজত জীৱন-মৰণ সংগ্ৰাম কৰিহে এক এক ইঞ্চিকৈ আগবাঢ়িব পাৰিছে ইংৰাজ . শ শ ভাৰতীয় যুঁজাৰুৰ মৃতদেহৰ ওপৰেদি তেজেৰে পিছল শিলৰ ৰাস্তাত লাহে লাহে ৰচিত হৈছে ইতিহাস।

দীৱাৰৰ প্ৰতিখন দুৱাৰ খুলি গৈছে। প্ৰতিখন দুৱাৰেদি ভৰা নদীৰ সোঁতৰ দৰে হো-হো কৈ সোমাই হাজাৰে হাজাৰে

ঘূটিছ আশ্বাৰোহী আৰু পদাতিক। সিহঁতৰ হাতত সৰ্বাধুনিক বন্দুক, বেয়নেট আৰু তৰোৱাল। বিকালেই সিহঁত গৈছে, পিছত এৰি থৈ গৈছে ধ্বংস, হত্যা আৰু লেলিহান জুই। দুপৰীয়াৰ আগে আগে সিহঁতে প্ৰাসাদ অধিকাৰ কৰিলে। চহৰৰ শ্ৰেষ্ঠ মহল্লা হালোৱাই পুৰা সিহঁতে এফালৰপৰা পুৰি লৈ যাবলৈ ধৰিলে।

মুবাৰকহঁতে এটা অদ্ভুত কাম কৰিছে। ক'ৰবাৰপৰা সৰু কামান এটা আনি ডাল-কা-মণ্ডিৰ চৌকৰ থিক সোমাজতে থিয় কৰিছে সিহঁতে। ইমৰান, মুবাৰক আৰু প্ৰায় পোন্ধৰ-ষোল্লটা চিপাহী। কামানৰ নিশানা ঠিক কৰিছে সত্তৰ বছৰীয়া বুঢ়া ৰঘুবীৰে। বুঢ়াৰ চকুত চছমা, কিন্তু নিশানা খুব ঠিক। অদ্ভুত কাম দিছে কামানটোৱে। তাৰ প্ৰতাপত ফিৰিঙ্গীহঁতে তিনি সীমাৰ ভিতৰলৈ আহিব পৰা নাই।

ডাল-মণ্ডিত এতিয়া মানুহ প্ৰায় নাই বুলিলেও হয়। ফিৰিঙ্গী ফৌজে পুৱাই পুৱাই এবাৰ তচ্‌নচ্‌ কৰি গৈছে এই মহল্লা। এতিয়া মাথোন মৰা-শবোৰ ৰাস্তাৰ অ'ত ত'ত বাগৰি পৰি আছে। ৰাতিপুৱা জ্বলাই থৈ যোৱা জুয়ে কেইটামান ঘৰ ভস্মীভূত কৰি কৰি শেষত এটা ঘৰত অদ্ভুতভাৱে নুমাই গৈছে। মহল্লাৰ বিপৰীতফালে জুই কিন্তু ক্ৰমান্বয়ে বিয়পি পৰিছে।

'সিহঁত আৰু আহিছে, মুবাৰক!" ইমৰানে চিঞঁৰিলে। দূৰৈত বহুতো ঘোঁৰাৰ খুৰাৰ বিশৃঙ্খল শব্দ শুনা গ'ল।

"ঠিক আছে, সিহঁতক নিশানাৰ ভিতৰলৈ আহিব দে। খুদা হাফিজ!" মুবাৰকে ক'লে।

কালৰি কাটি অহা দলবোৰৰ ওপৰতেই ইমৰানহঁতৰ ভৰসা। ডাল-মণ্ডি চহৰৰ সোঁমাজত হোৱা কাৰণে সিহঁতে যেই সেই

মহলাটৈলৈ যাওঁতে তাৰ মাজেদি যাব লাগে। এবাৰ খিৰস্ত কৰি থৈ যোৱা নিস্তব্ধ মহলাটোৰ মাজত আচম্বিতে সিহঁতে আক্ৰমণ কৰে ইমৰান-মুবাৰকৰ দল আৰু সিহঁতৰ তয়লগা কামানটো। তেতিয়া সিহঁতে সতৰ্ক হ'বলৈকো সময় নাথাকে, কাৰণ কামানে ইতিমধ্যেই জুই উদগীৰণ কৰিছেই।....

ধোঁৱা-চোৱাৰীৰ দলটোক দূৰত দেখা গ'ল। সংখ্যাত প্ৰায় পঞ্চছটামান হ'ব। জুই হাতত লৈ মুবাৰক সাজু হ'ল। বুঢ়া ৰঘুবীৰে নিশানা ঠিক কৰি কৰি ক'লে, "ৰ'বি, সিহঁতক পাল্লাৰ ভিতৰলৈ আহিব দে আগতে। চাওঁ, সকলোৰে ধৰচোন কামানটো; এইফাললৈ তুই আঙুলি হোঁহোকাই দে।.... বাচ, বাচ, হৈ যাব।"

শত্ৰুপক্ষই ইতিমধ্যে দেখিছে ইমৰানহঁতক। কামান ফুটাৰ আগতেই ইমৰানহঁতক বন্দুকৰ পাল্লাৰ ভিতৰলৈ আনিবৰ কাৰণে প্ৰাণপণে ধোঁৱা দৌৰাইছে সিহঁতে।

কামানত জুই দিলে মুবাৰকে। আকাশ-বিদৰা ভয়ানক শব্দ কৰি বাৰুদৰ বিস্ফোৰণ হ'ল। লগে লগে অসমান ৰাস্তাৰ ওপৰত ঘৰ্ ঘৰ্ শব্দ কৰি ডেৰ-হাত পিছুৱাই আহিল কামানটো। সোঁফালৰ পোন্ধৰ-বিছটামান চোৱাৰী ভূমিস্যাৎ হৈ গৈছে। বাকীখিনিয়ে দৌৰি থাকিল কিন্তু। ইস্ আস্ কৰি ৰঘুবীৰে ক'লে, "অহ-হ, কামানভী আজ কেইচা নজাকত দিখানা চুক কৰ দিয়া। নিশানা ইমান ভুল হৈ গ'ল! নে, কি চাই আছহক —বাৰুদ খাজি দে।"

কামানটোৰপৰা তেতিয়াও ধোঁৱা ওলাই আছে। কেইটা-মানে লোহাৰ ডাণ্ডাৰে খাজি খাজি ভাত খাব ভৰাবলৈ ধৰিলে। মুবাৰকে সাৱধান কৰি দিলে, "চম্হালকে ভৈয়া, কামান অভি ভী বহুত গৰম হ্যায়। গুলিভাড়াল ভালকৈ লগা—ফুটাইদি ওলোৱা নাই। ঐ হ'ল, এতিয়া গুলী লগা,—লোহকাল কৰ।"

কামানৰ মুখত লোহাৰ গুলীটো সিহঁতে মৰিয়াই মৰিয়াই খুৱাই দিলে। মুৰাৰকে শলিতাত জুই দিলে। কাণত হাত দিলে সকলোৱে। আকৌ বিস্ফোৰণৰ শব্দ। বাৰুদৰ গোন্ধ আৰু ধোঁৱা।

"দেখিছনে! মৰিও কেনেকৈ নমৰে ইহঁত।" দহোটামান চোৱাৰী তেতিয়াও বাচি আছে—তেতিয়াও তুফান বেগেৰে ঘোঁৰা দৌৰাইছে সিহঁতে। অলপ সময়ৰ ভিতৰতে সিহঁতে উল্কাৰ দৰে ইমৰানহঁতৰ ওপৰত জপিয়াই পৰিবহি। ইমৰানহঁতক নিশ্চিহ্ন কৰি দিবলৈ যেন বাজী ৰাখিছে সিহঁতে।

"সিহঁত এঘাৰটা", ইমৰানে ক'লে, "প্ৰত্যেকেই নিজৰ নিজৰ মানুহ বাচি লওক। মোৰ হাতত এমুঠি বিড়ী আৰু এটা চুৰুট আছে। ঠিক কপালৰ মাজঁত যিজনে গুলী লগাব পাৰিব তাক চুৰুটটো দিম, বাকীবিলাকে একোটাকৈ বিড়ী পাবি।'

কিৰিলি পাৰি সিহঁতে বন্দুক টোঁৱালে।

"এক, দুই, তিনি!.........চা, চা, আবু গৰুটোৱে কেনেকৈ ঘোঁৰাটোৰ গাত গুলী লগালে। যা, দৌৰ, মাৰি থৈ আহ বেচেৰা জখম হোৱা ঘোঁৰাটো.........।"

বেছি সময় চাৰিআলিত থকাটো কিন্তু সম্ভৱ নহ'ল। ঘন ঘন আক্ৰমণ চলিছে, চাৰিওটা ৰাস্তাৰপৰা। বাৰে বাৰে গধুৰ কামানটোৰ মুখ ঘুৰোৱা আৰু নিশানা ঠিক কৰা সহজ কথা নহয়। সিহঁতে কামানটো ঠেলি নি গলিৰ ভিতৰত সুমুৱালে। গলিৰ ভিতৰৰ কালৰ ঘৰবোৰ জ্বলিছে, গতিকে সেই ফালৰপৰা আক্ৰমণৰ ভয় নাই। আন এটা সুবিধা হ'ল এতিয়াৰপৰা শত্ৰুক সিহঁতে অদৃশ্যভাৱে অতৰ্কিতে আক্ৰমণ কৰিব পাৰিব।

এঘণ্টামানৰ পাছত আৰু সেই ঠাইত থকাও টান হ'ল। কামানৰ গুলী আৰু বাৰুদ শেষ হৈ আহিছে। ইয়াৰ পাছত

কি কৰিব পাৰি তাকেই সিহঁতে আলোচনা কৰিবলৈ ধৰিলে। গলিৰ জুই আগুৱাই অহাত সিহঁতৰ গাত ৰবকৈ তাপ লাগিছে। আধাপোৰা তপত ইটাবোৰ ছিটিকি ছিটিকি সিহঁতৰ ওচৰে-পাজৰে পৰিছেহি।

এদল ভাৰতীয় চিপাহী সেইফালেদি পাৰ হৈ গ'ল। ইমান হতাশাৰ মাজতো বেচ্ খোস্-মেজাজত আছে সিহঁত, অলপ বৈ হাঁহি-ঠাট্টাৰ মাজেদি কিছু গল্পও কৰি গ'ল। অচিনাকি যদিও সিহঁতক লগ পাই মুবাৰকহঁতৰ এনেকুৱা লাগিল যেন বহু বছৰৰ মূৰত কোনোবা পুৰণি বন্ধুহে লগ পাইছে।

ফিৰিঙ্গীয়ে প্ৰাসাদ অধিকাৰ কৰাৰ খবৰটো দিলে সিহঁতে। প্ৰাসাদৰ আচবাব-পত্ৰ আৰু সম্পত্তি, ৰজা গঙ্গাধৰৰ তাঞ্জাম, দামোদৰৰ ৰূপৰ ঝুলনা মূল্যবান গহনা, মণিমুক্তা, তৈজস-পত্ৰ, কাপোৰ-কানি, হাতী-ঘোঁৰা, যিহকে পোৱা গ'ল গোড়া আৰু নেটিভ চিপাহীবোৰে সমানে লুট কৰিলে। বিখ্যাত গ্ৰন্থাগাৰটোত সোমাই ফিৰিঙ্গীৰ দলে ৰেচম-জৰী আদি খুলি লৈ কিতাপবোৰ তৰোৱালেৰে ফালি-ছিঙি টুকুৰা-টুকুৰ কৰিলে। মজিয়াৰ ওপৰত দ'ম কৰিলে উপনিষদ, ময়ুখ, হেমাদ্ৰী, ৰামায়ণ, মহাভাৰত, বেদ, গীতা, কাব্য, দৰ্শন, ৰঘুনাথ হৰিৰ জ্ঞান- বিজ্ঞানৰ অনুবাদ-গ্ৰন্থাৱলী কাশী, তাঞ্জোৰ, নদীয়াৰপৰা লিপিকাৰ অনা মূল্যৱান গ্ৰন্থৰ অনুলিপিবোৰ। তাৰ পাছত অৱশিষ্ট বস্তুৰে সৈতে সিহঁতে জুই দিলে গ্ৰন্থাগাৰ আৰু ৰাজ প্ৰসাদত।

ভাৰতীয় দলটো গ'লগৈ। সিহঁত বড়া বাজাৰৰ ফালে যাব। কুচ-কাৱাজ কৰি কৰি সিহঁতে উৎসাহেৰে গাই গাই গ'ল:

"কভি মৰ্না হ্যায়, ভাই আজ মৰুঙ্গা।
ৰাঙ্গকে লিয়ে জান আবাদ কৰুঙ্গা॥
শম্সেৰ সে কাট্ কে মাৰ ডেলুঙ্গা।"
জহাঁ মে আপনা নাম ৰাখুঙ্গা॥

কিছু সময়ৰ পাছত বহুত দূৰত ঘোঁৰাৰ শব্দ শুনা গ'ল। ইমৰানহঁতৰ হাতত তেতিয়া বিছ ৰাউণ্ডতকৈ বেছি গুলী আছে। আলোচনা কৰি সিহঁতে ওচৰৰে ঘোঁৰাৰ আস্তাবল এটাত আশ্রয় ল'বলৈ ঠিক কৰিলে। সিহঁতে বেগাই খোজ ল'লে দলে-বলে। কামানটো তাত এৰি যোৱাৰ আগতে মুবাৰক আৰু ৰঘু বুঢ়াই আঁঠুকাঢ়ি কামানটোক চালাম জনালে,—ঠাণ্ডা লোহাত সাবটি ধৰি চুমা খালে মুবাৰকে।

সিহঁত আস্তাবলটোৰ ভিতৰ সোমাল। ডাণ্ডৰ ৰাস্তাৰ ঠিক দাঁতিতে আস্তাবলটো। ভিতৰখন বেচ্ আহল-বহল। তেতিয়াও দহোটামান ঘোঁৰা আছেগৈ তাত। দ'ম কৈ পৰি থকা খেৰবোৰ এদাল-দুডালকৈ খাইছে সিহঁতে। ইমৰানে সিহঁতৰ বান্ধ মুকলি কৰি দিলে। ৰাতি পুৱাৰপৰা মানুহ দেখা নাই ঘোঁৰাকেইটাই। এতিয়া মানুহৰ সঙ্গাৰি পাই চিঁহিহিয়াই চকুৰে-মুখে আনন্দ প্রকাশ কৰিবলৈ ধৰিলে। তাৰ পাছত ঘাঁহ খোৱাত মন দিলে। মুবাৰকে ক'লে, "পিছফালৰ দুৱাৰ দুখন খুলি দে অ' ইমৰান, কিবা বিপদ হ'লে এই ঘোঁৰাকেইটা পলাব পাৰিব অন্ততঃ।"

আস্তাবলটো বেচ্ মজবুত। খিৰিকীবিলাক মৰিয়াই ফুটা কৰি সেইফালেদি বন্দুকৰ নল বাহিৰলৈ উলিয়াই সিহঁত ৰহি থাকিল। ঘোঁৰাৰ শব্দ ক্রমেই ওচৰ চাপি আহিছে। ইমৰানে চিঞঁৰি ক'লে, "সিহঁত আহি পালেই। সিহঁত সংখ্যাত বেছি হ'লেও কোনেও ভয় নকৰিবিহঁত,...আমাৰ সুবিধা সিহঁততকৈ, বহুত বেছি। সকলোৱে চাই-চিতি গুলী চলাবি, একেটা ফিৰিঙ্গীৰ গাত যাতে দুটাকৈ গুলী খৰচ নকৰ।"

ইমৰানৰ কাষতে বন্দুক টোঁৱাই বহি আছিল মুবাৰক। সি সক মাতেৰে ক'লে, "ঘোঁৰাৰ শব্দলৈ মন কৰ, ইমৰান। সিহঁত কমেও এশৰ বেছি হ'ব। এই যাত্রাৰ পাৰ পোৱা টান আছে।"

অলপ পাছত সি আকৌ ক'লে, "তম আমাৰ লগত এনেকৈ মৰাৰ কোনো অৰ্থ নহয়, ইমৰান। তোৰ বুদ্ধি-বিবেচনা আমাতকৈ বেছি গোকা. বাঈচাহেবাক তই এই বিপদত নিশ্চয় সহায় কৰিব পাৰিবি। আৰু মোৰ কাম এটা কৰি দিম বুলি ক'?"

"কি কাম?"

"তই আম্মাজানৰ ওচৰলৈ যাবি। মোৰ আম্মাই তোক চিনি পায়। তেওঁক মোৰ কথা ক'বিগে। সৰু ভাইটো থাকিল,.... তাৰ কাৰণেও একো কৰি যাব নোৱাৰিলোঁ। আৰু শুন.... "

"ভগৱানৰ শপত, তই শান্ত হ' মুবাৰক! আমি দুয়ো একেলগেই তোৰ আম্মাজানৰ ওচৰলৈ যাম।"

ঘোঁৰাৰ শব্দ নিচেই কাষ চাপি আহিছে। অলপ সময়ৰ পাছতে ৰাস্তাটো গোড়া অশ্বাৰোহীৰে ভৰি পৰিল। কিমান মানুহ, দেৰ-শ?—দুশ মানেই হ'ব কিজানি।

"মুগুলীয়ালে নহয় মুবাৰক? ইহঁতেতো গমো নাপাব যে আমি ইয়াত আছো।" ইমৰানে ক'লে।

মুবাৰকে ক'লে, "কিন্তু কিয়? কিহৰ আশাত? একমাত্র জীয়াই থাকিবৰ কাৰণে? হে খোদা, ফিৰিঙ্গীৰ সেই কুৎচিত ফাঁচীৰ ডোলডালত ওলমি মৰাৰপৰা মোক ৰেহাই দিয়া। তাতকৈ এনেকৈ মৰাই শ্রেষ্ঠ। মোক কিয় মিছা আশা দেখুৱাইছ, ইমৰান? মৃত্যুৰ দুৱাৰ-ডলিত থিয় হৈ এই কথা তই স্পষ্টকৈ বুজা নাইনে যে আধা-লক্ষ জনসংখ্যাৰ এই অকণমান ঝাঁচী চহৰখন ফিৰিঙ্গীৰ হাজাৰ হাজাৰ সুশিক্ষিত সৈন্যৰ সন্মুখত খেৰ-কুটাৰ দৰে উৰি যাব? হে আল্লা, তোমাৰ পৱিত্র নামত দোৱা ভিক্ষা কৰিছো, সেই ঘৃণিত ফাঁচীৰ ডোলডাল যাতে মই চুবলগীয়া নহয়। আৰু কোনো আশাতেই যেন বাচি থাকিবলৈ নকৰ, ইমৰান, মোৰ প্ৰাণৰ দোস্ত, আমাক শান্তিৰে মৰিবলৈ দে ভাই, আমাক শান্তিৰে মৰিবলৈ দে।" ইমৰানে ঘুৰি

চাই দেখিলে মুবাৰকে কান্দিছে ! হুকুহুকুকৈ কান্দিছে ইমান প্ৰকাণ্ড মানুহটোৱে !!

"আৰু শুন", ভগ্না ভগ্না মাতেৰে কৈ গ'ল মুবাৰকে, "আত্মাজ্ঞানক গৈ ক'বি, তেওঁৰ পুত্ৰেকে কাপুৰুষৰ দৰে মৰা নাই। নিশ্চয় ক'বিগৈ, ইমৰান, নিশ্চয় ক'বিগৈ—বুঢ়ী আম্মাই প্ৰাণত অলপ হ'লেও শান্তি পাব।....ক'বি মুবাৰকে হিন্দুস্থানৰ শেষ ঋণ শোধ কৰি গৈছে ! তাৰ যি আছিল সকলো দি গৈছে স্বদেশৰ কাৰণে, অলপো সংকোচ কৰা নাই, অলপো নিজৰ কাৰণে ৰখা নাই।"

প্ৰথম গুলীটো মুবাৰকেই মাৰিলে। তাৰপাছত একেলগে সোত্তৰটা বন্দুক ফুটিল। ওঠৰটা শিখ চোৱাৰী ঘোঁৰাৰপৰা বাগৰি পৰিল। কোনোবা এটাই তাৰস্বৰে চিয়ঁৰিলে, "মুলুক শয়তান্‌কা, অম্মল শয়তান্‌কা, ঝাঁচী লক্ষ্মীবাঈ কা !"

গোড়াৰ দলে প্ৰথমে ধৰিবই নোৱাৰিলে গুলী কোন ফালৰ-পৰা আহিছে। পিছ মুহূৰ্ত্ততে বন্দুকৰ জাককৰা শব্দৰ লগে লগে বাগৰি পৰিল আৰু ওঠৰটা চোৱাৰী। এইবাৰ সতৰ্ক হ'ল সিহঁত. দুভাগত ভাগ হৈ আস্তাবলৰ দুয়োফালে এনেকৈ থিয় দিলে যাতে গুলী আহিলে সিহঁতৰ গাত নালাগে। তাৰ পাছত সিহঁতে জাউৰীয়ে জাউৰীয়ে আস্তাবলৰ ফাললৈ গুলী এৰিবলৈধৰিলে।

কিন্তু তেতিয়া ইমৰানহঁত বহি পৰিছে। আস্তাবলৰ ডেৰহাত ডাঠ ইটাৰ দেৱালৰ ফাঁকে ফাঁকে গোড়াহঁতৰ গুলীবোৰ সোমাই ৰ'ল। ইমৰানহঁতৰ গুলীবোৰে কিন্তু এটাও ব্যৰ্থ নোহোৱাকৈ গোড়া-পল্টনৰ সংখ্যা কমাই গৈ আছে।

আস্তাবলৰ ঘোঁৰাবোৰে বাৰুদৰ গোন্ধ আৰু শব্দত চঞ্চল হৈ পৰিছে। হঠাৎ এটা ঘোঁৰাৰ পিঠিত গুলী লাগিল। সি চিয়ঁৰি চিয়ঁৰি আস্তাবলৰ ভিতৰতে চপলিয়াই ফুৰিবলৈ ধৰিলে। মুবাৰকে অনৰ্গল গুলী ভৰাইছে আৰু মাৰিছে। ইমৰানে চাই দেখিলে চকুপানীৰে গাল তিতি গৈছে মুবাৰকৰ। সি হুকু

হুকুকৈ কান্দিছে আৰু পগলাৰ দৰে গুলী চলাইছে।

গোঁৱা-পল্টনৰ প্ৰত্যেকটো গুলী ব্যৰ্থ হৈ গৈছে। ওঠৰটা চিপাহীৰ হাতত হাৰ মানিছে সিহঁতে—ইমান চেষ্টা কৰিও আস্তাবলৰ ওচৰ পৰ্য্যন্ত চাপিব পৰা নাই।

প্ৰায় দকোটা চিপাহীয়ে উন্মত্তৰ দৰে প্ৰচণ্ড বেগে ধোঁৱা চলাই ইমৰানহঁতৰ ওপৰত জপিয়াই পৰিলগৈ। কিন্তু সিহঁতে বোধকৰো আস্তাবলৰ দেৱাল স্পৰ্শও কৰিবলৈ নাপালে, তাৰ আগতেই সিহঁতৰ প্ৰাণহীন দেহ ৰাস্তাৰ ধূলিত বাগৰি পৰিল।

তাৰপাছত গোড়াহঁতে এটা কোনেও নভবা কাম কৰিলে। আস্তাবলৰ কাষতে থকা খেৰৰ গুদামটোত সিহঁতে জুই লগাই দিলে। কেইটামানে তাৰে ভো ভো কৈ জ্বলি উঠা খেৰৰ আটি কিছুমান আনি আস্তাবললৈ দলিয়াই দলিয়াই দিলে। সিহঁতকেইটা মুবাৰকহঁতৰ গুলীত মৰিল কিন্তু আস্তাবলত জুই লাগিল বাৰুকৈয়ে।

জুইৰ ধোঁৱাত ঘোঁৰাবিলাকে দপ্‌দপাই দৌৰি ফুৰিবলৈ ধৰিলে। সিহঁতে ওলাই যোৱাৰ বাটো নেদেখা হ'ল। ক্ৰমে সকলোবোৰ খেৰৰ দ'ম জ্বলিবলৈ ধৰিলে।

মুবাৰকৰ কাপোৰত জুই লাগিছে। সি ইমৰানক খামুচি ধৰি ক'লে, "আল্লাৰ নামত, ইমৰান বাচিবৰ চেষ্টা কৰ তই! আম্মাজানক মোৰ কথা ক'বি আৰু বাঈচাহেবাৰ কাৰণে জান আবাদ কৰিবি!

ধোঁৱা আৰু জুইয়ে বাট-পথ নেদেখা কৰিছে। খোলা তৰোৱাল হাতত লৈ আস্তাবলৰপৰা চলং-পলংকৈ ওলাই আহিল সোঁতৰটা চিপাহী। সিহঁতৰ দেহ অৰ্দ্ধদগ্ধ, গাৰ কাপোৰ জ্বলিছে, চকুৰ মণি বগা হৈ গৈছে জুইৰ গৰমত। সেই অৱস্থাতে উল্কা বেগে দৌৰি গৈ শত্ৰুৰ ওপৰত সিহঁত জপিয়াই পৰিল।

—x—

শিয়াল কিছুমানৰ খোৱা-কামোৰাৰ চিয়ঁৰ-বাখৰত সাৰ পালে ইমৰানে। অজ্ঞান সি হোৱা নাছিল, সাময়িকভাৱে অশক্ত হৈ পৰিছিল মাথোন। আস্তাবলৰ পিছ দুৱাৰেদি ওলাই গৈ খাল এটাত বাগৰি পৰিছিল সি, খালৰ ঠাণ্ডা পানীত ডিঙিলৈকে ডুব গৈ চকু মুদি পৰি থাকি সি জুয়ে পোৰা কাপোৰ-কানি আৰু তপত হাত-ভৰিবোৰ শীতল কৰিছিল।

যেতিয়া সি অলপ সুস্থ হ'ল তেতিয়া কেউফালে মাথোন নিস্তব্ধতা। গোড়া-পল্টন বহু সময়ৰ আগতেই গুচি গৈছে। ইমৰানে বগুৱা-বাই ৰাস্তালৈ উঠি আহিল। দুটা শিয়ালে মৰা শ এটা লৈ টনা-আজোৰা কৰিছে। ইমৰানে সিহঁতৰ গালৈ পোৱা ইটা এডোখৰ দলিয়ালে। সিহঁত বিস্বাশবদে পলাল। ওচৰলৈ গৈ ইমৰানে দেখিলে সেইটো মুবাৰকৰ দেহ। দূৰে দূৰে পৰি আছে বাকী যোল্লটা চিপাহীৰ শ। সিহঁতৰ গাৰ কাপোৰবোৰ পুৰি চালত লাগি গৈছে।

মুবাৰক উবুৰি হৈ পৰি আছিল। ইমৰানে তাৰ দেহটো লুটিয়াই ওপৰ-মুৱা কৰিলে। তাৰ মুখৰ দাড়িবিলাক পুৰি গৈছে। কপালৰ ৰেখাবোৰ স্পষ্ট হৈ জিলিকিছে। মুবাৰক ভাগ্যৱান আৰু বুদ্ধিমান; শেষ পৰাজয় চাবলৈ সি জীয়াই নাথাকিলগৈ। তাৰ পোৰা মুখখনলৈ চালে ইমৰানে। কত ক্ষোভ, কত হতাশা সেই মুখত, কত বেদনাৰ ৰেখা!

ইমৰানে ইফালে সিফালে চালে। আস্তাবল আৰু খেৰৰ গুদামঘৰটো তেতিয়াও দপ্‌দপকৈ জ্বলিছে। মুবাৰকৰ দেহটো কান্ধত তুলি ল'লে সি। দুৰ্বলতাত তাৰ আঁঠুবিলাক কঁপিছে। টলংপলংকৈ সি আগবাঢ়িল। জুইৰ মাজত পেলাই দিলে

মুবাবকৰ শটো। তাৰ পাছত বহলকৈ চকু মেলি জুইৰ মাজত শটো চাবৰ চেষ্টা কৰিলে।

অলপ সময় জিবাবৰ কাৰণে ব'ল ইমৰান। লাহে লাহে বাকী যোল্লটা চিপাহীৰ শ জুইৰ মাজত পেলাবলৈ ধৰিলে সি।

সোত্তৰটা মৃতদেহৰ যেতিয়া সেই অদ্ভুত ধৰণৰ সংকাৰ কৰা শেষ হ'ল, সি ডাল-মণ্ডিৰ বাস্তাইদি যাবলৈ ধৰিলে।

ডাল-মণ্ডিত এই দিন-দুপৰতে মৰিশালীৰ নিস্তব্ধতা। বাস্তাত এটিও জন-প্ৰাণীৰ চিহ্ন নাই। ইফালে সিফালে মৰা শ বোৰ বাগৰিছে, চিপাহী, সাধাৰণ মানুহ, ল'ৰা, বুঢ়া, তিৰোতা, আঠধৰণৰা আশীলৈকে কাকো বাদ দিয়া নাই হিউৰ'জে। অ'ত ত'ত মৰা ঘোঁৰা, ভঙা বন্দুক আৰু বল্লম। মালিক নোহোৱা ঘোঁৰা কিছুমান ঘুৰি-পকি ফুৰিছে। তাৰ মাজে মাজে জপিয়াই ফুৰিছে কুৎচিত দীঘল ডিঙিৰে কিছুমান শগুণ। আজি আৰু জীয়া জন্তুকো ভয় কৰা নাই সিহঁতে।

ডাল-কা-মণ্ডিত আৰু কেতিয়াও কোনো ডেকা ল'ৰাই ৰঙীন সন্ধিয়া চাঁকী-চিৰাজীৰ সোণালী মাদকতা বিচাৰি নাহে। ডাল মহল্লাৰ খেলা চিৰকাললৈ শেষ হৈ গৈছে।

কবীৰ-চৌৰাৰ ফালে যাবলৈ ধৰিলে ইমৰান। এঠাইত সি ঘৰবিলাকৰ পিছফালেদি লুকাই লুকাই যাবলগীয়াত পৰিল। তাত লুট-পাত চলিছে তেতিয়াও। উল্কাৰ গতিৰে মৃত্যু ফিৰিছে ঘৰে ঘৰে। এঠাইত সি দেখিলে অকণমান শিশু এটাই মৰা বাপেকৰ গাত হাতেৰে অকণ অকণ আঘাত কৰি কৰি মাতিছে। মাতি মাতি মাত নাপায় অভিমানত মুখ ঘুৰাইছে সি। আন এঠাইত ইমৰানে দেখিলে মৰা গিৰিয়েকক সাৱটি কান্দি থকা তিৰোতা এজনীক গোৰা চিপাহী এটাই বেয়নেট জোকাৰি জোকাৰি ভাবি দিছে। খুন সম্ভৱ অলঙ্কাৰ খুলি দিবলৈ কৈছে তাইক।

আপেক্ষাকৃত নিৰাপদ অঞ্চল এটা আহি পোৱাৰ পাছত ইমবানে মৰা চিপাহী এটাৰপৰা বন্দুক আৰু গুলীৰ বাকচ খুলি ল'লে। তাৰ পাছত তাত ঘুৰি ফুৰা ঘোঁৰা এটাৰ পিঠিত জিনপোষ নোহোৱাকৈয়ে উঠি সি চৌৰাৰ কালে যাবলৈ ধৰিলে।

শিয়াল কিছুমানে মৰা-শবোৰৰ মাজে মাজে ঘুৰি ফুৰিছিল। হঠাতে ক'ৰবাৰপৰা কুকুৰ এটা আহি সিহঁতৰ মাজত জপিয়াই পৰি সিহঁতক ছেদেলি-ভেদেলি কৰি দিলে। ইমানবোৰ শিয়াল চহৰৰ সোমাজলৈ কেনেকৈ আহিবলৈ পালে কোনে জানে। ৰাস্তাত মানুহ দেখিবলৈ নাই। ঘৰৰ আঁৰত কোনোবাই খাপ পাতি ফিৰিঙ্গীলৈ বৈ আছে যদিও বুজিবৰ উপায় নাই। দোকান-বজাৰ, ঘৰ-দুৱাৰ সকলো বন্ধ।

পুৰন্দৰহঁতৰ ঘৰৰ কাষত সেই বুঢ়া ভিখাৰীটোক দেখি ইমবান আচৰিত হ'ল। লুটপাত-হত্যাকাণ্ডৰ মাজত সি অক্ষত অৱস্থাত বহি আছে—বহি আছে নিজৰ সেই ঠাইটুকুৰাতে। তাৰ সন্মুখত দুই-তিনিটা মৰা-শ বাগৰি পৰি আছে। তাৰ কিন্তু সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। সি তাৰ ভগা মাতটোৰে তেতিয়াও অনৰ্গল পইচা খুজি গৈছে।

ইমবানে জেপত হাত ভৰালে। সি পাহৰিয়ে গৈছিল যে তাৰ জেপত পইচা নাই। পুৰন্দৰহঁতৰ ঘৰৰ কাষত সি জপিয়াই ঘোঁৰাৰপৰা নামিল।

পুৰন্দৰহঁতৰ ঘৰত গোটেইখনতে এটা বিশৃঙ্খলা। দুৱাৰৰ দৰ্জা এখন ভগা। চকী-মেজবোৰ বাগৰি পৰি আছে। গোটেইখন নিস্তব্ধ।

ইমবান দৌৰি ভিতৰ সোমাল। মজিয়াত পৰি আছে চিত্ৰাৰ দেউৰেকৰ মৃতদেহ, দীঘল তৰোৱাল এখনেৰে তেওঁৰ বুকুত বিশ্ব্ৰ অৰ্দ্ধমান দেহটো গঁথা। অলপ দূৰতে কুঁচি মুচি পৰি আছে

পদ্মনাভম্ । তাৰ পিছফালে বহুত দূৰলৈকে তেজৰ ধাৰ, বোধকৰো মৰাৰ আগতে সি চোঁচৰি চোঁচৰি বৌৱেকৰ ওচৰলৈ আহিবলৈ চেষ্টা কৰিছিল।

ইমৰানে কোঠাবিলাকত চিত্ৰাৰ দেহটো বিচাৰি ফুৰিবলৈ ধৰিলে। আটাইবোৰ কোঠাতে বস্তু-বাহানিবোৰ লণ্ড-ভণ্ড। আলমাৰি খুলি কাপোৰবোৰ মজিয়াত ঢালি দিয়া হৈছে। দামী দামী কাপোৰ, গহনা-গাঠি, টকা-পইচা সকলো লৈ গৈছে সিহঁতে। নিব নোৱাৰা দামী আচ্বাব-পত্ৰবোৰ ভাঙি-ছিঙি থৈ গৈছে।

কিন্তু চিত্ৰা বা বুঢ়া বাপেকৰ ক'তো চিহ্ন নাই। ইমৰান হতাশ হৈ পৰিল। শেষত সি চিত্ৰাৰ যাদুঘৰৰ ফালে গ'ল। বাৰাণ্ডাত শান্তভাৱে শুই থকা ছোৱালীজনী সাগৰিকা। তাই মুখত প্ৰগাঢ় নিশ্চিন্ততা। মৃত্যুৰ কোলাত তাই শেষ শয়ন কৰিছে।

যাদুঘৰৰ দুৱাৰ মেল খাই আছে। দুৱাৰমুখতে পৰি আছে চিত্ৰাৰ সেই মৰমৰ তৰোৱালখন। তাত এটোপো তেজৰ দাগ নাই। লম্পটহঁতক সামান্য এটা আঘাত কৰিবলৈকো সময় নাপালে তাই। মজিয়াত পৰি আছে তাইৰ লোহাৰ ৰক্ষাবাস আৰু চামৰাৰ পেটি। সিহঁতে তাইক ক'লৈ লৈ গ'ল কোনে জানে!

ইমৰান নিঃশব্দে মাটিত বহি পৰিল। হঠাৎ তাৰ বৰ ভাগৰ লাগিল যেন। হাতৰ কাষতে চৰহাই এটা পাই সি ঢোকে ঢোক তাৰপৰা পানী এসোপা খালে।

হঠাৎ কি মনত পৰি ইমৰান বাহিৰলৈ ওলাই গ'ল। সেই ভিখাৰীটোৰ কান্ধত ধৰি জোকাৰি সি চিত্ৰা আৰু বুঢ়াৰ খবৰ সুধিলে। ভিখাৰীটোৱে কিন্তু একো ক'ব নোৱাৰিলে। বহুত সোধোতে সি বেঁকা-বেঁকিকৈ ক'লে যে বুঢ়াক বাস্তাইদি দৌৰি যোৱা বোধকৰো সি দেখিছিল।

এনেতে ক'ৰবাৰপৰা যুগ্‌লীকৰহঁত ওলালহি। যুগ্‌লীকৰ, ভাৰ্গৱ আৰু চাৰিটা আন বিচালা। সিহঁতৰ ঘোঁৰাকেইটা বেছ, নতুন নতুন দেখা গৈছে।

"কি হ'ল, ইমৰান, তোৰ কাপোৰ পুৰিলে কেনেকৈ?" যুগ্‌লীকৰে ঘোঁৰা ৰখাই সুধিলে।

"বাদ দে সেইবোৰ। তহঁত ক'ত যাব?"

"আমি ভাৰ্গৱহঁতৰ ঘৰলৈ যাওঁ, সিহঁতৰ ঘৰত কি হৈছে গমেই নাপাওঁ নহয়। অ', চব চিপাহীক কিল্লালৈ উলটি যাবলৈ হুকুম দিছে নহয়, শুনিছনে নাই,?"

"কিয়?"

"আমাৰ সৈন্য আধাতকৈও বেছি শেষ হৈ গৈছে। এতিয়া কিল্লা ৰক্ষা কৰাই টান হৈ পৰিব।"

যুগ্‌লীকৰক অলপ আঁতৰলৈ মাতি নি ইমৰানে সুধিলে, "মধুমতীৰ কিবা খবৰ পাব যোগী? তাইক লগ নাপালোৱেই একেবাৰে! বৰ চিন্তাত আছোঁ।"

"মধুমতী? ময়ো লগ পোৱা নাই। আচ্ছা মই খবৰ ল'ম।"

"যেনে-তেনে ল'বি। নাপাহৰবতো? আৰু আস্ৰফক দেখিছ?"

"আস্ৰফক? নিশ্চয়! গোলাম আলীয়ে তাক দীৱাৰৰ কাষত ঘূৰি ফুৰা পাই কিছুমান চিপাহীৰ হাতত কিল্লালৈ পঠিয়াই দিছে।"

"মুবাৰক মৰাৰ খবৰ পাৱনে? সি মোৰ লগতে আছিল। তাৰ গাত জুই লাগিছিল। চহৰৰ বাকী অঞ্চলবোৰৰ খবৰ কি যোগী?"

"হালোৱাই পুৰা গোটেইখন পুৰি ছাই হ'ল। বড়াবাজাৰতো লুটপাত আৰু হত্যাৰ কাম শেষ কৰিলে সিহঁতে। ফিৰিঙ্গীৰ দালাল ৰহিম শেখ, বাউৎমলহঁতো নাৰাচিল, জান! অংৰেজক যোচ দি চুনীলাল পলাইছিল, তাক পিছে ৰাস্তাত আমাৰ চিপাহীয়েই মাৰিলে।"

ইমৰান ঘোঁৰাত উঠিল। যুগ্‌লীকৰহঁতৰ লগে লগে সিও যাবলৈ ধৰিলে।

বাটত তিনিখন গৰুৰ গাড়ী লগ পালে সিহঁতে। প্ৰথমতে সিহঁতে ভাবিছিল যে কোনোবা মানুহে বস্তু-বাহানিবে সৈতে পলাবৰ চেষ্টা কৰিছে ঝাঁচীৰপৰা। হঠাৎ তিনিটা লাল উৰ্দি পিন্ধা চিপাহী দেখি সিহঁত সতর্ক হ'ল। লুটৰ মাল বোজাই কৰি নিছে গাড়ীকেইখনে! প্ৰত্যেক গাড়ীৰ পিছে পিছে এটা দুটাকৈ আৰ্দালী নে চাকৰ।

ইমৰানহঁত অলপ আঁৰ হ'ল। গাড়ীকেইখন আহি ওচৰ পোৱাৰ লগে লগে সিহঁতে গুলীয়াবলৈ আৰম্ভ কৰিলে। অলপ সময়ৰ ভিতৰতে দুটা চিপাহী ঘায়েল হ'ল, বাকী মানুহবোৰে পলাই পত্ৰং দিলে। গৰু খুলি গাড়ীবোৰ নৰ্দামালৈ ঠেলি বগৰাই দিলে ইমৰানহঁতে।

ভাৰ্গৱহঁতৰ ঘৰৰ কাষ পাই সিহঁতে দেখিলে ঘৰৰ ঠিক সন্মুখতে থিয়া-থিয়ি কৰিছে পাঁচোটা ঘোঁৰা! ইমৰান, যুগ্‌লীকৰ, ভাৰ্গৱ আৰু বাকী বিচালাকেইটাই জপিয়াই জপিয়াই ঘোঁৰাৰপৰা নামি একে দৌৰে ঘৰৰ ভিতৰ সোমাল।

পাঁচোটা ৰঙা উৰ্দি পিন্ধা চিপাহীয়ে ভাৰ্গৱৰ মাক আৰু ভায়েকক ঘেৰি ধৰিছে। বেমাৰী ভায়েকটোৱে বিচনাৰপৰা উঠি গৈ বন্দুক হাতত লৈছে। ষোল-সোতৰ বছৰীয়া ক্ষীণ, দুৰ্বল ল'ৰাটো—তাৰ গাৰ ছাল হাড়ত লগা, চকু অন্ধকূপত সোমোৱা। বান্ধনী ঘৰৰ দুৱাৰডলিত থিয় দি সি চিপাহীবোৰক গুলীয়াবলৈ চেষ্টা কৰিছে। তাৰ হাত কঁপিছে, আঁঠু কঁপিছে—প্ৰাণপণে চেষ্টা কৰিও পোন হৈ থিয় হ'ব পৰা নাই ল'ৰাটোৱে! পিছফালৰপৰা তাৰ কঁকালত ধৰি আছে মাকে, মাক আলৰ বুঢ়ী, আঁশী-পঁচাশী বছৰ বয়স হৈছে, চকুৰ চেলাউৰীবোৰো তুলাৰ দৰে বগা।

ভাৰ্গবে একে দৌৰে সেই ভীৰটোত সোমাই ভায়েকৰ কান্ধত ধৰিলেগৈ। "তোমালোকে কি সাংঘাতিক ভুল কৰিব খুজিছা ?" গছৰ পাত সৰা মাতেৰে চিয়ঁৰি সি চিপাহীকেইটাক ক'লে, "কি সৰ্বনাশ কৰিব খুজিছা তোমালোকে।' মই গোপাল চিৰন্ত্ৰাদাৰৰ মানুহ, আৰু মোক তোমালোকে ভাবিছা শত্ৰু! নিজ হাতে বাৰুদত জুই দি মই তোমালোকৰ কাৰণে গঁইয়াৰ দৰজা উকৰাই দিছো। অথচ তোমালোকে...........।"

হঠাৎ কোনোবাই ভাৰ্গবৰ ভায়েকলৈ গুলী মাৰিলে। ডিঙিত গুলী লাগি ভায়েক বাগৰি পৰিল। লগে লগে লাল উৰ্দি এটাই চিয়ঁৰিলে, "বিশ্বাসঘাতক মানে বিশ্বাঘাতক! তাৰ আকৌ শত্ৰু-মিত্ৰ কি ?"

ভাৰ্গবে পাগলৰ দৰে চিয়ঁৰি উঠিল, "জেনাৰেল হিউৰ'জ মোৰ বন্ধু! ঠিক জানিবা তেওঁক কৈ মই তোমালোকক সমুচিত শাস্তি দিয়াম! তোমালোকক সমুচিত শাস্তি দিয়াম মই।"

গোড়া চিপাহী এটাই কাণতলীয়া চৰ মাৰি ভাৰ্গবক বগৰাই পেলালে। সি চিয়ঁৰিলে, "হুহ্, বেইমানবো আকৌ বন্ধুত্ব !!"

বেইমান! বিশ্বাসঘাতক! ভাৰ্গব বেইমান, ইও কি সম্ভৱ ? হতবাক যুগলীকৰইঁতৰ মাজত গুঞ্জন উঠিল। ইমৰানে ফুচ্‌ফুচাই ক'লে, "মই বোধহয় আগতেই জানিছিলো, যোগী! কিন্তু অলপ দেৰী হৈ গ'ল—ভৱিতব্যক সেয়ে বাধা দিব নোৱাৰিলো!"

ভায়েকৰ কাষতে বাগৰি পৰিছিল ভাৰ্গব। মাক মূৰ্চ্ছা গৈছে। ভায়েকৰ ডিঙিৰপৰা হোলোকা-হোলোকে তেজ ওলাইছে, তেজেৰে তিতি গৈছে তাৰ বুকু। দুৰ্বল মাতেৰে সি গোঙাইছে, "বেইমান! বড়ে-ভেইয়া বেইমান! মোৰ দাদাই হিন্দুস্থানৰ মাটিক বিশ্বাসঘাতকতা কৰিছে !!.... .."

ভাৰ্গৱ থিয় হ'ল। আৰু চকুত জুই জ্বলিছে। মাটিত পৰি থকা তৰোৱাল এখন সি বুটলি ল'লে। কিন্তু মুহূর্তৰ কাৰণে মাথোন। তাৰ পাছতে লাল উৰ্দি এটা ভাৰ্গৱৰ ওপৰত জপিয়াই পৰিলগৈ। তৰোৱালখন ভাৰ্গৱৰ বুকুত হাতলৈকে সুমুৱাই দিলে সি। চিয়ঁৰ মাৰি ভাৰ্গৱ মাটিত বাগৰি পৰিল। তাৰ পাছত সকলো নিস্তব্ধ। কোনোবাই মাথোন কৈ উঠিল, "দুনিয়াৰ বুকুৰপৰা এক দুৰ্গন্ধময় কাফেৰ দূৰ হৈ গ'ল।"

সকলোৱে নিমাতে থিয় হৈ থাকিল। দুয়ো দল চিপাহীয়ে পৰস্পৰৰ আলেখ লেখ চালে, কিন্তু কোনেও কাকো আক্ৰমণ নকৰিলে। তাৰ পাছত লাল উৰ্দিৰ দল লাহে লাহে ওলাই গুচি গ'ল।

গধূলি হৈ আহিছে তেতিয়া। আকাশ ৰঙা, গোটেই ঝাঁচী জ্বলিছে। বুঢ়ীৰ চকুৰে-মুখে পানী ছটিয়াই জ্ঞান আনি বিচনাত শুৱাই থৈ ইমৰানহঁত গ'লগৈ। তাৰ বাহিৰে একো কৰিব পৰা সিহঁতৰ পক্ষে সম্ভৱ নাছিল। ওচৰে-পাজৰে কোনো জীয়া মানুহ নাই যাৰ হাতত সিহঁতে বুঢ়ীক গতাই যাব পাৰে। তাৰোপৰি মানুহৰ মৰণ-যন্ত্ৰণা দেখি দেখি সিহঁতৰ মনটো এনেকুৱা হৈ পৰিছিল যে অন্য কোনো দুখ-কষ্টলৈ মন দিব পৰা অৱস্থা সিহঁতৰ নাছিল।

সন্ধিয়াৰ আন্ধাৰত ধোঁৱা চলাই দুটা চিপাহী বাৰলৈ খৰিলে। সিহঁতৰ কোনেও কথা পতা নাছিল। আনকি কোনেও কাকো সোধাও নাছিল সিহঁত ক'লৈ যাব।

অন্ধকাৰৰ মাজত হঠাৎ এদল চিপাহী আহি সিহঁতৰ ওপৰত জপিয়াই পৰিল। সিহঁত দলত বহুতো, আৰু ভালকৈয়ে সাজু হৈ আহিছিল সিহঁত। একে কোবতে সিহঁতে ইমৰানহঁতৰ চাৰিটাক ঘায়েল কৰিলে। আহত হোৱা কেইটাই মৰাৰ আগলৈকে

খাউত বাগৰি বাগৰিয়েই যুদ্ধ কৰিলে । ইমৰান আৰু যুগ্‌লীকৰে বিশ্বাসৰদে ঘোঁৰা চেকুৰাই পলাবলৈ ধৰিলে । যেচ্‌ কিছু দূৰ গৈয়ো সিহঁতে দেখিলে শত্ৰুৰ দলটোৱে পাছে পাছে খেদি আহিয়ে আছে । তেতিয়া সিহঁতে ঘোঁৰাকেইটাক এনেয়ে দৌৰিবলৈ এৰি দি জপিয়াই জপিয়াই নামিল আৰু ৰাস্তাৰ মধ্য শৰোৰৰ মাজত শুই পৰিলগৈ ।

পশ্চাদগামী দলটো পাৰ হৈ যোৱাৰ পাছত ইমৰানে যুগ্‌লীকৰক সুধিলে, "এতিয়া কি কৰিবি ?"

যুগ্‌লীকৰে শুই শুইয়ে উত্তৰে দিলে, "ৰাস্তাত আহোঁতে দেখিছিলো আস্তাবল এটাৰ কাষত আধাপোৰা ঘোঁৰাকেইটামানে ছট্‌ফটাই বাগৰি ফুৰিছে । সিহঁতক যন্ত্ৰণাৰপৰা ৰেহাই দিমগৈ ।"

"কিন্তু ৰাস্তাত সিহঁতে খুব অহা-যোৱা কৰিছে । খুব সম্ভৱ টহল দিছে । এই অৱস্থাত তাতকৈ অইন কিবা এটাহে কৰিব লাগিছিল ।"

"আগতে ব'ল, সেইটো কাম শেষ কৰি থৈ আহোঁগৈ । তাৰ পাছত অইন কথা ভাবিম । ঘোঁৰাকেইটালৈ তোৰ বেয়া নালাগেনে ?"

"আচ্ছা ব'ল ।"

সিহঁত দুয়ো হাতত বন্দুক লৈ বাৰলৈ ধৰিলে । আন্ধাৰতে কেইবাবাৰো সিহঁতে মৰা-শ উজুটিয়ালে । হঠাৎ সিহঁতে ঘোঁৰাৰ খুৰাৰ শব্দ শুনিবলৈ পালে । দুয়ো আকৌ মৰা-শৰ মাজত শুই পৰিল । ডাওৰ দল এটা পাৰ হৈ গ'ল । সিহঁতে মমৰ আগৰেৰে হৈ-চাল্লা কৰি গৈছে । কিজানি কোনোবা ঘৰত কিবা লুটৰ বস্তু বাকী থৈ গৈছেই, খুব সম্ভৱ তাৰ সন্ধানতে যম আশাৰে আহিছে সিহঁত । সিহঁতৰ কথাবোৰ স্পষ্টভাৱে ইমৰানহঁতৰ কাণত পৰিল । দুই জনাৰ আগতেই কোনে আগো

অভিজাত কোষ্টিপূৰা মহল্লাত জুই লগাই দিলে, এতিয়া সেইটো কাৰণতে ইহঁতৰ হৃদয়ত দুখৰ সীমা নাই।

আস্তাবল পোৱাৰ আগলৈকে আৰু দুই-চাৰিটা এনে দল লগ পালে ইমৰানহঁতে।

"গুলী কেনেকৈ মাৰিবি? সিহঁতে শব্দ শুনিব।" ইমৰানে ক'লে।

"গুলী কৰিয়েই পলাব লাগিব।"

আস্তাবলৰ কাষতে আহত ঘোঁৰাকেইটা নিশ্চল হৈ পৰি আছে। মাজে মাজে একোটাই ছটফটাই ধৰফৰাই চিয়ঁৰি উঠে, তাৰ পাছত আকৌ নিশ্চাৰ হৈ দীঘল দীঘল উশাহ টানি পৰি থাকে।

"দে, দেৰী নকৰিবি, সিহঁত আহি পাব নহ'লে।" ইমৰানে ক'লে। "এই পাঁচটা তোৰ, দূৰৰ সেইকেইটা মোৰ।"

কেই মুহূৰ্তমানৰ ভিতৰতে সিহঁতে ঘোঁৰাকেইটা গুলীওৱা শেষ কৰিলে। লগে লগেই দূৰত শুনিবলৈ পালে ফিৰিঙ্গীৰ ঘোঁৰাৰ শব্দ।

সিহঁত দুয়ো বেগা-বেগিকৈ গৈ কাষৰে ঘৰ এটাত সোমাল। বাহিৰত যিবা অকণ পোহৰ আছিল, ঘৰৰ ভিতৰত একেবাৰে অন্ধকাৰে। মজিয়াত পৰি থকা শ এটাত উজুটি খালে যুগ্‌লীকৰে। শটোৰ বুকুত ভৰি থৈ চালে সি। এজনী মাইকী মানুহৰ মৃতদেহ।

"এতিয়া কি কৰিবি?" যুগ্‌লীকৰে সুধিলে।

"পিছফালৰ বান্ধনী ঘৰলৈ যাওঁ ব'ল।" ইমৰানে ক'লে। "কিজানি কিবা খাবলৈ পোৱা যায়েই।"

বান্ধনী-ঘৰত আন্ধাৰৰ-মুদ্ধাজ বিচাৰি বিচাৰি পানীৰ চৰ্‌হাই এটা পালে সিহঁতে। জুহালৰ কাষত কেইখনমান ৰুটী আৰু অলপ

অলপ দাইলো পালে। ঘোৰা বান্তিয়ে বন্ধা। যাৰ কাৰণে বন্ধা হৈছিল সিহঁতে বোধকৰো আৰু কেতিয়াও খাবলৈ নাহে।

দাইলখিনি অলপ অলপ গোন্ধাইছে। কটীবিলাকো ঠাণ্ডা হৈ টান হৈ গৈছে। তথাপি তাকে ভাগ কৰি তৃপ্তিৰে খালে সিহঁত দুয়ো। চৰ্‌হাইৰপৰা পেট পুৰাই পানী খালে।

"তোৰ হাতত বিড়ী আছে ?"

"আছে। দৰৱাজাখন বন্ধ কৰ।" সি জেপৰপৰা বিড়ী আৰু দিয়াছলাই উলিয়ালে। বান্ধনী-ঘৰৰ দৰৱাজা বন্ধ কৰি দুয়ো বিড়ী হুপিবলৈ ধৰিলে।

"আজি ৰাতি মই যেনে-তেনে শুব লাগিব। বৰ ভাগৰ লাগিছে। কালিলৈতো ঢেৰ কাম।" ইমৰানে ক'লে।

"হুঁ!" চুটিকৈ উত্তৰ দিলে যুগ্‌লীকৰে। সি নিঃশব্দে বিড়ী হুপিবলৈ ধৰিলে।

"আৰুতো একো নাথাকিব আমাৰ হাতত ?" সি সুধিলে।

"ঢেৰ আছে। বাইচাহেৰা আছে, কিল্লা আছে।"

যুগ্‌লীকৰে অইন এটা বিড়ী জ্বলালে। "তই ক'ত শুবি ?" সি সুধিলে।

"শুম, এইখিনিতে ক'ৰবাত, তালমণ্ডিৰ কাষত।"

"পাৰিলে এই ঘোগোলা-পোৱা কাপোৰবোৰ বদলাবি।"

"আৰু তই ?"

"মই তাড়ি খুৱাম, গা ধুম আৰু চৰ্বত খাম।"

"পাগল! এই ৰাতিখন ? ক'ত পায়মো এইবোৰ ?"

"ঘ'তে সুবিধা হয়। দিনত সময় ক'ত ?"

"তই তেন্তে এতিয়া মোৰ লগত নাথাক ?"

"ওহোঁ। তই শুই থাকগৈ। ৰাতি নৌ-পুৱাওতেই তোক বিচাৰি মই তালমণ্ডিলৈ আহিম।"

কিছু সময়ৰ পাছত হুয়ো ভাবপৰা ওলাই ডালমণ্ডিৰ ফালে যাবলৈ ধৰিলে।

"তই ক'লৈ যাবি ?" ইমৰানে যুগলীকৰক সুধিলে।

"গুলবাগলৈ। গুলাব সিঙৰ গা ধোৱা ঘৰটো ব্যৱহাৰ কৰাৰ ইচ্ছা এটা হৈছে।"

"ইচ্ছাটো অলপ উৎকট। ধোঁৱা এটা বিচাৰি ল' তেন্তে। মই যাওঁ। অলপ সৱধানে যাবি।"

"আচ্ছা।"

"মাধুৰ খবৰ ল'বিতো ?"

"নিশ্চয়।"

"আচ্ছা। এতিয়া যা।"

হুয়ো বিপৰীতফালে খোজ ল'লে।

কিছু দূৰ গৈ এশাৰী জ্বলি থকা ঘৰ পালে ইমৰানে। ইমান সময় আন্ধাৰত থকাৰ পাছত ইমানবোৰ পোহৰ একেলগে দেখি চকু দুটা ভাল লাগিল। ৰাস্তাত দুই-চাৰিটা মানুহো লগ:পালে সি। সাধাৰণ নিৰীহ মানুহ—পিঠিত টোপোলা লৈ ঘৰ-খেদাকৈ ৰাস্তা পাৰ হৈছে। ৰাস্তাৰ ইফালে-সিফালে সিঁচৰতি হৈ পৰি থকা দুই-এপদ মূল্যবান বস্তু গৰকি গৈছে সিহঁতে—কিন্তু তালৈ চকু দিয়াৰ মনৰ অৱস্থা সিহঁতৰ নাই।

হঠাৎ ইমৰানে দেখিলে পলৰীয়া মানুহবিলাকৰ ঠিক বিপৰীত ফালৰপৰা টলং-পলংকৈ চিপাহী এটা আহি আছে। সি খুব খৰ-খেদাকৈ আহিবৰ চেষ্টা কৰিছে, কিন্তু এটা খোজো ঠিককৈ পেলাব পৰা নাই। বেধুম মদ খাইছে মানুহটোৱে।

ইমৰানে ওচৰলৈ আহি দেখিলে সেইটো পুৰন্দৰ। সি তাৰ কান্ধত ধৰিলে।

"ক'ত যোৱা ?" ইমৰানে সুধিলে।

লেৰাই লেৰাই পুৰন্দৰে ক'লে, "গাহৰি গৈছো ক'লৈ যাম। কিন্তু মোৰ নিশ্চয় খুব দেৰী হৈছে। দেখন্ নাইনে বাকীবোৰ মানুহ উলটিলেই!"

"গৰুটো ক'ৰবাৰ! ক'ৰপৰা উলটিছে সিহঁত?" ধমকি দি সুধিলে ইমৰানে।

"কেনেকৈ জানিম!" অস্পষ্টভাৱে ক'লে পুৰন্দৰে। তাৰ চকু দুটা জবাফুলৰ দৰে ৰঙা। মুখত ভীষণ গোন্ধ।

ইমৰানে তাক ধৰি নি ৰাস্তাৰ কাষত বহুৱালে। "ক'ত খালা এই গেলা মালসোপা?" সি ডবিয়াই সুধিলে। "আজি যুদ্ধ কৰা নাই?"

পুৰন্দৰে ইমৰানৰ গাত ভেঁজা দি বহিল। জর্জৰিতকণ্ঠে সি ক'লে. "আজি ৰাতিপুৱা বহুত যুদ্ধ কৰিলো—ব-হু-ত, ব-হু-ত যুদ্ধ কৰিলোঁ। তাৰ পাছত দিগাৰৰ কাষতে কাণ-ফটা কামান এটাৰ ভিতৰত শুই থাকিলো। সিহঁত কোনেও গম নাপালে,কো-নেও গমকে নাপালে —হাঃ হাঃ হাঃ।" খেকু খেক্‌কৈ হাঁহিবলৈ ধৰিলে সি জেপৰপৰা কিবা এডাল উলিয়াই সি ইমৰানৰ হাতত দিলে। ইমৰানে চাই দেখিলে সেইডাল এডাল মূল্যবান সোণৰ হাৰ।

"ক'ত পালা এইডাল?" সি সুধিলে।

"পালো, ঢেৰ পালোঁ। চৰকে মাৰি সিহঁতে ঢেৰ বস্তু নিলে সেই ঘৰ মানুহবপৰা—কিন্তু এইডাল ঠিক পাহৰি গ'ল। আৰু পাইছিলোঁ। তাৰে মদ খালোঁ। মদ আৰু গাহৰিৰ মাংস। কিয়া তোফা।"

খঙত ইমৰানে ৰাস্তালৈ দলিয়াই দিলে হাৰডাল। "নিমখ-হাৰাম! আজি দিনটো তুমি ইয়াকে কৰিছা?"

"তুমি বৰ বেয়াহে, ইমৰান।" পুৰন্দৰে ক'লে, "তুমি একোকে নুবুজা। যুদ্ধ-বিগ্ৰহতো ঢেৰ কৰিলা, কি পালা? জিন্দেগীত

এবাৰ চেৰাপ পি লোৱা—চেৰাপ ঔৰ চকী।” তাৰ পাছত সি হঠাতে থিয় হ'বৰ চেষ্টা কৰি ক'লে, “মোক এৰি দিয়া। মোৰ দেৰী হৈছে। ঠিক মনত পৰিছে এতিয়া, মই বাঁজঁতীৰ তালৈ যাবলৈ আহিছিলোঁ।”

ইমৰানে তাক জোৰকৈ বহুৱালে। পুৰন্দৰ হতাশ হৈ ইমৰানৰ কান্ধত মূৰ থৈ শুই পৰিল।

“বেইজ্জত কাহেকে।” ইমৰানে ক'লে, “বেহুশ আৰু বেইমান। তুমি আজিৰ কাৰণেও এইচৰ এৰিব নোৱাৰিলা? তোমাৰ বাসন্তী মৰি হাড়ত বন গঁজিছে। ভালমতিৰ এজনী ছোৱালীও জীয়াই থকা নাই। তোমাৰ পুতলীহঁত চৰ মৰিছে।”

“অসম্ভৱ, অসম্ভৱ ইমৰান।” পুৰন্দৰে শুই শুই ক'লে। বেহুশ তুমি, তুমি বেহুশ, সিহঁতক মাৰিব—ফিৰিঙ্গীহঁত ইমান বেৰসিক নহয়। দুনীয়াত চৰ ধ্বংস হৈ যাব। কিন্তু চিৰকাল থাকিব চাঁকী আৰু চিৰাজী।”

“বৌৱেৰাৰ খবৰ পোৱা পুৰন্দৰ?”

“বৌৰ খবৰ? ক'তা, নাপাওতো!”

“বৌৱেৰা মৰিছে।”

“আঁ? বৰ দুখ পালো, বৰ দুখ পালো। কিন্তু কি কৰিম কোৱা, মোৰ গাত কি দোষ? মইতো আৰু আকৌ সিহঁতৰ লগত যুঁজিব নোৱাৰো।”

“আৰু বিশ্বুও মৰিছে।”

“আৰু বিশ্বু? অহহ।”

“দুয়োকো একেখন ভৰোৱালেৰে শালি মাৰিছে।”

“ইছ্, ইছ্! ফিৰিঙ্গীহঁত বৰ বদমাইচ্ ”

ইমৰানে খণ্ডত পুৰন্দৰৰ দুই বাহুত ধৰি জোকাৰি ক'লে, “আৰু তোমাৰ বাপেৰাক খেদি দিছে সিহঁতে! চিৰাজক ধৰি লৈ গৈছে।”

"তুমি মোক কেলেই গালি পাৰিছা ইমৰান ? মোৰ পাত কি দোষ ? চাওঁ মোক এৰি দিয়া ।"

ইমৰানে তাক এৰি নিদিলে । সি বহুত সময় কিবা-কিবি ভাবি থাকিল । তাৰ পাছত ক'লে, "তুমি আজি এনেকৈ ফুৰিলে ফিৰিঙ্গীয়ে তোমাক ধৰি লৈ যাব । কাইলৈ শূৰৰৰ তেল গোটেই গাত সানি সিহঁতে তোমাক কোনোবা এডাল গছত কাঁচীত ওলোমাই দিব । তাতোকৈ সাংঘাতিক কথা, কাঁচী দিয়াৰ আগতে বেঁত দি তোমাৰপৰা আমাৰ সকলো গুপ্ত কথা সিহঁতে উলিয়াই লব' ।"

"বেঁত দিব ? সিহঁতে ? অসম্ভৱ ।"

"চোৱা পুৰন্দৰ", ইমৰানে কৈ গ'ল, "তুমি মোৰ প্ৰিয় বন্ধু । কিন্তু তুমি কাপুৰুষ, তোমাৰ চৰিত্ৰ আদৰ্শহীন । অৱশ্যে যেই-সেই সময়ত তোমাৰ বিশ্বাসভ্ৰষ্ট কৰি দেশৰ অপকাৰ সাধিব আৰু মোৰ ইচ্ছা নহয় মোৰ বন্ধুৰদ্বাৰা এইটো হওক ।"

ইমৰানে অলপ সময় মনে মনে থাকিল । তাৰ পাছত সি পাশখুৰখন উলিয়াই পুৰন্দৰৰ বুকুত বহুৱাই দিলে ।

মুহূৰ্ততে পুৰন্দৰৰ মদৰ জাল কাটি গ'ল । সি কান্দি-বৈলে ধৰিলে । "তুমি মোক খুন কৰিলা ইমৰান ! তই মোক খুন কৰিব পাৰিলি ! তই বিশ্বাসঘাতক !!"

ইমৰানে পুৰন্দৰক সাৱটি ধৰি ক'লে, "মই তোমাক ভাল পাইছিলো পুৰন্দৰ, মই তোমাক খুব ভাল পাইছিলোঁ । কিন্তু মই সহ্য কৰিব নোৱাৰো যে তুমি ফিৰিঙ্গীৰ সেই জঘন্য কাঁচীৰ ডোলডালত মৰিবা বা তাতোকৈয়ো হীন কাম কৰিবা । আজিলৈ যোৱাগৈ ...বিদায়....সোনকালে তোমাক লগ পাম, কথা পাতিম । ..."

পুৰন্দৰ তেতিয়া শেষ হৈ গৈছে । তিতিৰপৰা তাৰ মুৰটো হালি পৰিছে । হাত-ভৰিবোৰ মহা শ্ৰান্তিভৰে যেন ওলমি গৈছে ।

দেহটো ঠাণ্ডা হৈ যোৱাৰ পাছত ডাক দাঙি নি দূৰৰ জুইৰ মাজত দলিয়াই পেলালে ।

ৰাতি ক্ৰমে গভীৰ হৈ আহিছে। অসংখ্য চিন্তা ইমৰানৰ মূৰত। কাইলৈ তাৰ অসংখ্য কাম। ৰাস্তাত এতিয়া আৰু জন-প্ৰাণী নাই। কেউপিনে মৰিশালীৰ নিস্তব্ধতা। ৰাস্তাৰ মৰা-শবোৰৰ ওপৰেদি দৌৰি ফুৰিছে কিছুমান নোমাল এন্দুৰ, ক'ৰপৰা যে আহিল সিহঁতেই জানে। শ খোৱা এন্দুৰ। নোদোকা নোদোকা চেহেৰা, বাঘসৰ দৰে খাব পাৰে।... ....

নিৰ্জন ৰাতি জুইৰ শিখাৰ শব্দই মনত ভয় জগায়। জুইৰ কালে বহুতো সময় চাই ৰ'ল ইমৰানে। পূৰ্বশৰীৰ সি আৰু দেখিবলৈ নোপোৱা হ'ল—জুইৰ বহুত ভিতৰলৈ সোমাই গৈছে তাৰ দেহটো।

কিছু সময়ৰ পাছত ডালমণ্ডিৰ ফালে ইমৰানে যাবলৈ ধৰিলে।

×

দুপৰীয়াৰ সেই চাবিআলিটোৰ কাষ পাই ইমৰানে দেখিলে সিহঁতে পেলাই থৈ যোৱা কামানটোৰ গাত হেলান দি কোনোবা এটা থিয় হৈ আছে।

ইমৰান কামানটোৰ ওচৰলৈ গ'ল। ঠাণ্ডা লোহাত গাল লগাই ঘনিষ্ঠভাবে কামানটোত ভেঁজা দি থিয় হৈ আছে এজনী ছোৱালী।

অবাক হ'ল ইমৰান। কমদামী পাট-কাপোৰৰ কিন্তু ফিৰিয়া পাতল শাৰী পিন্ধিছে ছোৱালীজনীয়ে। দূৰৰপৰা অহা জুইৰ পোহৰত সি দেখিলে তাইৰ চকু আৰু চেলাউৰী কাজলেৰে টনা....ওঁঠ, গাল আৰু ডিঙিত ৰং।

ইমৰান ৰ'ল। তাওৰকৈ সুধিলে সি, "তাত কোন ?"

"মই।" সহজ নিস্পৃহ গলাৰ উত্তৰ শুনিলে সি।

"ক'ত থাকা ?"

"ডাল মহল্লাত।"

"ইয়াত থিয় হৈ আছা কিয় ?"

ছোৱালীজনীয়ে কোনো উত্তৰ নিদিলে।

ইমৰানে ভাবিলে সি অহা বাস্তাৰেই উলটি যাব। গুৰুৰ কাৰণে আস্তাবলবিলাক আদর্শ। বদিহে এটা আস্তাবল পোৱা যায়!

কিন্তু এই ছোৱালীজনী ? তাই ক'ব....তাই কি....কিয়....

ছোৱালীজনী আগবাঢ়ি আহি ইমৰানৰ হাতত ধৰিলে। "ব'লা, মোৰ তালৈ ব'লা তুমি", তাই ক'লে।

এহাব মাথি হাতখন এককালে ইমৰানে।

"মোৰোৱা ?" বহল চকু দুটা মেলি তাই সুধিলে।

"ওহোঁ।" সি উচাট মাৰি যাবলৈ ধৰিলে বাস্তাইদি।

ছোৱালীজনী কিন্তু তাৰ পিছে পিছে আহি থাকিল। মিহি মাতেৰে তাই ক'লে, "দুপৰীয়াবেপৰা প্ৰথম জীয়া মানুহ তোমাকেই লগ পালো। গোটেই মহল্লাটোত এতিয়া প্ৰত্যেকটো মানুহৰ সলনি একোটাকৈ মৰা-শ আছে। কোনো ঘৰতে চিৰাগ জ্বলা নাই। তুমি পাৰিবা? পাৰিবা অকলে এই শ্মাশানৰ মাজত ৰাতি কটাব?"

ইমৰানৰ খোজ লেহেম হ'ল, কিন্তু কোনো উত্তৰ নিদিলে সি। হঠাৎ ছোৱালীজনীয়ে বাঘিনীৰ দৰে হিংস্ৰভাৱে ইমৰানৰ সন্মুখত থিয় দি তাক ৰখাই দিলে, তাৰ কান্ধত খামুচি ধৰি তাই চিঞৰিলে, "মোৰ কথা নুশুনা তুমি? কিয় আমাক ইমান অৱজ্ঞা কৰা তোমালোকে? ভাল মানুহৰ ঘৰৰ জিয়াৰী ছোৱা হ'লে বাঘৈচাহেবাই আদৰ কৰি মাতি নি আমাক যুদ্ধ কৰিবলৈ শিকালেহেঁতেন, আজি আমি দুখীয়া কাৰণে এনেকৈ অসহায়ভাৱে চকুপানী টুকিবলগীয়া হৈছে! আমি ধনত দুখীয়া—কিন্তু তোমালোক দুখীয়া দিল আৰু ইনচানিয়াতীত। তোমালোক হীন, অত্যন্ত হীন। তোমালোক চোৰৰ দলে; আমাৰ হাতত তৰোৱাল নিদি আমাক ঠগিছা। আমি কি নাজানো হিন্দুস্থানৰ কাৰণে? আমিও জানো দিনে-ৰাতিয়ে ঈশ্বৰৰ ওচৰত মাখাটো যে বাঘৈচাহেবা জিকক?"

ইমৰানে দেখিলে ছোৱালীজনীৰ বহল চকু দুটা সজল হৈ আহিছে, তাইৰ মাত থোকাথুকি হৈ পৰিছে। তাই ক'লে, "....ভগৱানৰ দোহাই, মোক ইয়াত অকলে এৰি থৈ নাযাবা। ৰাতিটো মোক জীয়া মানুহৰ মাজত কটাবলৈ দিয়া। ....মোক এখন তৰোৱাল দিয়া তুমি। কাইলৈ পুৱা ফিৰিঙ্গী যাকেই লগ পাম তাৰ লগতেই যুদ্ধ কৰিম মই। কাইলৈৰপৰা মই আৰু

আনৰ বিচনাত নোশোওঁ—মৃত্যুৰ বিচনাত শুম....। মৃত্যু খুব: সুপুৰুষ নহয়নে ? নিশ্চয় সুপুৰুষ । চোৱা না, মইতো সাজি-কাচি ভৈয়াৰ হৈয়েই আছিছো । মোৰ ওঁঠ চোৱা, চকু চোৱা, চেলাউৰী চোৱা । সুন্দৰী নহওঁনে মই ?”

ইমৰানে বুজিলে ছোৱালীজনীৰ সামান্য মূৰৰ দোষ হৈছে। দিনৰ দিনটো মানুহৰ কেঁচা-তেজৰ দৃশ্য কেইজনী ছোৱালীয়েনো সহ্য কৰিব পাৰে ? তাইলৈ বেয়া লাগিল তাৰ । নিজৰ ৰূঢ় ব্যৱহাৰৰ কাৰণে সি লাজো পালে ।

“মই তোমাক সহায় কৰিব পৰা অৱস্থাত নাই, সেইটো বুজিবলৈ চেষ্টা কৰিবানে তুমি ?” ইমৰানে ক'লে । “ডালমণ্ডিত যি দেখিছা, গোটেই ঝাঁচীতে সেই একে অৱস্থা । দিনটোৰ লুট আৰু খুনৰ পাছত এতিয়া প্ৰত্যেকটো অঞ্চলতে সিহঁতে জুই লগাই দিছে । আকাশলৈ চোৱা, তাৰ ৰং কিমান ৰঙা । তোমাক আশ্ৰয় দিবলৈ মোৰ ঘৰ ক'ত ? তোমাক সহায় কৰিবলৈ মোৰ সংস্থান ক'ত ? দৰাচলতে মই নিজেই শুবৰ ঠাই বিচাৰি গোটেইখন ঘুৰি পকি ফুৰিছো ।”

ছোৱালীজনীয়ে কাতৰভাৱে ক'লে, “মোৰ তাত শুবা তুমি ? এখন বেলেগ বিচনা আছে তোমাৰ কাৰণে । মোক এনেকৈ এৰি থৈ যাবৰ মন গৈছে তোমাৰ ?”

ইমৰানৰ আৰু তৰ্কাতৰ্কি কৰিবৰ ইচ্ছা নগ'ল । সি ছোৱালীজনীৰ পিছে পিছে যাবলৈ ধৰিলে ।

তাই তাক এটা গলিয়েদি লৈ গ'ল । বিৰাট পকী দালান এটাৰ একেবাৰে পিছফালে থকা কোঠা এটাই তাইৰ ঘৰ । কোঠাটোত ভৰি দিয়েই সি এটা গোন্ধ পালে । তেলচিকটা আৰু চিকাৰ মিহলি গোন্ধ এটা । কেউপিনে ঘুট মুটীয়া অন্ধকাৰ, একো দেখিবৰ উপায় নাই । তথাপি ইমৰানৰ এইটো কথা

ভাবি ভাল লাগিল যে সি পুৰা এটা দিনৰ পাছত হ'লেও অন্ততঃ ৰাস্তাৰপৰা সঁচা-সঁচি মানুহৰ ঘৰলৈ আহিছে আৰু বিশেষকৈ সেই ঘৰত মৰা-শৰ গোন্ধ নাই।

দিয়াশলাই উলিয়াই কাঠী এটা জ্বলালে ইমৰানে। তাৰ পোহৰত সি দেখিলে কোঠাটোত সঁচাকৈয়ে দুখন বিচনা। তাৰে এখন আপেক্ষাকৃত ভাল আৰু পৰিষ্কাৰ। ছোৱালীজনীয়ে ইতিমধ্যেই বেয়া বিচনাখনত বহিছিল। তাই তাক ভালখনত বহিবলৈ ইংগিত দিলে। ইমৰানে কিন্তু তাই বহা বিচনাখনতে বহিল। বহিয়েই গম পালে বিচনাৰ অৱস্থাটো। তুলি নাই। খেৰ কিছুমান পাৰি তাৰে ওপৰতে এখন কাপোৰ পাৰি বিচনাৰ দৰে কিবা বস্তু এটা কৰি থোৱা হৈছে। আজি ৰাতি কিন্তু এনে এখন বিচনাতকৈ ডাঙৰ অভিলাষৰ বস্তুৰ কথা ইমৰানে ভাবিব নোৱাৰিলেহেঁতেন।

হঠাৎ ইমৰানে অনুভৱ কৰিলে যেন ছোৱালীজনীয়ে কান্দিছে। উচুপি উচুপি কান্দিছে তাই। তাইৰ কান্দোনৰ লগে লগে জোকাৰ খাই উঠিছে গোটেই বিচনাখন। নিঃশব্দেই কান্দি গৈছে তাই।

তাইৰ ফালে হাত মেলিলে ইমৰানে। হাত গৈ তাইৰ বুকুত পৰিল। সি সংকুচিত হৈ হাত কোঁচাই আনিলে।

ছোৱালীজনীয়ে সোত-মোচকৈ বিচনাত হেলান দিছে। বিচনাত মুখ গুজি তাই অবিশ্ৰান্তভাৱে কান্দি গৈছে। সিহঁত দুয়ো কোনেও কথা কোৱা নাই। ইমৰানে তাইৰ চুলিবিলাকত লাহে লাহে হাত বুলাই দিলে। হঠাৎ ইমৰানে অনুভৱ কৰিলে সেই চকুপানীখিনিত বহুতো বেদনা সনা আছে। বহুতো লাঞ্ছনা আৰু ব্যৰ্থতাৰ কাহিনী, বহুতো কিবা নোপোৱাৰ স্মৃতি।

ইমৰানে তাত কিমান সময় সেইদৰে বহি আছিল তাৰ মনত নাই। ইয়াৰ মাজতেই কোনোবা এটা সময়ত ছোৱালীজনী

টোপনি গৈছে। সি তাইক চিধাকৈ শুৱাই দিলে। তাইৰ মুখৰ ছলত গাক এটা গুজি দি সি বিচনাৰপৰা উঠিল। ছোৱালী-জনীৰ নামটোও সোধা নহ'ল। কোঠাৰ দুৱাৰখন লাহেকৈ জপাই থৈ ইমৰান বাহিৰৰ ৰাস্তালৈ ওলাল।

গলিটো পাৰ হৈ সি ডাঙৰ ৰাস্তা এটা পালেগৈ। ঘৰ এটাৰ বাৰাণ্ডাত শোৱাৰ কথা ভাবিলে সি। কিন্তু বন্ধ ঠাইত আৰু শুৱৰ ইচ্ছা নগ'ল, সি ৰাস্তাৰ কাষৰে চাফা ঠাই এটুকুৰা বিচাৰি লৈ তাত দীঘল দি পৰিল। মূৰৰ তলত বাঁওহাতৰ তলুৱাখন থৈ শুৱৰ চেষ্টা কৰিলে।

ছোৱালীজনীৰ নামটো সোধা নহ'ল, ইমৰানে আকৌ ভাবিলে। তাইৰ চেহেৰাটো কেনেকুৱা সেইটোও সি গম নাপালে। ৰাস্তাত জুইৰ পোহৰত চকামকাকৈ এবাৰ মুখখন দেখিছিল মাথোন। তাই চকুহাল কিন্তু বহল আৰু টনা। তাত জুইৰ ৰং পৰি তিৰ্‌বিৰাইছিল।

কেঁকোৰা-কেঁকুৰি মিহি চুলিখিনিৰ পৰশটো ইমৰানৰ আঙুলি-কেইটাত যেন লাগি আছে এতিয়াও। সি আগতে ৰাৰু কেতিয়াবা কাৰোবাৰ চুলিত আঙুলি বুলাই দিছিল নেকি? মনত পেলাব নোৱাৰিলে সি। যদি দিছিল তেন্তে অন্ততঃ কোনো নাৰীক নহয় বা নাৰী হিচাপে নহয়। হয়তো এয়ে তাৰ জীৱনত নাৰীৰ প্ৰথম পৰশ।

আজি আকাশৰ ৰং বৰ ৰঙা। ৰাগৰ সলাই আকাশৰ পিনে চালে ইমৰানে। মনৰ অতল তলত লুকাই কোনো এখন ভাবালুশ জগতৰ আবেশ নামিছিল তাৰ চকুত।.. আকাশৰ ৰং আজি নীলা হোৱা হ'লেভাল হ'লহেঁতেন। অন্ধকাৰৰ মাজত তিৰ্‌বিৰাই থকা তৰাবোৰ চাই থাকি ভাল লাগিলহেঁতেন আৰু সৌ ঘৰবোৰ জ্বলি যদি নাথাকিলহেঁতেন, চহৰত যদি যুদ্ধ নাথাকিলহেঁতেন! শান্ত অন্ধকাৰ চহৰৰ নিসাৰসাৰ নিৰ্জনতাত আকাশৰ তৰাখিনি কি সুন্দৰেই যে নালাগিলহেঁতেন!

সেই বহল চকুভূৰিত ইমৰানে মনৰ কোনোবা চুকত লুকাই থকা বহু দিনৰ পাহৰি যোৱা এটা অনুভূতিৰ প্ৰতিচ্ছবি দেখিছিল নেকি ? হঠাৎ কি এটা কথা যেন ইমৰানৰ মনত পৰিব খুজিলে। অথচ একোকেই সি মনত পেলাব নোৱাৰিলে । কি এটা যেন কথা, খুবকৈ পাহৰি যোৱা এটা কথা ! সি দীঘলীয়া উশাহ এটা ল'লে। ...মনটোৱে ক'ত যেন অকণমান প্ৰকাশ পাই আশ্বস্ত হ'ল।

ইমৰানে চকু জপালে। নীলা আকাশ এখনৰ কথা কল্পনা কৰিলে সি ! কেদাৰনাথৰ বৰফে ঢকা পাহাৰৰ সিফালৰ গাঢ় নীলা আকাশখন সি দেখিছে—আৰু এখন বৰ্ণহীন বহল আকাশ দেখিছে মালাবাৰৰ শাৰী শাৰী নাৰিকল গছৰ ফাঁকে ফাঁকে। কিন্তু সি কেতিয়াও ভবা নাই সেই আকাশ ইমান সুন্দৰ। আজি প্ৰথমবাৰৰ কাৰণে তাৰ ধাৰণা হ'ল, আগেয়ে কাহানিও সি আকাশ দেখা নাই, সাগৰ দেখা নাই—দেখা নাই কাহানিও বেলিৰ কিৰণ ঢলা তুষাৰৰ মালা আৰু গধুৰ বতাহে যোৱা চঞ্চল মেঘালিৰ উচ্ছ্বাস।

আজি প্ৰতিটো বস্তুৱেই যেন ইমৰানৰ চকুত হঠাতে সুন্দৰ হৈ ধৰা দিলে। তাৰ কঠিন অন্তৰৰ ক'ৰবাত যেন ওলাই আহিল কিছুমান কোমল মমতাভৰা অনুভূতি !....জীৱনত প্ৰথম নাৰীৰ প্ৰথম পৰশ।....সেই ছোৱালীজনীৰ চেহেৰাটো মনত পেলাবলৈ বাৰে বাৰে চেষ্টা কৰিলে ইমৰানে। একোতেই তাৰ মনত নপৰিল। খুব সম্ভৱ তাই দেখিবলৈ মধুমতীৰ দৰেই। মধুমতীৰ দৰেই আয়ত এজুৰি চকু। তাৰ হঠাতে ধাৰণা হ'ল মধুমতীৰ ওঁঠৰ কাষতে থকা তিলটো সঁচাকৈয়ে বৰ সুন্দৰ।

....ছোৱালীজনীয়ে কিয় কান্দিছিল ইমৰানে নাজানে। কিন্তু তেতিয়া তাৰ ধাৰণা হৈছিল যে সেই চকুপানীখিনিত বেদনা আছিল। লগে সি অনুভৱ কৰিলে যে তাৰ অন্তৰতো কিছুমান

অব্যক্ত বেদনা আছে যিবোৰ সি কাহানিও কাকো ক'ব পৰা নাই, অথচ সি বিচাৰে যে কোনোবা আহক, কাৰোবাৰ আগত সি সেই বেদনাখিনি ব্যক্ত কৰক আৰু সেই কোনোবাই অনুভৱ কৰক যে তেওঁৰ বুকুতো সেই একেটা বেদনাই বাজিছে !...হঠাৎ নিজকে বৰ অকলশৰীয়া অনুভৱ কৰিলে ইমৰানে। অন্তৰৰ কোনো এটা নিভৃত অংশত সি যেন কিমান নিঃসঙ্গ। জীৱনৰ এৰি অহা সতাইছটা বছৰৰ ফালে ঘূৰি চাই যিমান দূৰলৈকে সি মনিব পাৰিলে মাথোন দেখিলে সীমাহীন মৰুভূমিৰ শুকান ৰুক্ষতা। জীৱনত অপূৰণীয়ভাৱেই ক'ত যেন কিবা এটা অনাস্বাদিত হৈ বৈ গ'ল !......

তাৰ কেতিয়া টোপনি আহিছিল সি ক'ব নোৱাৰে। শেষ ৰাতি হঠাৎ ভৰিত কিবা এটা অনুভৱ কৰি সি সাৰ পাই উঠিল। সেই নোদোকা এন্দুৰবোৰৰ এটাই তাৰ ভৰিত কামুৰি এবখলা একৰাই লৈ গৈছে। গিৰিসাই থিয় হ'ল ইমৰান। সেই গলিটোত জুই লাগিছে !

সেই ছোৱালীজনীৰ কথা মনত পৰিল ইমৰানৰ। তাই ওলাব পৰিছেনে ? ইমৰানে দৌৰি গৈ গলিত সোমাল। কিন্তু তেতিয়া জুইয়ে কেউদিশ ছাটি পেলাইছে। ধোঁৱাৰ লগে লগে ভাঁহি আহিছে মৰা মানুহ পোৰাৰ গোন্ধ।

গলিৰ গা-সিজি-যোৱা গৰমত থিয় হৈ থাকিল ইমৰান। আজি যদি সেই ছোৱালীজনী জুইত মৰিছে তেনেহ'লে সম্পূৰ্ণ তাৰ দোষতেই মৰিছে। তাৰ ওপৰত ভৰসা ৰাখিয়েই নিশ্চিন্তে নিকঘেগে শুই পৰিছিল তাই। নিজকে বৰ কাপুৰুষ যেন লাগিল ইমৰানৰ।...তাৰ পাছত সি নিজকে এইবুলি প্ৰবোধ দিবলৈ ধৰিলে যে ছোৱালীজনী হয়তো মৰা নাই। জুই জ্বলোতেই সাৰ পাই পলাবলৈ তাই যথেষ্ট সময় পাইছে আৰু নিশ্চয় কোনোবা

সন্ধিৰে পলাইছে। কাৰণ জীয়াই থকাৰ যথেষ্ট মূল্য দি যিবোৰ মানুহ জীয়াই থাকে, মৰণ সিহঁতৰ কাষলৈ সোনকালে নাহে।

আৰু যদি তাই মৰিছেও তেনেহ'লে ফিৰিঙ্গীৰ হাতৰ এটা কুৎচিত মৰণৰ পৰা নিষ্কৃতি পাইছে। মাথোন কেইঘন্টামানৰ আগতে কামানত আউজি বৈ থকা সেই গণিকা ছোৱালীজনীৰ চেহেৰাটো সি দেখা নাছিল, নামটোও সি জনা নাছিল,....তাই জগাই দিয়া অনুভূতিখিনি তাৰ অন্তৰত বৈ যাব, কিন্তু তাইৰ স্মৃতি তাত নাথাকে।

গলিৰপৰা ওলাই আহিল ইমৰান। ডাঙৰ ৰাস্তাত ভৰি দিয়াৰ লগে লগে হঠাৎ সি উৎকট চিয়ঁৰ এটা শুনিলে, "সামাল"!

সেই মুহূৰ্ত্তত এপাত যাঠি তাৰ মূৰৰ দুই আঙুল ওপৰেদি সোঁ-সোঁকৈ গৈ দূৰৰ ৰাস্তাত আফাল খাই পৰিল।

একেটা জাপতে ইমৰানে উভতি থিয় হ'ল। ঘৰ এটাৰ বাৰাণ্ডাত থিয় হৈ আছে এটা লালকুৰ্ত্তা চিপাহী। যাঠিপাত লক্ষ্যভ্ৰষ্ট হোৱাত হাতত বন্দুক তুলি লৈছে সি। কিন্তু ঘোঁৰা আৰু তাৰ টিপা নহ'ল। কাৰণ ইমৰানৰ পাশখুৰধনে ইতিমধ্যেই অব্যৰ্থভাৱে তাৰ কঁকালত বিন্ধিছেগৈ।

ইমৰানে মানুহটোৰ পিনে আগবাঢ়ি গ'ল। সি মাটিত পৰি ছুট্‌ফটাইছে। তাৰ মূৰেঠা খুলি গৈছে, বগা চোলাটো তিতি গৈছে তেজেৰে।

এটা আধা-বয়সীয়া মানুহ। চুলিবিলাক তাৰ বেছিভাগেই পকিছে, তিনি-চাৰি দিনকৈ নুখুকুৱা ডাড়িবোৰো পকা। অস্ফুটস্বৰে কেঁকাইছে সি।

কেঁচা তেজৰ সেই অতি পুৰণি গোন্ধটো নাকত লাগিলহি ইমৰানৰ। মানুহটোৰ সেমেকা চকু দুটালৈ চাই ৰ'ল সি। আশাহীন জীৱন এটাৰ ব্যৰ্থভাৱে হতাশ বেদনাৰ তাৰ চকু

হুটা, তাৰ শৰীৰৰ অঙ্গই অঙ্গই অনাহাৰ আৰু দাৰিদ্ৰ্যৰ ছাপ। এই দেশৰ মাটিৰে মানুহ সি, এই আকাশৰ তলতে তাৰ ঘৰ। হঠাৎ ইমৰানৰ অনুভৱ হ'ল, এই মানুহটো হয়তো তাৰ মৰমৰ বন্ধুৱেই হ'ব পাৰিলেহেঁতেন। আজি দেশৰ এই অৱস্থা নোহোৱা হলে সিহঁতে পৰস্পৰৰ ভালপোৱাৰ মাজত শান্ত নিৰিবিলি জীৱন এটা যাপন কৰিব পাৰিলেহেঁতেন।

ঘৰটোৰ ভিতৰত টিমিক-টামাককৈ মম এডাল জ্বলি আছিল। ইমৰানে চিপাহীটোক দাঙি নি ভিতৰৰ বিচনাত শুৱাই দিলে। তাৰ কঁকালত সোমাই থকা ক্ষুৰধাৰ পাশখুৰখন সি লাহে লাহে উলিয়াই পেলালে। বিচনাৰপৰা কাপোৰ এডোখৰ ফালি সি বান্ধি দিলে তাৰ ঘাঁ টুকুৰা। অব্যক্ত যন্ত্ৰণাৰ মাজে মাজে মানুহটোৱে অবাক হৈ চাই ৰ'ল তালৈ। তাৰ মূৰৰ চুলিত আঙুলি ভৰাই ইমৰানে সান্ত্বনা দিবলৈ ধৰিলে, "ভয় নাই। তুমি ভাল হৈ উঠিবা। মই তোমাৰ ওচৰতে আছো। মইতো তোমাৰ দেশৰে মানুহ। ভয় কি! ....ভয় কি!"

নিমিষৰ কাৰণে সকলো যন্ত্ৰণা পাহৰি মানুহটোৱে অবাক হৈ চাই ৰ'ল তালৈ। সি সেহাই ক'লে, "খুদা তুমহাৰী ভলা ক'ৰে। ভাই মুজে তেৰি সাথী মানোগে? মেই আবদুল্লা হুঁ।" ('খোদাই তোমাৰ মঙ্গল কৰক। মোক তোমাৰ বন্ধু বুলি ক'বানে? মই আবদুল্লা।')

"তুমি মোৰ চিৰকালৰ বন্ধু। মোৰ নাম ইমৰান।" ইমৰানে ক'লে।

মানুহটোৱে যন্ত্ৰণাত আকৌ কেঁকাবলৈ ধৰিলে। অলপ পাছত শান্ত হৈ সি ক'লে, " মই জানো, তুমি মোক অন্তৰেৰে কেতিয়াও বন্ধু বুলি ভাবিব নোৱাৰা। তোমালোকে হিন্দুস্থানৰ কাৰণে কিমান কৰিছা,...আমি তাৰ শত্ৰুতা কৰিছো। আমি কিমান

নীচ। বিদেশীৰ গোলামি কৰি এটুকুৰা কটী, এটা সামান্য জাত-কুলৰ কাৰণে খোৰা-কামোৰা কৰি কৰিয়েই আমাৰ দিনবোৰ গ'ল, জীৱনত দেশ কাক বোলে চিনি নাপালো। কাইলৈ যদি মোৰ শ কুকুৰ-শিয়ালে খায়, তাতো মই অনুতাপ কৰিবলগীয়া একো নাই। কাৰণ যিজন মানুহৰ বিচনাত শুৱাই তুমি মোৰ প্ৰাণ বচাইছা, অলপ আগতে সেইজন মানুহক মই নিজ হাতে খুন কৰিছো।"

আবদুল্লাই আকৌ কেঁকাবলৈ ধৰিলে। যন্ত্ৰণাবিকৃত মাতেৰে সি আকৌ ক'লে, "কালিলৈকে মই ভাবিব পৰা নাছিলো, আমাৰ সামান্য চিন্তাবিলাকৰ বাহিৰেও দুনিয়াত কিবা কৰিবলগীয়া আছে....জনা নাছিলো স্বদেশ বোলা দৰদ এটাও মানুহৰ দিলত আছে। কালি ঝাঁচীৰ বাস্তাই বাস্তাই যেতিয়া সকলো মানুহে আমাক বাধা দিছিল....জোৱান-মৰ্দ, ল'ৰা-বুঢ়া-তিৰোতা সকলোৱে যেতিয়া হাতত অস্ত্ৰ লৈ আমাৰ ওপৰত জপিয়াই পৰি ৰাস্তাৰ ধূলিত তেজেৰে লুটুৰি-পুটুৰি হৈ বাগৰি পৰিছিল, মই এটা নতুন খবৰৰ সন্ধান পাইছিলো,....একেবাৰে নতুন এটা খবৰ। কিহৰ উত্তেজনাত ঝাঁচীৰ ডেকা ল'ৰাই শেষটোপা তেজ থকালৈকে আমাৰ লগত যুঁজিছিল? কিহৰ আবেগত এই বীভৎস হত্যা-কাণ্ডৰ মাজলৈ আগবাঢ়ি আহিছিল শান্তিপ্ৰিয় বুঢ়া আৰু পঙ্গুৰ দল····কিহৰ টানত বাস্তালৈ খোলা তৰোৱাল লৈ ওলাই আহিছিল অন্তঃপুৰৰ তিৰোতাৰ দল,....আৰু কিহৰ জোৰতেই বা কণ কণ ল'ৰা-ছোৱালীবোৰে অস্ত্ৰ হাতত লৈ আমাৰ ওপৰত জপিয়াই পৰিছিল, আমাৰ ঘোঁৰাৰ খুৰাৰ তলত গুড়ি হৈ যাবলৈ? তোমালোকে পাৰা, তোমালোকে পাৰা....তোমালোকে যে দেশক প্ৰাণ দি ভালপোৱা।"

ইমৰানে আবদুল্লাক কথা ক'বলৈ বাধা দিলে। কিন্তু আবদুল্লাই ক'লে, "ভাই, মোক দুৱাৰ কথা কৈ যাবলৈ দিয়া। তুমিতো ভালকৈ

জানা মই আৰু মাৰ্থাচোঁ। মৰণৰ কাষত থিয় হৈ কত কথাৰ ভুকান আহিছে আজি মনলৈ।”

সি কৈ গ’ল, “কত কথা মনত পৰিছে আজি ...কত জোৱাৰ, কত ভাটা,....কত ভুকান আৰু আঁধি। এই ঘৰটোৰ দুৰ্ভগা অৱস্থা দেখি মোৰ মনত পৰিছে সেই ঘৰটোলৈ, যিখন ঘৰৰ চালৰ তলত শুই আমি তিনিটা ভাই-ককাই ডাঙৰ হৈছিলো। সৰু ভাইটো ৰফিকুল গোৱাৰ, মইমতীয়া আছিল, ঘৰত কাজিয়া কৰি সি পলাই গৈছিল কানপুৰলৈ, তাত লটুমিঞাৰ কাগজৰ কাৰখানাত চাকৰি লৈছিল। তাক আমি গালি পাৰিছিলো, খং কৰিছিলো, কিন্তু তথাপি পেটে পেটে তাক লৈ আমাৰ গৰ্বৰ অন্ত নাছিল. পৰিয়ালত যদি কোনোবাই কিবা কৰিব পাৰে সিয়েই পাৰিব।

“মোৰা পাঁচ পুৰুষ আমি সাধাৰণ খেতিয়ক। সকলোৱে আশা কৰিছিলো ৰফিকুলে কিবা এটা কৰিব। ক্ৰমেই চাকৰিৰ উন্নতি হৈছিল তাৰ; মাহে মাহে সি নিয়মিতভাৱে ঘৰলৈ টকা পঠিয়াইছিল। আমালৈ সি লিখিছিল তাৰ নিজৰো এটা ছামৰাৰ কাৰখানা খুলিবৰ মন। তাৰ পাছত এদিন সুদা হাতে ৰফিকুল উভটি আহিল। কাগজৰ কাৰখানা বন্ধ হৈ গৈছে. এতিয়াৰপৰা কাগজ আহিব বিদেশৰপৰা। কানপুৰৰ ছামৰাৰ কাৰখানাবোৰো ফিৰিঙ্গীয়ে নিজৰ হাতত ল’লে। ৰফিকুলক বহুত চেষ্টা কৰিও খেতিত লগাব নোৱাৰিলো, সি খেতিৰ কাম মুঠেই কৰিব নোৱাৰে। সি ঘৰতে মন মাৰি বহি থাকিল। তাৰ পাছত আৰম্ভ হ’ল হায়দৰাবাদৰ সেই তিনি বছৰ জোৰা অনাবৃষ্টি। খাল-বিল শুকাই গ’ল, পথাৰৰ সিঁচা পানীৰ কুঁৱাবিলাকৰ তলিত শুকান বালি ওলাল। খোৱা-পানীটোপা পাবলৈকো টান হৈ পৰিল। গৰু-গাইৰ ছাল হাড়ত লাগিল। এই দুৰ্যোগতো কিন্তু সিহঁতৰ

আক্ৰোশ নকমিল, বছৰে বছৰে খাজনা বাঢ়িহে যাবলৈ ধৰিলে। ইয়াৰ মাজতে হঠাৎ এদিন সপৰিয়ালে আহি ওলাল সক খুৰা, তেওঁ সৰ্বস্বান্ত হৈ আহিছে। তুলাৰ খেতি আছিল তেওঁৰ, ঠাওঁৰ দিনত মানুহ লগাই সাগৰৰ পাৰত নিমখ বনাইছিল। সেই বছৰ তেওঁৰ তুলা আৰু বিক্ৰি নহ'ল, ঘৰতে দ'ম হৈ পৰি থাকিল তুলাবোৰ। বজাৰ বিদেশী কাপোৰেৰে ভৰি পৰিছে—ধুনীয়া কাগজৰ খামত বন্ধ কাপোৰ, দামো কম। দুবছৰৰ ভিতৰতে তাঁতীবিলাকৰ শালৰ খট্‌খটনি বন্ধ হ'ল। অন্ধ্ৰৰ শ শ তাঁতী ক্ৰমেই বেকাৰ হৈ উচ্ছন্ন হৈ গ'লগৈ।

"এবছৰ নিমখ বনাই খাই আছিল খুৰাই। তাৰ পাছত দেশী মানুহে নিমখ বনোৱাটোও বে-আইনী হৈ পৰিল।

"তিনি বছৰ এইদৰে গ'ল। আমি চাৰিটা মানুহে খেতি কৰিবলৈ প্ৰাণপনে চেষ্টা কৰিলো। দুমাইল দূৰৰ কুঁৱাৰপৰা পানী কঢ়িয়াই তিনিবাৰকৈ পানী সিঁচি যিখিনি শস্য হ'ল তাৰে দুটা পেটো পুহিব নোৱাৰি। খাজনা দিওঁতে দিওঁতে ঘৰৰ তিক্ততাবোৰৰ হাতৰ-কাণৰপৰা আৰম্ভ কৰি কাঁহী-বাতিলৈকে সকলো বিক্ৰি গ'ল। কাপোৰৰ অভাৱত মাইকী মানুহ ঘৰৰ বাহিৰ ওলাব নোৱাৰা হ'ল।

"হঠাৎ এদিন ৰফিকুল আকৌ ঘৰৰপৰা পলাল। এমাহ পাছত শুনিলো সি কানপুৰৰ ফৌজত চিপাহীৰ কামত সোমাইছেগৈ, ইফালে গাঁৱে গাঁৱে চাহাবৰ দালালবোৰে ঢোল পিটি কৈ ফুৰিছে ফৌজৰ কাম কিমান ভাল। তাত মান আছে, ইজ্জত আছে—আছে মোটা দৰমহা আৰু ভাত-কাপোৰ। সাধাৰণ চিপাহীৰো দৰমহা মাহে নটকা, তাৰ মানে বছৰেকত এশ আঠ টকা। তদুপৰি বুঢ়া হ'লে কাম নকৰাকৈয়ে দৰমহা দিয়ে, পেঞ্চন দিয়ে। ফৌজৰ কাম কৰিলে তুমি স্বাধীনভাৱে হিন্দুস্থানৰ য'তে ত'তে ঘুৰি ফুৰিব পাৰা। কত সুবিধা!

"খুৰাৰে সৈতে আমি দুই ভায়ে কেইদিনমান খুব তৰ্ক-বিতৰ্ক কৰিলো। তাৰ পাছত এদিন খুৰাৰ হাতত খেতি-বাতি, ঘৰ-দুৱাৰ সকলো চমজাই দি দুয়ো কানপুৰৰ ফালে খোজ ল'লো।

"এঘাৰ দিন খোজকাঢ়ি যেতিয়া কানপুৰৰ ছাউনীত উপস্থিত হ'লোগৈ, দেখি অবাক হ'লো যে তাৰ চিপাহীবোৰে আমাক সোধ-পোছ কৰাতো দূৰৈত থাওক, পানীটোপা খোজোতেও দিবলৈ টান পালে। ভৰ্ত্তি হোৱাৰ কিছু দিন পাছতে এটা ঘটনা দেখি গা শিয়ঁৰি উঠিল। এটা ৰেজিমেন্টৰ চিপাহীবোৰে ভাল পোছাকৰ অভাৱত কুচ্‌-কাৱাজ কৰিবলৈ আপত্তি কৰিছিল। সিইতে ৰেজিমেন্টৰ প্ৰায় আধা চিপাহীক বৰখাস্ত কৰি সিইঁতক কামানৰ আগত থিয় কৰোৱাই বন্দুক-তৰোৱাল জমা দিবলৈ হুকুম দিলে। বাকী আধা চিপাহীৰ কিছুমানক ফাঁচী দি বাকীবোৰক দহ বছৰকৈ জেল দি সম্পূৰ্ণ ৰেজিমেন্টটোকেই নিশ্চিহ্ন কৰি দিলে।

"তাৰ পাছত আৰম্ভ হ'ল সেই অদ্ভুত ফৌজী জীৱন। কত আশা কৰি আহিছিলো, ন টকাকৈ দৰমহা পাম, তাৰে ঘৰ বান্ধিম, কুঁৱা খান্দিম, নতুনকৈ আৰম্ভ কৰিম শস্যভৰা পথাৰ। ফৌজত যি সাধাৰণ চিপাহী হৈ সোমায়, সি হেনো চুবাদাৰ-হাবিলদাৰ হৈহে ওলায়. তদুপৰি টকা গোটাই নিজৰ ঘোঁৰা কিনিলে ৰিচালাদাৰীত সোমাব পাৰি, তেতিয়া দৰমহা সাতাইছ টকালৈ বাঢ়ে। হায়, ক'ত সেই চুবাদাৰী আৰু ক'ত সেই ৰিচালাদাৰী। প্ৰথম মাহত দৰমহা পালো ছপইছা, টিপচহী কৰিবলগীয়া হ'ল নটকা পাইছো বুলি। দুটকাতকৈ বেছি দৰমহা কোনো মাহতেই নাপালো। আৰু ইজ্জত? ইজ্জত ৰেখুদা বিলীন হৈ গ'ল শঙ্কৰ-মাছৰ চাবুক আৰু জোতাৰ গোবোহনিৰ তলত। কথাই কথাই ধমকি আৰু অশ্লীল গালি-গালাজ। খাওঁ ৰুটী আৰু পঁচা দাইল। যি শাক-পাচলিৰ

কোনো দায় গাওঁ অঞ্চলত নাই, সেই-শাক-পাচলি আমাৰ কাৰণে হৈ পৰিল এটা অসম্ভৱ বিলাস। এয়ে আমাৰ জীৱন। ইয়াক লৈ কুচ্‌-কাৱাজ কৰিব লাগে হিন্দুস্থানৰ ইমূৰৰপৰা সিমূৰলৈ, কানপুৰৰপৰা মীৰাট, মীৰাটৰপৰা লক্ষৌ, লক্ষৌৰপৰা দিল্লী, দিল্লীৰপৰা গোৱালিয়ৰ, ৰাঁচী, মাদ্ৰাজ আৰু বোম্বাই। খালি মাৰ্চ আৰু মাৰ্চ. লেফট্‌-ৰাইট্‌, লেফট্‌-ৰাইট্‌, লেফট্‌-ৰাইট্‌, ছাউনীৰপৰা ছাউনীলৈ, বেৰেকৰপৰা বেৰেকলৈ—শ শ মাইল, হাজাৰ হাজাৰ মাইল। কাপোৰৰ ভিতৰত আমাৰ এই বুকুখোলা বণ্ডাচোলা, মূৰত এই অদ্ভুত টুপী, আৰু কঁকালত কৌপিনতকৈও অধম এইডোখৰ কাপোৰ। ৰাজপুতনাৰ উত্তপ্ত শ্যেৰখাহী ৰাস্তাৰে যেতিয়া আমি মাৰ্চ কৰো, ভৰিত জোতা নাথাকে, গৰমত ভৰি ফাটি-ফুটি যায় আৰু মূৰৰ ওপৰত জ্বলে আহাৰ মাহৰ লেলিহান সূৰ্য।

"আমাক কুকুৰতকৈও অধম কৰি পেলালে সিহঁতে। সাধাৰণ এটা পইচাৰ কাৰণে কান্দিয়া লাগে বকিকুল, মুৰ আৰু মোৰ মাকত। অথচ কৌজলৈ অহাৰ আগতে আমি কি আছিলো! কিজানি ইটোৱে-সিটোৰ ভাগত টেকা মাৰে, সেই ভয়ত আমি প্ৰত্যেকে বেলেগে ৰান্ধি খাওঁ আৰু আন সকলোৱেই বেলেগে ৰান্ধি খায়। প্ৰত্যেকে প্ৰত্যেকক ঘিণ কৰে, ভয় কৰে। বামুণ-টিপাহীয়ে অইনৰ ছাঁ পৰিলে পানী খোৱে, আফগানী মুছলমানে আমাৰ হাতে পানী নাখায়। চাহাববিলাকে হিন্দুক উচ্চপদ দি ফৰমহা বঢ়াই দি আমাক হিংসাত উন্মত্ত কৰি দিয়ে। সিহঁতেই আকৌ মনে মনে আমাক প্ৰতিশোধ ল'বলৈ উচটায়। শিখবিলাকক সিহঁতে বেলেগে ৰাখে, সিহঁতক জ্বলাই তোলে সেই অতি পুৰণি হিন্দু আৰু মুছলমান ৰজাৰ অত্যাচাৰৰ স্মৃতিৰে। তাৰ পাছত সিহঁতে হিন্দুৰ মাজত প্ৰচাৰ কৰে যে মুছলমান আৰু শিখবিলাক বিধৰ্মী যৱন।

দিল্লীৰ কালকণ্ঠা যিবিলাক চিপাহী আছে সিহঁতে চাউনী পোৱাৰ আগন্তেই পুৰবীয়াহঁতক ঘিণ কৰিবলৈ শিকে। পশ্চিমৰ সীমান্তৰপৰা যিবিলাক বেলুচী আৰু পাঠান আহে সিহঁতৰ কাৰণে আন সকলো জাতৰ চিপাহী হৈ পৰে কাফেৰ। ভিন্ন ভিন্ন জাত, প্ৰত্যেকটো চিপাহীয়েই নিজে এটা জাত। তাত মিলৰ খবৰ নাই, জীৱনৰ সততা নাই—আছে এডোখৰ কটীৰ কাৰণে খোৱা-কামোৰা, মূৰ্খ ইজ্জতৰ কাৰণে ৰক্তপাত ও চোলাত এডাল ৰঙা ফিটা পাবৰ কাৰণে প্ৰতিদ্বন্দ্বিতা, চাহাবৰ অকণমান কৃপাদৃষ্টি পাবৰ কাৰণে আপোন ভাইক চোৰ আৰু বিশ্বাসঘাটক বুলি প্ৰমাণ কৰা। ইমান বিভেদৰ ভিতৰতো কিজানি কোনোবাই আনৰ সৈতে লগলাগি সিহঁতৰ বিৰুদ্ধে উঠেই তাৰ কাৰণে সিহঁতে ৰাখে ভাড়াতীয়া গুণ্ডা। চাৰা হিন্দুস্থানৰপৰা বুটলি বুটলি এই জন্ম-দুশ্চৰিত্ৰ গুণ্ডাবিলাকক বেছিকৈ দৰমহা দি সিহঁতে ফৌজত ভৰাই লয়, এইবুলি প্ৰতিশ্ৰুতি দিয়ে যে বিজিত নগৰত লুট আৰু নাৰীধৰ্ষণ কৰিবলৈ সিহঁতক সুবিধা দিয়া হ'ব।

“এয়ে আমাৰ সেই বহু অভিলাষৰ ফৌজী ছুনীয়া। অদ্ভুত তাৰ সমাজ, অদ্ভুত তাৰ জীৱন-যাত্ৰা। পোন্ধৰ বছৰ মই ফৌজত আছো। তথাপি এই বেদৰদী ছুনীয়াত অলপো কিবা পালো জানো? এই পোন্ধৰ বছৰৰ পাছত আজি আৰু মই মানুহ হৈ থকা নাই। নিজৰ ভিতৰতে খোৱা-কামোৰা কৰি আমি মৰিছো, নিজৰ বিভেদতে আমি ইমানে দুৰ্বল, যে আমাৰ চিৰকলীয়া অভাৱ-অভিযোগবোৰৰ বিৰুদ্ধে আৰু মূৰ তুলি উঠিব পৰা নাই। পাইগুটীয়া হৈ যন্ত্ৰৰ দৰে আমি সিহঁতৰ গোলামীকে খাটি গৈছো। এই হিয়াখনৰ ভিতৰত আৰু ইনচাফ নাই, আছে এটা গোলাম। আমাক গোলামী যন্ত্ৰ কৰি পেলাইছে

সিহঁতে। সিহঁতৰ কাৰণে আমি দেশ জয় কৰি দিছো, এভাল বঙা কিটাৰ লোভত জপিয়াই পৰিছো সুৰক্ষিত নগৰীৰ ওপৰত। জীৱনৰ দৰদ এৰি আমি সিহঁতৰ কাৰণে যুদ্ধ কৰিছো আহাৰ-পোচাক মেওচি সিহঁতৰ গেৰাৰী খাটিছো আমি। তথাপি জীৱনত যি বিচাৰিছিলো তাক নাপালো - নাপালো এখন নিজৰ ঘৰ আৰু খেতিৰ কাৰণে মাটি।

"ৰফিকুল। মোৰ সেই সৰু ভাইটো। খোদাই জানে সি আজি জীয়াই আছেনে নাই। মাজতে হঠাৎ সি বাওৰা হৈ গৈছিল। ৰাতিৰ অন্ধকাৰৰ মাজে মাজে ছাউনীৰ প্ৰতিটো চিপাহীক কৈ ফুৰিছিল সিহঁতৰ ঘৰ-দুৱাৰ, খেতি-বাতিৰ সমস্যা--সিহঁতৰ মানুহৰ দৰে জীয়াই থকাৰ সমস্যা—যিটো সমস্যা ছাউনীৰ প্ৰতিটো মানুহৰ। সকলোকে সি বুজাবৰ চেষ্টা কৰিছিল এই সমূহীয়া সমস্যাৰ। সমাধান হ'ব পাৰিব মাত্ৰ এটা সমূহীয়া বিপ্লৱেৰে। অকল ৰফিকুল নহয়, বহুতেই এইদৰে বাওৰা হৈ গৈছিল। জনে জনে সিহঁতে বিদ্ৰোহৰ খবৰ শুনাইছিল। চাহাবহঁতেও গম পাইছিল ঠিক সময়মতেই। সন্দেহজনক চিপাহীবোৰক সিহঁতে আমাৰপৰা আঁতৰাই অইন অইন ঠাইলৈ পঠিয়াই দিছিল। যাৰ চলন-ফুৰণত সিহঁতে সন্দেহ কৰিছিল সিহঁতক দহ বছৰকৈ জেলত থৈছিল আৰু ফাঁচী দিছিল। এনেতে এদিন ৰফিকুলৰ বাঁও-হাতখন গুলী লাগি জখম হোৱাত হাতখন কাটি পেলাবলগীয়া হ'ল। অকৰ্মা হোৱাত কামৰপৰা সি বৰখাস্ত হ'ল। এই সময়তে বিদ্ৰোহ আৰম্ভ হ'ল মীৰাটত। ৰফিকুল পলাই গৈ মীৰাট-বাহিনীৰ লগত যোগ দি দিল্লীলৈ গুচি গ'ল। তাৰ পিছৰ-পৰা তাৰ আৰু কোনো খবৰ শুনা নাই। যদি সি জীয়াই আছে, খোদাই তাক সুখী কৰক—তাক শান্তিৰ ঘৰ এখন দিয়ক। এতিয়া বুজিছো সি কিমান দৰদী আছিল—এই গোলামী জীৱনে তাৰ স্বাধীন মনটোত কত আঘাত দিছিল!"

শেষ ৰাতিৰ বতাহে মমতাল মুমুৰাই পেলাইছিল। আবদুল্লাৰ ডিঙি পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছিল। ইমবাৰে গোটেইখনতে বিচাৰিও পানী নাপালে। শেষত সি বাহিৰৰ নৰ্দমাৰপৰা কাপোৰত তিয়াই পানী আনি আবদুল্লাৰ মুখত চেপি চেপি দিবলৈ ধৰিলে। আবদুল্লাৰ কথাবোৰ লাহে লাহে অস্পষ্ট হৈ আহিবলৈ ধৰিলে। ইজিতেৰে বাৰে বাৰে পানী বিচাৰিলে সি। শেষত তাৰ মাতটো অস্ফুট হৈ হৈ গেথনিলৈ পৰিণত হ'ল। তাৰ ডিঙিৰপৰা ঘৰ্ ঘৰ্ শব্দ এটা ওলাবলৈ ধৰিলে।

×

দোকমোকালিৰ আগে আগে আবদুল্লা মৰিল। হাতৰ কাষতে কোৰ এখন পাই মছজিদৰ গাঁত খান্দি ইমৰানে তাক কবৰ দিলে। যুদ্ধ আৰম্ভ হোৱাৰপৰা এইটো মৃতদেহকে প্ৰথম কবৰ দিলে সি। হিন্দুস্থানৰ ৰাঙা মাটিৰ তলত নিৰুপদ্ৰৱে শোৱক আবদুল্লাই, তাৰ দুখী আত্মাই শেষ শান্তি পাওক। ইমৰানে দীঘলকৈ উশাহ এটা পেলালে।... ....

তাৰ পাছত সি ৰাস্তাত ঘোঁৰাৰ শব্দ শুনিলে।

সি বাহিৰলৈ ওলাই আহিল। বাহিৰত তেতিয়া কঁঠ্‌ফটীয়া পোহৰ। মৰা চহৰৰ ওপৰত জুই যেন আহাৰ-মহীয়া দিন এটাৰ পাতনি।

বাজাইদি গৈছে প্ৰায় বিছ-পঁচিছটা বিচালা চিপাহী। সিহঁতৰ মাজত যুগলীকৰ।

ইমৰানে সিহঁতক চিঞঁৰি মাতি ৰখালে। যুগলীকৰ আগবাঢ়ি আহিল। "কি খবৰ, বাতিৰ শোৱাটো কেনেকুৱা হ'ল?" সি সুধিলে।

যুগলীকৰৰ ডাঢ়ি চিকুণকৈ খুৰোৱা। তাৰ পোছাকটো চাফা। গাটোও ক'ৰবাত ধুইছে নিশ্চয়। তাক আজি খুব নতুন নতুন আৰু পৰিষ্কাৰ দেখা গৈছে।

"বিয়া কৰাবলৈ যাৱ নেকি?" ইমৰানে সুধিলে।

যুগলীকৰে হাঃ হাঃকৈ হাঁহিলে। "জানইতো, অপৰিষ্কাৰ হৈ মই যুদ্ধ কৰিব নোৱাৰো", সি ক'লে। "তোৰ নিচিনা জধলা হ'ব পৰা হ'লে কথাই নাছিল। তই হ'বলা পোৱা কাপোৰ সাজো বদলাব নোৱাৰিলি?"

"ক'লৈ যাৱ তহঁত?"

সম্প্ৰাত পানী-দুৱাৰৰ কাষেদি কিয়লৈ। তাৰ পাছত য'লৈকে যোৱাৰ হুকুম হয়। আমি ইয়ালৈ আচলতে তোক বিচাৰিহে আহিছিলোঁ। আমাৰ লগতে তয়ো ব'ল কিয়লৈ ?"

"মাধুৰ খবৰ কিবা পালিনে ?"

"অহ্-হ, পাহৰিছোৱে তোক ক'বলৈ। কালি সন্ধিয়া গোলাম আলীয়ে তিনিজনী তিৰোতাৰ লগত মধুমতীক মহালক্ষ্মী মন্দিৰৰ ফালে যোৱা দেখিছিল। বড়াবাজাৰৰ গঞ্জতলাৰ কাষত সিহঁতৰ তিৰোতা-চিপাহীৰ জাকটোক এদল গোড়া-পল্টনে আক্ৰমণ কৰি ছেদেলি-ভেদেলি কৰি দিছিল। আৰু বহুতো মানুহেই মহালক্ষ্মীৰ মন্দিৰত আশ্ৰয় লৈছে।"

"সিহঁতৰ লগত ধোঁৱা আছিল নেকি ?"

"আছিল নিশ্চয় !"

ইমৰানে একো ন'কৈ ভাবিলে।

"কালি ৰাতিৰ নতুন খবৰ কিবা আছে নেকি ?" অলপ পৰৰ পিছত সি সুধিলে।

"কবীৰচোৱাৰপৰা লছমী মহল্লালৈকে গোটেইখন জুই লগাই পুৰিলে সিহঁতে।" যুগলীকৰে ক'লে। "আচলতে জুই লগোৱাৰ দৰকাৰ প্ৰায় নাছিলেই, কি ক'ৱ ?"

"তই তেন্তে কিয়লৈ এতিয়া নাযাৱ ?" যুগলীকৰে আকৌ সুধিলে।

"তই যা, মই মহালক্ষ্মীৰ মন্দিৰলৈ যাম।"

"অকলে ?"

"হুঁ।"

"বেচ্, ময়ো যাম তোৰ লগত।"

"দৰকাৰ নাই, সিহঁতৰ সন্মুখত এটা মানুহ যেনে অৰ্থহীন দুটা মানুহো তেনে।"

"তেন্তে আমি আটায়ে যাওঁহঁক ব'ল !"

"লাভ কি ? যদি মন্দিৰ সঁচাকৈয়ে এতিয়ালৈকে সিহঁতে আক্ৰমণ কৰা নাই তেন্তে আমি চকুত আঙুলি দি দেখুৱাই দিয়াহে হ'ব । পঁচিছটা মানুহে কি মন্দিৰ ৰক্ষা কৰিব । মই অকলেই যাম ।"

"বেচ্, যা বাৰু ! লগত ধোঁৱা নিব নালাগে, এই ঘৰবিলাকৰ পিছফালৰ বাৰীয়ে বাৰীয়ে গৈ থাক ।"

ইমৰানে হাঁহি ক'লে, "বৰ চিন্তা দেখোন ?"

যুগলীকৰহঁতৰ ধোঁৱা চলিবলৈ ধৰিলে । সিহঁত নেদেখা হোৱালৈকে ইমৰানে সেইফালে চাই থাকিল । তাৰ পাছত সি বিপৰীতফালে খোজ কাঢ়িবলৈ ধৰিলে ।

মহালক্ষ্মী মন্দিৰত সঁচাকৈয়ে বহুতো মানুহ গোট খাইছে । বিকলাঙ্গ আৰু বুঢ়া, ল'ৰা-ছোৱালী আৰু তিৰোতা । ডেকা মানুহ বা চিপাহী এটাও নাই ।

ইমৰানৰ গাত চিপাহীৰ পোছাক দেখি কিছুমান মানুহে তাক ঘেৰি ধৰিলেহি । সিহঁতৰ মুখবিলাক হতাশ আৰু আতুৰ । সিহঁতে ঢেৰ কিবা-কিবি তাক সুধিব খুজিছিল । কিন্তু একোকে নোৱাৰিলে, সুধিবলৈ একো কথাই নাছিল । সিহঁত তাতে থিয় হৈ থাকিল ।

হঠাৎ ইমৰানে দূৰৈৰ দল এটাৰ মাজত দেখিলে মধুমতী আৰু তিনিজনী চিপাহী-ছোৱালী । মধুমতীয়ে তাক দেখি তাৰ ফালে ক'ব নোৱাৰাকৈয়ে দৌৰি আহিছিল । হঠাৎ তাইৰ মনত পৰিল যে চাৰিওফালৰ মানুহবোৰে তাইলৈ চাই আছে । তাই সংকোচ কৰি লাহে লাহে আহিবলৈ ধৰিলে । ইমৰানৰ কাষত থিয় হৈ তাই ক'লে, "ইমৰান ! তুমি ! মই ভাবিব পৰা নাছিলো তুমি আহিবা !!"

"তই কালি সন্ধ্যাবেপৰা ইয়াত আছ, মাধু ?" ইমৰানে সুধিলে । "কিয়, কিয়লৈ গুচি নগ'লি কিয় ?"

"ইয়ালৈ অহাৰ বাহিৰে উপায় নাছিল—কিল্লালৈ যোৱাৰ সকলো ৰাস্তা বন্ধ কৰি থৈছিল সিহঁতে।" তাই ক'লে, "সিহঁত ইমান অসভ্য জানা, যুদ্ধ কৰি থকাৰ মাজতে সিহঁতে আমাক জোকাই। সিহঁতৰ ছোৱালী-বাহিনী থকা হ'লে যুঢ়ীমাকে ভাল ধেমালিখন শিকালোহেঁতেন!"

"এতিয়া তেন্তে কিল্লালৈকে ব'ল।" ইমৰানে ক'লে। "দেৰী হ'লে বিপদ আছে।"

"আৰু বাকীবিলাক মানুহ?"

"খুব সম্ভৱ কিল্লাৰপৰা এতিয়াই সৈন্য আহি মন্দিৰ সুৰক্ষিত কৰিবহি। কিন্তু ইতিমধ্যে আন সকলো চিপাহীৰ কিল্লালৈ উভতি যোৱাৰ হুকুম হৈছে। তোৰ লগত সৌ তিনিজনী কোন?"

"চন্দ্ৰা, ললিতা আৰু শোভনা। আমাৰ লগত ঘোঁৰাও আছে জানা!"

হঠাৎ ইমৰান উৎকৰ্ণ হৈ পৰিল। দূৰৈৰ ঘোঁৰাৰ খুৰাৰ শব্দ শুনা গৈছে।

"এইকালে আগতে চিপাহী আহিছিল নেকি?" সি মধুমতীক সুধিলে।

"ক'তা, নাইচো!" ছাই ক'লে।

"মই ঘোঁৰাৰ শব্দ শুনিছো। সিহঁত আহিছে।"

ঘোঁৰাৰ শব্দ ক্ৰমেই ওচৰ চাপি আহিল। কেই মুহূৰ্তমানৰ পাছত মন্দিৰৰ প্ৰাঙ্গনত জপিয়াই জপিয়াই সোমাল এদল লালকুৰ্তা অশ্বাৰোহী—সংখ্যাত প্ৰায় ডেৰশ হ'ব।

কিছুমান মানুহ মন্দিৰৰ ভিতৰলৈ পলাইছিল। লালকুৰ্তাহঁতে সিহঁতক টানি টানি বাহিৰলৈ উলিয়াই আনিলে।

বাহিৰত সকলোকে শাৰীকৈ থিয় কৰালে সিহঁতে। সিহঁতৰ হাবিলদাৰে ইফালৰপৰা সিকাললৈ ঘোঁৰা চলাই মানুহবোৰ চাই

ফুৰিবলৈ ধৰিলে । ইয়ৰবানে এইবাবহে মস্জিদত আশ্ৰয় লোৱা মানুহবোৰক ভালকৈ মন কৰিলে । সিহঁতৰ বেছিভাগেই বুঢ়া,কিছুমান আলৰ বুঢ়া, লাঠী নোহোৱাকৈ থিয় হ'বই নোৱাৰে, সোঁতোৰা-সোতোৰ ছালবিলাক ৰ'দে-পোৰা ।

বাকীবিলাক তিৰোতা আৰু ল'ৰা-ছোৱালী । ল'ৰা-ছোৱালীবোৰে মাকহঁতৰ আঁচলত খামোচ মাৰি ধৰি থৰ লাগি থিয় হৈ আছে । কেইবাজনীও তিৰোতা আলৰ বুঢ়ী, প্ৰায় ষোল্ল-সোতৰজনী গাভৰু ছোৱালী, বেছিভাগেই অবিৱাহিত ।

সিহঁতে জানে মৰণৰ বাহিৰে সিহঁতৰ আন ভৱিষ্যৎ নাই । আৰু তাৰ বাবে সিহঁত সাজু । সেইবাবেই সিহঁতৰ ভাবলেশহীন মুখবিলাকত শূন্যতাৰ বাহিৰে অইন ৰেখা নাই ।

"সকলোৱে অস্ত্ৰ জমা দিব !" হাবিলদাৰে গৰ্জি হুকুম দিলে । কিছু সময় মানুহবিলাক এনেয়ে থিয় হৈ থাকিল । তাৰ পাছত এপদ এপদকৈ অস্ত্ৰ আঁহত গছৰ তলত জমা হ'বলৈ ধৰিলে । কি অস্ত্ৰই বা থাকিব পাৰে সিহঁতৰ হাতত । তথাপিও কিন্তু নাই নাই বুলিও এদ'ম অস্ত্ৰ গোট খালে, কলম-কটা ছুৰীৰপৰা আৰম্ভ কৰি তৰোৱাল, পিস্তল, খজা বন্দুকলৈকে ।

মোলায়েম হাঁহি এটা মুখত লৈ হাবিলদাৰে তাতে ঘূৰি-পকি ফুৰিলে । তাৰ পাছত স্থিৰ হৈ ক'লে, "আমাৰ বন্দী সকলোৱেই বোধকৰো জানে ঝাঁচী আজি আমাৰ হস্তগত আৰু সেই বিপ্লৱীহঁতৰ জিন্দেগীও আমাৰ হাতৰ মুঠিত !"

মানুহবিলাকৰ মুখৰ ভাব একো সলনি নহ'ল ।

"আজি ৰাতিপুৱা জেনাৰেল ৰ'জ চাহাবে নতুন হুকুমনামা জাৰি কৰিছে, যিটো হুকুল ঝাঁচী চহৰ আৰু তাৰপৰা পাঁচ মাইল দূৰৰ ঠাইলৈকে তুদিনৰ কাৰণে বলবতী হ'ব—সেইটো হ'ল 'বিজন', বাধাহীন হত্যাকাণ্ড ।"

বিজন ।।।

ভয়ত পেপুৱা লাগি মানুহবোৰে কোঁচ খাই পিছুৱাই আহিবলৈ ধৰিলে। তিৰোতাবোৰে অস্ফুট কণ্ঠে আৰ্তনাদ কৰিলে, ল'ৰা-ছোৱালীবোৰে ডাঙৰ ডাঙৰ চকুৰে মাকহঁতলৈ চাই ৰ'ল।

বিজন! নিৰ্বোধ হত্যাকাণ্ড! দিল্লী-কানপুৰ লক্ষ্ণৌৰ ৰক্তাক্ত বুৰঞ্জী তেন্তে আকৌ আবৃত্তি হ'ব ঝাঁচীৰ ৰাস্তাই ৰাস্তাই। এটা মানুহো কাইলৈ ঝাঁচীত জীয়াই নাথাকে।

"আমাৰ ওপৰত বিজনৰ হুকুম হৈছে।" হাবিলদাৰে কৈ গ'ল, "কিন্তু মহামান্য হিউৰ'জ বাহাদুৰ অসীম দয়াশীল আৰু ক্ষমাশীল। দয়াৰ সাগৰ তেখেতে আমাক এই নিৰ্দেশ দিয়াৰ ভিতৰুৱাকৈ দিছে যে আত্মসমৰ্পণকাৰী নিৰ্দোষ নিৰাপৰাধ মানুহৰ ওপৰত যেন আমি অত্যাচাৰ নকৰে, কাৰণ ঝাঁচীৰ সকলো মানুহ আমাৰ বিৰোধী নহ'বও পাৰে। অকল সেয়ে কৰি তেখেত ক্ষান্ত থকা নাই—ইমানেই মহানুভৱ তেখেত—তেখেতে অসহায়, অনাহাৰী লোকৰ কাৰণে আনকি আমাৰ হাতত খাদ্য পৰ্য্যন্ত পঠিয়াই দিছে।"

হাবিলদাৰে চিপাহী এটালৈ চাই ক'লে, "হৰদৎ সিং, নাচপতিৰ বস্তা লৈ আহ।"

হৰদৎ সিং নামৰ চিপাহীটোৱে ঘোঁৰাৰ পিঠিৰপৰা বস্তা এটা নমাই আনিলে। আঁহত গছৰ গুৰিত ঢালি দিলে নাচপতিবোৰ।

হাবিলদাৰে বক্তৃতাৰ ভঙ্গীত কৈ গ'ল, "এতিয়া আমি এই খাদ্য বিলাই দিম, সকলোৱে তাক খাব।"

দুটা চিপাহীয়ে প্ৰত্যেকৰে হাতে হাতে একোটাকৈ নাচপতি দি গ'ল। ইমবানে নাচপতি লোৱা দেখি মধুমতীয়েও সংকোচেৰে নাচপতিটো লৈ ক'লে, "ছিঃ, সিহঁতে দিয়া নাচপতি ল'লা তুমি?"

"অঁ, কাৰণ এতিয়া আমি পলাম।" সি ক'লে।

"পলাবা? কেনেকৈ?"

"কিয়, দৌৰ মাৰি।"

"দৌৰি ? পাগল !!"

"দৌৰি পলোৱাৰ বাহিৰে কি উপায় আছে ?" ইমৰানে ক'লে। "শুন, ধৰ আমি দুয়ো দৌৰি পলালো, সিহঁতে আমাৰ্লৈ গুলী কৰিলে। এশ পঞ্চাছটা গুলীৰ ভিতৰত এশ সাতচল্লিছটা আমাৰ গাত লাগিব পাৰে, বাকী তিনিটা নালাগিবও পাৰে; কাৰণ দেখিছো, ইহঁতৰ চিপাহীবোৰ অলপ কেঁচা, ফৌজত নতুনকৈ সোমাইছে। এতিয়া, সেই বেনিশানী তিনিটা গুলীৰ ফাঁকেদি যদি আমি পাৰ হৈ যাব পাৰো, আমি বাচিম—নহ'লে মৰিম, বুজিলি ?"

"বুজিলো ।"

হাবিলদাৰে ইমৰানহঁতৰ ফালে চাই গৰ্জি উঠিল। "সৌ দুটাই তাত কি ফুচ-ফুচনি মেল পাতিছ ?" তাৰ পাছত পহলা-ব্ৰিগেডিয়াৰৰ গাম্ভীৰ্য্যৰে কেউপিনে এবাৰ চকু ফুৰালে সি। "নিজৰ নিজৰ নাচপতিৰ ওপৰত সবেই চকু ৰাখিব।" হাবিলদাৰে হুকুম দিলে। "এতিয়া সকলোৱে নাচপতি খাব।"

মানুহবোৰে নাচপতি হাতত লৈ থিয় হৈ আছে তেতিয়াও। কোনেও মুখত দিয়া নাই। ভোকে-পিয়াহে শুকাই থকা ল'ৰা-ছোৱালীবোৰে বহল বহল চকু মেলি সম্মতিৰ আশাৰে মাকৰ চকুলৈ চাইছে।

গাভৰু ছোৱালীবোৰ য'ত থিয় হৈ আছে সেইফালে কেইটামান চিপাহী কাষ চাপি আহিছে। লোভত সিহঁতৰ চকুবিলাক জ্বলিছে। নাচপতি শেষ হোৱালৈ মাথোন বাট চাইছে সিহঁতে। মধুমতীৰ একেবাৰে সম্মুখত থিয় হৈ আছে গালৰ হাড় ওলোৱা এটা চিপাহী। তাৰ মুখত শালমইনাৰ দাগ, তাৰ ওপৰত এটা কুঞ্চিত কটা চিন। ক্ষুধাৰ্ত্ত শ্বাপদৰ দৰে সি তন্ন তন্নকৈ নিৰীক্ষণ কৰিছে মধুমতীক।

হঠাৎ হাবিলদাৰে লক্ষ্য কৰিলে এজনী ছোৱালীৰ কঁকালত তেতিয়াও ছুৰী এখন ওলমি আছে, তাই সেইখন জমা দিয়া নাই তেতিয়াও।

"এই! তুমি ছুৰীখন জমা দিয়া নাই কেলেই?" হাবিলদাৰৰ ইঙ্গিতত এটা চিপাহী তাইৰ ফালে আগবাঢ়ি গ'ল।

কিন্তু হঠাতে ছোৱালীজনীয়ে অদ্ভুত কাম এটা কৰিলে। চিপাহীটো আহি কাষ পোৱাৰ লগে লগে তাই তাৰ পেটত আমূল বহুৱাই দিলে ছুৰীখন। পাছ মুহূর্ততে এটা গুলী আহি তাইৰ কপালত লাগিল।

বহুতো গোলমাল হ'বলৈ ধৰিলে। হাবিলদাৰে মানুহবোৰ এটা এটাকৈ খানা-তাল্লাচী কৰোৱাবলৈ আৰম্ভ কৰিলে। তিৰোতাবোৰক তাল্লাচী কৰিবলৈ চিপাহীবোৰে এডোখৰ ঠাই কাপোৰেৰে ঘেৰি ল'লে। গাভৰু ছোৱালীকেইজনীৰ ওপৰত সিহঁতৰ আক্রোশটো অলপ বেছি। একোজনীক খানা-তাল্লাচ কৰিবলৈ বহুত সময় লাগে। কাপোৰৰ ঘেৰটোৰপৰা মাজে মাজে উটি আহিল আতুৰ চিঞৰ, "বাচাওঁ! বাচাওঁ!!"

মানুহবোৰৰ মাজত খুব চঞ্চলতাই দেখা দিলে। সিহঁতে নানা ধৰণে গোলমাল কৰিবলৈ ধৰিলে। আলৰ বুঢ়া এটাই চিয়ঁৰি উঠিল, "ক্যা তুমলোগ হিন্দুস্থান কা জমিন পে নেহী পয়দা হুয়ে হো? ক্যা তুমলোগ ইতনে হি শয়তান হো যেইচে আপনা দেশ কী ঔৰত কী ইজ্জতভি নেহী ছোড়োগে?"

চিপাহী এটাই বুঢ়াৰ গালত কাণতলীয়া চৰ মাৰিলে। বুঢ়া কাফ'াল খাই বাগৰি পৰিল। কিন্তু লগে লগে সকলোৱে হৈ-চৈ কৰিবলৈ ধৰিলে। কোনোবা এটাই চিঁয়ৰিলে, "নাভাবিবি যে আমাক মাৰিয়েই তহঁতে হিন্দুস্থানৰ মাটিত বৃটিছ তখ্ত্ কায়েম কৰিব পাৰিবি। তেলেঙ্গা হুকুমৎ আৰু তহঁতৰ জমানাও এদিন শেষ হৈ আহিব।"

অইন এটাই কৈ উঠিল, "হিন্দত যেতিয়ালৈকে আজাদ-খ্বাহীৰ ৰক্তপাত বন্ধ নহয়, তেতিয়ালৈকে ইয়াৰ শেষ জোৱান আৰু তাৰ তৰোৱালখন ধ্বংস হৈ নাযায়, ঔৰ যব তক য়ে জমিনপে গাঁজিয়ো মে তলক ৰহেগী, আৰু যেতিয়ালৈকে এই মাটিত শ্বহীদৰ আদৰ্শ অটুত থাকে।...."

আৰু এটাই ক'লে, "মনত ৰাখিবি, আমাৰ মৃত্যুৰ প্ৰতিশোধ ল'বলৈ হিন্দুস্থানত এতিয়াও আৰু ইনচান জীয়াই আছে।"

কেবাটায়ো একেলগে চিঞৰিলে, "মুল্‌কু বাহাদুৰ শ্বাহ কা, অম্মল শয়তান কা, ঝাঁচী লছমীবাঈ কা। ....."

হাবিলদাৰে খঙত একো নাই হৈ সন্মুখত থকা মানুহটোৰ মুখত ঘোঁৰাৰ চাবুকেৰে প্ৰচণ্ড কোব শোধালে। ওচৰৰ চিপাহীটোৱে হাবিলদাৰক ভালৰি বোলাবলৈ নামি গৈ আগৰ সেই পৰি থকা বুঢ়া মানুহটোৰ মুখত জোতাৰে গুৰিয়ালে, কাষত থকা মানুহটোৰ ভৰিত গৰকি জোতাৰ গঁজাল বহুৱাই দিলে। সি তৃতীয় মানুহ এটাৰ তলপেটত ভয়ানকভাৱে গোৰ মাৰিলে। ঘোঁৰাৰ পিঠিৰপৰা আৰু চিপাহী নামি আহিল। সিহঁতে সিহঁতৰ চাবুকেৰে যাকে তাকে কোবাবলৈ ধৰিলে আৰু অলপ ডেকা যেন মানুহবোৰক বন্দুকৰ কুন্দাৰে খুন্দিয়ালে। এনেতে এটা অদ্ভুত ঘটনা ঘটিল। আন এটা চিপাহীয়ে ঘোঁৰাৰপৰা জপিয়াই নামি ললিতাক সাৱট মাৰি মাটিত বাগৰি পৰা সেই চিপাহীটোৰ ডিঙিত গাৰ জোৰেৰে গৰকি ধৰিলে। যেতিয়া চিপাহীটোৰ চকু আৰু নাকৰ কোটৰ তেজেৰে চপ্‌চপীয়া হ'ল তেতিয়া সি ক'লে, "আমিঃইয়াত লড়াই কৰিবলৈ আহিছোঁ, কাফেৰ হ'বলৈ অহা নাই!—স্বজাতি মা বহিনৰ বে-ইজ্জতি সহ্য নকৰোঁ।"

এটা বোবা বিস্ময়ত সকলো মানুহে মাত-বোল পাহৰি থৈ গ'ল। এই আজিৰ দুনীয়াদাৰীত কত অদ্ভুত ঘটনাই যে নঘটে।

এক মুহূর্তৰ বাবে গোটেই পৰিবেশটো ভয়ানকভাৱে নিস্তব্ধ হৈ থাকিল। হাবিলদাৰে সেই চিপাহীটোৰ পিনে বন্দুক টোঁৱালে। তাৰ পাছত আকৌ কেউপিনে গোলমাল আৰম্ভ হ'ল আৰু হঠাৎ কিছুমান মানুহে পলাবলৈ যত্ন কৰিলে। মন্দিৰ, গছতলা, সড়ক, যেনিয়েই পায় তেনিয়েই মানুহবোৰে দৌৰিবলৈ ধৰিলে চিপাহী-বোৰৰ ব্যভিচাৰ চিয়ঁৰ-বাখৰৰ মাজে মাজে অলেখ বন্দুকৰ শব্দ হ'বলৈ ধৰিলে মন্দিৰৰ পাথৰেৰে বন্ধোৱা প্ৰাঙ্গনত জাকে জাকে সীহৰ গুলী ছিটিকি ছিটিকি পৰিল। কণ কণ অবুজ ল'ৰা-ছোৱালীবোৰে যন্ত্ৰণাত চিয়ঁৰি চিয়ঁৰি মাটিত বাগৰিবলৈ ধৰিলে। ঠিক সেই সময়তে মধুমতীৰ কান্ধত খামোচ মাৰি ইমৰানে ক'লে, "মাধু, পলা! এয়ে সুযোগ।"

ইমৰানৰ ডিঙিত সাৱটি ধৰি বাহিৰৰ দৰৱাজাৰ পিনে দৌৰিব'ল ধৰিলে মধুমতীয়ে। একাবেঁকাকৈ পলাবলৈ ধৰিলে সিহঁতে, যাতে পিছফালৰপৰা বন্দুকৰ লক্ষ্য ঠিক কৰাত খুব অসুবিধা হয়। পিছফালৰপৰা অহা "পলাল, পলাল", "ধৰ, ধৰ" চিয়ঁৰ-বাখৰ আৰু হৈ-চৈলৈ আওকাণ কৰি সিহঁত গৈয়ে থাকিল। প্ৰতিটো খোজত সিহঁতৰ কাষেদি সোঁ-সোঁকৈ গুলী যাবলৈ ধৰিলে। দৌৰি দৌৰি ৰাস্তাৰ সিফালে থকা নৰ্দমাটোত জপিয়াই পৰিলগৈ সিহঁত। নৰ্দমাৰ গেলা বোকা-পানীত মূৰ ডুবাই সিহঁত ৰহি গ'ল।

সিহঁতক বিচাৰি যোৱা চিপাহীকেইটা পাৰ হৈ যোৱাৰ পাছত ইমৰানে মূৰ তুলি চালে। মধুমতী তেতিয়া অজ্ঞান হৈ গৈছে। তাইৰ নাক আৰু মুখৰপৰা বোকাবোৰ চাফ্ কৰি দিলে সি। তাৰ পাছত তাইক সি লৈ গ'ল শিলৰ সাঁকোখনৰ তললৈ। সাঁকোৰ তলডোখৰ আপেক্ষাকৃত আন্ধাৰ আৰু ৰাস্তাৰ মানুহৰ চকুৰ-পৰা সন্তে আঁতৰ।

সেই দিনা সৰিয়ালৈকে সিঁইতে নিৰ্দ্দয়ভাৱে গুলী চলাই আহিব নোৱাৰিলে। ঝাঁচীৰ চহৰত সেই দিনা অক্তৰ-পাতিত চলিছে বিজনৰ ভয়াকৰ হত্যাকাণ্ড। সেই দিনাৰ কাহিনী বুৰঞ্জীত নাই। সত্যান্বেষী ঐতিহাসিক সিদিনা মূক আৰু বধিৰ,—ইতিহাস সিদিনা স্তব্ধ। সাতাৱন্নৰ বিদ্ৰোহৰ এই কালিমা সনা বৰ্ব্বৰতাৰ কাহিনী বুৰঞ্জীৰ পাতৰপৰা সযতনে মুছি পেলোৱা হৈছে চিৰদিনৰ কাৰণে।

বুৰঞ্জী কি? কোন কথাক আমি 'বুৰঞ্জী' বুলি ক'ম? মানৱ-চৰিত্ৰ আৰু মানৱ-সভ্যতাৰ ক্ৰম আৰু তাৰ বিৱৰ্ত্তনৰ কাহিনীয়েই কি বুৰঞ্জী? যদি সেয়ে হয়, তেনেহ'লে মই ক'ম, ভাৰতবৰ্ষৰ বুকুত সেই দিনা এক অভিনৱ বুৰঞ্জী ৰচিত হৈছিল। বহুজন মুক্তিকামী মানৱৰ লক্ষ লক্ষ মৃতদেহৰ দৃশ্যৰে খোদিত এই বুৰঞ্জী তিল তিলকৈ ৰচিত হৈছিল ঝাঁচীৰ পাষাণেৰে গঁথা তেজেৰে পিছল বাটৰ অলিয়ে-গলিয়ে। মানৱ-চৰিত্ৰৰ চূড়ান্ত পৰীক্ষা হয় দুটি নিৰ্দিষ্ট বিপৰীতমুখী পৰিক্ৰমাত। প্ৰথমটো দণ্ডায়মান মৃত্যুৰ সম্মুখত আৰু দ্বিতীয়টো হ'ল অপৰিসীম ক্ষমতাৰ মধ্যগগণত থিয় হৈ থকাৰ মুহূৰ্ত্তত। নিজ নিজ ঠাইত থিয় হৈ যুঁজি যুঁজি মৰণক সেই দিনা বৰণ কৰিলে বিদ্ৰোহ আকগানে, সিঁহতৰ দেশপ্ৰেম আৰু আদৰ্শৰ সততাক যদি শত শত পৰাধীনতায়ো ম্লান কৰিব নোৱাৰে—তেনেহ'লে ইয়ো সত্য যে মানুহৰ জিঘাংসাৰ যি আদিমতম বৰ্ব্বৰতাৰ প্ৰকাশ দেখুৱালে ইংৰাজে, সি মানৱ-সভ্যতাক বহুতো হাজাৰ বছৰ পিছুৱাই লৈ গ'ল। ইংৰাজ জাতি সভ্য জাতি, বীৰ আৰু আইনজ্ঞ—আনুষঙ্গ্য দেশৰ প্ৰগতিৰ কাৰণে বহুতো ক্লেশ স্বীকাৰ কৰিছে সেইলোকে। কিন্তু ই চৰম সত্য যে, ঝাঁচীৰ তেজেৰে পিছল বাটত যি ইতিহাসৰ ৰচনা কৰিলে ইংৰাজে, তাৰ তুলনা পাবলৈ হ'লে বুৰঞ্জীৰ অৰণ্যাতীত কাললৈ উভতি যাব লাগিব। সেই কাহিনীয়ে অকল ইংৰাজ জাতিৰ গাত

কালিমা সানিৰেই বিকৃত নাথাকিল—যি মানৱ-সভ্যতাৰ হাজাৰ হাজাৰ বছৰ গঢ়ি উঠা ঐতিহ্যক ভাঙি চুৰমাৰ কৰি পেলালে। তাৰ যি গ্লানি, সেই গ্লানি অকল ইংৰাজ জাতিৰ নহয়। সেই গ্লানি মানৱ-সমাজৰ। তোমাৰ, মোৰ, আৰু সমগ্ৰ পৃথিৱীৰ।.......

বুন্দেলখণ্ডৰ আকাশত ইমান শগুণ আৰু আন কাহানিও উৰা নাই। সিহঁতে আকাশৰ বহল অংশটোত চক্ৰাকাৰে উৰিছে আৰু এজাক এজাককৈ তললৈ নামি নামি আহিছে। শুকান গছৰ ডালে ডালে পৰি ক্ষন্তেক ভাগৰ পলুৱাবলৈও সময় পাইছে সিহঁতে। বতাহত এটা কেচেমা-কেচেম্ গোন্ধ—মৰা শৱ গোন্ধ। হাজাৰ হাজাৰ মৃতদেহ বাগৰি পৰিছে বুন্দেলখণ্ডৰ শুকান মাটিত। ঝাঁচীৰ অলি-গলি আৰু নৰ্দমা, ঝাঁচীৰ ৰাস্তা-ঘাট আৰু ময়দান, সকলো পোত খাই গৈছে অৰ্ধ লক্ষ চহৰবাসীৰ দ'ম দ'ম মৃতদেহেৰে। চহৰৰ ভিতৰত থকা বিশাল বিশাল বাৰটা গভীৰ কুঁৱা উপচি পৰিছে মাইকী মানুহ আৰু ল'ৰা-ছোৱালীৰ মৃতদেহেৰে।

পানীয়েও তিয়াব নোৱাৰা মধ্য ভাৰতৰ শুকান মাটি আজি ফাঁহি গৈছে মুক্তি বিচৰাৰ অপৰাধত মৃত হোৱা মানুহৰ বুকুৰ তেজেৰে।...ঝাঁচীৰপৰা দূৰ-দূৰণিলৈ আকাশে বতাহে উটি উটি গৈছে বহুজনৰ অপৰিচিত বহুজনৰ ৰক্তিম আৰু চেতনা আচ্ছন্ন কৰি অনা সেই কেঁচা তেজৰ অন্তহীন গোন্ধখিনি।........

*

"তেন্তে বিভিয়াৰ সেয়ে শেষ খবৰ ?"

সন্ধিয়াৰ পাছত কিল্লাৰ যুদ্ধকালীন আম্পতালখনৰ সন্মুখৰ ময়দানত বহি বিড়ী হুপিছিল ইমৰান, যুগলীকৰ, বৈজনাথ, আনন্দ-চাচা আৰু গোলাম আলীয়ে। সিহঁতৰ সন্মুখেদি পাঠান অশ্বাৰোহীবোৰে হাঁহি-খিকিন্দালি কৰি অহা-যোৱা কৰিছে। পাঠানে দুখ নকৰে কেতিয়াও। বুকুত আমূল-প্ৰোথিত তৰোৱাল লৈ হঁহাৰ সামৰ্থ্য ৰাখে সিহঁতে।

প্ৰশ্নটো আকৌ সোধে গোলাম আলীয়ে, "বিভিয়াৰ আৰু কোনো খবৰ নাপালি তেন্তে ?"

"ওহোঁ।" বৈজনাথে ক'লে। "বিভিয়াৰ লগত এয়ে শেষ দেখা। লছমীতালৰ কাষৰ গলি এটাত এদল ফিৰিঙ্গীৰ কাৰণে খাপ দি আছিলোঁ আমি প্ৰায় ত্ৰিছটা চিপাহী। হঠাৎ আমাৰ সন্মুখেদি এদল গা-চোৰা চোৰাৰী সৈন্য পাৰ হৈ গ'ল, সিহঁতৰ লগত এজনী তিৰোতা। দেখিলোঁ তাইৰ গাত তেতিয়াও সোণৰ অলঙ্কাৰ, পিন্ধিছে সম্পূৰ্ণ ক'লা পাঠানী পোছাক। আচৰিত হ'লোঁ, কাৰণ আজি ৰাতিপুৱাৰেপৰা ঝাঁচীৰ ৰাস্তাত কোনো তিৰোতা মানুহ ওলোৱা নাই। সেই কাৰণে ভালকৈ চাবলৈ ইচ্ছা হ'ল মানুহজনীনো কোন। চাই দেখিলোঁ তাই বিভিয়া।... সেই দলটো ৰাস্তাৰ পাক এটাৰে ঘূৰি অদৃশ্য হৈ যোৱাৰ পাছত হঠাতে ডাঙৰ গোলমাল এটা শুনিলোঁ। বুজিলোঁ, আমি আশা কৰি বহি থকা ফিৰিঙ্গীহঁতৰ লগত এই দলটোৰ সংঘৰ্ষ হৈছে।.... তাৰ পাছত আমি সেইফালে যাবলৈকো সময় পোৱা নাই— ক'ব নোৱাৰো সেই দলটোৰ কোন মৰিল কোন বাচিল। ...."

অস্থায়ী আম্পতালটোৰপৰা ক্ৰমাগত আহত হা-হুতাশ আৰু কেঁকনিৰ মাত ভাঁহি আহিছে। আম্পতালৰ বাৰাণ্ডাইদি ধাত্ৰীবিলাক আহা-যোৱা কৰিছে। বাঈচাহেবাই নিজ হাতে গচি

তোলা ধাত্রী সেইবিলাক। সিহঁতে খৰতকীয়াকৈ আহিছে-গৈছে আৰু মাজে মাজে বৈ ফুচ্ফুচাই কথা পাতিছে।

“আমাৰ আটাইবোৰৰ মাজত আমিকেইটা মাথোন বাকী থাকিলোগৈ। মাত্র আমিকেইটা, কি ক'ব ? আজি কিন্তু আমি-কেইটায়ো ভাগ ভাগ হ'ব লাগিব।” বৈজনাথে ক'লে।

“হুঁ।” গোলাম আলীয়ে ক'লে। “ইমৰান, চাচা, যুগ্লীকৰ, বৈজনাথ আৰু মই। মাত্র পাঁচটা ৰ'লোগৈ। বাকী সকলো গ'ল। বিনায়ক মৰিলে গুলী খাই। বেচেৰা ! আল্লাৰ কসম, সি লড়াইত কেতিয়াও গুলী নাখালেহেঁতেন।....”

গোলামৰ মুখৰপৰা কথা কাঢ়ি লৈ যুগ্লীকৰে ক'বলৈ ধৰিলে,......“আৰু মুবাৰক মৰিল, আধা পুৰি আধা গুলী খাই। বিহাৰীক মাৰিলে—ঈশ্বৰে জানে কোনে মাৰিলে। সৰফৰাজক মাৰিলে কামানৰ গুলীয়ে। ভাৰ্গৱ মৰিল...থাওক, তাৰ কথা নোকোৱাই ভাল।...”

আনন্দ চাচাই কোনো কথা কোৱা নাই। সি মাথোন নিশ্চিন্তমনে বিড়ী হুপিছে। দেখিলে এনেকুৱাও নালাগে যে সি অইন কাৰোবাৰ কথা শুনিছে। প্ৰভাতঁত মৰাৰ পিছৰপৰা চাচাই কথা খুব কম কয়। অত্যন্ত দৰকাৰী দুই এটা শব্দৰ বাহিৰে কথা নকয়েই। সি সদায় বৈজনাথৰ লগে লগে ঘুৰি ফুৰে, বৈজনাথে যি কৰে তাকে কৰে।

যুগ্লীকৰে ক'লে, “দিনকেইটা কিন্তু বেচ্ স্ফূৰ্তিত গ'ল।সেইটো মানি ল'বই লাগিব। কি ক'ব, গোলাম ?....এটা কথা কিন্তু ভাবিলে মোৰ আচৰিত লাগে—আমাৰকেইটাৰ মাজত ইমান দোস্তি হৈছিল কেনেকৈ ? প্ৰত্যেকৰে বেলেগ ৰুচি, বেলেগ ধাৰণা—তাৰোপৰি একোটাইঁত ৰাহুমূৰ্তি খং।... সৌ যে ইমৰান, এটা মস্ত বান্দৰ, সিতো ইয়ালৈ অহা তিনিমাহ হৈছে কি নাই অথচ নেদেখিলি আমাৰ মনত কেনেকৈ কামোৰ খাই ধৰিলেহি।”

"এইটো যুদ্ধৰ গান, যোগী যুদ্ধৰ গান।" লাহে লাহে যোৰাকি ইমৰানে ক'লে। "যুদ্ধৰ বেয়া গুণ যিখিনিয়েই আমাক লাগে, এটা ভাল ফল আছে, সেইটো হ'ল বন্ধুত্ব। মৃত্যুৰ মুখলৈ একেলগে আগবাঢ়ি থিয় হৈ হৈ মানুহে পৰস্পৰৰ মনৰ আটাইবোৰ তলিলৈকে সোমাই যায়।... উঃ, বিনায়কক আজিও পাহৰিব নোৱাৰিলো পায়!!"

তাৰ পাছতে ইমৰানে কৈ উঠিল, "তহঁতক এটা কথা মই আজিলৈকে কোৱা নাই। বিহাৰীক কোনে খুন কৰিছিল মই জানিছিলো। মই তহঁতক এই কাৰণে কোৱা নাছিলো যে তহঁতে হত্যাকাৰীক মাৰি গুড়ি কৰি দিলিহেঁতেন—যদিও প্ৰকৃততে এই কাৰ্য্যৰ মূল আছিল গুলাব সিং।"

"গুলাব সিং! কিন্তু গুলাব সিংতো মৰিল?"

"নিশ্চয়। কিন্তু গুলাব সিঙে নিজ হাতেৰেতো বিহাৰীক খুন কৰা নাছিল—তাৰ প্ৰৰোচনাতে খুন কৰিছিল আইন এজনে। মোৰ কথা শুনহঁক, বিহাৰীক যি খুন কৰিছিল তেওঁ জন্ম-দুৰ্বৃত্ত নহয়, তেওঁৰ অসংখ্য সৎগুণ আছিল, কিন্তু ভাগ্যৰ দোষত গুলাব সিঙেই আছিল তেওঁৰ মস্তিষ্ক।"

"কোন তেওঁ?" গোলামে সুধিলে।

ভালে মন নিদি ইমৰানে কৈ গ'ল, "গুলাব সিঙৰ মৃত্যুৰ পাছত সেই খুনীক মই সামান্য বুজনিৰেই সৎপথলৈ আনিলো। যোৱা কালি আৰু আজিৰ গোটেই দিন তেওঁ হিন্দুস্থানৰ কাৰণে যুদ্ধ কৰি ফুৰিছে। খুব সম্ভৱ মৰণে তেওঁক শান্তি দিছে ইমান পৰে।......বিহাৰীৰ হত্যাকাৰীণী আছিল বিভিয়া।"

"বিভিয়া!!" সকলোৱে একেলগে চিঞৰি উঠিল।

"আমাক আগতে কেলেই নক'লি, ইমৰান?" যুগলীকান্তে সুধিলে।

"কাৰণ, যোগী, তহঁতে তেতিয়া এটি আমাৰো মুঁনাক কোনোমতে হেঁতেন।" ইমৰানে বিভীৰ চাই কোৱাবিলে।

এনেছত আস্পতালৰ ধাই এজনী ওলাই আহি সিহঁতৰ দলটোক লক্ষ্য কৰি সুধিলে, "ইয়াত মহম্মদ ইমৰান নামৰ কোনোবা আছেনে ? মহম্মদ ইমৰান ?"

কাষৰ জোকাৰি ইমৰান থিয় হ'ল। ক'লে, "ময়েই ইমৰান।"

"কোনোবা একনী মধুমতীক চিনানে তুমি ? মধুমতী ? মধুমতী বৰ্তমান সুস্থ হৈছে আৰু তোমাক লগ পাবলৈ বিচাৰিছে।"

থিতীটো পেলাই ইমৰানে ধাইজনীৰ পিছে পিছে গ'ল। দীঘল কোঠা এটাত থকা অসংখ্য বিচনাৰ চুকৰ এখনত গাৰুত তেজা দি মধুমতীয়ে ভৰি মেলি বহি আছে। তাইৰ হাতত আয়নাৰ পিলাচত খোঁৱাবৰণীয়া কিবা তৰল বস্তু এটা।

তাক দেখিয়েই তাই সুধিলে, "সিহঁতে এতিয়াও কিল্লা লোৱা নাই কিয় ?"

"লোৱা নাই নহয়, ল'ব পৰা নাই। কিন্তু সত্বৰ ৰাতি শেষ হোৱাৰ আগে আগেই সিহঁতে কিল্লা দখল কৰি পেলাব।" ইমৰানে তাইৰ বিচনাৰ একাষত বহিল।" গা কেনে পাইছ মাধু ?"

"খুউব ভাল। এইমাত্ৰ ভোক গুচাই কটী খালো। তুমি কিবা খালানে ?"

"উঁ। আজি ৰাতিয়েই আমি সকলো যাবহৈ লাগিব। বাজীচাহেবাৰ মতলব জানতো ? ৰাতি প্ৰায় দুই বজাত সকলো খাৰ-বাৰুদবে সৈতে ৰাণীমহাল জলাই দিয়া হ'ব, যাতে ফিৰিঙ্গীহঁতে ভাবে যে বাজীচাহেবাই আত্মহত্যা কৰিছে। সেই সময়তে লালমহালত বন্দীয়ে পুৰুষ বুৰুজবৰণৰা কাণ্ডৰিলী কামানেৰে ফিৰিঙ্গীলৈ গুলীয়াব, যাতে সিহঁতে আনফালে চকু দিবলৈ সময় নাপায়। সেই সুযোগতে বাজীচাহেবাই দলে বলে ঝাঁচীৰপৰা ওলাই কাল্পিৰ পিনে ঘোঁৰা চেকুৱাব।"

"মই সকলো গম পাইছো। আমাৰ আৰ্জুদিষ্ট ফৌজ কিমান আছেহঁগ ?"

"পাঠান, মকৰাণী, আফগানী সকলো মিলাই আমি প্ৰায় বাৰশ চোৰাৰী। আমাক বাঙ্গীচাহেবাই চাৰি শ চাৰি শকৈ তিনিটা দলত ভগাইছে। প্ৰথমে চাৰি শ অশ্বাৰোহীৰ লগত তেখেতে নিজে কিল্লাৰ বাহিৰ ওলাব। অলপ পাছত মোৰোপিন্ত তাস্বে আৰু লালভাও বক্সীৰ নেতৃত্বত দ্বিতীয় দল আৰু জৱাহিৰ সিঙৰ নেতৃত্বত তৃতীয় দলটো বেলেগে বেলেগে ওলাব।"

"আমি কোন দলত থাকিম ?" মধুমতীয়ে সুধিলে।

"তই বাঙ্গীচাহেবাৰ দলত থাকিবি। কাশী, মান্দাৰ, জুহী, ঝালকাৰী, সুন্দৰ, গঙ্গুবাই, হীৰা আদি বাঙ্গীচাহেবাৰ সখীয়েকবোৰ আছে নহয়—সিহঁতৰ লগে লগে ফুৰিবি অনবৰত। আমাৰ আনন্দ চাচা, বৈজনাথ আৰু যুগ্লীকবো সেই দলতে থাকিব। যি বিপদেই নহওঁক লাগে, যুগ্লীকৰে সদায় তোক ৰক্ষা কৰিব।"

"মোৰ ৰক্ষাৰ কাৰণে ভৰা নাই—কিন্তু তুমি নোযোৱা নেকি সেই দলটোত ?"

"মোৰ নাম আছে মোৰোপন্তৰ দলত। মোৰ আৰু গোলাম আলীৰ। আচলতে ঘটনাটো কি জান ? সকলোৰে ইচ্ছা যে বাঙ্গীচাহেবাৰ লগত যায়—সেই কাৰণে সেইটো দলত ভিৰ বেছি। আৰু কাকো আঁতৰাই সোমাবলৈও ভাল নালাগিল, জান। কাৰণ সেইবিলাকৰ প্ৰায় সকলোৰেই বাঙ্গীচাহেবাৰ পুৰণি দেহৰক্ষী। সিহঁতৰ জাত-ভাইহঁতে বাঙ্গীচাহেবাৰ কাৰণে লড়ি লড়ি প্ৰাণ দিছে, সিহঁতৰো একান্ত ইচ্ছা যে মৰবালৈকে তেখেতৰ কাষতে থাকিব।"

মধুমতীয়ে ক'লে, "কিন্তু মই বুজিব পৰা নাই ইহঁত কাঁচীৰ বাহিৰলৈ ওলাব কেনেকৈ ! শুনিছো আজিয়েই আবেলি ফিৰিঙ্গীক সহায় কৰিবলৈ অৰছা আৰু দতিয়াৰপৰা ফৌজ আহিছে। দীৱাকৰ কেউফালেতো আগীহাত আঁতৰে আঁতৰে তিনি শাৰীকৈ অংৰেজ প্ৰহৰী। চহৰৰ মাজতো যমদূতৰ দৰে ঘূৰি ফুৰিছে

ফিকিৰীবোৰ। ....জানো পায়, বাঙীচান্দেখাইহে জানে ভেখেতে কি কৰিব। কোন দৰৱাজাৰে যাব তেওঁলোক ?"

"ভাণ্ডাৰ। অ', শুন, ভাল খবৰ এটা আছে। গোলাম আলীয়ে কোনোবা এপাকত মোৰ বাকচটো ঘৰৰপৰা লৈ আহিছিলগৈ। তাত মোৰ টকা গোটেইখিনি আছে। হেৰা, এই টোপোলাটো, তোৰ হাতত ৰাখ, কেতিয়াবা বিপদত কামত আহিব—ইয়াত বাৰটা মোহৰ আছে।"

"তোমাৰ হাতত আৰু কিমান থাকিল ?"

"প্ৰায় সত্তৰটা মোহৰ আৰু সেই সোণৰ ঘড়ীটো।"

"কোৱা কি! ঝাঁচীলৈ আহোতে তোমাৰ হাতত ছশ পঞ্চাছটা মোহৰ আছিল!!"

ইমৰানে হাঁহি ক'লে, "খৰচ হৈ গ'ল, মাধু।"

"ছিঃ, কি অদ্ভুত ধোঁৱাখুলীয়া তুমি! এইখিনি মোহৰ ভালকৈ জোতাৰ ভিতৰত ভৰাই ল'বা।"

ধাই এজনী আহি সিহঁতৰ ফালে চাই আছিল। সেইফালে চাই মধুমতীয়ে ক'লে, "ব'লা, ইয়াৰপৰা অলপ ওলাই যাওঁ, সিহঁতে বেয়া পাইছে। আচলতে এইটো তিৰোতা ৰোগীৰহে কোঠা। ইয়াত মতা মানুহ সোমোৱাৰ নিয়ম নায়েই।"

"তই জানো খোজকাঢ়িব পাৰিবি ?"

"বাঃ, কিয় নোৱাৰিম ? আজি ৰাতিয়েই কাল্পিলৈ এশ দুই মাইল ঘোঁৰাৰ পিঠিত যাব নালাগিব জানো ? ব'লা।"

আস্পতালৰপৰা ওলোৱাৰ সময়ত ইমৰানে ক'লে, "এবাৰ কাল্পি পালেগৈ বহুত ভৰসা পোৱা যাব, মাধু। ঝাঁচীৰ পিছত এতিয়া কাল্পিয়েই আটাইতকৈ শক্তিশালী ঘাটি। কাল্পিৰ দুৰ্গত গোৱালিয়ৰ কণ্টিনজেণ্ট, কোটাহ কণ্টিনজেণ্ট, ৫২ নং বি.এন. আই., এবং বেঙ্গল ইৰেগুলাৰ কেভেলৰী আদি মিলাই এটা বিশাল

ভাৰতীয় বাহিনীয়ে তাঁতিয়া টোপী আৰু ৰাওচাহেবাৰ সৈতে অপেক্ষা কৰিছে। তাঁতিয়াই ভাত মাটিৰ তলৰ মেগেজিনত ৰাখিছে দহ হাজাৰ পাউণ্ড বিলাতী বাৰুদ। চৈধ্যটা কামান আৰু মর্টাৰ, চাৰিটা প্ৰকাণ্ড প্ৰকাণ্ড টোপখানা আৰু হাজাৰ ৰকমৰ যন্ত্ৰ-পাতি। বাকী চিপাহীবোৰে এতিয়াও দলে দলে কাল্পিলৈ আহিয়েই আছে।"

মধুমতীয়ে ক'লে, "মই আস্পতালৰ এই আহত ৰোগীবোৰৰ কথাহে ভাবিছো। ফিৰিঙ্গীৰ দয়াৰ ওপৰত সম্পূর্ণ নির্ভৰ কৰি ইহঁতক এৰি থৈ যোৱা হ'ব। প্ৰকৃত যুঁজাৰু জাতিয়ে জখম খোৰাক জীয়াই নাৰাখে আৰু জখম মানুহক আঘাত নকৰে। ফিৰিঙ্গীৰপৰা জানো সেইবোৰ আশা কৰিব পাৰি ?"

ইমৰানে হাঁহিলে।

যুগ্লীকৰহঁতৰ সন্মুখেদিয়েই সিহঁত পাৰ হৈ গ'ল। যুগ্লীকৰে পিছফালৰপৰা ক'লে, "সোনকালে আহিবি ইমৰান, আমি ইয়াতে বহি থাকিম।"

কিছু দূৰ গৈ ইমৰানে সুধিলে, "ক'ত বহিবি, মাধু ?

"ব'লা, কিল্লাৰ দেৱালৰ ওপৰলৈ যাওঁ।"

"ওহোঁ, তই বৰ দুর্বল হৈ আছ. ইমান কষ্ট কৰা ঠিক নহয়। তদুপৰি বাহিৰৰপৰা যেতিয়াই তেতিয়াই গুলী আহিয়েই আছে।"

"হওঁকনা, তথাপি ব'লা। চহৰৰ অৱস্থা এতিয়া কি হৈছে চাবলৈ বৰ মন গৈছে মোৰ।"

ইমৰানে আৰু আপত্তি নকৰিলে। কিছু সময়ৰ পাছত সিহঁতে গৈ দেৱালৰ ওপৰ পালে।

কিল্লাৰ ওপৰৰপৰা চহৰৰ বহু দূৰলৈকে দেখা পায়। চহৰৰ প্ৰত্যেকটো অঞ্চল জ্বলিছে।

"বেচ্ জ্বলাইছে ইহঁতে দেই।" মধুমতীয়ে ক'লে। "ইংৰাজ

সৈন্যবোৰ কিন্তু বৰ সাৱধান, ভালকৈ লুট নকৰালৈকে এটা ঘৰ জ্বলাবলৈকো মহা আপত্তি সিহঁতৰ। শিখবোৰো কম বুদ্ধিমান নহয়। চোৰা-কুঠৰী বিচাৰি উলিওৱাত ওস্তাদ সিহঁত—মজিয়াত পানী ঢালি দি য'তে পানী শুকায় ত'তে কোবেৰে খান্দি ধন উলিয়াই, বেৰবোৰত আঙুলিৰে টুকুৰিয়াই কাণ পাতি শুনে, কিজানিবা ভাত কিবা আছেই!"

ইমৰানে একো নমতা দেখি তাই ক'লে, "আজিৰ এই ভয়ানক গৰম সন্ধ্যাটোত সৌ লেলিহান জুইৰ দৃশ্যই মোৰ মনত কিন্তু নিচা জগাই দিছে।"

ইমৰানে চুটিকৈ ক'লে, "মোৰো।"

অলপ পাছত সি আকৌ ক'লে, "নীৰো নামৰ ৰোম দেশৰ এজন সম্রাটৰ কাহিনী যে কৈছিলো, মনত আছে?"

"অঁতো, ঠিক কৈছা ঝাঁচী চহৰখনক আজি জ্বলন্ত ৰোমনগৰৰ নিচিনাই লাগিছে।"

"আজি অলপ অলপ বুজিছো ৰোম-নগৰীৰ জুই লগা দৃশ্যই কেনেকৈ নীৰোক বীণাত নতুন সুৰ সৃষ্টি কৰিবলৈ প্ৰেৰণা দিছিল।...মোৰো আজি কিছুমান টুকুৰা-টুকুৰি ছবি মনত পৰিছে....মোহৰ আৰু অলঙ্কাৰৰ জন্‌জননি, বাঈজীৰ ছন্দৰে বন্ধা নাচোনৰ খোজ, নামী ওস্তাদৰ অপ্ৰচলিত সুৰৰ লহৰ...। মাখন-কোমল শৰীৰ লাস্যময়ী চাকী, কাষৰ কাচৰ পিয়লাত উপচি পৰা জাফৰান ৰঙৰ চিৰাজী...."

মধুমতীয়ে কৈ উঠিল, "অ', তোমাৰ আকৌ এনেকুৱা কথা মনত পৰিবলৈ হ'ল কি?"

"এইবোৰ ডাল-পাত হিচাপেহে", ইমৰানে ক'লে, "আচলতে মোৰ মনত পৰিছে এটা সৰু ল'ৰাৰ কথা। বয়স ধৰ দহ-বাৰ বছৰ হ'ব, চৈধ্য বছৰো হ'বগৈ পাৰে। সিহঁতৰ ঘৰৰপৰা আধা

আইৰিমান আঁতৰেদি গৈছিল কোম্পানীৰ ৰেলৰ নতুন লাইন। কলিকতাৰপৰা এলাহাবাদেদি, লাহে লাহে গোটেই ভাৰত বিয়পি পৰিবলৈ আৰম্ভ কৰিছিল সেই লাইনটো। ....সেই ল'ৰাটোৱে কাৰো লগত নেখেলিছিল, সদায় সেই ৰেল-লাইনৰ কাষত বহি ধুম-ধাম শিলগুটি দলিয়াইছিল, কেতিয়াবা যদি চিৰিত শিলগুটি লাগি জুই উঠিছিল, সি আক্ৰোশেৰে আৰু বেছিকৈ শিলগুটি দলিয়াইছিল ইমানেইতো ঘটনা!"

"আক্ৰোশটো কিহৰ?"

থমকি ৰ'ল ইমৰান। "সেইটো ঠিককৈ ক'ব নোৱাৰো। হয়তো কিছুমান ঠেক বন্ধা গণ্ডীৰ মাজত সোমাই থাকি অসহ্য হৈ উঠিছিল তাৰ প্ৰাণটো। সেই ল'ৰাটোৰ মনত আকাশখন বৰ চাপৰ যেন লাগিছিল, পৃথিৱীখন বৰ ঠেক যেন লাগিছিল— সি উশাহ লোৱা বতাহখিনিও যেন আছিল কেনেকুৱা সেমেকা আৰু আৱদ্ধ। বহুতো কিবা-কিবিৰপৰা মুক্তি বিচাৰিছিল সি, ........ধন-সম্পত্তিৰপৰা, প্ৰতিপত্তিৰপৰা, বন্দী ব্যক্তিত্বৰপৰা, পৰাধীন চিন্তাধাৰাৰপৰা। সি আৰু তাৰ পৰিয়ালৰ মানুহবোৰ যেন সোণৰ সজাত সোমাই থকা এযুৰি চৰাই। তাৰ ভিতৰত থকা সোৱাদ খাদ্য খাই প্ৰত্যেকেই আনন্দত মতলীয়া হৈ নাচিছে, একমাত্ৰ সিয়েই মাথোন চট্‌ফটাই ফুৰিছে, পৰাধীনতাৰ অসহ্য আক্ৰোশত।"

"তুমি কাৰ কথা কৈছা, ইমৰান—ভাঙি কোৱানা?"

"মোৰ এটা পুৰণি বন্ধুৰ কথা। তাৰ নাম ৰাজ। ৰাজৰ দেউতাক আছিল প্ৰবল প্ৰতিপত্তিশালী মানুহ, ছয়-সাতখন জমিদাৰীৰ মালিক। তেওঁৰ যিমান সোণ আছিল তাৰে পৃথিৱীৰ আটাইতকৈ ধনী মানুহটোকো কিনিব পৰা গ'লহেঁতেন। কিন্তু তেওঁৰ সোণতকৈয়ো বেছি বিখ্যাত আছিল তেওঁৰ অত্যাচাৰ।

বক্তিছুখন গাঁৱৰ মানুহে তেওঁৰ নামত থৰ্ থৰ্কৈ কঁপিছিল। অত্যাচাৰ আৰু প্ৰতিশোধৰ প্ৰতি এটা আন্তৰ আকৰ্ষণ লৈয়েই যেন ৰাজৰ দেউতাক পৃথিৱীলৈ আহিছিল।...... এটা ঘটনা ৰাজৰ এতিয়াও মনত পৰে। এবাৰ তাৰ মাকৰ সম্পৰ্কীয় এজন দৰিদ্ৰ বুঢ়া মানুহ ৰাজহঁতৰ ঘৰলৈ আহিছিল। তেওঁ উভতি যাবৰ দিনা ৰাজৰ দেউতাকৰপৰা বিদায় ল'বলৈ যাওঁতে ৰাজৰ দেউতাকে নায়েবক মাতি দুই হাজাৰ টকা তেওঁৰ হাতত দিয়ালে। বৃদ্ধ সম্বন্ধীয়া জনে বিব্ৰতভাৱে যেতিয়া সুধিলে যে তেওঁক কিয় টকা দিয়া হৈছে, ৰাজৰ দেউতাকে ক্ৰূৰ হাঁহি এটা মাৰি ক'লে, সুদা হাতেই যেতিয়া কুটুমৰ ঘৰলৈ আহিলে বিয়ৈ, যাবৰ সময়তভো অন্ততঃ কিবা এটা হাতত লৈ যাওঁক!"

"ৰাজহঁতৰ ঘৰ ক'ত আছিল, ইমৰান ?"

"অযোধ্যা প্ৰদেশত। বিশাল ঘৰ-বাৰী, ভাত বিলাস আৰু বাসনাৰ যেন অন্ত নাই। প্ৰকাণ্ড কৃত্ৰিম পুখুৰীত পদুম, ভেটফুল আৰু ৰঙা-নীলা মাছ, তাৰ কাষৰে বিৰাট জলসা-ঘৰত সন্ধ্যাৰ-পৰাই বয় চাকী, চিৰাজী আৰু সুৰৰ জোৱাৰ। ৰাজহঁতৰ ঘৰৰ খোৱা পানীটোপাও কলিকতাত পৰিস্কৃত হৈ আহে, সিহঁতৰ কাপোৰ চিলায় ফৰাছী দেশৰ দৰ্জীয়ে। ঘৰৰ চাৰিটা ল'ৰাক ছটা ভাষা শিকাবৰ কাৰণে বাৰজন গৃহ-শিক্ষক, তাৰে ছজন ইংৰাজ আৰু ছজন ফৰাছী শিক্ষক। ৰাজৰ দেউতাকৰ নিজস্ব ব্যৱহাৰৰ কাৰণেই আছিল দহটাকৈ দুইডিছ ঘোঁৰা।"

"বাঃ, অসম্ভৱ ধনী নহয়নে ?"

"ভাৰতীয় আৰু বৃটিছ দুয়োবিধ অভিজাত্য মিলাই এটা অবিশ্বাস্য পৰিয়াল। ৰাজৰ কিন্তু একোকেই ভাল নালাগিছিল। ভাল লাগিছিল মাথোন এটা বস্তু। সেই জলসা-ঘৰটো। দেউতাকৰ বাহিৰে সেই ঘৰলৈ আন কোনেও যোৱাৰ নিয়ম

নাই, কিন্তু পিছফালৰ খিৰিকীৰ বাহিৰত লুকাই লুকাই ৰাজে সদাই শুনিছিল কোনো বাইজীৰ মমতা ভৰা সুৰৰ ঠুংৰী, কোনো ওস্তাদৰ সূক্ষ্ম ৰাগৰ অব্যক্ত বেদনাভৰা বিস্তাৰ।........ তাৰ বাহিৰে বাকী সময়খিনি সি সদায় সেই ৰেল-লাইনৰ কাষত বহিয়েই কটাই দিছিল, মনৰ ভিতৰত জমা হৈ থকা আক্ৰোশখিনিৰ উপশম কৰিছিল এটা এটাকৈ শিলগুটি দলিয়াই।"

এটা এটাকৈ ৰাজৰ কথাবোৰ মনত পেলাই পেলাই কৈ গ'ল ইমৰানে। ".. আৰু কত অদ্ভুত কথা, কত অদ্ভুত কাহিনী। তাৰ পাছত এটা দিন আহিল যেতিয়া ৰাজে ওঠৰ বছৰৰ দেওনা পাৰ হ'ল, তাৰ বিশৃঙ্খল ভাববোৰে এটা দৃঢ় পন্থা বিচাৰি পালে। সিমান দিনে ভাৰতৰ বুদ্ধিজীৱি মানুহৰ সমাজতো নতুন চিন্তাৰ উদয় হৈছে। মানুহে আগ্ৰহেৰে পঢ়িছে 'এইজ্ অব ৰিজন্চ্', 'ৰোড টু ফ্ৰিডম' আৰু অন্যান্য বিপ্লৱী গ্ৰন্থ। ইয়াৰ ভিতৰতে এটা অদ্ভুত ঘটনা ঘটিল। ৰাজৰ দেউতাকে হঠাৎ এদিন জলসা-ঘৰৰ দুৱাৰত তলা লগাই তীৰ্থ কৰিবলৈ গুচি গ'ল। কেদাৰ বদৰীৰ বৰফৰ ৰাজ্যত তিনি মাহ থকাৰ পিছত তেওঁ যেতিয়া আকৌ উভতি আহিল, লগত ৰাজহঁতৰ কাৰণে লৈ আহিল এটা ভয়ঙ্কৰ বিস্ময়। ঘৰ পোৱাৰ দিনা ৰাতি চাৰিটা পুতেক আৰু সিহঁতৰ মাকক একেলগে বহুৱাই লৈ তেওঁ ক'লে, 'উত্তৰ ভাৰতৰ সকলো মানুহেই মোক চিনি পায় এক অত্যাচাৰী অৰ্থলোভী ভয়ঙ্কৰ নৰপিশাচ হিচাপে। কিন্তু মনত ৰাখিবা যে চৰম ভোগী মানুহেহে চৰম ত্যাগ কৰিব পাৰে, চৰম অত্যাচাৰীজনে দেখুৱাব পাৰে চৰম দয়াৰ নিদৰ্শন। যি একালত দেশৰ সমূহ ক্ষতি কৰিছে, বুকুৰ তেজ ঢালি সি দেশৰ ঋণ শোধ কৰিব অন্য কালত। কাৰণ পৃথিৱীৰ চৰম মানৱীয় গুণবিলাক ধাৰণ কৰাৰ শক্তি সাধাৰণ নিৰীহ মানুহৰ নাই,—তাৰ কাৰণে লাগে চৰম স্বভাৱৰ মানুহ।'

"ৰাজহংতৰ আতঙ্কিত চকুৰ আগত তেওঁ নায়েবৰ লগত লিখা-পঢ়া কৰি গোটেই জমিদাৰী বত্রিছ খন গাঁৱৰ ৰাইজৰ মাজত টুকুৰা-টুকুৰিকৈ বিলাই দিলে। ঘৰত-ওপজা এহাল বন্দী-বেটীৰ বাহিৰে আন সকলো চাকৰ-নাকৰক ঘৰৰপৰা বিদায় দিলে। তাৰ পাছত সকলো বিদেশী আচবাব-পত্র, বিদেশী কাপোৰ-কানি চোতালত দ'ম কৰি তাত জুই লগাই দিলে। তেওঁৰ নির্দেশ মতে ৰাজ, ৰাজৰ মাক, ভায়েক আৰু দুটা ককায়েকে সেই জুই স্পর্শ কৰি শপত গ্রহণ কৰিলে যে শৰীৰত শেষটোপা তেজ থকালৈকে তেওঁলোকে ভাৰতত বৃটিছ শক্তিৰ প্রতিষ্ঠাৰ বিৰুদ্ধে যুদ্ধ কৰিব।

"সেই দিনা ৰাতিৰপৰাই ৰাজহংতৰ পৰিয়ালে বৃটিছ চৰকাৰে আগবঢ়োৱা সকলো সুখ আৰু সমৃদ্ধিক ঘৃণাৰে নেওচা দি সাধাৰণ মানুহৰ লগলৈ নামি আহিল। অযোধ্যাত বৃটিছ চৰকাৰ তেতিয়া সুপ্রতিষ্ঠিত। খবৰ পাওঁতে তেওঁলোকৰ অলপ দেৰী হৈছিল, কিন্তু কর্তব্য পালন কৰোতে সামান্যতম দেৰী হোৱা নাই। বিশ্বস্ত জমিদাৰৰ অদ্ভুত আচৰণত হতভম্ব হৈ পৰাৰ ভাবটো শাম কটাৰ লগে লগেই তেওঁক ল'ৰা-তিৰোতাৰে সৈতে বন্দী কৰা হ'ল। বিচাৰত প্রমাণ হ'ল তেওঁলোক গোটেই পৰিয়ালটোৱেই ৰাজদ্রোহী। ন্যায়ালয়ে চাৰিওটা পুতেক আৰু বাপেকৰ ওপৰত ফাঁচীৰ হুকুম দিলে।"

পালত হাত থৈ কথা শুনি শুনি মধুমতীয়ে হঠাৎ মাজতে কৈ উঠিল, "ইমৰান, ৰাজৰ দেউতাকৰ নাম আৰু কি?"

"—শেখৰ।"

"চন্দ্রশেখৰ। শেঠ চন্দ্রশেখৰ?"

"হুঁ।"

"ভাৰতৰ সর্বশ্রেষ্ঠ ধনী চন্দ্রশেখৰ? তুমি আগতে কোৱা নাছিলা কিয়? শেঠ চন্দ্রশেখৰৰ আত্মাহুতিৰ কথা ভাৰতবর্ষত কোনে নাজানে! আৰু তেওঁৰ পুতেক ৰাজ—শেঠ ৰাজশেখৰ তোমাৰ বন্ধু॥"

"হু । ৰাজক মই মাত্র এবছৰ লগ পাইছিলো ।"

"কি অদ্ভুত—ইমৰান । তুমি কি সাংঘাতিক মানুহ ! শেঠ ৰাজশেখৰ তোমাৰ বন্ধু । অথচ ইমান দিনে মোক কোৱা নাছিলা কিয় ?"

"ক'বলৈ মানা আছিল, মাধু । এতিয়াও তই এই কথাটো আন কাকো নক'বি । মীৰাটত থকা বছৰটোত মই ৰাজক লগ পাই আছিলো । মীৰাট এৰাৰ পিছত আৰু তাৰ লগত দেখা-দেখি হোৱা নাই । ....ৰ'বি, আগতে মই কাহিনীটো শেষ কৰি লওঁ ।"

ইমৰানে কৈ যাবলৈ ধৰিলে । "১৮৫০ চনৰ ২১ জানুৱাৰী । সেই দিনা লক্ষ্ণৌ চহৰৰ জনাকীর্ণ মহল্লা হজৰত গঞ্জৰ প্রকাশ্য ৰাজপথত শেঠ চন্দ্রশেখৰক আটাইতকৈ সকপুতেকৰে সৈতে পিঠিয়া-পিঠিকৈ বান্ধি কামানৰ আগত উৰুৱাই দিয়া হ'ল । তেওঁৰ মৃত্যুৰ দৃশ্য চাবলৈ জোৰকৈ ধৰি অনা ল'ৰা-তিৰোতাৰ কালে চাই চন্দ্রশেখৰে শেষ মুহূর্তত চিয়ঁৰি উঠিছিল, 'ৰাজ ! তুইঁতে বেজাৰ নকৰিবি ! যি গচ বন্তি আমি জ্বলাই গ'লো সি কেতিয়াও নুনুমায় ।'

"সেই নিদাৰুণ দৃশ্যৰ পিছৰ দিনা ৰাতি ৰাজ আৰু তাৰ দুয়ো ককায়েকক পহৰা দিয়া চন্তৰী চাৰিটাই জেলখানাৰপৰা মুকলি কৰি দিলে । পিছ দিনা চাৰিওটা চন্তৰীৰ ফাঁচী হৈ গ'ল, কিন্তু ৰাজহঁতক কোনেও ধৰিব নোৱাৰিলে । ৰাজৰ ককায়েক দুটাই বেবেকপুৰৰ কালে পলাই গৈছিল । তাৰ পাছত সিহঁতৰ খবৰ আৰু কোনেও পোৱা নাই । তিনিও ভাই-ককাইৰ মাজত কথা আছিল যে সিহঁতে বেলেগ বেলেগ সন্ত্রাসবাদী কার্য্য আৰম্ভ কৰিব আৰু সিহঁতে ভাৰতৰ য'তেই নাথাকক কিয়, সদায় কুম্ভমেলাৰ সময়ত প্রয়াগত পৰস্পৰৰ লগত দেখা কৰিবই । কিন্তু ৰাজে এতিয়ালৈকে তিনিবাৰ কুম্ভমেলালৈ গৈয়ো ককায়েকহঁতক দেখা নাপালে ।

"সদাশয় বৃটিছ চৰকাৰে চন্দ্ৰশেখৰ আৰু তেওঁৰ পুত্ৰৰ দেহাৱশেষখিনি টোপোলা বান্ধি বাজৰ মাকৰ ওচৰলৈ পঠিয়াই দিছিল। বাজৰ মাকে সেই দৃশ্য সহ্য কৰিব পৰা নাছিল, হৃৎযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ তিনি ঘন্টাৰ ভিতৰতে তেওঁৰ মৃত্যু হৈছিল। বাজ পলাইছিল মধ্য ভাৰতৰ কালে। কিছু দিন অনাই বনাই ঘূৰি ফুৰাৰ পাছত সি দেখিলে তাৰ জীৱন একেবাৰেই নিৰাপদ নহয়। কাৰণ বৃটিছ চৰকাৰে সিহঁত তিনিও ভাই-ককাইৰ প্ৰত্যেকৰে মূৰৰ কাৰণে মোটা পুৰস্কাৰ ঘোষণা কৰিছে। এনেতে সি এদিন সম-বয়সীয়া আধামৰা মানুহ এটা লগ পালে যাৰ বাপেক কোনো এখন চহৰত কোনো এজন দেশীয় বজাৰ চিপাহী আছিল। বাজে সেই মানুহটোৰ নাম, ঠিকনা আৰু ঘৰৰ প্ৰত্যেকটো খবৰ পুঙ্খানুপুঙ্খ ৰূপে সুধি ল'লে। মানুহটোৰ মৃত্যুৰ পিছত তাৰ নাম লৈ বাজে মীৰাটৰ বৃটিছ-ফৌজত যোগ দিলেগৈ।

"মীৰাটৰ বিদ্ৰোহৰ সময়লৈকে বাজক মই মীৰাটত লগ পাইছিলো। ইমৰানে ক'লে। বিদ্ৰোহৰ গোলমালৰ পাছত আৰু তাক ক'তো দেখা নাই।"

মধুমতীয়ে সুধিলে, "তাৰমানে বাজে ছদ্মনামৰ লোৱাৰ পিছতহে তোমাৰ লগত বন্ধুত্ব হয়, নহয়নে ?"

"ওঁ। বাজৰ প্ৰকৃত পৰিচয় মোৰ বাহিৰে কোনেও নাজানিছিল। তয়ো এইবোৰ কথা কাৰো আগত নাভাঙিবি।"

যুগলীকৰৰপৰা খুজি অনা বিড়ীটো জেপৰপৰা উলিয়াই জ্বলালে ইমৰানে।

"কি অদ্ভুত কাহিনী!" মধুমতীয়ে ক'লে, "কথাবোৰ শুনি বাজক লগ পাবলৈ বৰ মন গৈছে।"

"যুদ্ধ শেষ হওঁকচোন বাৰু, নিশ্চয় লগ পাবি। ব'ল, এতিয়া নামি যাওঁ।" বিড়ীত দীঘলকৈ হোপা এটা মাৰি, ইমৰানে বহাৰপৰা উঠিল।

*

## চৌবিছ

চাবি এপ্ৰিলৰ শেষ ৰাতি টেলিগ্ৰাফ বিল্‌চৰ অবজাৰভেটৰী পোষ্টৰপৰা হিউৰ'জে খবৰ পালে যে এদল ভাৰতীয়ক উত্তৰ-পূৰফালে পলোৱা দেখা গৈছে। তেওঁক প্ৰকৃত খবৰ দিলে আহত ঘোঁৰা-চোৱাৰী এটাই; মৰাৰ আগে আগে সি গৰ্বৰে কৈ গ'ল, "মোক তুমি মাৰিলা চাহাব, কিন্তু ৰাণীচাহেবাক ধৰিব নোৱাৰিলা আৰু ধৰিব নোৱাৰাও!"

মাজনিশা কিল্লাৰ নিৰৱতা দেখি হিউৰ'জে আগতেই সন্দেহ কৰিছিল। এইবাৰ তেওঁ খণ্ডত চিয়ঁৰিবলৈ ধৰিলে। তেওঁৰ অনুপম পহৰাৰ কাৰণে এতিয়ালৈকে এটিও জীৱিত প্ৰাণী ঝাঁচীৰ-পৰা ওলাই যাব পৰা নাছিল, অথচ শেষ মুহূৰ্তত স্বয়ং ৰাণীয়েই দেখ দেখকৈ চাৰিশ চোৱাৰীৰে সৈতে চকুত ধূলি দি গুচি গ'ল। খণ্ডত হিউৰ'জে প্ৰত্যেক অফিচাৰক মাত্তি আনি অপদাৰ্থ, অকৰ্মণ্য বুলি লিখিব নোৱাৰা ভাষাত গালি পাৰিলে। অৱশেষত তেওঁ মেজৰ ফৰ্বেছ আৰু কেপ্টেইন ৰবিনছনক তিনিটা অশ্বাৰোহী দল আৰু কামান দি ৰাণীক অনুসৰণ কৰিবলৈ পঠিয়ালে।

ৰাতিপুৱা ভাণ্ডীৰৰ কাষত ৰাণীৰ দলটোক আকৌ দেখা গ'ল। ৰাণীক কাল্লিৰ পথত দৌৰাই পঠিয়াই বাকী দলটোৱে ইংৰাজ-বাহিনীক বাধা দিবলৈ অগুৱাই আহিল। বিৰাট অশ্বাৰোহী দলটোক লগত লৈ ভয়াবহ যুদ্ধ কৰিও চাৰিশৰো কম সৈন্যক ৰক্ষৰাব নোৱাৰি ফৰ্বছে আৰু ৰবিনছন বৰ হায়ৰান হ'ল। অৱশেষত তেওঁলোকে লেফ্‌টেনাণ্ট ডওকৰক দুশ অশ্বাৰোহীৰে সৈতে অইন ৰাস্তাইদি ৰাণীক ধৰিবলৈ পঠিয়ালে। কাল্লি-ৰোডৰ ওপৰত ৰাণীৰ লগত তেওঁৰ ভেটাভেটি হ'ল। ৰাণীৰ লগত মান্দাৰ, কাশী, মধুমতী, ৰঘুনাথ সিংহ, গুল মুহাম্মদ আৰু দহোটা মাথোন অশ্বাৰোহী। ই নাটক নহয়, ৰূপকথাৰ কাহিনীও

নয়হ—যে মুকলি ৰাস্তাৰ ওপৰত মাথোন দহটা আফগান-চোৰাৰীক এখোজো পিছুৱাব নোৱাৰিলে দুশ শিক্ষিত অশ্বাৰোহীয়ে। লেফ্‌টেনাণ্ট ডওকৰৰ লগত মুখামুখিকৈ যুদ্ধ কৰিছিল স্বয়ং ৰাণীয়ে। তৰোৱাল চালনাৰ বাবে ইংৰাজ সমাজত দস্তুৰমত খ্যাতি আছিল ডওকৰ চাহাবৰ। কিন্তু সেই দিনা ৰাণীৰ সন্মুখত তেওঁ অলপ সময়ো তিকিব নোৱাৰিলে। কঁকালত জখম লৈ তেওঁ ঘোঁৰাৰপৰা বাগৰি পৰিল। পিছত ডওকৰে তেওঁৰ ডায়েৰীত লিখিছিল, "ভাগ্যে মোৰ কঁকালত চামৰাৰ খাপত পিস্তলটো আছিল আৰু ৰাণীৰ তৰোৱাল তাতে লাগি ব'ল। নহ'লে সেই আঘাতত মোৰ দেহ নিমজকৈ দুটুকুৰা হ'লহেতেন।

আহত ডওকৰক লৈ হতোদ্যম ইংৰাজ বাহিনী উভতি আহিল। বাঙ্গীচাহেবায়ো কাল্পিৰ পিনে বেগাই ঘোঁৰা চলালে। তেওঁৰ লগত আছিল অৱশিষ্ট ডেৰ-শ চোৰাৰী।

সেই নিশা বাঙ্গীচাহেবা কিল্লাৰপৰা' ওলাই যোৱাৰ পাছত বাকী দুটা দলে কিন্তু ইমান সহজে ওলাব নোৱাৰিলে। জৱাহিৰ সিঙে চাৰি শ সৈন্য লৈ ওলাই যাওঁতে ঝাঁচীৰ ৰাস্তাত ধৰা পৰিল আৰু যুদ্ধ কৰি কৰি তাতেই সকলো সৈন্যৰে সৈতে মৰা পৰিল। আনফালে লালাভাও বক্সী আৰু মোৰোপন্ত তাম্বেৰ দলে চহৰৰ-পৰা ওলাব নোৱাৰি ৰাতিপুৱাৰ ফালে কিল্লাৰ পশ্চিমে থকা চাপৰ টিলা এটা অধিকাৰ কৰিলেগৈ। তাৰেপৰা চাৰিওফালে আগুৰি ধৰা মেজৰ গলচাহাবৰ বাহিনীক তেওঁলোকে তামাকাহা দেখুৱাই দিলে। অৱশেষত উপায়ন্তৰ হৈ হিউৰ'জে আৰু দুশ অশ্বাৰোহী আৰু পদাতিক সৈন্যক গলচাহাবক সহায় কৰিবলৈ পঠিয়াই দিলে।

টিলাৰ চাৰিওফালে ছাটি ধৰা অগণিত ফিৰিঙ্গীলৈ চাই লালাভাও, মোৰোপন্ত আৰু তেওঁলোকৰ চাৰিশ সৈন্যই বুজিলে যে এয়েই তেওঁলোকৰ শেষ যুদ্ধ।

ইমৰান আৰু গোলাম আলীও সেই দলত আছিল। অসমান যুদ্ধত যুঁজি আত্মঘাতী হোৱাতকৈ আত্মসমৰ্পণ কৰাৰ কথা গোলাম আলীক ইমৰানে কৈছিল। কিন্তু গোলাম আলীৰ কপালত ভেতিয়া গুলী লাগিছে। বিৰাট শৰীৰটোৰে মাটিত বাগৰি পৰোতে শেষবাৰৰ কাৰণে চিঞৰিছিল সি, "খবৰ্দাৰ ইমৰান, জানকী খ্যাৰ মাঙ্গো নেহী—নহ'লে হিন্দুস্থানৰ কাৰণে জান দিবলৈ আৰু মৌকা নাপাবা কেতিয়াও!"

ভয়াবহ যুদ্ধৰ পিছত ইংৰাজে যেতিয়া সেই টিলা দখল কৰিলে, এজন ভাৰতীয়ও তেতিয়া জীৱিত অৱস্থাত নাই। অৱশ্যে আধামৰা অৱস্থাত যি কুৰিটামান চিপাহী পোৱা গৈছিল, সিইতক ইংৰাজে পুৰি মাৰিছিল। পলাবলৈ সক্ষম হৈছিল মাত্ৰ লালাভাও, মোৰোপন্ত আৰু দুই-চাৰিটা চোৱাৰী।

ইমৰানে পলাই গৈ চহৰৰ ভিতৰতে পায়খানা এটাৰ ভিতৰত লুকাই আছিল পাঁচদিন। তাৰ পাছত সি চহৰৰ অলিয়ে-গলিয়ে লুকাই ফুৰিছিল। ঝাঁচী চহৰ তেতিয়া পলিত মৃতদেহেৰে ভৰ্তি। দহ এপ্ৰিলৰ পাছত হিউৰ'জে অবছা আৰু দঁতিয়াৰপৰা জাঙী অনাই আলিবোৰ কিছু পৰিষ্কাৰ কৰিছে যদিও চহৰ তেতিয়াও পুতি-গন্ধময়। ইতিমধ্যে ইমৰানৰ বাঁও ভৰিৰ সামান্য কটা ঘাঁ এটুকুৰাত মৰাশৰ বিষ সোমাই বিষাক্ত হৈ পৰিছে। অনেক কৌশলেৰে চহৰৰ বাজ হৈ পলাল ইমৰান, কিন্তু ঝাঁচীৰপৰা ন মাইল দূৰৰ ইংৰাজ চক্ৰীৰ হাতত সি ধৰা পৰিল।

তেতিয়া ঝাঁচীত বিচাৰৰ নামত এক বিৰাট প্ৰহসন আৰম্ভ হৈছে। প্ৰতি দিনেই পঞ্চছটাৰপৰা এশটালৈকে মানুহ ধৰি আনি ৰাণীক সাহায্য কৰাৰ অপৰাধত বিচাৰ কৰা হৈছে, মস্ত মস্ত অফিচাৰবোৰৰ সন্মুখত। অপৰাধীৰ উত্তৰ যিয়েই নহওঁক লাগে, ৰায় হৈছে মাত্ৰ এটা শব্দৰে, "লট্‌কাও"। লগে লগে দহ-বাৰটা

মাসুদক একেলগে গৰুৰ গাড়ীত তুলি জুকানবাগলৈ নি, পদুল ওলমি থকা চিপজৰীত মুৰবিলাক সুমুৱাই, ভলৰপৰা লাহেকৈ গাড়ীখন চলাই লৈ যোৱা হৈছে। নিৰবিচ্ছিন্ন কাঁচী আৰু 'লটকাও', 'লটকাও' ধ্বনিয়ে বহুতো ঘাটকৰ মনত বিৰক্তি আৰু স্নায়বিক দুৰ্বলতা আনি দিছিল। আনকি সপোনৰ মাজতো সিহঁতে জপিয়াই উঠি চিঞৰিছিল, "লটকাও—লটকাও!"

বহুতো অপৰাধীয়ে সেই বিচাৰ সভাৰ বিচাৰক বেইজ্জতিৰ আখ্যা দিছিল। ক'টৰ প্ৰশ্নৰ উত্তৰ দিবলৈ অস্বীকাৰ কৰিছিল বহুজনে। ইচ্ছাৰ বিৰুদ্ধে ক'টত থিয় হ'ব লগাত নিষ্ফল ক্ৰোধ আৰু আক্ৰোশত বহুতেই নিজৰ গালত নিজে চৰিয়াইছিল। ক'টত জোৰকৈ থিয় হ'ব লগাৰ ক্ষোভত বহুতেই নিজৰ গালত নিজে চৰিয়াইছিল।

ইমৰানক যিদিনা ক'টলৈ লৈ যোৱা হ'ল, সেই দিনাখনে লালাভাও আৰু মেৰোপন্তৰ বিচাৰ। তেওঁলোক ইতিমধ্যেই ধৰা পৰিছে. দঁতিয়া ৰাজ্যৰ আকোলা গাঁৱৰ তালুকদাৰে ধৰাই দিছে তেওঁলোকক।

মোৰোপন্ত তাম্বেই ক'টৰ আগত সংক্ষেপে নিজৰ সকলো কথা স্বীকাৰ কৰিলে, কিন্তু ক'লে যে তেওঁ যি কৰিছিল বা যি ভাবিছিল তাক এতিয়াও ন্যায়, সৎ আৰু মানৱীয় বুলিয়েই ভাবে।

লালাভাও বক্সীয়ে এটা প্ৰশ্নৰো উত্তৰ নিদিলে।

তেওঁলোকৰ লগত আন এজন চোৱাৰীয়ে ক'টক ক'লে, "মোৰ নাইবা মোৰ জাত-ভাইহঁতৰ বিচাৰ কৰিবলৈ তোমালোকৰ কোনো এক্তিয়াৰ নাই। মোক এখন তৰোৱাল দিয়া, আজাদশাহী যুদ্ধত হাৰি যোৱাৰ অপৰাধত মই নিজে নিজৰ প্ৰাণদণ্ড বিহিম।"

জুকানবাগত আন আঠজন অপৰাধীৰ লগত লালাভাও বক্সী আৰু মোৰোপন্ত তাম্বেৰ কাঁচী হৈ গ'ল। কাঁচী হোৱাৰ আগে

আগে এসময়ত ফিৰিঙ্গীৰ আনুগত্যত চাকৰি কৰা বুঢ়া চিপাহী এটাই চিঞৰি কৈছিল, "মোৰ হাত খুলি দিয়া, মই নিজ হাতে নিজৰ মূৰত ছুবাৰ জোতা মাৰিম। মই এই ফিৰিঙ্গীৰ নিমখ খাইছিলো কিয় ? আৰু খাইছিলোয়েই যদি, নিমখহাৰামী কৰা নাছিলো কিয় ? এই দুটাই মোৰ জীৱনত বৰ চৰমৰ ঘটনা—অন্য আৰু কোনো আফচোচ্ নাই !"

চিপজৰীত ডিঙি সুমাই অইন এটা চিপাহীয়ে চিঞৰিছিল, "মুল্‌কু বাহাদুৰ-শ্বাহ কা মুল্‌কু লছ্মীবাঈ কা, অম্মল শয়তান কা।

সেই দিনা গধূলি হৈ যোৱাৰ কাৰণে আন বহুতৰ লগতে ইমৰানৰো বিচাৰ স্থগিত থাকিল। ইমৰানে আগতেই জানিছিল যে তাৰ বিচাৰৰ বাবে সেই দিনা সময় নহ'ব। গতিকে বেচ্ আনন্দমনেই আছিল সি।

ৰখীয়াকেইটাই তাক নিবলৈ টানি টানি ক'লে, "ব'ল, গৰালত সোমাবিগৈ। তোৰতো কাইলৈ ছুটী ? তোকা ভাই ভইঁতৰ, ভইঁতেতো আৰু এই গৰমৰ বতৰত কাল্লিত লড়াই দিবলৈ এশ-দুই মাইল ৰাস্তা খোজকাঢ়ি যাব নালাগে।"

নয়া কেন্টনমেন্টৰ অস্থায়ী বন্দীশাললৈ সিহঁতে ইমৰানহঁতক লৈ গ'ল। পুৰণি চিপাহী-বেৰেক এটাক জেল হিচাপে ব্যৱহাৰ কৰা হৈছে। অকণ অকণ কুঠৰীবোৰৰ প্ৰত্যেকতে চাৰি-পাঁচটাকৈ কয়দী। প্ৰত্যেক দিনাই আগৰ কয়দীৰ ঠাই খালী হৈছে, নতুন কয়দী আহিছে।

যিটো কোঠাত ইমৰানক সুমুৱা হৈছে সেই কোঠাটো প্ৰকৃততে কিহৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল ঈশ্বৰে জানে। কোঠাটোৰ

পৰিসৰ ইমান ঠেক যে ভৰি মেলি বহিবলৈ দস্তুৰমত কষ্ট হয়, শোৱাৰতো প্ৰশ্নই নুঠে। তাৰোপৰি মহ। ইমৰানৰ ধাৰণা আছিল খাঁচাত মহ নাই। কিন্তু এতিয়া দেখিলে হুপৰীয়াৰ যিটো গৰমে মানুহ পৰ্য্যন্ত মাৰি পেলাব খোজে সেই গৰমতো এই মহকেইটা বেচ্ বাচি আছে।

মহৰ কামোৰ খাই খাই ৰাতিপুৱালৈ বাট চাইছিল ইমৰানে। পুৱতী নিশাতে যিটো চন্তৰীয়ে ডিউটি দিবলৈ আহে তাক ঘড়ীটো ভেটী দি থৈছিল সি। কথা আছিল চন্তৰীটোৱে ইমৰানক পলোৱাত সহায় কৰি দিব।

অৱশেষত চন্তৰীটো আহিল। আহিয়েই তাৰ প্ৰথম প্ৰশ্ন হ'ল, ঘড়ীটোৰ দাম কিমান ?

ইমৰানে ক'লে, অন্ততঃ দহ মোহৰ। চন্তৰীটোৱে ক'লে, সি বিশ্বাস নকৰে। কিছু সময় তৰ্ক কৰাৰ পাছত চন্তৰীটোৱে ক'লে যে সি ইমৰানক পলাবলৈ সুবিধা কৰি দিব, কিন্তু আগৰ চুক্তিমতে ধোঁৱা নিদিয়ে, আৰু সি ঘিণিকি বিণিকি দেখা হৈ থাকোতেই চিয়ঁৰি ছাউনিত জাননী দিব। ইমৰানে সুধিলে, তেনেহ'লে পলাবলৈ দিয়াৰ অৰ্থটো হ'ল কি ?

অৰ্থটো হ'ল-তাক আৰু টকা লাগে। স্পষ্টকৈয়ে ক'লে সি, ঘড়ীটোৰ বাহিৰেও ধোঁৱাৰ দামটো তাক বেলেগে লাগে।

অথচ আগৰ চুক্তিমতে এনেকুৱা একো কথা নাছিল। খাঁচাত মালিক নোহোৱা ধোঁৱা ইমানবোৰ ঘূৰি ফুৰিছে যে তাৰে এটা ধোঁৱা যোগাৰ কৰাটো কোনো কথাই নহয়। কিন্তু তেতিয়া আৰু তৰ্ক কৰাৰ সময় নাই। কেউপিনে পোহৰ হ'ল, ৰ'দ ওলায়হে ...গ। জোতাৰ ভিতৰৰপৰা আঠ-দহটা মোহৰ উলিয়াই ইমৰানে চন্তৰীটোক মাতিলে।

মোহৰ ল'বলৈ চন্তুৰীটো দুৱাৰৰ ওচৰলৈ অহা মাত্ৰকে ইমৰানে বিদ্যুৎ বেগেৰে দুই হাত লোহাৰ চিকৰ বাহিৰলৈ উলিয়াই তাৰ মুখ আৰু ডিঙিত চেপা মাৰি ধৰিলে। চন্তুৰীটোৱে বাধা দিবলৈ চেষ্টা কৰি কৰি অৱশ হৈ পৰিল। ইমৰানৰ লোহা যেন টান হাতৰ বান্ধোন অলপো ঢিলা নহ'ল। তাৰ ডিঙিৰেদি মাথোন গোঁ-গোঁকৈ শব্দ এটা ওলাবলৈ ধৰিলে। লাহে লাহে সেই শব্দটোও নাইকিয়া হ'ল। নেলুত বেছি জোৰে টেপা খোৱাৰ ফলত তাৰ চকু দুটা তেজেৰে ভৰি গ'ল, নাকৰ ফুটাৰেও তেজ ওলাল, তেতিয়া ইমৰানে তাৰ জেপৰপৰা চাবি উলিয়াই লৈ তাক হাতৰপৰা এৰি দিলে। মৰা শব দৰে তাৰ অজ্ঞান দেহটো ধপচ্‌কৈ মাটিত বাগৰি পৰিল।

দুৱাৰৰ তলা খুলি ইমৰান বাহিৰলৈ ওলাল। সিচঁৰতি হৈ পৰি থকা মোহৰবোৰ বুটলি আকৌ জোতাত ভৰালে। চন্তুৰীটোৰ জেপবোৰ খুচৰি চালে কিজানিবা সেই ঘড়ীটো পায়েই। ঘড়ীটো তাৰ জেপত নাই। তাৰ দেহটো কোঠাৰ ভিতৰলৈ চোচোৰাই নি ইমৰানে তাৰ পোছাকটো খুলি নিজে পিন্ধি ললে। তাৰ পাছত তাৰ দেহটো তাতে এৰি সি বাহিৰলৈ ওলাই দুৱাৰত তলা মাৰিলে।

এতিয়া আটাইতকৈ দৰকাৰী বস্তুটো হ'ল, এটা ঘোঁৰা। কিন্তু সেইটো বাক পিছতো হ'ব, সম্প্ৰতি ছাউনিৰপৰা ওলাই যাব পাৰিলেও হয়। কোনফালেদি গ'লে ছাউনিৰ বাহিৰ ওলাব পাৰি ইমৰানে উৱাদিহ নাপালে। শেষত সি যেই সেই এটা বাটেদি কোং-কোংকৈ যাবলৈ ধৰিলে। ছাউনিত এতিয়াও কোনো উঠা নাই। পুৱাৰ বিউগলো বজা নাই। চৰৰপৰা বাতিৰ চৌকিদাৰবোৰো উভতি অহা নাই কিজানি।

বাটটোৰে যোৰ এটা লোৱাৰ পিছতে ইমৰানে দেখিলে আতৰত লক কুঠৰী এটাৰ সন্মুখতে এটা সুন্দৰ ঘোঁৰা। জিন-

লেগাম লগাই সাজু কৰি থোৱা হৈছে ঘোঁৰাটো, যেন এইমাত্র কোনোবাই ভাত উঠিবহি। প্রথমতে ইমবানে ভাবিলে ঘোঁৰাটোত জপিয়াই উঠি চেকুৰ মেলা যাওক। তাৰ পাছত ভাবিলে, নহয়, কুঠৰীৰ ভিতৰত যদি কোনোবা আছে ঘোঁৰাৰ শব্দ শুনি চিয়ঁৰ-বাখৰ লগাই দিব; গতিকে সি হাতত সাৱে ভৰিত সাৱে কুঠৰীটোত কি আছে চাবলৈ সোমাল। দুৱাৰৰ কাণে পিঠি দি মেজৰ কাষত বহি মানুহ এজনে কিবা কৰি আছে। এনে অৱস্থাত কি কৰিব একো নভবাকৈয়ে ইমবান ভাত সোমাইছিল। একো নভবাকৈয়ে সি গৈ মানুহজনৰ মুখত চেপা মাৰি ধৰিলে। ধৰি উঠিয়েই সি চিনি পালে মানুহজন। মেলেন্স্‌বি চাহাব, ফিৰিঙ্গীৰ ছশ টকা দৰমহাৰ বিচালা-চিপাহী।

মুখত কমালেৰে সোপা দি মেলেন্সবিক চকীখনৰ লগত বান্ধিবলৈ ধৰিলে সি। নিপোটল শৰীৰ মেলেন্সবিৰ, ইংৰাজবিলাকে তেওঁৰ বাইচেপ-ট্রাইচেপ আৰু বহুতো কিবাকিবিৰ প্রশংসা কৰে। কিন্তু ইমবানৰ দুখন বলিষ্ঠ হাতৰ মাজত তেওঁ কেঁচুৱা ল'বাৰ দৰে অসহায় হৈ ৰ'ল।

মেলেন্সবিক চকীত কটকটীয়াকৈ বান্ধি ইমবানে স্পষ্ট ফৰাছী ভাষাত ক'লে, "বৰ দুঃখিত, মি. মেলেন্সবি, বৰ অসময়ত তোমাক আমনি কৰিবলগীয়া হ'ল। ফৰাছী বুজাত তোমাৰ একো অসুবিধা নহয়তো? মোৰ আকৌ ইংৰাজীৰ জ্ঞান বৰ দুর্বল। ফৰাছী ভাষা পৃথিৱীৰ লিংগ্যা ফ্রাংকা কাৰণে পার্থ্যমানে বিদেশীৰ লগত ফৰাছীয়েই কওঁ।"

মেলেন্সবিয়ে ডাটি খুৰাবলৈ লৈছিল, মেজৰ ওপৰত যন্ত্র-পাতিবোৰ সজোৱা আছে তেতিয়াও। ইমবানে নিজৰ গালত হাত দিলে। এইবাৰ তাড়িবে লৈতে বান্ধিব ওলালে ধৰা পৰাৰ ভয়েই বেছি।

"বেয়া নাপাবা, মি. মেলেন্সবি, তোমাৰ ডাঢ়ি-খুৰোৱা বস্তুখিনি অলপ ব্যৱহাৰ কৰোনে ?"

মেলেন্সবিয়ে তব্-তব্কৈ ইমবানলৈ চাই ৰ'ল। পৰা হ'লে তেওঁ চকুৰ চাৱনিৰেই ইমবানক ধ্বংস কৰি দিলেহেঁতেন।

চাবোন সানি তত্তাতৈয়াকৈ গালত খুৰ লগালে ইমবানে। মেলেন্সবিলৈ এবাৰ কেৰাহিকৈ চাই ক'লে, "তুমিতো অন্ততঃ এহেজাৰ ভাৰতীয়ক খুন কৰিছা, সঁচিয়ে মেলেন্সবি ? তোমাকো যদি এই অসহায় অৱস্থাত মই খুন কৰি থৈ গুচি যাওঁ ?… নালাগে থাওক, তুমি লাগে আকৌ মানুহৰ আগত বদনাম গাবা যে মোৰ স্বভাৱ-চৰিত্ৰ কচাইৰ নিচিনা।"

ধম্কৈ শব্দ এটা হ'ল। ঘূৰি চাই ইমবানে দেখিলে খণ্ডৰ বেগত উঠিবলৈ চেষ্টা কৰোতে মেলেন্সবি চকীৰে সৈতে মজিয়াত বাগৰি পৰিছে। ইমবানৰ ডাঢ়ি খুৰোৱা হৈ গৈছিল। লৰালৰিকৈ গালত পানী সানি মুচি সি চাহাবক চকীৰে সৈতে দাঙি পোনকৈ থলে। ক'লে, "সেইবোৰ কি কৰিছা ? নাপায়—মিছাকৈ জখম-তখম হ'ব। আচ্ছা চাহাব, বেয়া নোপোৱতো, যদি তোমাৰ ধোঁৱাটো অলপ ব্যৱহাৰ কৰো ? মই ইয়াৰপৰা এতিয়াই পলোৱাৰ দৰকাৰ, সেইটো তুমি নিশ্চয় বুজিছা। ধোঁৱাটোৰ বাবে ধন্যবাদ।"

সি যাবলৈ উঠিল। "অ', আৰু এটা কথা, ধোঁৱাটোক খাবলৈ নিদি মেমেৰা কৰিছা কিয় ? তোমালোকৰ চৰকাৰে চিপাহীক দৰমহা নিদিয়ে বাক নাই, সিহঁতে গাঁৱত বিয়া কৰিও শাহুৱেকৰ হাতে ভূসাজ খাই আহিব পাৰিব। চাপ্ৰাছী-অৰ্দালীৰ কাৰণেও বিশেষ ভাবিবলগীয়া একো নাই, জেপ-কটাৰ কৌশলটো সিহঁতে ছাউনিত সোমাওতেই বপ্ত কৰি লয়, গতিকে অনাহাৰত থাকিবলগীয়াত নপৰে অন্ততঃ। কিন্তু ধোঁৱাই, মেলেন্সবি ? ধোঁৱাইতো বিয়া কৰিবও নোৱাৰে, জেপ-কাটিবও নাজানে ?"

ইতিমধ্যে বিউগল বাজি গৈছে। বাহিৰত চিপাহীবোৰৰ অহা-যোৱাৰ শব্দ আৰু মাত-কথা শুনা গৈছে। মেলেন্সবিয়ে ৰব আশাৰে চাইছে সেইফালে।

ইমৰান বাহিৰলৈ ওলাল। সি গহীনভাৱে ঘোঁৰাটো বান্ধৰ-পৰা খুলি তাত উঠি বহিল। বাটেদি যাওঁতে সি যাকেই লগ পালে তাকেই চিনাকি মানুহৰ দৰে হাঁহি সম্ভাষণ জনাই গ'ল। তাক সন্দেহ কৰিবৰ কাৰো উপায় নাছিল— কাৰণ ছাউনিৰ শ শ চক্ৰবীৰ প্ৰত্যেকটোক কোনেও চিনি নাপায়। মুখখন চিকুণকৈ খুৰাই লোৱাৰ বাবে কাম হ'ল যথেষ্ট।

ছাউনি পাৰ নোহোৱালৈকে ইমৰানে অত্যন্ত সহজভাৱে লাহে লাহে ঘোঁৰা চলাই গ'ল। এবাৰ বাহিৰ ওলোৱাৰ পিছত সি ঝাঁচী-কাল্পি সড়কেৰে বিজুলী বেগেৰে যাবলৈ ধৰিলে। তাৰ অনুভৱ হ'ল যেন পিছফালে সি ঘোঁৰাৰ শব্দ শুনিবলৈ পাইছেই। সন্দেহ নাই যে তাক বিচাৰি এতিয়াই দিশে দিশে চোৱাৰী ওলাব। হয়তো ওলাইছেই। সাধাৰণ কয়দী এটাকে বিচৰাত ইমান কাৰবাৰ নহ'লহেঁতেন হয়তো। কিন্তু ইয়াত মেলেন্সবিক অপমান কৰাৰ কথাটোও আছে যে! এইবাৰ যদি সিহঁতে তাক ধৰিব পাৰে তেন্তে চাবুকেৰে গাৰ মাংস এৰখলা এৰখলাকৈ উঠাই তাক মাৰিব।

ইচ্ এই ঘোঁৰাটো যদি আস্ৰফ হ'লহেঁতেন? আস্ৰফ আৰু গোলামকন্তো একেলগে খুন কৰিলে সিহঁতে।....প্ৰাণপণে ঘোঁৰা দৌৰাবলৈ ধৰিলে ইমৰানে। আস্ৰফৰ নিচিনা টগ্‌বগ্‌কৈ কোনো ঘোঁৰায়ে দৌৰিব নোৱাৰে। এইটো ঘোঁৰা বৰ মেমেৰা। অবিৰাম চাবুক মাৰিবলৈ ধৰিলে ইমৰানে। সি নিৰ্দয়ভাৱে ঘোঁৰাটোৰ পাঞ্জৰত বাৰে বাৰে জোতাৰ তলৰ গজাল বহুৱাই দিবলৈ ধৰিলে।

কিছু দূৰ গৈ ৰাস্তা এৰি পথাৰত নামিল ইমৰান। পথাৰেদি যোৱাটোৱেই নিৰাপদ। কাল্পিক লক্ষ্য কৰি ক্ৰমান্বয়ে উত্তৰ-পুবফালে

যাবলৈ ধৰিলে সি। বাটত ব'বৰ উপায় নাই, ঝাঁচীৰপৰা বহুত মাইল দূৰলৈকে কিৰিঙ্গীৰ চৰীয়াবোৰে পিয়াপি দি ফুৰিছে।

প্ৰচণ্ড গৰম। মূৰৰ ওপৰত বহাগ মাহৰ জ্বলন্ত সূৰ্য্য। বুন্দেল-খণ্ডৰ পথাৰত এই সূৰ্য্যৰ তলত থিয়ৈ থিয়ৈ খেতিয়ক মৰে। ছুপৰীয়ালৈকে কোনো গাঁও-ভূঁই নাপালে ইমৰানে। তেতিয়াহে তাৰ ধাৰণা হ'ল যে সি হয়তো ৰাস্তা ভুল কৰিছে। নিজৰ কথা বাক বাদেই দিছে সি, ঘোঁৰাটোৰেও এতিয়ালৈকে পানী এটোপা খাবলৈ পোৱা নাই।

আবেলিৰ আগে আগে ঘোঁৰাটো মৰিল। মনটো বৰ সেমেকি গ'ল ইমৰানৰ। আগে-পাছে এনেকৈ ঘোঁৰা মৰা নাছিল তাৰ হাতত।

খোজকাঢ়িয়েই যাবলৈ ধৰিলে সি। তাৰ নিজৰ অৱস্থাও বৰ ভাল নহয় তেতিয়া। যোৱাকালিৰেপৰা পেটত একো এটা পৰা নাই বুলিয়েও হয়। কিছু দূৰ গৈয়েই খোৰাবলৈ আৰম্ভ কৰি দিলে সি। তাৰ বাঁওভৰিৰ বিষটো হঠাৎ যেন সহস্ৰগুণে বাঢ়ি গৈছে। তাৰ খোজবিলাক খুব দুৰ্বল আৰু লেহেম হৈ আহিবলৈ ধৰিলে।

বেলি পৰো পৰো হওঁতে যেতিয়া জংঘলেৰে ঘেৰা বিল এখনৰ পাৰ পালেহি ইমৰানে, তেতিয়া তাৰ চলনশক্তি আৰু একেবাৰেই নাই, অঙ্গ-প্ৰত্যঙ্গবোৰ অশক্ত আৰু শিথিল হৈ গৈছে। পোন্ধৰ হাত আগুৱাই গৈ পানী খোৱাৰ অৱস্থাও নাই তাৰ।

লাহে লাহে বগুৱা বাই নামি যাবলৈ ধৰিলে ইমৰানে। পানীৰ কাষ পাওঁতে বহুত সময় লাগিল তাৰ। আৰু এহাত দূৰতে পানী। নিৰ্মল মৰ্হাৰ্ঘ পানী। ইমান সাধাৰণ বস্তুটোকো এটা মূৰ্তিমান দুৰাকাঙ্ক্ষা যেন লাগিল ইমৰানৰ........। অথচ মাত্ৰ এহাত দূৰতে সেই পানী, মাত্ৰ এহাত দূৰত।

হঠাৎ পিছফালে খচ্‌কৈ এটা শব্দ শুনিলে ইমৰানে। চক খাই উভতি চালে সি।

তাৰ পাছতেই সি সেই দৃশ্যটো দেখিবলৈ পালে। তাৰ পিছফালে মাত্র দহ হাত দূৰত স্বয়ং মৃত্যুৰ দৰে থিয় হৈ আছে এটা প্রকাণ্ড ঢেঁকীয়াপতিয়া বাঘ! ইমৰানৰ পিনে এক দৃষ্টিৰে চাই চাই লাহে লাহে নেজডাল লৰাইছে সি।

ইমৰানৰ মনত তেতিয়া কি ভাব খেলাইছিল সি ক'ব নোৱাৰে। ভবাৰ শক্তি হয়তো তাৰ নোহোৱা হৈ গৈছিল। তাৰ দেহটো ইমান দুৰ্বল হৈ পৰিছিল যে জন্তুটোৰ ফালে চাওঁতে চাওঁতেই সি আধা-আধি শুই পৰিছিল মাটিৰ ওপৰতে।

ইমৰানে বাঘটোৰ ফালে সোঁহাতখন দাঙিলে লাহে লাহে, কি এটা যেন ক'বৰ চেষ্টা কৰিলে সি।........

তাৰ দুৰ্বল হাতখন মাটিৰ ওপৰত থপকৈ পৰি গ'ল।.... তাৰ পাছত আৰু একো ক'ব নোৱাৰে সি।

ইমৰানে যেতিয়া সাৰ পালে, তাৰ মূৰৰ ওপৰেদি খুব ধুনীয়া বতাহ এজাক বলিছে। চাৰিওপিনে অন্ধকাৰ। চকুৰ ওপৰত তৰা-বছা মুকলি আকাশ।

সি কাতি হ'বলৈ চেষ্টা কৰিলে। কিছুমান খেৰৰ ওপৰত শুই আছে সি! খেৰবিলাক যেন খুবকৈ দোল দি দি লৰিছে। গোটেই গাৰ গাঁঠিয়ে গাঁঠিয়ে বিষ। চকু দুটা পুৰিছে। মূৰৰ শিৰবিলাক কোচ খাই খাই গৈছে যেন। ডিঙিটো শুকাই কাঠ হৈ গৈছে।

ইমৰানে খুব কষ্টেৰে বাগৰ সলালে। ঠিকেই ভাবিছিল সি, এখন গৰু-গাড়ীৰ ওপৰত সি শুই আছে। গাড়ীৰ বাহৰ কাম্‌ভিবোৰৰ ফাঁকেদি তলত ওলমি থকা লণ্ঠনটো দেখা গৈছে।

গাড়ী চলাৰ তালে তালে লণ্ঠনটো দোল খাই খাই গৈ আছে। তাৰ পোহৰত ৰাস্তাৰ কংকৰসনা মাটিবোৰো দেখা যায়। গাড়ীৰ ঠিক তলেদি দুই চকাৰ মাজেদি গৈ আছে এটা নিপোটল ক'লা কুকুৰ।

ইমৰানে বাহৰ কামিত ঢকিয়াই শব্দ কৰি গাড়োৱানৰ দৃষ্টি আকৰ্ষণ কৰিলে। সি উঠি আহি তাৰ মুখত চৰ্হাইৰপৰা লাহে লাহে পানী বাকি দিলে। আকণ্ঠ পানী পি পিয়াহ পলুৱালে ইমৰানে।

"মই ক'ত ?" ক্ষীণ মাতেৰে সুধিলে ইমৰানে।

"মোৰ গৰুৰ গাড়ীত।" মানুহটোৱে ক'লে। "বিলৰ কাষত আপোনাক পৰি থকা পাই মই গাড়ীত তুলি লৈছিলো। আপুনি কি চিপাহী ?"

"হঁ। মোৰ গাত কোনো জখম নাইনে ?"

"ভৰিত কটা ঘাঁ এডোখৰ আছে। তাত বেয়া বিষ সোমাইছে। খুব সত্বৰ ভৰিখন কাটি পেলাব লাগিব।"

"অন্য কিবা জখম নাইনে ?"

"একো নাই।"

"তুমি মোৰ কাষত শ্যেৰ এটা দেখা নাইনে ?"

"শ্যেৰ ?? ক'তা! নাইচো!"

"একেবাৰেই দেখা নাই ?"

"একেবাৰেই নাই।"

ইমৰানে দীঘলকৈ উশাহ এটা ল'লে। "এই ঠাইখনৰ নাম কি ?" সি সুধিলে।

"ইয়াৰ কাষতে আমাৰ গাঁও, নাম কটৌৰী।"

"কটৌৰী ? কাল্লিৰপৰা কিমান দূৰত ?"

"তাতকৈ সোধক কাল্লি ইয়াৰপৰা কিমান দূৰত ? গোৱালিয়ৰ

বিমান দূৰ, কাল্লি তাতকৈ তিনিগুণ দূৰ। আপুনি বাক খিলৰ কাষত পৰি আছিলহি কেনেকৈ ? মই চহৰত ষেহ বেচিবলৈ গৈছিলো, আহোতে বাটত আপোনাক দেখিলো।”

“কোন চহৰ ?”

“ইত্রাড় ? মই একেবাৰে ওলোটা ৰাস্তাৰে আহিলো তাৰ মানে ?”

“আপুনি ক’ৰপৰা আহিছিল ?”

“পিছুত ক’ম বাক।”

ইমৰানৰ চকু টানি টানি ধৰিছিল। “পিছুত সকলো ক’ম বাক”, সি বাগৰ সলাই ক’লে। তাৰ পাছত সি গাঢ় টোপনিত লালকাল দিলে।

+

প্ৰায় দেড়মাহ-দুমাহৰ পাছৰ কথা।

ইত্ৰাড়ৰ কাষৰ অখ্যাত গাঁও এখনৰ সৰু মুচাফিৰখানা এটাৰ পিৰালিত বহি বিয়লি-বেলা জিৰণি লৈছিল ইমৰানে। সেই গৰু-গাড়ীৰ মালিকে ঠিকেই কৈছিল তাক, তাৰ ভৰিত বৰ বেয়া বিষেই সোমাইছিল। ভৰিখন কাটি পেলাবলগীয়া নহ'ল যদিও, দেড়মাহ ধৰি এই মুচাফিৰখানাৰ বিচনাত পৰি থাকিবলগীয়া হ'ল সি। তিন গাঁৱৰ বুঢ়া কবিৰাজে অনেক প্ৰযত্নেৰে তাৰ ভৰিখন বচালে। বুঢ়া কবিৰাজৰ চিকিৎসা আৰু এই মুচাফিৰখানাৰ মালিক-মালকিনৰ শুশ্ৰূষা। ভৰিখন অৱশ্যে এতিয়াও সম্পূৰ্ণ ভাল হোৱা নাই। তথাপি সি উঠি-লৰি ফুৰিব পাৰে, ঘোঁৰাত উঠিব পাৰিব বুলিও আশা কৰিছে।

জেঠমহীয়া বতৰ। অলপ আগতে এজাক বৰষুণ হৈ গৈছে। এতিয়া আকাশ মুকলি, টুকুৰা-টুকুৰি ডাৱঁৰবোৰ অ'ত ত'ত ওপঙি ফুৰিছে মাথোন। ....সন্ধিয়া হওঁ হওঁ। দূৰ দিগন্তত অস্ত-ৰবিৰ শেষ আঁৰমা। নতুন বৰষুণজাকে ধুই দিয়া কঁক পথাৰবোৰ পাৰ হৈ যিখিনিত দিগ্বলয়ৰ সীমাৰেখা আঁকি দিছে তাল আৰু নাৰিকল গছৰ শাৰীয়ে, সেইফালে চাই চাই উদাস হৈ গ'ল ইমৰানৰ মনটো। বহুতো ছবি তাৰ মনলৈ আহিল.... সদায়েই আহে। দিল্লী, ঝাঁচী,—ঝাঁচীৰ প্ৰথম দিনবোৰ।.... গোলাম আলী,—যাক সি ঘুচিয়াই দোস্ত কৰি লৈছিল। বিনায়ক, বিহাৰী, চৰফৰাজ, মুবাৰক........ভাৰ্গৱ? চাচা, বৈজনাথ, যোগী এতিয়াও আছে! সেই ডাক-চোৰাবীটোৱে জানো যোগীক বিচাৰি পাবগৈ?

পথাৰৰ মুংমুঙীয়া বাটেদি নতুন বোকাখিনি খচি খচি গৰুৰ জাক ঘৰলৈ উলটিছে। সিহঁতৰ পিছে পিছে গৰখীয়া ল'ৰা। তাৰে কোনোবা এটাই বাঁহীত বজাইছে বেসুৰা এটা সুৰ। পথাৰত নতুনকৈ কঠীয়া পৰা বেহুঁৰ আগবোৰ পধুলিৰ বতাহত কঁপিছে।........

চিনাকি মুখবোৰ এখন এখনকৈ মচ খাই গৈছে। চিনাকি ছবিবোৰ এটি এটিকৈ পাৰ হৈ গৈছে। নতুন নতুন মুখ, নতুন নতুন ছবি কোনোটোৱেই স্থায়ী নহয়। দিল্লীৰ ছবিখন মুচিবৰ ইচ্ছা নাছিল তাৰ, কিন্তু সিও মচ খাই গ'ল। কত আশা, কত বন্ধু, কত হাঁহি আৰু আবেগ। তথাপি দিল্লী মচ খাই গ'ল। এখন মুখ থাকি গ'ল নেকি? থাকি যাব নেকি?

কান্ধ জোকাৰি আত্মস্থ হ'বৰ চেষ্টা কৰিলে ইমৰানে। মিছামিছি বৰ দাৰ্শনিক দাৰ্শনিক হৈ পৰিছে সি আজিকালি। জীৱনটোক এটা সুযোগপূৰ্ণ সম্ভাৱনাৰ বাহিৰে অইন একো বুলি ভাবিব নোখোজে সি। অৱশ্যে সেই সম্ভাৱনাবোৰৰো এটা দৃঢ় গতিপথ আৰু ভবিতব্য আছে। ৰাঁচীত আক্ৰমণ হোৱাৰ পিছৰে পৰা নিজৰ জীৱনটোৰ কথাই সি ভাবিলে। প্ৰত্যেক খোজতে মৰণক আশা কৰি জীৱনটো একেবাৰে হাতৰ মুঠিত লৈ সি বাট বুলিছে। সি যে এতিয়াও বাচি আছে সেইটোৱেইতো প্ৰমাণ কৰে যে সুযোগ-সম্ভাৱনাবোৰৰো এটা নিজৰ গতিপথ আছে। ৰাঁচীৰ যুদ্ধত মৰা হাজাৰ-বিজাৰ মানুহৰ মাজত নমৰিল ইমৰান, অসংখ্য বিপদৰ মাজে মাজে পলাই ফুৰোঁতেও সি নমৰিল। বিচাৰৰ সময়ত তাৰ একে শাৰীতে থকা সন্মুখৰ মানুহটোৰো আনকি ফাঁচী হৈ গ'ল, সি কিন্তু ৰৈ গ'ল। ছাউনিৰপৰা পলাওঁতে সি নমৰিল, পথাৰত ৰৌদ্ৰাহত হৈ সি নমৰিল, পিয়াহত বুকু ফাটি সি নমৰিল, এনেকি সেই বাঘটোৰ সন্মুখত পৰিও.......

অদ্ভুত! বাঘটোৱে তাক নাখাই এৰি গ'ল কিয় বাৰু? নে সেইটো বাঘেই নাছিল....মনৰ ভ্ৰমহে?

নিজৰ অজ্ঞাতেই ধুনীয়া সন্ধিয়াটোলৈ উভতি আহিল ইমৰান। অকণমান মুচাকিৰখানাটোৰ মালকিনে চখ কৰি চোতালত সেউজীয়া ঘাঁহনি কৰিছে আৰু তাৰ কেউকাষে লগাইছে চম্পা, তগৰ আৰু বেলিফুলৰ গছ। সেউজীয়া লতাৰ জংঘলে জেওৰাবোৰ ঢাকি পেলাইছে, তাৰ মাজেদি বাহিৰৰ কক্ষ পৃথিৱী সহজে চকুত নপৰে। শান্ত নিৰিবিলি গাঁৱলীয়া পৰিবেশত হঠাৎ ইমৰানৰ অনুভৱ হ'ল হয়তো সেই সকলোবিলাক দুঃস্বপ্ন, হয়তো পৃথিৱীত যুদ্ধ নাই, কোনোকালেই নাছিল।........চকীখনত গাৰ ভৰ মুকলি কৰি দিলে সি। বৰ ভাগৰ লাগিছিল তাৰ। সাতাইছ বছৰীয়া জীৱনটোত হয়তো শ্ৰান্তি ক্লান্তি আহিল এইবাৰ। মালকিনৰ সৌ তগৰ ফুলৰ গছজোপা? আচৰিত, যুদ্ধৰপৰা ইমান আঁতৰত আছে ইহঁত! যুদ্ধ নাই, শান্তি আছে—প্ৰতিপত্তি নাই, নিৰাপত্তা আছে। এয়েইতো জীৱনৰ কাম্য মহাতীৰ্থ, স্বাধীন ভাৰতৰ অকণি মাটিত মুকলি আকাশৰ তলত স্নিগ্ধ শীতল জ্ৰাক্ষা আৰু ৰজনীগন্ধাৰে ঘেৰা অকণি এখন নিৰিবিলি সংসাৰ, তাত আৰু তৃতীয় কোনো নাই, মাথোন সি আৰু....সি আৰু.... আৰু?

প্ৰশ্নবোৰ জোৰেৰে জোকাৰি পেলাবৰ চেষ্টা কৰিলে ইমৰানে। তাৰ এই অনিশ্চিত জীৱনত সংসাৰ আৰু নাৰীৰ স্থান ক'ত? জীৱনত অন্য পন্থা বাছি লৈছে সি। সি ঈশ্বৰত বিশ্বাস নকৰে, সি ভাগ্যক বিশ্বাস নকৰে, কোনো অহেতুক ভাৱপ্ৰৱণতাৰ পক্ষপাতী সি নহয়। নিজৰ কৰ্মশক্তিত তাৰ অটুট আস্থা, দুঃসাহসিক আৰু অভিনৱ কামবোৰ তাৰ জীৱনৰ পণ। ভাৱপ্ৰৱণতা যদি সঁচাকৈয়ে কেতিয়াবা আহি যায় সি শায়ৰী

গায়, কবিতা পঢ়ে; মুৰ জোকাৰি জোকাৰি শুনে কোনো ওস্তাদৰ গান, কোনো বাইজীৰ ঠুংৰী আৰু টপ্পা. ঠুঁতৰিত হাত থৈ চায় কোনো তওয়ায়েফৰ নৃত্য।

কিন্তু তথাপি ক'ত কি যেন বাকী থৈ গ'ল। অদ্ভুত! এই সাতাইছ বছৰ বয়সত কিশোৰ-সুলভ ভাৱবোৰ তাৰ মনলৈ আহিবলৈ আৰম্ভ কৰিছে কিয়? ··কিন্তু,···ঠিকেই বৰ অকলশৰীয়া অনুভৱ কৰিছে ইমৰানে। জীৱনৰ কোনোবা এটা বাস্তাত সি বৰ অকলশৰীয়া। হয়তো ঈশ্বৰ বিশ্বাস কৰা হ'লেই ভাল আছিল, হয়তো ভাগ্য বিশ্বাস কৰা হ'লেই ভাল আছিল। হয়তো তাৰ জীৱনৰ শান্তি আৰু জিৰণিৰ বাবে এখন সংসাৰকেই চৰমভাৱে বিচাৰে সি। নিৰিবিলি এখন সংসাৰ···তাত মাথোন সি আৰু···সি আৰু ....?

ওহোঁ, খাঁটীত সেই বাত্তি কামানৰ কাষত লগ.পোৱা ছোৱালী-জনীয়েই মুৰটো খালে। তাইৰ সংস্পৰ্শই তাৰ ভিতৰত ইমান দিনে জোৰকৈ শুৱাই থোৱা মানুহ এটাক জগাই তুলিলে। নহ'লে কি তাৰ বিশ্বস্ত অনুচৰ আৰু বান্ধৱী, সেই নাৰীৰ কথা সি আজি এনেকৈ ভাবিব কিয়? ইমৰানে জানে, পুৰুষ.হিচাপে সি দেখিবলৈ ধুনীয়া। তাৰ জীৱনকালত বহুতো নাৰীয়েই অন্তৰঙ্গভাৱে তাৰ কাষ চাপিছে, ঘনিষ্ঠ হ'ব খুজিছে তাৰ লগত। কিন্তু ক'তা, আজিলৈকে কালৈকো উত্তপ্তি চোৱাৰ কথাতো তাৰ মনত নপৰে।ঌ.

হঠাৎ কাবোবাৰ ভৰিৰ শব্দ শুনা গ'ল। ঘূৰি চালে ইমৰানে, ইয়াচিন। মুচাফিৰখানাৰ মালিক।

"খাঁ-চাহাব, আপুনি কি আমীনক আকৌ বজাৰ কৰিবলৈ পঠিয়াই দিছিল?" ইয়াচিনে সুধিলে।

উত্তৰত মিচিকিয়াই হাঁহিলে ইমৰানে।

"কিয় লিখিছিল বাৰু, খাঁ-চাহাব ? সদায় সদায় ইমান খৰচ কৰাৰ কোনো অৰ্থ হয় ?" ইয়াচিনে আমজাদৰ সুৰত ক'লে। "বাৰিয়াই খুব খং কৰিছে, জানে !"

বাৰিয়া মুচাফিৰখানাৰ মালিকিনৰ নাম।

"কৈ থোক লাজ দিয়া কিয়, ইয়াচিন ?" ইমৰানে ক'লে, "তুমিতো জানা, তোমালোকৰ ধন মই একেবাৰেই শুজিব নোৱাৰো।"

"ওহোঁ, এইটো বৰ অন্যায়—বৰ অন্যায়। বিমানখিনি খৰচ কৰি আছে আপুনি, তাৰ সিকিভাগ খৰচেৰেও আপুনি খুব ভাল চৰাইখানাত থাকিব পাৰিলেহেঁতেন।" মুৰৰ পিছফালৰ চুলিখিনি খোঁহাৰিলে ইয়াচিনে।

"আপোনাৰ ভৰি কেনে পাইছে ?"

"খুব ভাল। এই ভৰিৰে মই এতিয়া দৌৰিবও পাৰিম। চিঠি দিয়া ল'ৰাটো আজি উভতি আহি পাব নেকি ?"

"যোৱা চাৰি দিনতো সদায়েই সি আহিব বুলি বাট চাই আছোঁ। সম্ভৱতঃ গোপালপুৰত সিহঁতক লগ নাপাই সি আকৌ উভতবলৈ গ'ল। আজি জকল আহিব।"

"তাকো, মানুহ পালেহে !! যাতে চিঠি লিখিছো তেওঁৰ পাত্তাই নাপালো ইমান দিনে ?"

যোৱা তেৰটা মাহৰ ভিতৰত বহুতো ঘটনা ঘটি গৈছে হিন্দুস্থানৰ বুকুত। ইমৰানে ঝাঁচী এৰাৰ পাছত বুৰঞ্জীয়ে বহু খলখেদাকৈ আগবাঢ়িবলৈ গৈ এঠাইত উজুটি খাই থমকি ৰৈছে। কাল্পি গৈ পোৱাৰ পাছত বাঈচাহেবাই তাঁতিয়া টোপী আৰু ৰাওচাহেবৰ সৈতে মিলিত হৈ নতুনকৈ যুদ্ধ সংগঠন কৰি প্ৰস্তুত হ'ল। বাঈচাহেবাৰ ইচ্ছা আছিল যে ইংৰাজে বিনা বাধাই আহি কাল্পি পাওক। [illegible]

কৰি দিবৰ কাৰণে তেওঁ আৰু তাঁতিয়া টোপীয়ে আগবাঢ়ি গৈ কুঁচ চহৰৰ কাষত ইংৰাজক আক্ৰমণ কৰিলে। হিউৰ'জৰ বাহিনীৰ অৱস্থা তেতিয়া শোচনীয়। বাস্তাৰ গছবোৰ আগতেই গাঁওবাসীয়ে কাটি থৈ দিয়াৰ ফলত সুদীৰ্ঘ বাস্তাৰি ক'তো ছাঁ পোৱা নাই ইংৰাজ সৈন্যই। শাক-পাচলিৰ অভাৱত বহুতেই স্কাৰ্ভি (Scurvy) ৰোগত ভুগিছে। কাষৰ গাঁৱৰ মানুহে শাক-পাচলি, গাখীৰ, ঘিউ, হাঁহ-কুকুৰা, পঠা, নেমু, ঘোঁৰাৰ ঘাঁহ আদি কেনেবাকৈ ইংৰাজক দিবলগীয়া হ'ব পাৰে বুলি আগতেই হয় সেইবোৰ নষ্ট কৰি পেলাইছে নাইবা ভাৰতীয় ছাউনিলৈ পঠিয়াই দিছে। ১২০°,১২৫° ডিগ্ৰী গৰমত যুদ্ধ কৰি শই শই চিপাহীয়ে সৰ্দি-গৰ্মিত ভুগি সামৰিক আস্পতালত পৰি আছিলহি, ৰৌদ্ৰাহত হৈ মৰিছিল ছিয়াল্লিচ জন ইংৰাজ।

তথাপি ভাৰতীয় দল হাৰিল। তাঁতিয়া টোপীৰ বিশ্বাসঘাতকতাই যুদ্ধক চৰম ব্যৰ্থতাত পৰ্য্যৱসান কৰিলে। যি সময়ত বাঙ্গচাহেবাই সুশৃংখলভাবে যুদ্ধ কৰি ইংৰাজ বাহিনীক ক্ৰমেই ছেদেলি-ভেদেলি কৰি পেলাইছিল, সেই সময়ত হঠাতে দেখা গ'ল তাঁতিয়া টোপী তেওঁৰ ঠাইত নাই। বাঙ্গচাহেবাৰ সৰ্বাধিনায়কত্ব মানিবলৈ টান পাই তেওঁ নিজৰ সকলো চিপাহীৰে সৈতে মনে মনে চিৰখাৰীলৈ গুচি গৈছে। সেই যুদ্ধত বাঙ্গচাহেবাই অভিনৱ নৈপুণ্যৰে সমগ্ৰ বাহিনীক ইংৰাজৰ হাতত নপৰাকৈ পশ্চাদপসৰণ কৰোৱাই লৈ আহিল। এনেকুৱা অদ্ভুত পশ্চাদপসৰণ হিন্দুস্থানত আগেয়ে কেতিয়াও কোনেও দেখা নাই হেনো।

এই খবৰবোৰ আজিকালি বুন্দেলখণ্ডৰ মানুহৰ মুখে মুখে। গাঁৱৰ মানুহবোৰবাই ইমবানে শুনিছে কথাবোৰ।

ছয় মে' তাৰিখে কুঁচৰ যুদ্ধ, বাইছ মে' তাৰিখে কাল্পিৰ যুদ্ধ। মাজত বহুতকৈ আৰু ঢেৰ কৰ্মকথা ঘটে। প্ৰত্যেক

যুদ্ধত বৃটিছ বাহিনী ক্ষতিগ্রস্ত হৈছে। কাল্পিৰ যুদ্ধত বাঈচাহেবা আৰু ৰাওচাহেবৰ লগত মিলিত হ'ল দুঃসাহসী বান্দাৰ নৱাব আৰু তেওঁৰ দুৰ্দ্ধৰ্ষ সৈন্যবাহিনী, লগত বাণপুৰ আৰু শাহগড়ৰ ৰজা। কিন্তু অকৰ্মণ্যতা, বুদ্ধিহীনতা আৰু বিশ্বাসহীনতা দেখুৱাবলৈ এইবাৰ পাল পৰিল ৰাওচাহেবৰ। যুদ্ধৰ আগবাতিলৈকে তেওঁ সৰ্বাধিনায়কত্ব পদৰ দাবীত তৰ্কাতৰ্কি কৰাত ব্যস্ত থাকিল। তাৰ পাছত যুদ্ধৰ চৰম মুহূৰ্ত্তত তেওঁ কোনো দললৈ সাহায্য নপঠিয়াই বহি থাকিল।

কাল্পিৰ যুদ্ধত চৰম পৰাজয়ৰ পিছত তম্বু, কামান, সকলো এৰি চৰম বিশৃঙ্খলতাৰ মাজত পলাইছিল বিপ্লৱী দল। অৱশিষ্ট কেইশমান মাত্ৰ সৈন্যই গছৰ তলে তলে বাতি কটাই অসহনীয় দুঃখ-কষ্টৰ মাজেদি লাহে লাহে শেৰঘাটিৰ ফালে আগবাঢ়িছিল। ইমবানে গাঁৱলীয়া ডাক-চোৱাৰী আৰু ভাৰাটীয়া পত্ৰ-বাহকৰ যোগেদি বহুবাৰ যুগ্‌লীকৰলৈ চিঠি দিবৰ চেষ্টা কৰিছে। কিন্তু সিহঁতৰ দলবোৰ ইমান সিঁচৰতি হৈ আছে যে কোনোৱেই যুগ্‌লীকৰক বিচাৰি পোৱাগৈ নাই। মধুমতী আৰু যুগ্‌লীকৰহঁতৰ বাচি থকাৰ খবৰটো পৰ্য্যন্ত সি আজিকোপতি নাপালে।

ইমবানৰ ধাৰণা আছিল ভাৰতীয় বিপ্লৱী দলে শেৰঘাটি নাইবা তাৰো পশ্চিমৰ জগৰমানপুৰৰ ঘাটেদি যমুনা পাৰ হৈ অযোধ্যাৰ ফালে যাব। মে' মাহৰ শেষৰ ফালে সি খবৰ শুনি অবাক হ'ল যে বিপ্লৱীবোৰে জালৌন পাৰ হৈ ক্ৰমেই পশ্চিমৰ ফালে আগবাঢ়িছে। তাৰ পাছত এদিন গোটেই বুন্দেলখণ্ডক বিস্মিত কৰি খবৰ বিয়পি পৰিল যে বিপ্লৱী দলে ধুমুহাৰ গতিত গোৱালিয়ৰ বোৱেডেৰে আগুৱাই যাব ধৰিছে। ইতিমধ্যেই বেৰিলীৰ ৰহিম আলী নামৰে অযোধ্যা-কেভেলৰীৰ আঠ-শ অশ্বাৰোহীৰে সৈতে বিপ্লৱীহঁতৰ লগ লাগিছেগৈ। যিমানেই আগবাঢ়িছে সিমানেই

সৈন্য-সংখ্যা বাঢ়ি গৈছে সিহঁতৰ। পশ্চাদ্ধাৱনকাৰী ইংৰাজ বাহিনী সিহঁতৰ কাষ পাবগৈয়ো পৰা নাই। আলিকাষৰ গাঁৱৰে সকলো খোৱা-বস্তু কিনি লৈ গৈছে বিপ্লৱীবোৰে। গাঁৱৰ মানুহে বিপ্লৱীবোৰৰ গতি-বিধি সম্পৰ্কেও ইংৰাজক কোনো সম্ভেদ দিয়া নাই। ইমান ভাঙি-ছিঙি গৈয়ো বিপ্লৱীবোৰে আকৌ দল বান্ধিলেগৈ কেনেকৈ? আচৰিত!!

ইমৰানে গাঁৱৰে ডেকা ল'ৰা এটাক পত্ৰ-বাহক কৰি পঠিয়াইছে এইবাৰ। সি প্ৰথমে গোপালপুৰলৈ যাব। তাৰ পাছত বিপ্লৱী দলে যদি ইতিমধ্যে আৰু আগবাঢ়িছে সি উত্তৰকালৰ জংঘলেদি গৈ গোৱালিয়ৰ সড়কত সিহঁতক লগ ধৰিব।

ইয়াচিন তেতিয়াও তাতে থিয় হৈ আছিল।

"খাঁ-চাহাবৰ নতুন কাপোৰ-সাজ ৰহিম দৰ্জিয়ে দি থৈ গৈছে—সি কাইলৈ হিচাপ দিবলৈ আহিব বাতিপুৱাই।" ইয়াচিনে ক'লে। আচ্ছা, খাঁ-চাহাব, এইটো কি সত্য যে দেশী-ভাইহঁতে গোৱালিয়ৰ আক্ৰমণ কৰিবলৈ এইফালে আহিছে?"

"গোৱালিয়ৰ?" ইমৰানে ভাবিলে, "ওহোঁ, সেইটো কেনেকৈ সম্ভৱ? গোৱালিয়ৰতো হাজাৰ হাজাৰ বিলাতী-মাৰ্কা চিপাহী আৰু কামান। তোমাক কোনে কৈছে?"

"নাই, এনেয়ে ঘুনুক-ঘানাককৈ গাঁৱত ওলাইছে। এইফালৰ গাঁওবোৰতো ফিৰিঙ্গীয়ে পিয়াপি দি ফুৰিছে! ভিন গাঁৱত ফিৰিঙ্গীয়ে যিহে কৰিলে আজি।"

"ভিন গাঁৱত? ফিৰিঙ্গী? কোৱা কি!"

"নক'ব হজুৰ, সিহঁতৰ অত্যাচাৰৰ কথা নক'ব আৰু। বিপ্লৱী বিচাৰি গোটেইখন চলাথ কৰি ফুৰিছে সিহঁতে। যাকে সন্দেহ কৰিছে তাকেই ফাঁচী দিছে—জোৱান-মৰ্দবতো কথাই নাই, ল'ৰা-বুঢ়াকো বাদ দিয়া নাই সিহঁতে। যোৱাকালি কিছুমান খেতিয়ক

আৰু গুৱালৰ হাতত নতুন পইচা পাই ফিৰিঙ্গীৰ তোষাখানা লুট কৰাত যোগ আছে বুলি কৈ সিহঁতক ফাঁচী দিলে। কিন্তু একেবাৰে বেকচুৰ আছিল, খাঁ-চাহাব, বিদ্ৰোহী খেদি যোৱা ফিৰিঙ্গীৰ আগৰ দলটোক শাক-পাচলি আৰু গাখীৰ বেচিয়েই সিহঁতে সেই পয়চা পাইছিল।"

অলপ বৈ ইয়াচিনে আকৌ ক'লে, "কাল্লিৰ যুদ্ধৰ সময়ত ফিৰিঙ্গীৰ চৰিয়া পালেই গাঁৱৰ মানুহে ধৰি পেলাইছিল। কৈছিল, 'হিন্দুস্থানৰ মানুহ হৈ হিন্দুস্থানীৰ বেইমানী কৰিছ?', আৰু এখন কাণ ফুটা কৰি তাত কড়ি পিন্ধাই পঠিয়াই দিছিল। এতিয়া ফিৰিঙ্গীয়ে তাৰ শোধ তুলিছে। কাৰো ইজ্জত সিহঁতে ৰখা নাই, ঘৰৰ ভিতৰত সোমাইও তিৰোতাৰ খানা-তালাচ কৰি চাইছে। তিনি গাঁৱৰ এডাল গছো সিহঁতে বাকী এৰা নাই—প্ৰত্যেক গছৰপৰা ফাঁচত মৰা-শ ওলমিছে। নাই—প্ৰত্যেকডাল গছৰপৰাই মৰাপাটৰ ফাঁচীৰ ৰছী ওলমিছে আৰু ফাঁচে ফাঁচে ওলমিছে ৰাশি ৰাশি মৰা শ।"

ইমৰানে একো নামাতিলে। মাখোন ক'লে, "তোমাক যে কৈছিলো ইয়াচিন, এটা ভাল জাতৰ দৌৰিব পৰা ঘোঁৰাৰ কথা। পালানে নাই?"

"হয়, এটা ভাল দৌৰবাজ ঘোঁৰা পাইছো, খাঁ-চাহাব। আপোনাক যিদিনাই লাগে সিদিনাই আনি আপোনাৰ সন্মুখত থিয় কৰাই পেশ কৰিম।" ইয়াচিনে ক'লে।

"কাইলৈ পুৱাই তলব কৰিবা, ইয়াচিন। তোমাৰ সেই চিঠি লৈ যোৱা ল'ৰাটো যদি কাইলৈকো উভতি আহি নাপায়হি, পৰহিলৈ মই নিজেই সেই ঠাইলৈ ৰাওনা হ'ম।"

"ভৱিষ এই অৱস্থাৰে আপুনি নিজে ঘোঁৰা চলাব খাঁ-চাহাব?"

ইমৰানে হাঁহিলে। "মোৰ ভৰি এতিয়া খুউব ভাল অৱস্থাত আছে ইয়াচিন, আৰু পাহৰি গৈছা কিয় মই যে চিপাহী মানুহ, যুদ্ধ আৰু জখমেই মোৰ পেশা ?"

শব্দ এটা শুনি ইয়াচিন উৎকৰ্ণ হৈ উঠিল। ইমাৰানেও শুনিলে। দূৰত ঘোঁৰাৰ খৰতকীয়া খুৰাৰ শব্দ শুনা গৈছে।

"তেলেঙ্গা। তেলেঙ্গা (ফিৰিঙ্গী)!!" প্ৰায় চিয়ঁৰাৰ দৰেই ক'লে ইয়াচিনে। "খাঁ-চাহাব, আপোনাৰ পুৰণি পোছাকজোৰ উলিয়াই হাতত দিয়ক, পুৰি পেলাওঁ। সিহঁতে কেনেবাকৈ দেখা পালে আমাৰ সৰ্বনাশ কৰিব।"

"ধৈৰ্য্য ধৰা, ইয়াচিন।" ইমৰানে শান্তভাৱে ক'লে। "মই মাথোন এটা ঘোঁৰাৰ শব্দ শুনিছো। ফিৰিঙ্গী নহয়, ফিৰিঙ্গীৰ অকলে অহাৰ সাহস নাই। কেনেবাকৈ সেই চিঠি নিয়া ল'ৰাটো আহিছে নেকি ?"

"খাঁ-চাহাব। খাঁ-চাহাব। মোক বিশ্বাস কৰক, এইটো সেই ল'ৰাটোৰ ঘোঁৰা নহয়। এনেকুৱা তুফান কদমত গাঁৱলীয়া ঘোঁৰাই দৌৰিব নোৱাৰে—এইটো বগুৱা ঘোঁৰা।"

ইমৰানে হাঁহিলে। ইয়াচিনৰ পিঠিত থপৰিয়াই সি ক'লে, "বিভ্ৰত নহ'বা, ইয়াচিন। ইমান ভয় কিহৰ ? যদি ফিৰিঙ্গীয়েই আহিছে, এটা মাত্ৰ ফিৰিঙ্গী ইয়ালৈ এনেকৈ আহি আকৌ উভতি যাব নোৱাৰে। মোৰ ওপৰত আস্থা ৰাখা।"

ঘোঁৰাৰ শব্দ ক্ৰমে ওচৰ চাপি আহিল। দূৰত বিণিকি বিণিকি ঘোঁৰা-চোৱাৰী এটা দেখা গ'ল। ধূসৰ পথাৰেদি ৰাশি ৰাশি ধূলি উৰুৱাই কক্ষচ্যুত উল্কাৰ বেগেৰে আহি আছে সেই চোৱাৰীটো।

এনেতে ধৰৰপৰা বাৰিয়া ওলাই আহিল। তাইৰ হাতত ডলা এখনত আধা-জৰা গোম-ধান। তাইৰ চকুত বাজ্যৰ বিস্ময়

আৰু ভয়। নিৰ্নিমেষ নেত্ৰে তাই চাই ৰ'ল সেই ধুলিৰ ধোঁৱাখিনিৰ পিনে।

এতিয়া ঘোঁৰা-চোৱাৰীটোক আৰু স্পষ্টকৈ মণিৰ পৰা হৈছে। চোৱাৰীটোৰ মূৰত নীলা কাপোৰৰ মুৰেঠা।

ইমৰানে চিয়ঁৰি উঠিল। "ঝাঁচীৰ মানুহ! ইয়াচিন! ঝাঁচীৰ মানুহ!!"

আৰু কেইটামান শেষ নোহোৱা মুহূৰ্ত পাৰ হৈ গ'ল। মুচাফিৰখানাৰ সম্মুখত লেকাম টানি চিনাকি ঘোঁৰা-চোৱাৰীটোৱে ঘোঁৰা ৰখালে।

যুগ্‌লীকৰ! সেয়া যুগ্‌লীকৰ!!

হতভম্ব ইমৰানে আনন্দত দৌৰি গৈ যুগ্‌লীকৰৰ ঘোঁৰাৰ ওপৰতে জপিয়াই উঠিলগৈ। দুখন শক্তিশালী হাতেৰে যুগ্‌লীকৰক আকুলভাৱে সাৱটি ধৰি সি চিয়ঁৰি উঠিল, "তোক এই জীৱনত দেখা পাম বুলি মই ভৰাই নাছিলো, যোগী!"

ৰাবিয়ে চকুৰ পলকতে ঘোঁৰাই খাবলৈ বুলি পানী এবাল্টি আনি দিলে।

"বুদ্ধিৰ কথা কেতিয়ানো তই ভাবি পাইছ? সেই ল'ৰাটোৱে চিঠিখন দিয়াৰ পিছত মই পোনেই ইয়ালৈ গুচি আহিলোঁ। নাম এতিয়া। বহুতো খবৰ আছে। গোটেই দিনটো আজি ঘোঁৰা বাইছো। ঘোঁৰাটো বেচাৰা ভাগৰি পৰিছে।"

দুয়ো ঘোঁৰাৰপৰা নামি ভিতৰলৈ আহিল। ইমৰানক খোৰোৱা দেখি যুগ্‌লীকৰে সুধিলে, "সৰ্বনাশ! তোৰ ভৰিত কি হ'ল?"

"মৰাৰ বিষ সোমাইছিল, ডেৰমাহ ভোগালে। এতিয়া ভাল। এই ইয়াচিন আৰু এওঁৰ বিবিৰ দয়াত বাচিলোঁ।"

ইয়াচিনে মূৰ খজুৱাই 'নাই' 'নহয়' কৰি। আছিল ইমৰানে তাৰ হাত-মুখ ধোৱাৰ পানী আনিবলৈ পঠিয়ালে।

"খবৰ ক'চোঁন, খবৰ ক'", ইমৰাজে ক'লে, "তই চিঠি দিয়া ল'ৰাটোক ক'ত লগ পালি ? আমাৰ দলটো এতিয়া ক'ত ? বাঙ্গীচাহেবাৰ খবৰ কি ? মধুমতী, বৈজনাথ, চাচা...."

"লাহে লাহে, ভাই, লাহে লাহে। আগতে বহিবলৈ দিবিচোন ?"

চকী এখন নিজেই টানি বহি লৈ যুগলীকৰে ক'লে, "আটাইবোৰ খবৰবোৰ পাছত ক'ম, আগতে সৰুবোৰ শুনি ল'। মধুমতী আৰু বৈজনাথ ভালে আছে। আঃ মধুমতীয়ে কান্দিত যিহে কৰিলে.........আচ্ছা সেইবোৰ পাছতো ক'ম। চাচা গ'লগৈ ; মানে আমিয়েই যাবলৈ দিলোঁ। মানুহটোৰ অৱস্থা পিছত দেখিলে দুখ লগা হৈছিলগৈ। কুঁচবপৰা পিছুৱাই আহোঁতে যিটো দ'লে যুদ্ধ কৰি কৰি ফিৰিঙ্গীক বখাই বাকী বাহিনীটোক নিৰাপদে পিছুৱাবলৈ সুবিধা কৰি দিছিল, সেই যুদ্ধ কৰা দলটোত চাচাই থাকিবলৈ ইচ্ছা কৰিলে, আমিও আৰু আপত্তি নকৰিলোঁ। চাচা মৰাৰ খবৰটো কালিহে আহি পাইছিলে'। .......আচ্ছা, বাকী খবৰ পাছত ক'ম। এতিয়া তোৰ কথা ক'। ঝাঁচীৰপৰা পালিহি কেনেকৈ ?"

এনেতে পানী আহি পোৱাত যুগলীকৰে হাত-ভৰি ধুবলৈ ধৰিলে। ইমৰাজে নিজৰ কথাখিনি তাক বিৱৰি ক'লে। ঝাঁচীৰ কিল্লাৰ বাহিৰ ওলোৱাৰেপৰা আৰম্ভ কৰি ছাউনিৰ-পৰা পলাই আহি ইয়াচিনৰ চৰাইখানা পোৱাহিলৈকে প্ৰত্যেকটো ঘটনা নিখুঁতভাৱে বৰ্ণাই গ'ল।

চকু ওপৰলৈ তুলি যুগলীকৰে সুধিলে, "কি ! সেই মেলেঞ্চৰি চাহাবক তেনেকৈ ধৰিও তই খুন নকৰিলি ?"

"তাক মাৰিলে মোৰ গালিখিনি দেখোন অথলে যায় ?"

"বাৰু যি কৰিলি কৰিলি আৰু, ভাল হ'ল। সি অন্ততঃ নিজৰ দেশৰ মানুহৰ আগত এই কথাবোৰ বখানিবগৈ পাৰিব।"

এনেতে ইমৰানে আহি ওলাল। তাৰ হাতত তুলি আছে পৰম পাখীৰ আৰু দুটা বাতিত চাবিটাকৈ দহি-খড়া।

খাবলৈ আৰম্ভ কৰি দি যুগলীকৰে ক'লে, "এতিয়া আচল খবৰটো শুন। আমি গোৱালিয়ৰ সম্পৰ্কে ইমান বেগেৰে কিয় আহিছিলো বুলি ভাবিছিলি ?"

"কিয় আহিছিলি ?"

"গোৱালিয়ৰ অধিকাৰ কৰিবলৈ।

"পাগল !!"

"ইমৰান, আমি বোৱাকালি গোৱালিয়ৰ অধিকাৰ কৰিলোঁ।"

"পাগল। তই মোৰ লগত ঠাট্টা কৰিছ !!"

"এইটো কি ঠাট্টাৰ সময়, ইমৰান ? গোৱালিয়ৰ এতিয়া আমাৰ। গোৱালিয়ৰৰ উনৈছ হাজাৰ শিক্ষিত দুৰ্দ্ধৰ্ষ চিপাহী আৰু কামানবোৰ এতিয়া আমাৰ হাতত। সঁচাকৈয়ে আনন্দত পাগল হোৱাৰ কথা, ইমৰান ধৰি ল', যেন চিপাহী বিদ্ৰোহ আকৌ নতুনকৈ আৰম্ভ হ'ল !"

তাৰ পাছত যুগলীকৰে লাহে লাহে গোটেইটো ঘটনা ক'বলৈ ধৰিলে।

কাল্পিৰপৰা যুগলীকৰহঁত যেতিয়া পলায় সিহঁতৰ অবৰ্ণনীয় দুৰাবস্থা। খাদ্য নাই, অস্ত্ৰ নাই, দুৰ্বল দেহাৰে সিহঁতে ৰাতিৰ অন্ধকাৰত আগবাঢ়ে আৰু দিনত জংঘলত আশ্ৰয় লয়। সিহঁতৰ প্ৰত্যেকটো ঘাটিয়েই ধ্বংস হৈ গৈছে। যুদ্ধৰ কাৰণে সম্বল নাই, জীৱনৰ কাৰণে নাই আহাৰ আৰু নিৰাপত্তা।

এনে সময়তে বাঙ্গীচাহেবাই সেই ভয়ঙ্কৰ দুঃসাহসিক প্ৰস্তাৱটো কৰি পেলালে, 'আমি গোৱালিয়ৰ অধিকাৰ কৰিম'।

ইমৰান জপিয়াই উঠিল, "নিশ্চয়! ইমান সাংঘাতিক কল্পনা কৰিবলৈ বাঙ্গীচাহেবাৰ বাহিৰে আন কাৰ ইমান দুঃসাহস আছে ?"

“ৰ'বিচোঁন”, যুগলীকৰে ক'লে, “কিহেৰে যুদ্ধ কৰিলিহেঁতেন ভাই ? এটা কামান নাই, প্ৰত্যেকটো ঘোঁৰা অসুস্থ, তৰোৱালবোৰৰ আগ ভাঙিছে, বন্দুক চলাবলৈ বাৰুদ নাই। চিপাহীবোৰৰ বহুতৰে ভৰি ভগা, বহুতৰে হাত কটা, কিছুমানৰ গাত মৰা-বিষ, ভালেমানৰ আকৌ মগজৰ দোষ। বাওচাহাবহঁতে ভাবিলে অসহনীয় কষ্টত ৰাণীৰ মস্তিস্কৰ বিকৃতি ঘটিছে।

“কিন্তু ৰাণীচাহেবাই দীপ্ত অগ্নিশিখাৰ দৰে দৃঢ়ভাবে কৈ উঠিল, ‘ওহো, গোৱালিয়ৰ আমি আক্ৰমণ কৰিবই লাগিব। চিন্ধিয়াৰ সকলো সৈন্য, চোৱাৰী, গোলন্দাজ, কিল্লা, প্ৰাসাদ আমি অধিকাৰ কৰিম। তাৰ বাহিৰে আমাৰ আৰু অন্য কোনো, উপায় নাই।’

“ইতিমধ্যে চিৰ্‌খাৰীৰপৰা তাঁতিয়া টোপী আহি বিপ্লৱী দলৰ সৈতে আকৌ লগ লাগিছেহি। ৰাণীচাহেবাৰ কথাত যুক্তি দেখিয়েই হওঁক নাইবা, ৰাণীচাহেবাৰ কাষত অপৰাধবোধ উদয় হোৱাৰ কাৰণেই হওঁক, তেওঁ সেই প্ৰস্তাৱত মূৰ দুপিয়ালে।

“দুঃসাহসিকতাৰ নিচাত চিপাহীবোৰ জপিয়াই উঠিল। ৰাণীচাহেবাই সিহঁতক আৰু সিহঁতৰ নেতাবোৰক দীপ্ত নেত্ৰে উৎসাহিত কৰিবলৈ ধৰিলে। আৰম্ভ হ'ল সেই অদ্ভুত গোৱালিয়ৰ অভিযান। ধুমুহাৰ গতিত সিহঁত আগবাঢ়িল।

“যোৱাকালি, জুন মাহৰ প্ৰথম তাৰিখে লস্কৰৰপৰা দহ মাইল দূৰৰ বাহাদুৰপুৰ গাঁৱত মোৰাৰ নদীৰ পাৰত, গোৱালিয়ৰ বাহিনীৰ লগত যুগলীকৰহঁতৰ সম্মুখীন হ'ল। ৰাতিপুৱা শুই উঠি যুগলীকৰহঁতে দেখিলে মোৰাৰ নদীৰ বালিৰ ওপৰত বিভিষিকাৰ দৰে থিয় হৈ আছে গোৱালিয়ৰৰ হাজাৰ হাজাৰ সৈন্য। অতি আধুনিক পদ্ধতিৰে শিক্ষিত সৈন্য সিহঁত। হুকুমলৈ আপেক্ষা কৰি সুশৃংখল চাৰিটা শাৰীত থিয় হৈ আছে, বন্দুকধাৰী চোৱাৰী,

বন্দুকধাৰী পদাতিক, তৰোৱালধাৰী চোৱাৰী আৰু তৰোৱালধাৰী পদাতিক। বালিৰ বস্তাৰ কাষে কাষে থিয় কৰাই থৈছে মূৰ্তিমান মৃত্যুৰ দৰে চৰিবছটা কামান।

"সেই মুহূৰ্তত বাঙ্গীচাহেবাই সকলোকে নিজৰ ঠাইত বৈ থাকিবলৈ হুকুম দি নিজে ডেৰ-শ অশ্বাৰোহী লৈ আগুৱাই গ'ল। দহ হাজাৰ চৌৱাঁই থকা বন্দুকৰ একেবাৰে সম্মুখত থিয় দি তেওঁ ক'লে, 'চিপাহী ভাইসকল! পলাশী যুদ্ধৰ পাছত এশ বছৰ পাৰ হৈ গ'ল। এশ বছৰৰ পাছত আজি আমাৰ ধৰ্ম আৰু জাতিৰ কালিমা মুচিবৰ সময় আহিছে, সময় আহিছে বিদেশীৰ গৰাহৰপৰা হিন্দুস্থানক মুক্ত কৰাৰ। ভাইহঁত! যদি তোমালোকে সঁচাকৈয়ে ভাবা যে হিন্দুস্থান তোমালোকৰ, তেন্তে হিন্দুস্থানক ফিৰিঙ্গীৰ হাতৰপৰা জোৰেৰে কাঢ়ি লোৱা আৰু যদি ভাবা যে আজাদশ্বাহী এটা মিছা আৱাজ....মোক তোমালোকে এই মুহূৰ্ততে হত্যা কৰা। দ্বিতীয় ৰক্তপাত নোহোৱাকৈ মোৰ বাহিনী উলটি যাওঁক, তোমালোকেও আনন্দমনে ফিৰিঙ্গীৰ লগত যোগ দিয়াগৈ।'

"এনেতে বিপ্লৱী দলৰ চোৱাৰী এটাই আৰু সম্মুখলৈ আগবাঢ়ি গ'ল আৰু ওপৰলৈ তৰোৱাল দাঙি চিঞৰিলে, 'দীন! দীন! হৰ হৰ মহাদেও!'

যুগলীকৰে উত্তেজিত মাতেৰে কৈ গ'ল, "গোৱালিয়ৰৰ কণ্টিনজেণ্টৰ জেনাৰেলহঁতে বাৰে বাৰে আক্ৰমণৰ হুকুম দিবলৈ ধৰিলে। কিন্তু এখনো তৰোৱাল আকাশলৈ দাঙ নাখালে, এটা বন্দুকৰো গুলী নুফুটিল। ইচ্, সেই দৃশ্য তই দেখিব লাগিছিল ইমৰান! তই দেখিব লাগিছিল কেনেকৈ বন্দুক-তৰোৱাল দলিয়াই পেলাই সিহঁতে দলে দলে আমাৰ ফালে দৌৰি আহিছিল। ইটোৱে সিটোক সাৱটি ধৰি আমি বালিৰ ওপৰত

বাগৰি বাগৰি পৰিছিলোঁ। আনন্দত আমি পৰস্পৰক ঘুঁচিয়াইছিলোঁ, চুলি ছিঙি দিছিলো, তাৰ পাছত মোৰাৰ নদীৰ কোবাল সোঁতত জপিয়াই পৰিছিলোগৈ। নৈৰ বালি-চৰত থকা তৰমুজবোৰ আমি ভুকুৰ'ই ভুকুৰাই ভাঙি খাইছিলো, এৰাই যোৱা টুকুৰাবোৰ ইটোৱে সিটোৰ মূৰলৈ দলিয়াইছিলোঁ।"

উশাহ লৈ যুগ্‌লীকৰে ক'বলৈ ধৰিলে, "এটা অদ্ভুত দিন গৈছে যোৱাকালি। সন্ধিয়া সময়ত বিনা ৰক্তপাতে আমি গৈ গোৱালিয়ৰ দুৰ্গত সোমালোঁ। চিন্ধিয়া আৰু ওমৰাহবোৰে তিৰোতাৰ ঘাগড়া-ওড়না পিন্ধি আগ্ৰাৰ ফালে পলাল। আমাক অভিনন্দন জনাবলৈ কিল্লাৰ কামানবোৰে বাৰে বাৰে গৰ্জিবলৈ ধৰিলে। সাধাৰণ মানুহৰ স্ফূৰ্তি কি চাবা? সিহঁতে দিনকৰৰাও, বলবন্তৰাও, মাছুৰকাৰ, ফাড়্‌কে আদি ডাঙৰ মানুহৰ জনশূন্য ঘৰবোৰত সোমাই বয়-বস্তু তচ্‌নচ্‌ কৰি লুটপাত আৰম্ভ কৰি দিলে।"

ইয়াচিন আৰু বাবিয়াই তন্ময় হৈ যুগ্‌লীকৰৰ কথা শুনিছিল। কথা শেষ হোৱাৰ পাছত ইয়াচিন দৌৰি ওলাই গ'ল গাঁৱৰ মানুহক গোৱালিয়ৰ জয়ৰ বাতৰি দিবলৈ, বাবিয়া গৈ ৰান্ধনি ঘৰত সোমাল। আমীন নামৰ কাম কৰা ল'ৰাটোৱে যুগ্‌লীকৰক গা ধুবলৈ পানী দিলেহি তেতিয়া নিশা আৰম্ভ হৈছে।

এঘণ্টামানৰ পাছত গাঁৱৰ মানুহেৰে ইয়াচিনৰ মুচাফিৰখানাৰ চোতাল ভৰি পৰিল। ৰাতিৰ আন্ধাৰতে হৈ-চৈ কৰি, সিহঁতে যুগ্‌লীকৰৰ মুখৰপৰা গোটেই কাহিনীটো আকৌ শুনিলে। তাৰ পাছত দোভাগ নিশালৈকে নানা ধৰণৰ ফিৰিঙ্গীবিৰোধী শ্লোগান গাই গাই গাঁৱৰ আলিয়ে আলিয়ে ঘুৰি ফুৰিবলৈ ধৰিলে সিহঁতে।

পিছ দিনা সন্ধিয়াৰ আগে আগে ইয়াচিনহঁতৰপৰা বিদায় ল'লে ইমৰান আৰু যুগ্‌লীকৰে। দুয়োকো আদাব জনাই সেমেকা মাতেৰে বাৰিয়াই ক'লে "আমাৰ ইয়ালৈ আকৌ কেতিয়াবা আহিবনে, খাঁ-চাহাব ?"

"নিশ্চয়, নিশ্চয় আহিম।" গভীৰ অনুভূতিৰে ক'লে ইমৰানে। "যুদ্ধ প্ৰায় শেষ হয় হয় অৱস্থা, বাৰি। শেষ হ'লে প্ৰথমে ইয়ালৈকে আহিম। কেইদিনামান থাকিমহি। এইখন মুচাফিৰ-খানাৰ এই নিৰ্জন শান্তি.......ইয়াৰ গছ-লতা-বন··· প্ৰকৃতিৰ এই স্নিগ্ধ আবেশ আৰু সপোনেৰে বচা নিশাবোৰ........" বাৰিয়াৰ সজল চকুজুৰিৰ অব্যক্ত ভাষাখিনি পঢ়িবলৈ চেষ্টা কৰি কৰি ইমৰানে কথাৰ মাজতে বৈ গ'ল।

"খোদাই আপোনালোকক বিজয়ী কৰিব।" বাৰিয়ে ক'লে। "আপোনালোক জয়ী হ'ব। আহিব কিন্তু দেই!! আমাক নাপাহৰিব, নাপাহৰিব দেই ?"

সিহঁতক নাপাহৰে ··....নাপাহৰে ইমৰানে। বন লতাৰে ঘেৰা কুঞ্জবনৰ পৰিধিৰ মাজত খৰিকাজাই আৰু যুঁইফুলৰ কাচিয়নীত থিয় হৈ থকা এই অকণমান শান্ত মুচাফিৰখানালৈ তাৰ জানো কিয় এটা অদ্ভুত মৰম সোমাইছিল, ঈৰ্ষা হৈছিল ইয়াৰ মালিক-মাল্‌কিনলৈ। প্ৰকৃতিৰ অলিখিত এটি দাক্ষিণ্যৰ দৰে এই মুচাফিৰখানাৰ স্নিগ্ধ ছবিটো ইমৰানৰ শুকান জীৱনত হয়তো চিৰকালৰ কাৰণে থাকি যাব এটি স্পৰ্শাতীত কামনাৰ দৰে।

........সি নাপাহৰে সি.... নাপাহৰে সিহঁতক !

যুগ্‌লীকৰ আৰু ইমৰান দুয়ো ঘোঁৰাত উঠিল।

×

পিছ দিনা বেলি পৰোতে পৰোতে দূৰত গোৱালিয়ৰ দুৰ্গ দেখা গ'ল। দুশ হাত ওখ মালভূমিৰ ওপৰত এক স্বপ্নপুৰীৰ দৰে থিয় হৈ আছে দুৰ্ভেদ্য গোৱালিয়ৰ দুৰ্গ।

"দুপৰীয়া নিজিবোৱা হ'লে সোনকালেই পালোহিহেঁতেন আমি।" ইমৰানে ঘোঁৰাৰ বেগ কমাই দিলে।

"যি সাংঘাতিক ৰ'দ, জিৰাবই লাগিব।"

সোনেৰেখা নলাৰ ফালৰপৰা এজাক ময়ূৰ উৰি গ'ল। আকাশৰ গাত ছবিৰ দৰে সিহঁতৰ ক'লা অৱয়ৱবোৰ দেখা গ'ল মাত্র। বৰ স্নিগ্ধ সন্ধিয়া। দিনটোৰ প্রচণ্ড গৰমৰ পিছত এই ঠাণ্ডা বতাহছাটি ক'ৰপৰা মাৰিছে কোনে জানে। দুৰ্গৰ পাদদেশত থকা গোৱালিয়ৰ চহৰ বিৰিকি বিৰিকি দেখা গৈছে। দেখা গৈছে অসংখ্য প্রাসাদ, ফুল-বাগাম আৰু চহৰৰ দীৱাৰ।

"আমি প্রথমেই ক'লৈ যাম?" ইমৰানে সুধিলে।

"বৈজনাথৰ তালৈ, সি এটা পুৰা ঘৰ ভাড়াত লৈছে। আমি বেতন পালো নহয়, ক'ৰ পাবনে? তোৰ দৰমহাও জমা হৈ আছে চাগৈ!" যুগলীকৰে ক'লে।

"মধুমতী পৰিচাৰিকাবোৰৰ লগত আছে কেনেহ'লে?"

"হুঁ। ফুলবাগ কাৰেঙৰ কাষতে দালান এটাত আছে বাঈচাহেবা। সেই দালান-সংলগ্ন আন এটা ঘৰত আছে কেইজনীমান পৰিচাৰিকা, লগত মধুমতী।" যুগলীকৰে হাঁহিলে। "ইয়াত খাঁচাৰ দৰে নাৰী-সৈন্য বাহিনী আছে বুলি ভাবিছ নেকি?"

"নাই ভৰা। কেনেকৈ লগ পোৱা যাব তাইক?"

"দেখাই যাওক।"

"মই যদি এতিয়াই বৈজনাথৰ তালৈ নগৈ প্রথমে মধুমতীক লগ ধৰোঁ?"

"ইমান চিন্তা কিহৰ ? মধুমতী সম্পূৰ্ণ ভালে আছে। মই তেওঁিয়াৰেপৰা সদায় আগচি ধৰি আছো, এক মুহূৰ্তও চকুৰ-পৰা আঁৰ কৰা নাই।"

ইমৰানে হাঁহিলে। "তাই কি বুলি মাতে তোক ?"

"বাঃ! তাই আকৌ মোক মাতিব কিয় ? মোক চিনিয়ে নাপায় চাগৈ!"

সন্ধিয়াৰ অন্ধকাৰ নামি অহাৰ লগে লগে দেখা গ'ল কিল্লাৰ-পৰা ৰাশি ৰাশি আতচ বাজি বাজি উঁৰিছে। বাজিৰ শব্দৰ লগে লগে মানুহৰ হাই-উকমিও শুনা গ'ল।

"ইমানখিনাক বাজি পুৰিছে কোনে অ' ?" ইমৰানে ক'লে, "মানুহৰ হৈ-চৈ শুনিছ ?"

ধোঁৱাৰ লেকাম ঢিলাই দিলে যুগ্লীকৰে। "ৰাওচাহাৰ সত্বৰ পেশোৱা-শ্বাহী ঘোষণা কৰিছে। তেনেকুৱাই কথা এটা মাজত শুনিছিলোঁতো।"

"পেশোৱা-শ্বাহীৰ আৱাজ—আৰু এই সময়ত ? পেশোৱা-শ্বাহীৰ আৱাজেৰে কাৰ হৃদয়ত সহাৰি দিব ৰাওচাহাৰ ? পাঠান, আফগান, মকৰানী আৰু উত্তৰ ভাৰতৰ সৈন্যই হিন্দুস্থানৰ কাৰণে জান দিবনে পেশোৱা-শ্বাহীৰ কাৰণে জান দিব ?"

"অৱশ্যে ৰাওহঁতে দিল্লীৰ মস্‌নদ মানি লৈছে।" যুগ্লীকৰে ক'লে, "তথাপি এইটো দোৰ্ঘোৰ বুৰ্বকামি, কি ক'ব ? বাঙ্গৈচাহেৰাই সিহঁতক হাক দিছিল, সিহঁতে নামানিলে।"

আকাশৰ ফালে চাই চাই ইমৰানে ক'লে, "ইমানবোৰ বাজি পুৰিছে—এতিয়া কামানৰ বাবে বাৰুদ বাকী থাকিলেগৈ হয়!"

অলপপৰ নিমাতে গৈ থাকিল দুয়ো। তাৰ পাছত ইমৰানে আগৰ বিষয়টোৰ সূতডাল টানি আনি সুধিলে, "মধুমতীয়ে তোক নামাতে ?"

"মোক আকৌ কি মাতিব ?"

"তয়ে কথা নাপাত কিয় আগধৰি ?"

"কি বিষয়ে কথা পাতিম ?"

ইমৰানে হাঁহি পেলালে। "ছোৱালীজনী কেনেকুৱা লাগে তোৰ ? খুব পোনপটিয়া নহয়নে ? পোনপটিয়া মানুহৰ অন্তৰখন খুব চাফ হয় সাধাৰণতে।"

"হু। আচ্ছা, ইমৰান, তোক এটা কথা সোধো। চাবি আকৌ, তোৰ দিলৰ কোনোবাখিনিত দৰ্দ দি নিদিও যাতে। আচ্ছা, মধুমতীৰ লগত তোৰ অলপ—মানে 'হেৰি' আছে নেকি ?"

"পাগল। তাই হিন্দু নহয় ?"

"তাত কি আছে ? তইঁতৰ ধৰ্মইতো সকলোকে গ্ৰহণ কৰে। "

"নহয় অ', মধুমতী মোৰ ধুলিত খেলাৰ দিনৰে লগৰী, তাইৰ প্ৰতি মোৰ অন্য ভাব থাকিব কেনেকৈ ? সঁচ বহা মৰম এটা আছে নিশ্চয়। ভনী-টনীৰ দৰে বুলি ক'ম নেকি ? থাওঁক, তই হাঁহিবি।"

কিল্লাৰ দৰৱাজা পাই যুগলীকৰে পাঞ্জা দেখুৱালে। প্ৰকাণ্ড এখন ফিৰিস্তি খোঁদালি ৰথীয়া-দলৰ নায়কে ইমৰানৰ নামটো উলিয়ালে। তাৰ নামৰ চাৰিওকাষে ক'লা চিয়াহীৰে দাগ দি থোৱা হৈছে। অৰ্থাৎ চৰকাৰীভাৱে সি মৃত সৈনিক।

ৰথীয়া-দলে সিহঁতক কিল্লাত সোমাবলৈ দিলে।

বৈজনাথক পোৱাৰ পাছত তাৰ মুখৰপৰা কথাবোৰ এতিয়া ভালকৈ গম পোৱা গ'ল। হিন্দুস্থানৰ মধ্যমণি গোৱালিয়ৰ দুৰ্গৰ সামৰিক গুৰুত্ব প্ৰচণ্ডভাৱে সাংঘাতিক, সেইটো কোনে নুই কৰিব ? বিশাল দুৰ্গ, সীমাহীন অস্ত্ৰ-শস্ত্ৰ, অজস্ৰ খাদ্য শস্যৰ ভাণ্ডাৰ আৰু তোষাখানা। বৰলাট কনিঙে হেনো কৈয়ে পেলাইছে যে বিপ্লৱীবোৰে যদি সঁচাকৈয়ে গোৱালিয়ৰ অধিকাৰ কৰিছে

তেওঁ নিজেই হিন্দুস্থান এৰি গুচি যাব। কিন্তু তাঁতিয়া টোপী আৰু ৰাওচাহাব এই বিজয়ৰ ব্যৱহাৰ কৰিলে অন্য ধৰণে। তেওঁলোকে জাক-জমকেৰে বিজয়োৎসৱ পাতিবলৈ আৰম্ভ কৰি দিলে। বাঈচাহেবাই তেওঁলোকক সময়ৰ গুৰুত্ব বুজাবলৈ চেষ্টা কৰিছিল। কিন্তু তেওঁলোকে বুজক ছাৰি কাজিয়াহে পাতি ল'লে। ফৌজ আৰু ৰাজ্য হেকৰা বাঈচাহেবাৰ কথাক তেওঁলোকে গণিতাই নকৰিলে। তেওঁৰ পূৰ্ব-কীৰ্তিও পাহৰি গ'ল।

গোৱালিয়ৰ সোমোৱাৰ লগে লগেই বাঈচাহেবাই কোষাধ্যক্ষ আমীৰচাঁদ বাটিয়াৰ সহায়েৰে নিজৰ আৰু গোৱালিয়ৰৰ ফৌজৰ মাজত বিছ লাখ টকা বিলাই দিছিল। বোচৰা চিপাহীবোৰে কত দিন দৰমহা পোৱা নাই। তাৰ পাছৰপৰা আৰু তাঁতিয়াইঁতে বাঈচাহেবাক মতা নাই। লাখ লাখ টকা খৰচ কৰি জাক-জমকভাৱে তেওঁলোকে ফুলবাগ প্ৰাসাদত উৎসৱ পাতি হিন্দুৰাজ্য পেশোৱা-শ্বাহী ঘোষণা কৰিছে। ঘিউ, মৌ, দৈ, মিঠাইৰে লঙ্কৰ ভৰি গৈছে—ভোজ খুৱাইছে হাজাৰ হাজাৰ বামুণক। ৰত্নখচিত শিৰপেঁচ আৰু কণ্ঠা পিন্ধি ৰাওচাহাব হৈছে পেশোৱাৰ প্ৰতিভূ, মুক্তাৰ মালা পিন্ধি তাঁতিয়া হৈছে সেনাপতি, ৰামৰাও গোবিন্দ হৈছে মুখ্যপ্ৰধান মন্ত্ৰী। ঠিক যেন পুতলা নাচৰ ৰজা-মন্ত্ৰী-সেনাপতি!

ফুলবাগ কাষেৰেওপৰা উকৰা বাশি বাশি ফটকা-ফুলজাৰিৰ কাজে চাই চাই বৈজনাথে ক'লে, "ৰাজে জাবে ফৌজ মানে বেতনভোগী চিপাহী। কুঁচ কাজি আৰু গোৱালিয়ৰতো তেওঁ আমাৰ লগত তেনে ব্যৱহাৰেই কৰিছে। ৰাওৰ বেতনৰ বাবদে কোন চিপাহী-চালাই জান দিবলৈ যাব? আচ্ছা, ঠিক আছে, হিউৰ'জৰ ঘোঁৰাৰ খুৰাৰ শব্দ শুনিলেই আকৌ ৰাও আহিব আমাৰ ওচৰলৈ—তেতিয়া যদি জোতা নকৰিবাও, চাই থাক।

পিছ দিনা বাক্তিপুৰা মধুমতীক লগ ধৰিবলৈ গ'ল ইমৰান। জঙ্কৰৰ নওলক্ষা কুঠীত আছে বাঈচাহেবা। তাৰে সংলগ্ন ঘৰ এটাত ঋাটীয়পৰা অহা তিৰোতা-চিপাহী দুই এজনী আৰু বাঈচাহেবাৰ পৰিচাৰিকাখিনি আছে। লগতে মধুমতীও।

মধুমতীয়ে ইমৰানক দেখি প্ৰথমতে হতবাক, তাৰ পাছত বিস্মিত। তাৰ পাছত হৰষিত আৰু সৰ্বশেষত উৎফুল্লিত হ'ল। ইমান দিনৰ ঘটনাবোৰ একেলগে ক'বলৈ গৈ তাই খেলি-মেলি লগাই দিলে। চকু ডাঙৰ ডাঙৰ কৰি ক'লে কেনেকৈ কুঁচত ধৰা পৰা বাবটা চিপাহীক ফিৰিঙ্গীয়ে কোঙৰ কথা কোৱাবলৈ সাত ঘণ্টা ৰ'দত থিয় কৰাই থৈ মাৰিলে, কেনেকৈ ঝান্সিৰ ঝাঞ্জীয়া তিৰোতা এজনীয়ে ফিৰিঙ্গীৰ সৈন্যৰ মাজত থিয় হৈ থাকোতেই বোৰখাৰ তলৰপৰা পিস্তল মাৰি তিনিটা চিপাহীক বগৰাই দিলে, কেনেকৈ বেচেৰা বুঢ়া চিপাহীটোৰ ঘোঁৰাৰ চকুত গুলী লগাত ঘোঁৰাটোৱে জপিয়াই বুঢ়াক মাটিত পেলাই দৌৰিবলৈ ধৰিলে আৰু পা-দানীত ভৰি বান্ধ খাই বুঢ়াই কেনেকৈ চোঁচৰি চোঁচৰি নৰক-যন্ত্ৰণাৰে মৰিল—সকলোৰে শেষত, আজি বাক্তিপুৰা কেনেকৈ সৰু ল'ৰা এটাই সোঁ গৰু-পোৱালিটোৰ কাণত চিয়ঁৰি তালফাল লগাই পোৱালিটোৰ গাখীৰ খোৱা ধাতু উকৰাও উকৰাও কৰিছিল।

দুগৰীয়া যুগলীকৰে ক'লে, "খেমালীটো দেখিছিলে ? কটকা আৰু ঘিউৰ গোন্ধেৰে লঙ্কৰ ভৰি গ'ল। ঝাঁচী-মধ্য ভাৰতৰ ৰাজ্যৰ ৰাজ্যৰ বিপ্লৱীয়ে ইয়াৰ কাৰণেই যেনিবা প্ৰাণ দিলে।"

দুই হাতৰ মুঠি আকাশলৈ দাঙি বৈৰুজনাথে ক'লে, "তাঁতিয়া বেইমান। ৰাও বেইমান। কি নচিব, চাজা—এজন প্ৰকৃত নেতা নাই আমাৰ !"

"বাঈচাহেবাতকৈ ডাঙৰ নেতা পৃথিৱীৰ ক'ত বিচাৰি পাবি তই ?" ইমৰানে ক'লে। "কিন্তু সামন্তবাদে যেতিয়া কোনো

বিপ্লৱৰ পৃষ্ঠপোষকতা কৰে তেতিয়া যি নেতাৰ হাতত ফৌজ, ৰাজ্য, ধন-সোণ বেছি থাকে, প্ৰতিপত্তি আকাশ-চোৱা হয়, সেই নেতায়েই বিপ্লৱৰ নেতৃত্ব দিবলৈ লোভ কৰে। তাৰ পাছত এই নেতা যদি হয় মূৰ্খ আৰু স্বাৰ্থলোভী, বিপ্লৱ নষ্ট হ'বলৈ আৰম্ভ কৰে, যেনেকৈ হৈছে আজি গোৱালিয়ৰত।"

"আমাৰ সাধাৰণ চিপাহীৰ মাজৰপৰা বাছি এজনক নেতা কৰি ল'ব লাগিছিল।" বৈজনাথে ক'লে।

"সাধাৰণ চিপাহীৰ গাত নেতাৰ গুণবিলাক নাথাকেও ফুটিও নোলায়। নহ'লে সৰ্বপ্ৰথমে ময়েই নেতা হৈ গ'লোহেঁতেন।" ইমৰানে ক'লে।

"আচলতে এইটো কোনো বিপ্লৱেই হোৱা নাই, বিদ্ৰোহহে হৈছে।" যুগলীকৰে ক'লে। "কাক তইঁতে বিপ্লৱ বুলি ক'বি? দাক্ষিণাত্যত কোনে বিপ্লৱ কৰিছে? বুন্দেলখণ্ডৰ পশ্চিমে কোনে বিপ্লৱ কৰিছে

"নাই কৰা যদি নাই কৰা।" ইমৰানে ক'লে, "গাটেই দেশখনত জুই লাগিলেহে বিপ্লৱ বুলি কয় নেকি? ফৰাছী দেশত তিনিভাগৰ এভাগ মানুহেহে দেখোন বিপ্লৱ কৰিছিল! আচলতে আদৰ্শৰ ওপৰত নিৰ্ভৰ কৰে কোনটো বিপ্লৱ আৰু কোনটো বিদ্ৰোহ। বিপ্লৱ কৰে জনসাধাৰণে, বিদ্ৰোহ কৰে কোনো বিশেষ শ্ৰেণীয়ে। বিপ্লৱ হয় কোনো আমূল পৰিৱৰ্তনৰ কাৰণে, বিদ্ৰোহ হয় কোনো বিশেষ উদ্দেশ্য লাভৰ কাৰণে। বিপ্লৱৰ আদৰ্শ থাকে, বিদ্ৰোহৰ আদৰ্শ নাথাকে, মাথোন উদ্দেশ্য থাকে। বিপ্লৱ সদায় সফল—বিদ্ৰোহ সদায় বিফল।"

বৈজনাথে বিৰক্তিৰে লগাই দিলে, "....ইত্যাদি ইত্যাদি"।

বৈজনাথৰ ফালে চাই যুগলীকৰে ক'লে, "বাঈচাহেবাবো হাত-ভৰি বান্ধি থৈছে ৰাহুকেইটাই। যা, বৈজনাথ, চেৰাব লৈ আহ আজি খুব খাই স্ফূৰ্তি কৰো। বিৰক্তি ধৰি গৈছে হাতত।"

ইয়াৰ পিছৰ সপ্তাহটো সঁচাকৈয়ে খুউব স্ফূর্তিত গ'ল। আড্ডা পিটি, ডাবা খেলি, নাচ-গান, হৈ-হাল্লা কৰি। দিনত ভীষণ গৰম কাৰণে বহুতো চিপাহীয়ে ৰাতি মদ খাই ৰাস্তাই-নৰ্দমাই পৰি থকাটোকে পছন্দ কৰিছে। আনন্দ মনে আলি-পদূলি শুঙি ঘুৰি ফুৰিছে সকলোৱে। যুদ্ধৰো কথা নাই, কুচ-কাৱাজৰো কথা নাই। চিপাহীয়েও নকয়, ৰজাঘৰেও নাম নলয়। যুদ্ধৰ কথা সকলোৱেই পাহৰিলে—যেন যুদ্ধ নায়েই। চিপাহীবোৰে মজ্‌লিচ্ কৰি, আমোদ বিচাৰি কিল্লা, চহৰ, লস্কৰ, মোৰাৰ, কাম্পু আৰু ছাউনিবোৰত ঘুৰি ফুৰিছে। চুবাদাৰ-হাবিলদাৰবোৰে চেষ্টা কৰিছে কিজানিবা কোনো দোকানীৰপৰা ধম্‌কি দি সস্তাত বস্তু লোৱা যায়েই। ৰাও আৰু তাঁতিয়াৰ চিপাহীবোৰে সময়-সুবিধা পালেই চিন্ধিয়াৰ চিপাহীৰ লগত চেলেপু কৰিছে। কণ্টিজেন্টৰ চিপাহীয়ে ৰাও-তাঁতিয়াক 'বেইমান' 'বেভমিজ' কৈ গালি পৰাৰ লগে লগে তেওঁলোকৰ ফৌজবোৰকো একোষাৰকৈ কথা শুনাই থৈছে।

সেই দিনা সন্ধিয়া মধুমতী আৰু ইমৰানে চহৰৰপৰা তিনি মাইলমান আঁতৰত পাহাৰৰ ফালে ফুৰিবলৈ গৈছিল। স্নিগ্ধ জোনাকনিশা। পাহাৰৰ তলৰ সোনেৰেখা নলাৰ পানীত জোনৰ প্ৰতিবিম্ব পৰি লৰিছে।

পাহাৰী শিল এটাত ওচৰা-উচৰিকৈ বহিছিল দুয়ো।

"খুব তোফা নহয়নে? খুব তোফা।" ইমৰানে ক'লে। "তাঁতিয়াইতো পেশোৱাৰ তাঁবেদাৰ সাজি মোতিৰ মালা পিন্ধি হীৰা-খটোৱা তৰোৱাল লৈ মুখ মেলি বহি আছে। মই কি ভাবিছো জান? ভাবিছো কাইলৈ পুৱাই গৈ যেনেকৈ হওক বাঙ্গচাহেবাক লগ ধৰিম। চিপাহীবোৰৰ মনৰ কথা মই জানো, বাঙ্গচাহেব'ৰ কথাত সিহঁতে উঠ-বহ কৰিব। বাঙ্গচাহেবাই যদি আঙুলিৰে এটা ইংগিত দিয়ে, সিহঁতে জাঙুল খাই উঠি এই বান্দৰ দুটাক ওফৰাই পেলাই ফিৰিঙ্গীৰ সৈতে যুঁজিবলৈ যাব।"

মধুমতীয়ে অদ্ভুত ধৰণৰ বেঁকা হাঁহি এটা মাৰি ইমৰানলৈ চালে। হাঁহিটোৰ ভিতৰৰ ভাষা হ'ল, 'তোমাৰ বেচ্ বীৰত্ব আছেতো, বাঃ!'

"ছাঁহিছ? কিবিজ আহি আমীন পালেহি।"

"আচ্ছা, সিহঁতে এইটো ৰাস্তাইদি কি মতলবত আহিছে কোৱাচোন?"

"ৰণনীতি, মাধু, ৰণনীতি। যদি সিহঁতে আহি কোটাহ্-কি-চবাইত ঘাটি পাতিব পাৰে লস্কৰ সিহঁতৰপৰা চাৰি মাইল দূৰত থাকিব আৰু গোৱালিয়ৰ থাকিব সাত মাইল দূৰত। কোটাহৰ পাহাৰ অতিক্রম কৰিলেই কাম্পু ময়দান আৰু ছাউনি দখল হ'ল—লগতে কিল্লাৰ দক্ষিণফালটো একেবাৰে হাতৰ মুঠিত থাকিল। সিহঁতৰ আন এটা দলে যদি মোৰাৰ কেন্টনমেন্ট অধিকাৰ কৰিব পাৰে? তাততো সৈন্য-বেৰেক, আস্পতাল কুঠি সবেই আছে, এটা সম্পূর্ণ ছাউনিৰ কাৰণে। চাই থাক বাৰু, সিহঁতে লস্কৰ আৰু মোৰাৰ এই দুয়ো ঠাইৰপৰা বিপ্লৱীবোৰক ঠেলি নি কিল্লাত ভৰাই তাৰ পাছতহে কিল্লা আক্রমণ কৰিব।"

"হিউৰ'জক কামৰণৰা বেহাই দি তুমিয়েই ফিৰিঙ্গীৰ ফৌজৰ সেনাপতিত্ব কৰিব পাৰা দেখোন!" মধুমতীয়ে মুখটিপি হাঁহিলে।

সন্ধিয়া পাৰ হৈ গৈছে। তলত বান্ধি থৈ অহা ঘোঁৰা দুটাৰ কোনোবা এটাই চিঁহিহিয়ালে। মধুমতীয়ে ক'লে, "ব'লা না, যাওঁ। বহুত দেৰী হ'ল।"

"মাধু, কটোৰী গাঁৱৰ সেই সৰু মুচ্যাফিৰখানাটোত পৰি থাকোতে মই আগৰ কথাবিলাক ভাবিছিলো। ভাবিছিলো, মোৰ বন্ধুবিলাক সকলো এটা এটাকৈ খহি গৈছে—বিঠোৰত ক, মীৰাটত ক, দিল্লীত ক নাইবা ঝাঁচীতেই ক। যুগলীকৰ আছেগৈ, কিন্তু বোধকৰো সিও যাব সোনকালেই।"

"মইতো বাকী আছো ? আৰু কিয়—ওস্তাদ ? ওস্তাদৰ মানুহখিনি ? অৱশ্যে তেওঁলোকৰ কোনো নিশ্চয়তা নাই।"

"হুঁ, তই বাকী আছু।" অইন কিবা ভাবি ভাবি ক'লে ইমৰানে। সি একান্তমনে গছৰ পাত এটা ফালিছিল। "একমাত্র তয়েই বাকী আছ। তোৰ কথা মই কেতিয়াবা খুব ভাবো। ধাঁচীত সকলো মানুহ-হনুহ মৰি শ্মশান হৈ থকা মহলা এটাত মাজৰাতি অকলশৰীয়া ছোৱালী এজনী লগ পাইছিলোঁ। কামান এটাত আউজি তাই অকলে থিয় হৈ আছিল। তাইক দেখি কেনেকুৱা লাগিছিল জান ?

"কেনেকুৱা ?"

"কেনেকৈ তোক বুজাম এতিয়া ? মতা মানুহৰ চকুৰে চাব পৰা হ'লে বুজিলিহেঁতেন।" ইমৰানে আৰু এটা গছৰ পাত হাতত ল'লে। "কিন্তু কি হ'ল বাৰু ক'চোন ? সেই ছোৱালীজনীৰ সজল চকুত মই নিজৰ প্রতিবিম্ব দেখিলো নেকি ? পৃথিৱীত খুব অকলশৰীয়া লাগিল নিজকে—মোৰ বন্ধুবিলাকৰ কথা মনত পৰিল, তোৰ কথা মনত পৰিল। সেই দিনাৰপৰাই তোৰ কথা ভাবিছো মই। ভাবিছো একমাত্র তয়েই মোৰ আপোন।"

খিল্ খিলকৈ হাঁহি মধুমতীয়ে ক'লে, "মতলব কি ? মোক এতিয়া বিয়া কৰাবা নেকি তুমি ?"

তাইৰ কথালৈ কাণ নকৰি ইমৰানে ক'লে, "তই বাৰু কেতিয়াও তেনেকুৱা অকলশৰীয়া অনুভৱ কৰা নাইনে, মাধু ? চাওঁ মাধু, তোৰ চকুলৈ চাওঁ।"

হঠাৎ যেন কি হ'ল ইমৰানৰ। সি উদভ্রান্তৰ দৰে দুই হাত মেলি মধুমতীক সাবটি ধৰিলে। মধুমতীৰ ওঁঠৰ ওপৰত তাৰ ওঁঠৰ পৰশ পৰিল।

"অসভ্য ক'ৰবাৰ !!....এৰা।"

এক আছাৰ মাৰি তাক একৰাই পেলালে মধুমতীয়ে। তাই আক নব'ল....পাহাৰীয়া একা-বেঁকা বাটেৰে বনৰীয়া জন্তুৰ দৰে ক্ষিপ্ৰভাৱে তললৈ নামিবলৈ ধৰিলে।

ইমৰানে পিছফালৰপৰা মাতিলে, "মাধু! বৈ যা—অকলে নাযাবি।"

কিন্তু মধুমতী তেতিয়া অদৃশ্য হৈ গৈছে। অলপ পাছতে তাইৰ ঘোঁৰাই চহৰৰ ফালে তীব্ৰ বেগে দৌৰাৰ শব্দ শুনা গ'ল।

পিছ দিনা ৰাতিপুৱা হুলস্থুল কাণ্ড।

পুৱাৰেপৰা তাঁতিয়া আক ৰাওৰ উদ্দেশ্যে ইচ্ছামতে গালি-গালাজ কৰিছে চিপাহীবোৰে। ফিৰিঙ্গী আহি আমীন পোৱাৰ খবৰ পাই টিঙিৰি-তুলাৰ দৰে জ্বলিছে প্ৰত্যেকটো চিপাহী। পুৱাই পুৱাই সিহঁতে উৰ্দি পিন্ধি ওলাইছে। আজি এটা হেস্ত-নেস্ত হৈ যাব ৰাও-তাঁতিয়াৰ লগত।

বৈজনাথ, যুগ্লীকৰ আক ইমৰানে সাজি-কাচি বাহিৰলৈ ওলাবৰ কাৰণে সাজু হৈছিল। এনেতে দূৰত ঘোঁৰাৰ শব্দ শুনি যুগ্লীকৰে বাহিৰলৈ ভুমুকিয়াই চাই ক'লে, "মধুমতী আহিছে। আমি দুটা আগতেই ওলাও তেন্তে। তাই আমাক দেখিলে লাজ পাব পাৰে। ইমৰানে পাছত আহি আমাক কাৰাজ-ময়দানত লগ দিবি।"

ইমৰানে ক'লে, "তহঁতো থাকচোন!"

কিন্তু সিহঁত গ'লগৈ।

অলপ পাছত মধুমতী আহি সোমাল। তাইৰ গাত বগা সাজ-পাৰ। ইমৰানে এক লহমাতে চিনিলে যে সেইবোৰ বেচেৰীৰ আটাইতকৈ ভাল পোছাকী-কাপোৰ। মধুমতীৰ কাণত দুল জুলিছে। তাইৰ ডিঙিত সেই হাৰডাল

কোঠাত সোমায়ে তাই সুধিলে, "তুমি বাঈচাহেবাৰ তালৈ যাবা নহয় ? কাৰবাৰ কেনেকুৱা হৈছে দেখিছায়তো !"

"ওঁ। যাম। যাবৰ কাৰণে ওলাইছোৱেই।" সহজ মাতেৰে ইমৰানে ক'লে। কিন্তু সি মূৰ নাদাঙি জোতাৰ ফিটা মৰাত ব্যস্ত হৈ থাকিয়ে ক'লে, "বহ।

মধুমতী নবহিল। তাই এ .য় বৈ থাকিল অলপ সময়। "তুমি কালিৰাতি বাৰু কিয় তেনেকুৱাখন কৰিছিলা কোৱাচোঁন ? তোমাৰ মতিভ্ৰম হৈছিল নেকি ?"

ইমৰানে মূৰ নুতুলিলে। মধু তীয়ে খিৰিকীৰ ওচৰলৈ গৈ চিকত হাত থৈ বাহিৰলৈ চাই থাকিল নিৰ্নিমেষে। অলপ পাছত তাই অস্ফুট মাতেৰে ক'লে, "কিয় তেনেকুৱা কৰিছিলা কোৱাচোঁন ?" তাইৰ মাত যেন ফুচ্‌ফুচনি হৈ ওলাইছে। "মই জানো, তুমি ইমৰান নোহোৱা। ক'ব নোৱাৰো তুমি কোন। আমাৰ গাঁৱৰ মোৰ ল'ৰালিৰ লগৰীয়া ইমৰান আজি সাত বছৰ আগতে পানীত পৰি ঢুকাইছে। কালিৰ যুদ্ধৰ সময়ত সেই ইমৰানৰ খুৰাকক মই লগ পাইছিলোঁ। তেৱেঁ মোক ইমৰান মৰাৰ বাতৰি দিছিল। চাৰি বছৰ বয়সতেতো এৰা-এৰি, চেহেৰা মনত থাকিব কেনেকৈ মোৰ ? তথাপি তোমাৰ বাঁও কাণৰ লতিত তিল এটা নেদেখি মই মাজে মাজে বৰ আচৰিত হৈছিলোঁ। কাণৰ লতিত থকা মস্ত তিল এটাৰ কাৰণে ইমৰানক 'কুণ্ডলা' 'কুণ্ডলা' বুলি জোকোৱাৰ কথা ইমান স্পষ্টকৈ মনত পৰে !"

"মাধু !" শব্দটো তিঙিত ফুটি নোলোৱাৰ কাৰণেই যেন আকৌ উচ্চাৰণ কৰিলে ইমৰানে, "মাধু !"

মধুমতীয়ে ইমৰানৰ কথালৈ মুঠেই মন কৰা নাই। তাই নিজে নিজক কোৱাৰ দৰেই কৈ গ'ল, "তুমি ইমৰান নোহোৱা। তুমি কোনোৱেই নোহোৱা। কালিৰ যুদ্ধৰ পিছত মই কত দিন চিন্তা কৰিবৰ চেষ্টা কৰিছো তুমি কোন। তোমাৰ কথা, তোমাৰ

ব্যৱহাৰ সাধাৰণ চিপাহীৰ দৰে নহয়। তোমাৰ খোজ-কাটল, তোমাৰ চেহেৰাত অভিজাত্যৰ ছাপ আছে। কত ঠাই ঘূৰিছা তুমি, কিতাপ পঢ়িছা তাতকৈয়ো বহুত বেছি—ফাৰ্চী, ইংৰাজী, ফৰাচী প্ৰত্যেকটো ভাষা কিমান ভালকৈ জানা তুমি! তোমাৰ দুঃসাহস, তোমাৰ ধৈৰ্য্য, উদ্যম আৰু বুদ্ধি—ওহো, সাধাৰণ মানুহ তুমি নোহোৱা। সাধাৰণ মানুহ তুমি নোহোৱা...অন্য কোনো মানুহ, অন্য কোনো পৰিচয়।"

ইমানপৰে ইমৰান সহজ হ'ল। সি হাঁহিলে। বৰ স্বস্তিৰ হাঁহি, যেন ভাগৰ বোজা এটা নামি গ'ল মূৰৰপৰা।

"পৃথিৱীত মানুহ হিচাপেই মোৰ পৰিচয়", সি ক'লে, "হিন্দুস্থানত মোৰ চিনাকি এয়ে যে মই বিপ্লৱী। মই অন্ততঃ কাৰো শত্ৰু নহওঁ, মাধু।... বিপ্লৱী....এই চিনাকিৰেই মোক লব নোৱাৰেনে মাধু? অন্য পৰিচয় নাপালে কি কোনো গ্লানি থাকি যাব?"

"ইমৰা...", ক'বলৈ গৈ মধুমতীয়ে সংকোচ কৰি ৰৈ গ'ল।

ইমৰানে ক'লে, "মাতনা 'ইমৰান' বুলিয়ে। দুটা মানুহৰ একে নাম থাকিব নোৱাৰেনে? যে 'ইমৰান' নামটোৰ কাৰণে মই ইমানেই না-লায়ক?"

ইমৰানে হাঁহিবলৈ চেষ্টা কৰিলে। মধুমতীয়েও এবাৰ ক্ষীণভাৱে হাঁহিলে। কিন্তু পিছ মুহূৰ্ত্ততে তাইৰ মুখ আকৌ গহীন হ'ল। "নালায়ক?" তাই ক'লে, "বেছি লায়ক কাৰণেইতো তোমালৈ ভয় লাগে। দিল্লীত কি অসাধাৰণ জেদৰ সৈতে যুঁজিছিলা তুমি। ভাবিছিলো দিল্লীৰ হৰাৰ পিছত তুমি হয় পাগল হৈ যাবা, নাইবা আত্মহত্যা কৰিবা। কিন্তু অদ্ভুত, তুমি আজিলৈকে যুঁজিয়েই আছা।....অৱশ্যে তুমিয়েই এদিন কৈছিলা, যে পৰাজয়ৰ ওচৰত আত্ম-সমৰ্পণ কৰাটো বিপ্লৱ নাইবা বিপ্লৱী কাৰোৰেই চৰিত্ৰ নহয়। বিপ্লৱ অপৰাজিত।"

মধুমতীয়ে আকৌ খিখিকীৰ ফিকত হাত থৈ বাহিৰৰ কালে চালে। "নহয়, ভয়ঙ্কৰ জেদৰ সৈতে তুমি স্বদেশক ভাল পোৱা ....কি গোঁৱাব তুমি !···কিন্তু তোমাৰ আত্মত্যাগৰ তুলনা নাই, ইমৰান ! যেয়েই নোহোৱা তুমি, তোমাক মই শ্ৰদ্ধা কৰোঁ !"

গাকৰ তলৰপৰা চুৰট উলিয়ালে ইমৰানে। দিয়াশলাইৰ কাঠি মাৰি এটা চুৰট জ্বলালে। "ইমানখিনিলৈকে যদি কৈছ, মাধু", সি ক'লে, "তেন্তে অন্ততঃ আৰু এটা কথা মানি ল'। মইতো জানো যে তোৰ প্ৰকৃত আপোন মানুহ কোনো নাই, হিন্দুস্থান স্বাধীন হওক বা পৰাধীন হৈয়েই থাকক, তোৰ ব্যক্তিগত জীৱনলৈ দুৰ্যোগ আহিব বহুতো। এটা কথা অন্ততঃ মানি ল'। মানি ল' যে মই তোৰ আপোন, মানি ল' যে তোৰ প্ৰতি মোৰ দায়িত্ব আছে। জীৱনত স্বাধীনভাৱে তই যেনেকৈ ইচ্ছা যায় চলিবি, যিহকে ইচ্ছা যায় কৰিবি, কিন্তু তাৰ দায়িত্ব ল'ম 'মই'।"

কথা কৈ কৈ মধুমতীৰ নিচেই কাষ পাইছিলহি ইমৰানে। সি একেলেঠাৰিয়ে চুৰটটো হুপি গৈছিল।

তাই মনে মনে থকা দেখি সি ক'লে, "নে মোৰ পৰিচয় নাই কাৰণেই আজি সকলো শেষ হৈ গ'ল ? আগৰ সকলো মৰম-চেনেহ আজিয়েই কি মূল্যহীন হৈ গ'ল ? কৈ দে মাধু, মোৰ চিনাকিয়েই কি সকলো........মই মানুহটো একোৱেই নহয় ?"

মধুমতীয়ে দুই হাতেৰে মুখ ঢাকি পেলাইছিল। তাই কান্দিছিল নেকি ? ফুচ্‌ফুচাই কোৱাৰ দৰে ক'লে তাই, "আৰু নক'বা, ইমৰান। তুমি মহৎ........তুমি মহৎ আৰু মই তোমাক ভাল পাওঁ............কিন্তু আজি এৰি দিয়া........আজি মোক আৰু একো নক'বা তুমি !"

তাই দৌৰি ঘৰৰপৰা ওলাল আৰু ধোঁৱাত উঠিল। পাথৰেৰে বন্ধোৱা বাস্তাত তাইৰ দৌৰাৰ খুৰাৰ শব্দ শুনিবলৈ পালে ইমৰানে।

........অলপ সময়ৰ পাছত ইমৰানেও লস্কৰৰ পিনে কদমত খোঁৱা চলালে।

নওলক্ষী কুঠিৰ দৰৱাজাত দুটা বৰকন্দাজে বাধা দিলে ইমৰানক। বাঙ্গীচাহেবাৰ হুকুম নোহোৱাকৈ কুঠিত সোমোৱা নিষেধ, সিহঁতে তাক বুজাই ক'লে।

"কিন্তু বাঙ্গী-চৰকাৰ এতিয়া আছে ক'ত ?" ইমৰানে সুধিলে, "বৈঠক ঘৰত, নে অন্দৰ-মহলত ? মই চৰকাৰক খুব দৰকাৰী চিঠি এখন দিবলৈ আহিছোঁ।"

বৰকন্দাজহঁতে ক'লে, "চৰকাৰে এতিয়া তৈয়াৰ হৈ বৈঠক ঘৰত বহিছেহি। কিন্তু কৈছোৱেই, মুলাকাত হ'ব নোৱাৰে। চিঠিটো আমাৰ হাতত দি যোৱা "

ইমৰানে বৰকৈ কেৰ-জেৰ কৰাত সিহঁতে নায়েবৰ কোঠাটো দেখুৱাই তেওঁৰ হাতত চিঠিখন দি যাবলৈ ক'লে।

কোঠাত সোমাই নায়েবৰ একেবাৰে সন্মুখত থিয় হৈ দীঘল চালাম দি ইমৰানে ক'লে, "ৱাদাবৰ্দ, হাকিম-চাহাব, চৰকাৰৰ লগত মুলাকাত কৰিবলৈ আহিছো, পাৰিমনে ?"

"কি দৰকাৰ ?" তীক্ষ্ণ নাকটো দাঙি ততোধিক তীক্ষ্ণ মাতেৰে সুধিলে নায়েবে। চুচমাৰ তলেদি এবাৰ ইমৰানক নিৰীক্ষণ কৰি আকৌ কামত মন দিলে তেওঁ।

"দৰকাৰ ব্যক্তিগত।"

নায়েবে দুৱাৰৰ ফালে আঙুলিয়াই গৰ্জি উঠিল, "এই মুহূৰ্ততে ইয়াৰপৰা ওলাই যোৱা। কোনো ব্যক্তিগত কথাৰ কাৰণে দেখা হ'ব নোৱাৰে।"

জেপত হাত ভৰাই থিয় হৈ আছিল ইমৰান। একেটা জাপতে মেজখন পাৰ হৈ সি নায়েৰৰ একেবাৰে কাষ পালেহি। পিছ মুহূর্ত্ততে তাৰ পিস্তলৰ নলীয়ে নায়েৰৰ বুকু স্পর্শ কৰিলে। "খবৰ্দাৰ, নিচিয়ঁৰিব....যদি প্ৰাণলৈ মমতা আছে", সি ফুচ্‌ফুচাই ক'লে, "আল্লাৰ নামত কিবা কাঢ়ক যে মোক চৰকাৰৰ লগত দেখা কৰিবলৈ দিব।"

নায়েৰ বেচেৰাই তেতিয়াও অস্ত্র-শস্ত্ৰৰ সম্মুখীন হৈ পোৱা নাই। তেওঁ আগলি কলপাত কঁপাদি কঁপিছে। থোকা-থোকি মাতেৰে তেওঁ ক'লে, "দোহাই আপোনাৰ....চৰকাৰৰ একো অনিষ্ট নকৰিব। পিস্তল-তৰোৱাল ইয়াত থৈ যাওঁক।......"

"পৱিত্ৰ কোৰান-শৰীফৰ নামত মই এই শপত খাইছো যে চৰকাৰৰ কোনো অনিষ্ট নকৰোঁ।" ইমৰানে থিয় হ'ব খোজা নায়েৰক জোৰকৈ কান্ধত ধৰি বহুৱাই দিলে। বেঁকা হাঁহি এটা মাৰি তেওঁৰ কালে নিজৰ পিস্তল আৰু তৰোৱাল দলিয়াই দিলে সি। তাৰ পাছত ক্ষিপ্ৰবেগে ঘৰৰ ভিতৰ সোমাল।

বৈঠক ঘৰত সোমায়ে ইমৰানে যিটো দল দেখিলে তাৰ সম্মুখীন হ'বলৈ সি প্ৰস্তুত হৈ অহা নাছিল। ৰঘুনাথ সিংহ, গুল-মুহাম্মদ, গণপৎৰাও মাৰাঠা, ৰামচন্দ্ৰৰাও দেশমুখ, মান্দাৰ, কাশী কুনবীন, জুহী নাটকৱালী আৰু নান্নে খাঁ। সোঁমাজতে দহ বছৰীয়া দামোদৰৰ সৈতে তলমূৰকৈ বহি আছে বাঙ্গৈচাহেৰা। হঠাৎ একেলগে ইমানবোৰ ডাঙৰ মানুহক সম্মুখিত দেখি তাৰ বুকুখন অলপ হ'লেও কঁপিল।

ৰঘুনাথ সিংহই ইমৰানক দেখিয়ে চিনি পাইছিল, কিবা এটা ক'বলৈ মুখ মেলিছিল তেওঁ। ৰামচন্দ্ৰৰাও দেশমুখেও আঙুলি জোকাৰি থিয় হৈছিল। কিন্তু কাকো কথা ক'বলৈ সময় নিদি ইমৰানে হাতযোৰ কৰি ক'লে, "মোৰ ধৃষ্টতাক আপোনালোকে

ক্ষমা কৰিব ! হিন্দুস্থানৰ মুক্তি-যুঁজাক হিচাপে আজীৱন যুদ্ধ কৰাৰ অধিকাৰত মই চৰকাৰক এটি প্ৰশ্ন কৰিবলৈ আহিছো, যে জাতিৰ ভৱিষ্যতৰ এই মহা সন্ধিক্ষণত চৰকাৰে গণ-বিপ্লৱক সফল নেতৃত্ব দি লাখ লাখ শ্বহীদৰ আজাদ-হিন্দৰ আদৰ্শক ৰূপ দিব, নে সামান্য সামন্ততান্ত্ৰিক বিবাদ-বিসম্বাদ আবেগ-ভাব-প্ৰৱণতাৰ মাজত হেৰাই গৈ তাক ধ্বংস কৰি দিব ?”

ৰাজগুৰু ক্ৰেশমুখে ইতিমধ্যেই গৰজি উঠিছিল, আৰু বিশালবপু দুটা বৰকন্দাজে আগবাঢ়ি আহি ধৰি পেলাইছিল ইমৰানৰ দুয়োটা বাহু। কিন্তু সিহঁতক একে আজোৰে গাৰ-পৰা একৰাই দি ইমৰানে কঠিনভাৱে কৈ উঠিল, “মই আজি চৰকাৰৰ সম্মুখত কথা ক’ম বুলি দৃঢ়-প্ৰতিজ্ঞ হৈ ইয়ালৈ আহিছোঁ। আৰু এই কথা ক’বলৈ মোৰ আজি অধিকাৰ আছে যে মোৰ পৰিয়ালৰ প্ৰত্যেকটো মানুহে সৰ্বস্ব ত্যাগ কৰি দেশৰ কাৰণে প্ৰাণ আহুতি দি গৈছে, আৰু ময়ো সেই একে আজাদ-হিন্দৰ আদৰ্শত মৃত্যুক আদৰি ল’বলৈ আগুৱাই আহিছোঁ। এই কাৰণেই আজি মোৰ অধিকাৰ আছে যে মই ৰাজশেখৰ—ময়েই সেই হতভাগ্য শেঠ চন্দ্ৰশেখৰৰ পুত্ৰ যাৰ পৰিয়ালৰ আত্মবলিদানৰ কাহিনী ভাৰতবৰ্ষত কাৰোৰেই অবিদিত নহয়।”

অদ্ভুত এক বোবা বিস্ময়ত মানুহবোৰ স্তম্ভিত হৈ থিয় দি থাকিল। কেইটামান মুহূৰ্তৰ কাৰণে প্ৰত্যেকেই মাত-বোল পাহৰি গ’ল। ঘটনাৰ অবিশ্বাস্যতা আৰু দ্বিধা-সন্দেহৰ মাজত যুক্তি হেৰুৱাই তেওঁলোকে মাথো হতবাক হৈ ৰৈ থাকিল। ৰাজশেখৰ !! শেঠ ৰাজশেখৰ ! ইও কি সম্ভৱ ?

তেওঁলোকৰ মাজত যেন অস্পষ্ট গুঞ্জন উঠিল।

“ময়েই শেঠ ৰাজশেখৰ।” ইমৰানে কৈ গ’ল, “সোণৰ দলিচাৰ ওপৰেদি খোজকাঢ়িছিল মোৰ পূৰ্বপুৰুষে—পাঁচটা হিন্দুস্থ

আৰু পাঁচটা ৱেলিংটন স্কোয়েৰ কিনিব পৰা সোণ আছিল মোৰ দেউতাৰ হাতত। জীৱনৰ শেষ মুহূৰ্ত্তত নিজক চিনি পাইছিল দেউতাই—অত্যাচাৰ আৰু পাপেৰে কলুষিত সেই সোণবোৰৰ প্ৰায়শ্চিত্ত কৰিবলৈ বিচাৰিছিল নিজৰ আৰু ল'ৰা-ছোৱালীৰ জীৱন দেশৰ হবিত সঁপি দি। আৰু তাৰ প্ৰতিফল স্বৰূপে তেওঁ কি পাইছিল তাক আপোনালোকে জানে—লক পুতেকৰ লগত পিঠিয়া-পিঠিকৈ বান্ধি তেওঁক সিহঁতে কামানৰ আগত উৰুৱাই দিছিল।" ইমৰানে বাঙ্গৈচাহেবাৰ পিনে চালে। বাঁওহাতৰ আস্তিন খুলি বাউসীটো দাঙি ধৰি দি ক'লে, "এয়া ইয়াত চাওক, এয়া আমাৰ গৃহ-অধিষ্ঠাত্ৰী মা ভাৱানীৰ চিহ্নাঙ্কণ। দেৱীৰ নামত স্বাধীনতাৰ শপত গ্ৰহণ কৰি আমি যুদ্ধত নামিছিলোঁ।"

"শেঠ ৰাজশেখৰ, আমি আপোনাক চিনি পাওঁ।" ইমৰানৰ মুখত কথা ক'লে বাঙ্গৈচাহেবাই। "কিন্তু আপুনি আজি ইমান সাধাৰণ বেশত কিয়?"

হাঁহিলে ইমৰানে। "সাধাৰণ চিপাহীৰ দৰেই যুদ্ধক্ষেত্ৰত থকাৰ ইচ্ছা। নেতা হ'বলৈ চেষ্টা যে কৰা নাছিলো এনে নহয়। কিন্তু সেই সময়ত গোটেই ভাৰতবৰ্ষত মোৰ মূৰৰ কাৰণে মোটা টকাৰ পুৰস্কাৰ ঘোষণা কৰা হৈছিল। গতিকে গা দেখুৱাই কাম কৰাটো সম্ভৱপৰ নাছিল। তদুপৰি এই যুগত নেতা হ'বলৈ নিজা ফৌজ আৰু যথেষ্ট টকা লাগে। নেতা হ'ব পৰা কোনো গুণেই মোৰ নাছিল—কিন্তু গুপ্ত সংগঠন আৰু সন্ত্ৰাসবাদী কাৰ্য্যত দক্ষতা মোৰ আছিল। সেইটো আপুনিও জানে, কাৰণ...." কামিজৰ বাঁওহাতৰ খুৰণীয়াকৈ কটা অংশটো দেখুৱাই ইমৰানে কৈ গ'ল, "তৰোৱালে কটা চোলাৰ এই ভোখৰ আপোনাৰ মনত পৰেনে? বহু দিনৰপৰা এই কামিজটোক মই বহুমূলীয়া সম্পদৰ দৰে সাঁচি থছিলো; আজি তাকে পিন্ধি আহিছোঁ।"

সকলোৰে ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিলে। বাঙ্গীচাহেৰাই মাথোন বিষণ্ণভাৱে হাঁহিলে। "মই জানো", ক'লে হেঁখেতে।

বাহিৰৰ ৰাস্তাত হঠাৎ খুব হুলস্থূল শুনা গ'ল। গণপৎ ৰাও, কাশী, জুহী আদি কেইজনমানে উঠি গৈ খিৰিকীয়েদি বাহিৰলৈ চালে। বিশৃঙ্খলভাৱে চিঞঁৰ-বাখৰ কৰি কৰি ৰাস্তাইদি দলে দলে চিপাহীবোৰ গৈছে। ইমান হুলস্থূল কৰিছে সিহঁতে যে কবো কথাই শুনিবৰ উপায় নাই।

ইৰবানে ক'লে, "চিপাহীবোৰৰ আজি ধৈৰ্য্যৰ বান্ধ ভাঙি গৈছে। আজি ৰাস্তিপুৰাই টোপী চাহাবে সিহঁতক সমবেত কৰিবৰ চেষ্টা কৰিছিল, কিন্তু সিহঁতে তেওঁৰ কথা শুনা নাই। কাৰণ তাঁতিয়া টোপীয়ে চৰম বিশ্বাসঘাতকতা কৰিছে সিহঁতৰ লগত। আজাদ-খাহীৰ নামত সিহঁতক পথলৈ নমাই আনি নিজে পুণ্যাৰ্জনত ব্যস্ত হৈ পৰিছে। যোৱা বাৰটা দিন সিহঁতক কুচ-কাৱাজ নকৰোৱাকৈ বহুৱাই ৰাখি তিল্ তিলকৈ সিহঁতৰ কৰ্মশক্তি নষ্ট কৰিছে তেওঁ। স্বাধীনতাৰ যুদ্ধত প্ৰাণ দিয়া সিহঁতৰ জাত-ভাই লাখ লাখ শ্বহীদৰ পবিত্ৰ স্মৃতিক তেওঁ নিজৰ ব্যক্তিগত স্বাৰ্থান্ধভাৱে অপমান কৰিছে। এই সৰ্বহাৰাৰ দলটোলৈ আপুনি এবাৰ চকু মেলি চাওক, যি পথত সিহঁতে এবাৰ খোজ পেলাইছে সেই পথত সিহঁতৰ মৃত্যু নাইবা মুক্তিৰ বাহিৰে আৰু অন্য কোনো গতি নাই।"

চিপাহীৰ দীঘল মিছিলটোৱে হৈ-চৈ কৰি গৈ আছে তেতিয়াও। সিহঁতৰ হয়তো এয়ে আশা যে, সিহঁতৰ চিঞঁৰ বাঙ্গীচাহেৰাৰ কাণত পৰেগৈ। হুলস্থূলৰ মাজে মাজে টুকুৰা-টুকুৰি আৱাজবোৰ ভাঁহি আহিছে,—'তাঁতিয়া তুম তফাৎ যাও', 'তাঁতিয়ানে বেইমানি কিয়া', 'পেশোৱাখাহী আজাদী ঝুটা হ্যায়', 'তাঁতিয়াকে সাথ নেহী লড়েঙ্গে, আজাদ-খাহীকো মিট্টি নেহীডালেঙ্গে', হুলস্থূলৰ মাজত সিহঁতৰ বাকী আৱাজবোৰ নুশুনা হৈ গৈছে।

ইমবানে বাঈচাহেবাক লক্ষ্য কৰি ক'লে, "সিহঁতে বৰ আশা কৰিছে যে আপুনি সিহঁতৰ নেতৃত্ব গ্ৰহণ কৰিব। যদিও সিহঁত আপোনাৰ সৈন্য নহয় তথাপি আপোনাৰ আঙুলিৰ এটা ইংগিতত সিহঁতে হাজাৰে হাজাৰে প্ৰাণ দিবলৈ আগুৱাই আহিব। অকল সিহঁতেই নহয়, মীৰাট আৰু দিল্লীৰ পতনৰ পিছত বিহাৰ, অযোধ্যা আৰু সমগ্ৰ মধ্য ভাৰতেই আজি বৰ আশাৰে আপোনাৰ নেতৃত্বলৈ বাট চাইছে।"

অলপ সময়ৰ পাছত খিড়িলটো পাৰ হৈ গ'ল। এনেতে গণপৎৰাও মাৰাঠাই খবৰ দিলেহি যে ৰাওচাহাব, তাঁতিয়া টোপী আৰু বান্দাৰ নবাব আহিছে। কেইমুহূৰ্তমানৰ ভিতৰতে বাহিৰত জোতাৰ শব্দ শুনা গ'ল। কোঠাত প্ৰথমেই প্ৰৱেশ কৰিলে বান্দাৰ নবাবে, তাৰ পাছত এজন এজনকৈ ৰাওচাহাব আৰু তাঁতিয়া। ৰাঈচাহেবাৰ অনুচৰবৰ্গক আশা কৰা নাছিল বোধকৰো ৰাও আৰু তাঁতিয়াই; তেওঁলোকক অলপ শঙ্কিত হোৱা যেন দেখা গ'ল। বাঈচাহেবাৰ বিষণ্ণ মুখলৈ চাই ছুয়ো তললৈ মূৰ কৰিলে।

অলপ সময়ৰ পাছত তাঁতিয়া লাহে লাহে আগবাঢ়ি গ'ল। মাৰাঠী ৰীতিমতে বাঈচাহেবাক সম্ভাষণ জনাই তেওঁ ক'লে, "ইংৰাজ সৈন্য বৰ ওচৰ পালেহি। বিদ্ৰোহী চৰকাৰ বিপদৰ সম্মুখীন। এতিয়া আমি একেলগ হোৱাৰ দৰকাৰ। আপোনাৰ সাহায্য প্ৰাৰ্থনা কৰিছো।"

দীঘলকৈ হুমুনিয়াহ পেলালে বাঈচাহেবাই। তেখেতে ক'লে, "আজ পৰ্যন্ত এবড়া অটোকাট বিভু বচুন যে জিবাপাড় শ্ৰম কেলে তে ফলদ্ৰূপ হোণ্যাচী আশা আতাঁ ৰাহিলী নাহী। আজিলৈকে যি ভয়ানক পৰিশ্ৰম কৰা হ'ল তাৰ ফলশ্ৰুতিৰ আশা আৰু নাথাকিলগৈ। যুদ্ধৰ প্ৰস্তুতি কৰা উচিত আছিল যি সময়ত, সেই সময়ত, আপোনালোক বিজয়োৎসৱত মগ্ন আছিল। মই সামান্য নাৰী।

আপোনালোকক পৰামৰ্শ দিবলৈ মোৰ কি ক্ষমতা আছে ! মাথোন অৱিম্মৃত্তৰ কঠোৰ পৰিণামৰ কথা ভাবি মই শঙ্কিত হৈছোঁ ।”

বিবৰ্ণভাৱে বাঙীচাহেবাই এক দৃষ্টিৰে মাটিলৈ চাই ব’ল । অলপপৰ কৰিলে তাঁতিয়া আক বাওচাহাবে ।

তাঁতিয়া টোপীয়ে মূৰৰ পাগুড়ী খুলি বাঙীচাহেবাৰ ভৰিৰ কাষত মাটিৰ ওপৰত নমাই থ’লে ।

চকু তুলিলে বাঙীচাহেবাই । চকুৰ কোণত নিয়ৰৰ বিন্দুৰ দৰে এটোপ পানী চিকুচিকাইছে । ভগা ভগা মাতেৰে ক’লে তেখেতে, “বহুত দেৰী —ব-হু-ত দেৰী হৈ গ’ল ! এতিয়া জানো মই আক কিবা কৰিব পাৰিম ?!”

আত্মধিক্কাৰত নতশিৰ হৈ থাকিল নেতৃবৃন্দ । কথা ক’লে তেজস্বী বান্দাৰ নৱাবে । দীপ্ত কণ্ঠে তেওঁ ক’লে, “আপুনি বীৰ । বীৰৰ স্থান সদায় যুদ্ধক্ষেত্ৰত । পৰাজয় সুনিশ্চিত বুলি জানিলেও আপুনি যুদ্ধক্ষেত্ৰতেই থাকিব লাগিব । সৰ্বশেষত ইয়াকে কওঁ যে এজন বা দুজনৰ ভুলৰ কাৰণে বিছ হাজাৰ চিপাহীক আপোনাৰ নেতৃত্বৰপৰা বঞ্চিত নকৰিব ।”

বাঙীচাহেবা সম্মত হ’ল ।

x

# সাতাইছ

সোতৰ জুনৰ দিনা থুব ৰাতিপুৱাই ফুলবাগৰ ফালে ঘোঁৰা দৌৰাইছে ইমৰানে। ৰাতিপুৱা মুবুলি শেষৰাতি বোলাই ভাল। পূবৰ আকাশখন সামান্য পোহৰ হৈছে মাত্ৰ। ৰাস্তা ভেতিয়াও ভালকৈ নমণি। পাহাৰৰ নামনিত আন্ধাৰে ঠাহ খাই আছে। দূৰত লস্কৰত জুলি থকা ৰাশি ৰাশি জোৰবোৰ ঝিকিমিকি ঝিকিমিকি দেখি।

কোটাহৰ কালৰপৰা আহিছিল ইমৰান। একা-বেঁকা ৰাস্তা, ওখ-চাপৰ মাটি। ইয়াচিনে দিয়া ঘোঁৰাটো কিন্তু কমদামী হ'লেও সুলক্ষণীয়া। তাৰ ছালত, খোজত তেজ আছে।

যোৱাৰাতি ইমৰানে প্ৰায় নাই শোৱা বুলিলেও হয়। পাহাৰৰ ওপৰৰ শিল এটাৰ কাষত বহি গোটেই ৰাতিটো কটাই দিছে। শেষৰাতিৰ ঠাণ্ডাত অলপ টোপনি আহিছিল। শিলটোতে আউজি শুইছিল সি। কিন্তু আৰাম কৰি শোৱাৰ উপায় নাই; ক্ষণে ক্ষণে সতৰ্ক হৈ থাকিব লাগে, কোটাহ-কি-চৰাইৰ পাহাৰবোৰ বিষাক্ত সেউজীয়া সাপেৰে ভৰ্তি। আৰু জাৰটো! কি মাৰাত্মক জাৰ! দিনৰ গৰমটোৱে যদি মানুহক তেজ মুৰলৈ তুলি মাৰিব পাৰে, ৰাতিৰ ঠাণ্ডাটোও তাৰ তুলনাত একো কম নহয়। একেবাৰে মৰুভূমিৰ বতৰ।

যোৱাকালি মোৰাৰৰ ৰাস্তাৰ যুদ্ধত ফিৰিঙ্গী বাহিনীৰ কেপ্টেইন নীভ নিহত হোৱাত হিউৰ'জে মৰণত শৰণ দি যুঁজি মোৰাৰ কেন্টনমেন্ট দখল কৰিলে। আজি কোটাহ-কি-চৰাইৰ ওপৰত আক্ৰমণ হোৱাৰ কথা। যোৱাৰাতি কোটাহ-কি-চৰাইৰ পাহাৰে-জংঘলে, খাল-নলা-গুহা সকলোতে একোবাৰকৈ শক্তি পৰীক্ষা হৈ গ'ল। শক্তি পৰীক্ষা মুবুলি কৌশল-পৰীক্ষা বোলাই

ভাল, নাইবা চোৰাং আক্ৰমণৰ পৰীক্ষা—কোনে গা লুকাই কিমান শত্ৰু মাৰিব পাৰে ।. ৰাতিৰ অন্ধকাৰত কোটাহৰ পাহাৰ-জংঘল হয়তো বেচ্ শান্ত আৰু নিৰ্জনেই দেখা যাব । কাচিৎ দুই এটা নিশাৰ চৰাইৰ কলধ্বনি নাইবা পোকৰ শব্দৰ বাহিৰে কোনো সাৰ-শব্দ নাই । যেন যুদ্ধৰ লগত কোনো সম্পৰ্ক নাই গোটেই বনানিৰ । কিন্তু হঠাতে হয়তো শুনা গ'ল আকাশ-ফলা গুলীৰ শব্দ । লগে লগে এটা আৰ্ত চিঞঁৰ আৰু জংঘলত কিবা গধুৰ বস্তু এটা বাগৰি পৰাৰ শব্দ । তাৰ পাছত আকৌ সকলো চুপচাপ । তেতিয়া হয়তো কোনো এটা শিলৰ কাষত লুকাই থকা চিপাহী এটাই বন্দুকৰপৰা পোৱা গুলীটো উলিয়াই পেলাই নতুন গুলী ভৰাইছে আৰু শিলটোৰ গাত এডাৰেৰে লিখি থোৱা সংখ্যাটোৰ কাষতে লিখিছে '+১' । যোৱাৰাতি ইমৰানে ছুৰটৰ জুই লক্ষ্য কৰি যিটো চিপাহীলৈ গুলীয়াইছিল সি তেতিয়াই মৰা নাই । তলৰ শুকান পাতৰ ওপৰত গোটেই ৰাতি ধৰফৰাই আছিল বেচেৰাই । বোধকৰো সি ইমৰানৰ ফালে একটিয়া হৈ ছুৰট হুপিছিল আৰু সেই কাৰণে খুব সম্ভৱ গুলীৰ আগত মুখ-আৰু নাকৰ এক অংশ উৰি যোৱাৰ বাহিৰে তাৰ দেহৰ আন একো ক্ষতি হোৱা নাছিল । সেই চিপাহীটোৰ বাবদত ইমৰানে নিজৰ অঙ্কটোত এক যোগ নিদি আধা যোগ দিছিল । হাতত চকমাটি নাইবা এডাৰ নথকাত পাশখুৰৰ আগটোৰেই কাষৰ টান মাটিৰ ওপৰত হিচাপটো লিখিছিল সি ।

সেই চিপাহীটোক ধৰিলে তাৰ সৰ্বমুঠ অঙ্কটো হয় চাৰে-সোতৰ । কি বুৰ্বকৰ দৰে ছুৰট হুপিছিল চিপাহীটোৱে ! গৰিলা-যুঁজতো ছুৰট খোৱা একেবাৰেই নিষেধ । সিয়ান চিপাহীয়ে অৱশ্যে তাৰ মাজতেই ছুৰট হুপি লয়, এনেকি আনৰ ছুৰট জ্বলাইও দিয়ে । তাৰ অৱশ্যে বেলেগ কায়দা আছে, সকলোৱে নাজানে । কিন্তু চিপাহী যিমানেই সিয়ান নহওক লগে, একেডাল দিয়া-

শেলাইৰ কাঠিৰে দুটা জুবট জ্বলাই উঠি যদি তৃতীয় চিপাহীৰ জুবট জ্বলাবলৈ যায়, তৃতীয় চিপাহীৰ মৰণ হ'বই হ'ব। সেই কাৰণে ফৌজত এদাল কাঠিৰে তিনিটা জুবট জ্বলোৱাৰ নিয়ম নাই।

যোৱাবাজ্তি ইমৰান এবাৰ বিপদত পৰিছিল। গাৰ নিচেই কাষতে খচ্ খচ্ শব্দ শুনি সি প্ৰথমতে ভাবিছিল হয়তো পাহাৰী সাপ নাইবা অইন কিবা জন্তু হ'ব। শব্দটো শিলচটাৰ ঠিক সিফালেই, অথচ মূৰ দাঙি চালেও বিপদ। এনেতে সি দূৰত পাহাৰী ভৰিকৰ মাত শুনিলে, কোক-কোক-কোক। যুগলীকৰে সংকেত দিছে। তেন্তে জন্তু নহয়, মানুহ। ইমৰান তাত থকা গম পাই চুপচাপ আক্ৰমণ কৰিবলৈ আহিছে।

ৰাতিটোতকৈও বেছি নিঃশব্দে ইমৰানে শিলচটাৰ পিছফালেদি ঘুৰি গৈ অক্ৰমণকাৰীৰ ওপৰত জপিয়াই পৰিল—পাশখুৰখন পিঠিয়েদি হৃৎপিণ্ডত বহুৱাই দিলে। অলপো শব্দ নোহোৱাকৈয়ে গোটেইটো ঘটনা শেষ হ'ল। যোল-সোতৰ বছৰীয়া ইংৰাজ ল'ৰা এটাৰ মৃতদেহ কঠিন পাহাৰী মাটি সাৰটি পৰি থাকিল। পৃথিৱীত নতুন পোহৰ দেখিবলৈ আৰম্ভ কৰা অঙ্কুৰ এটাক হত্যা কৰিলে ইমৰানে। লোকৰ স্বাধীনতা হৰণ কৰা-নকৰা সম্পৰ্কে কোনো বিবেক গঢ়ি নৌ উঠোতেই কালিমাময় মৰণক বৰণ কৰিলে কিশোৰ প্ৰাণটোৱে। দুঃসাহসিক চকু দুটাত কোন ৰং ফুটি উঠিব মীমাংসা হওঁতে নহওঁতেই তাৰ দীপ্তি হেৰাই গ'ল।

ইমৰানে কিন্তু একো ভবা নাছিল। মৃতদেহটোৰ পিঠিত ভৰিৰে হেঁচি ধৰি দুই হাতেৰে টানি টামি সি হাড়ত লাগি থকা পাশখুৰখন উলিয়াই আনিছিল। তাৰ পাছত মৃতদেহটো ঠেলি পেলাই দিছিল তললৈ। শটো বাগৰি পৰাৰ শব্দক লক্ষ্য কৰি ক'ত যেন বন্দুক এটা ফুটিছিল অনাহকতে। ইমৰানে মাথোন নিজৰ অঙ্কটোৰ কাষতে '+ ১' বুলি লিখিছিল।...

ফুলবাগলৈ আৰু বেছি দূৰ নাই। কোটাহ-কি-চৰাইলৈ সোনকালেই উভতি আহিব লাগিব ইয়ৰান। কোটাহত স্ব.ং বাঈচাহেবাৰ তলতে যি দুদল সৈন্য আছে তাতেই ইয়ৰান, যুগলীকৰ আৰু বৈজনাথৰ স্থান। কোটাহ-কি-চৰাই ঠাইডোখৰৰ নামটো হৈছে এখন সৰু মুচাফিৰখানাৰপৰা। মুচাফিৰখানাৰ অৱস্থানৰপৰা প্ৰায় দেড়-হাজাৰ গজ দূৰতে এই সৈন্য দুদল মোতায়েন কৰা হৈছে। হাতীৰে টনাই কামানো অনা হৈছে কেইটামান। এই গোটেই অঞ্চলটোত সৰ্বমুঠ আঠাৰটা কামান পতা হৈছে। কোটাহৰপৰা লস্কৰলৈকে সকলো গিৰিখাতত ভৰ্তিকৈ পদাতিক, অশ্বাৰোহী আৰু বন্দুকধাৰী চিপাহী লুকাই থোৱা হৈছে।

বাঈচাহেবাই যেন দাবাৰ গুটি সজোৱাৰ দৰেহে সৈন্য সজাইছে। কাম্পুত এটা মোৰ্চা থৈছে তাঁতিয়া টোপীৰ তলত। ফুলবাগত এদল সৈন্য লৈ বৈ আছে বাঈচাহেবাৰ সখীয়েক মান্দাৰ। বান্দাৰ নৱাবক এদল দুৰ্ধৰ্ষ চিপাহীৰে সৈতে থৈছে কাটি-ঘাটিত! গুল মুহাম্মদক থৈছে কোটাহত। কোটাহৰপৰা ফুলবাগলৈকে সমুদায় সৈন্যক পৰিচালনা কৰিব বাঈচাহেবাই নিজে, লগত থাকিব ৰঘুনাথ সিংহ।

ইমান সংক্ষিপ্ত সময়ৰ যুদ্ধ-প্ৰস্তুতিক এটা অদ্ভুত ৰূপ দিলে বাঈচাহেবাই। যুদ্ধ জয়ৰ আশাক দুৰাশা বুলি ভাবিছিল সকলোৱে কিন্তু বাঈচাহেবাই সৰ্ব সৈন্যাধিনায়কত্ব গ্ৰহণ কৰাৰ লগে লগে এটা নতুন প্ৰাণ দিলে গোটেই ফৌজক। বাঈচাহেবাৰ পৰি-চালনাত যুদ্ধ কৰাৰ আশাত নিজকে সন্মানিত বোধ কৰিছে প্ৰতিটো চিপাহীয়ে।

তেৰ জুনৰ দুপৰীয়া বাঈচাহেবাই সৈন্য-ভাৰ গ্ৰহণ কৰিছে। ইয়ৰানে হিচাপ কৰি চালে যে তেতিয়াৰেপৰা অমানুষিক পৰিশ্ৰম কৰিছে বাঈচাহেবাই। চৰিশ ঘণ্টাৰ ভিতৰত কিজানি

পাঁচ ঘন্টাকৈয়ো জিৰণি লোৱা নাই। টাকুৰি ঘূৰাদি ঘূৰিছে, বান্দাৰ নৱাবৰে সৈতে লগ লাগি কাম্পু ময়দানত ফৌজৰ কুচ-কাৱাজ কৰাইছে দিনে-ৰাতিয়ে।

ইমবানে ভাবি চালে বাঙীচাহেৰাই যি কৰ্মদক্ষতা দেখুৱাইছে তাৰ হয়তো তুলনা নাই। তথাপি আজিৰ যুদ্ধই ভাৰতবৰ্ষৰ ভৱিতব্য নিৰূপণ কৰিব।

চোৰাংচোৱাই খবৰ আনিছে চৈধ্য তাৰিখেই, যে ফিৰিঙ্গী বাহিনীত আহিছে হিউৰ'জ, ব্ৰিগেডিয়াৰ ষ্টুয়াৰ্ট, ব্ৰিগেডিয়াৰ জেনাৰেল নেপিয়াৰ্, কেপ্টেইন এবট্, লেফটেনাণ্ট নীভ (নিহত), লেফটেনাণ্ট হাৰকট্, কেপ্টেইন ৰীচ্চ্ কেপ্টেইন লাইটফুট, স্ত্ৰাট্ আদি বহা বহা ইউৰোপীয় সেনাপতি। তেওঁলোকৰ লগত ভাৰতৰ আৰু ভাৰতৰ বাহিৰৰ প্ৰৱাসী বৃটিছ বাহিনীবোৰ, হাৰ মেজেষ্টিজ এইথ্ হুছাৰ, ফ'ৰটিন্থ্ লাইট ড্ৰেগন, নাইন্টি-ফিফ্থ্ ৰেজিমেণ্ট, ফাৰ্ষ্ট বম্বে লেঞ্চাৰ, থাৰ্ড ট্ৰুপ, বম্বে হৰ্ছ আৰ্টিলাৰী, টেনথ্ বম্বে নেটিভ ইনফেণ্ট্ৰি আৰু হাজাৰ হাজাৰ অন্য চিপাহী।

অসম্ভৱক কি সম্ভৱ কৰিব পাৰিব বাঙীচাহেৰাই? পাৰিব অসমাপ্ত প্ৰস্তুতিৰে সফলতাৰ দাবী কৰিব?

ফুলবাগ পালেগৈ ইমবানে। ৰাতি তেতিয়াও ভালকৈ পুৱা নাই। পুব আকাশৰ সীমাত জ্বল জ্বল কৰিছে সুবহ-কি-সিতাৰা। ছাউনিলৈ গৈ মধুমতীক বিচাৰি উলিয়ালে সি। অৱশ্যে বিচাৰি উলিয়াবলগীয়া একো নাছিল। মধুমতীহঁতে তৈয়াৰ হৈ বাহিৰতে শাৰীত থিয় দি আছিলহি। মান্দাৰৰ লগত মধুমতী আৰু কেইজনীমান মাত্ৰ তিৰোতা। প্ৰকৃততে সিহঁতে ফৌজৰ লগত থিয় নহৈ বাহিৰতহে আলেখ-লেখ চাই ঘূৰি ফুৰিছে।

মধুমতীক ইমবানে একাষৰীয়াকৈ মাতি লৈ গ'ল।

"ইমান পুৱাই কেনেকৈ আহিলা ইমবান?" ভাই অবাক হৈ সুধিলে। "ৰাতিপুৱাৰ জলপান খালা জানো তুমি?"

"পাগল! মই এইমাত্র কোটাহলৈ উভতি যাব লাগিব। তই যুদ্ধলৈ পুৱাবেলাৰ ভিতৰতে যাবি নেকি?"

"ক'ব নোৱাৰো। মইতো ফৌজত নাই, মান্দাৰৰ সহচৰী হিচাপেহে থাকিম। ........সৌৱা, বাঙ্গৈচাহেৰা আহিছে!"

যিকালৰপৰা ঘোঁৰাৰ শব্দ আহিছিল সেইফাললৈ ঘূৰি চালে ইমৰানে। বাঙ্গৈচাহেৰা আহিছে। চিপাহীবোৰে সসম্ভ্ৰমে ৰাস্তা এৰি দিছে তেখেতক, আৰু কোৱা-কুই কৰিছে, "বাঙ্গৈচাহেৰা চল্ ৰহে হোয়!"

নতুন ভকুভকীয়া বগা ঘোঁৰা এটাত উঠিছে বাঙ্গৈচাহেৰাই। সাৰেঙ্গী ঘোঁৰাতো গোলাওলীৰ যুদ্ধতে মৰিছে। বড়া গোডৱালে চাগৰীদে তেখেতক ৰাজৰত্ন নামৰ যিটো ঘোঁৰা দিছিল সিও এই কেইদিনৰ পৰিশ্ৰমৰ ফলত ইমান শ্ৰান্ত হৈ পৰিছে যে তাক লৈ আৰু যুদ্ধ কৰা নাযায়। আজি নিশাতে চিন্দ্বিয়াৰ আস্তাৱলৰপৰা নতুন তেজী সুলক্ষণীয়া ঘোঁৰা বাছি লৈছে বাঙ্গৈচাহেৰাই। নীলা ৰং বাঙ্গৈচাহেৰাৰ সদায়েই প্ৰিয়। আজি কিন্তু তেখেতে নীল চন্দেৰীৰ মুৰেঠা, চিপা পায়জামা নাইবা নীল অংগৰাখা পিন্ধা নাই। পিন্ধিছে বগা পায়জামা আৰু লাল-কুৰ্তা, ঠিক গোৱালিয়ৰ কণ্টিনজেণ্টৰ চিপাহীৰ দৰেই। তেখেতৰ ভৰিত বগা নাগাৰা জোতা, মুৰত বগা চন্দেৰীৰ মুৰেঠা, ডিঙিত সামৰিক উচ্চপদ অনুযায়ী পুৰণি চিহ্ন পেটি। তেখেতৰ কঁকালত পাশখুৰ, হাতত মুক্তাখচিত শমশেৰ, ডিঙিত নেবালকৰ বংশৰ আশীৰ্বাদ স্বৰূপ সেই বিখ্যাত মুক্তাহাৰ।

কোটাহ-কি-চৰাইৰ ৰণক্ষেত্ৰৰ পিনে উল্কাবেগে ঘোঁৰা দৌৰাইছে বাঙ্গৈচাহেৰাই। বাঙ্গৈচাহেৰাৰ চকুৰ কোণত কি কোনো বেদনাৰ ৰেখা দেখিলে ইমৰানে? অকণমান হতাশ—অকণমান ক্ষোভ? এই যুদ্ধৰ আমোঘ পৰিণতি কি তাক কি বুজিছে বাঙ্গৈচাহেৰাই?

হয়তো হ'বও পাৰে, হয়তোবা: নহয়। কাল আৰু নিয়তিৰ ৰূঢ়স্পষ্ট ইঙ্গিতক উপেক্ষা কৰি ব্যথাভৰা ভবিষ্যতৰ বুকুত বাঙ্গচাহেৰাই কোন আশাৰ ৰেখা আঁকিছে কোনে জানে ? অযুক্ত উদ্দীপনাৰে ধোঁৱা চেকুৰাইছে বাঙ্গচাহেৰাই। অসমতল পাহাৰীয়া ৰাস্তাৰে যিমান দূৰলৈকে ইমৰানে মনিব পাৰিলে, এনেকুৱা লাগিল যেন সপোনপূৰীৰ কোনো এক কল্পিত অমিততেজী ৰূপকোঁৱাৰে উদ্দাম গতিৰে ক্ৰমেই দিগ্‌লয়ৰ ফালে লৰবি গৈছে। যেন অনির্বান এটি পবিত্ৰ অগ্নিশিখাই শত গ্লানি, শত অপযশ, শত মৃত্যুক অতিক্ৰম কৰি চিৰন্তন মুক্তিৰ উদ্দেশে দুৰ্বাৰ বেগেৰে গতি কৰিছে।…

বাঙ্গচাহেৰা চকুৰে নমনা হোৱাৰ পিছত ইমৰানে মধুমতীলৈ ঘূৰি চালে। ওচৰত ইমৰানৰ ধোঁৱাটো অস্থিৰ হৈ উঠিছিল। ফুলবাগৰ কঠিন মাটিত ধোঁৱাটোৰে তাৰ খুৰাৰে উদ্দেশ্যহীন-ভাৱে দাগ কাটিছিল। মধুমতীয়ে ধোঁৱাটোৰ ফালে ঘূৰি চালে। ইমৰান ওচৰ চাপি আহিল, "মাধু…."

মধুমতীৰ চকু তেতিয়াও মাটিৰ বুকুৰ সেই ধোঁৱাৰ খুৰাৰ দাগবোৰত।

"মাধু, মই তোক….মই তোক মাত্ৰ এটা কথা ক'বলৈ ইয়ালৈ আহিছিলোঁ…. ।"

"….কি কথা ? কোৱানা….", সহজভাৱেই সুধিলে মধুমতীয়ে

"….তোক মই ….", কথাবোৰ ক'বলৈ গৈ ইমৰানে ক'ত যেন উজুটি খাই বৈ গৈছিল।

"….হ'ল কি তোমাৰ ?" মধুমতী এইবাৰ আচৰিত হৈছিল।

"….তোক মই এইটো কথাই ক'বলৈ আহিছিলো যে তই সম্ভৱ হয় যদি বাচি থাকিবৰ চেষ্টা এটা কৰিবি। জান মাধু, আমাৰ জীৱনত ব্যক্তিগত সমল সকলোবোৰ শেষ হৈ গ'ল। একোৱেই বাকী নাথাকিলগৈ। অথচ মাধু, জীয়াই থাকিবলৈ

হ'লে কিছু নগণ্য চৰ্তৰো স্বীকৃতি লাগে মানুহক। সেয়ে কৈছো, মাধু, মোৰ কাৰণে তই এইকণ চৰ্ত মানি ল', তই বাচি থাকিবলৈ চেষ্টা কৰ।"

"আৰু তুমি?"

"মোৰ কথা বৰ অনিশ্চিত। মাধু, ফিৰিঙ্গীৰ লগত আমাৰ এয়ে শেষ যুদ্ধ নহয়। তইতো জান, ওস্তাদৰ আদেশ নাপালে মোৰ মৰিবৰো উপাই নাই, তথাপি এই মুহূৰ্তত বাঙ্গীচাহেবাৰ নিৰপত্তাৰ বাহিৰে অইন কোনো কথাকেই মই ভাবিব পৰা নাই, ভাবিব নোৱাৰো!" ইমৰান অলপ ৰ'ল।

"কিন্তু তই যদি, বাচি থাক....", ইমৰানে ক্ষিপ্ৰবেগে জপিয়াই ঘোঁৰাত উঠিল, "তই যদি বাচি থাক মই দূৰৰপৰাই গম পাম, মাধু, পৃথিৱীৰ য'তেই নাথাকো কিয়! আৰু বিশ্বাস কৰ, মাধু, মোৰ ওচৰত তোৰ স্বীকৃতি ইমানেই অপৰিসীম, জীৱনৰ বাহিৰে আন একোৰেই যে মই তাৰ মূল্য দিব নোৱাৰিম!..."

ঘোঁৰাৰ পিঠিত চাবুক মাৰিলে ইমৰানে। কেইটামান মুহূৰ্তৰ ভিতৰতে অকোৱা-পকোৱা কোটাহৰ বাস্তাৰে সি ক্ৰমাৎ অদৃশ্য হৈ গ'ল।

প্ৰায় পোন্ধৰ-বিছটা বিছালা চিপাহীৰে সৈতে ইমৰান, যুগলীকৰ আৰু বৈজনাথ মূল দলৰপৰা বিচ্ছিন্ন হৈ পৰিছিল। ছেদেলি-ভেদেলি হৈ পলাই অহা বেইন্‌চ্ আৰু ভায়াল্‌চ্ চাহাবৰ বাহিনীৰ বিক্ষিপ্ত দল এটা সিহঁতৰ মাজত হঠাতে সোমাই পৰাৰ কাৰণে এনে হ'বলৈ পালে। চেগা-চোৰোকা হাৰিৰ মাজে মাজে সোনেৰেখা নলাৰ ফালে বেগ দিছে ইমৰানহঁতে। মূৰৰ ওপৰেদি ইমানবোৰ গুলী অহা-যোৱা কৰিছে যে মূৰ দাঙিবৰ

উপাই নাই। ঘোঁৰাৰ গালত গাল লগাই ঘোঁৰাৰ পিছফালে ভৰিৰে লাহে লাহে আঘাত কৰি আগবাঢ়িছে সিহঁতে।

"চাচোঁন, কেনেকৈ লাজ দিলে আমাক!" যুগ্‌লীকৰে ক'লে। "কেঁচুৱা ল'ৰাৰ দৰে শুই শুই পিছুৱাই যাবলগীয়া কৰিলে!"

আবেলি প্ৰায় তিনি মান বাজিছে। প্ৰচণ্ড গৰম ৰডাহৰ তাপ ১২৫ ডিগ্ৰিৰো বেছি। কিল্লাৰপৰা মুহুৰ্মুহু কামানৰ গুলী আহি গোটেই অঞ্চলটোত পৰিছেহি। কেউপিনে বন্দুকৰ শব্দ, বাৰুদৰ গোন্ধ, আহত ঘোঁৰাৰ চিঁহিহিয়নি, হিন্দী আৰু ইংৰাজী দুয়ো ভাষাত হৰেক ৰকমৰ চিয়ঁৰ-বাখৰ। প্ৰখৰ ৰ'দত নীল আকাশত শগুণ আৰু চিলনিবোৰ উৰিছে। যুদ্ধৰ শেহান্তৰত সিহঁতৰ কাৰণে আছে আশাতীত ৰসনা। তাৰেই কাৰণে লোলুপ দৃষ্টিৰে অধৈৰ্য্যভাৱে আপেক্ষা কৰিছে সিহঁতে।

ইমৰানহঁতৰ ধাৰণা আছিল সোনেৰেখা নলাইদি পিছুৱাই গৈ সিহঁতে আকৌ বাঙ্গীচাহেবাৰ দলত পিছফালৰপৰা যোগ দিবগৈ পাৰিব। কিন্তু এনেতে বৈজনাথে ক'লে, "ইমৰান! এইফালে দেখোন গুলীৰ শব্দ নাইকিয়া হৈ আহিছে। ৰেইন্‌চ্-ভায়ালচক খেদি খেদি বাঙ্গীচাহেৰা কি আগবাঢ়ি গ'ল?"

"হে ভগৱান! আমি যে একেবাৰে শত্ৰুৰ মাজত পৰি ৰ'লো।" কোনোবা এটা নতুন চিপাহীয়ে কন্দনামুৱা হৈ ক'লে।

"চুপ কৰ! এই!" ধম্‌কি দি যুগ্‌লীকৰে ক'লে, "তাঁতিয়াৰ কামানবোৰ নিৰৱ কিয়? আৰু কিল্লাৰ কাষত বাৰুদৰ আৱাজ যেন অদ্ভুত ধৰণে বাঢ়ি গৈছে!"

ইমৰানে ক'লে, "আক্ৰমণৰ গতি কিল্লাৰ ফাললৈ ঘুৰি যোৱা নাইতো? ব'ল, সোনেৰেখাৰ পাৰে পাৰে আমি কিল্লাৰ পিনে যাওঁ।"

বৈজনাথে ক'লে, "ৰ'বি, ইমৰান, মই সৌ টিলাটোৰ ওপৰত উঠি চাই কৈ দিম ক'ত কি হৈছে।"

"খবৰ্দাৰ ! কি কৰ ? মৰিবলৈ মতলব কৰিছ নেকি ?"

"একো নহয় । বিনায়কেও কৰিছিল দেখোন ?" কাৰো উত্তৰলৈ অপেক্ষা নকৰি বৈজনাথে টিলাটোৰ ওপৰলৈ ঘোঁৰা উঠাই লৈ গ'ল ।

"বৈজনাথ ! ভালে ভালে নামিবিনে তই ?" যুগ্লীকৰে ক'লে ।

বৈজনাথে তেতিয়া ঘোঁৰাৰে সৈতে টিলাটোৰ একেবাৰে ওপৰত থিয় হৈছেগৈ । "ৰ'বি", সি চাৰিওফালে চাই চাই ক'লে, "সোৱা ! কিন্নাৰ কাষত তয়াময়া যুঁজ লাগিছে, ইমৰান ! সিহঁতে ছুচাৰবিলাকক যুঁজিবলৈ লগাই দিছে ! সিটো দল চাগৈ বাঙ্গীচাহেবাৰ ? আৰু এইফালে চা, প্ৰায় সোনেৰেখা পাৰ হৈয়েই ....আঃ...."

"বৈজনাথ !!" হঠাৎ যুগ্লীকৰে চিঞৰি উঠিল ।

বৈজনাথৰ ঘোঁৰাটোৱে লাহে লাহে টিলাৰপৰা নামিছে, বৈজনাথে চকুমুদি সাৱটি ধৰিছে তাৰ ডিঙিত । ঘোঁৰাটোৰ কান্ধৰ কাষেদি এধাৰ তেজ বৈ আহিছে তললৈ ।

বৈজনাথৰ গাত গুলী লাগিছে ।

ঘোঁৰাটো নামি তল পোৱাৰ লগে লগে সামান্য এটা জোকাৰণিত বৈজনাথ ঘোঁৰাৰপৰা বাগৰি পৰিল । ইমৰান আৰু যুগ্লীকৰ দুয়ো নামি বৈজনাথৰ ওচৰলৈ দৌৰি গ'ল । তাৰ দেহটো ঘোঁৰাত তুলি ল'বলৈ চেষ্টা কৰি যুগ্লীকৰে ক'লে, "বিশেষ একো হোৱা নাই ! সামান্য এটা গুলী মাথোন...., আস্পতাললৈ এবাৰ নি পোৱাব পাৰিলে সব ঠিক হৈ যাব !"

বৈজনাথে তেতিয়াও ছটফটাইছে । সি কথা ক'ব পৰা নাই, তাৰ ডিঙিৰে ঘৰ্ ঘৰ্কৈ শব্দ এটা ওলাইছে । চকুৰেদি ধাৰাসাৰে পানী ওলাইছে বৈজনাথৰ...... যন্ত্ৰণাত্নে বেজাৰত কোনে জানে ।

ইমৰানে ক'লে, "ভোল। কিন্তু লাভ নাই। সি আৰু নাবাচে যোগী। তাৰ বুকুৰ বাঁওফালে ছয় আৰু সাত নম্বৰ কামি হাড়ৰ মাজত গুলী লাগিছে।"

যুগ্‌লীকৰ যেন শিয়ৰি উঠিল; "কৈছ কি!"

"ভোল, তাক ঘোঁৰাত তুলি ল",....ইমৰানে ক'লে।

নিজৰ ঘোঁৰাত যুগ্‌লীকৰে বৈজনাথক তুলি ল'লে। সিহঁতৰ দলটো ইতিমধ্যেই বহু দূৰ আগবাঢ়িছে। সিহঁতেও পিছে পিছে বেগ দিবলৈ ধৰিলে।

সোনেৰেখা নলা পাই তাৰ পাৰে পাৰে গোটেই দলটোৱে কিল্লাৰ ফাললৈ যাব ধৰিলে। জললৈ মুৰ কৰি ঘোঁৰা দৌৰাবলৈ ধৰিলে কেউটাই।

যেতিয়া সিহঁতে কিল্লাৰ খুব ওচৰ পাইছেহি হঠাৎ দূৰত দেখা গ'ল এটা সৰু অশ্বাৰোহীৰ দল। সিহঁতৰ পিনেই দৌৰি দৌৰি আহিছে।

যুগ্‌লীকৰে ক'লে, "আৰে! গুলমুহাম্মদ নহয়নে?"

ইমৰানে ভালকৈ চাই দেখিলে গুলমুহাম্মদেই হয়। কিন্তু গুলমুহাম্মদ এই সময়ত এইখিনি পালেহি কেনেকৈ? ৰাতিপুৱাই কোটাহৰ ৰাস্তাত জাকে জাকে কামানৰ গুলী পেলাই তেওঁ স্মিথ-চাহাবৰ বাহিনীক পিছুৱাই পঠিয়াইছিল। ইতিমধ্যে ৰেইকৰ বাহিনী আহি স্মিথৰ লগত যোগ দিয়াত তেওঁ গৈ কাম্পুৰ দ্বিতীয় মোৰ্চাৰ লগ লাগিছিল। তেতিয়াৰেপৰা কাম্পুতেই আছিল গুলমুহাম্মদ।

ইতিমধ্যে গুলমুহাম্মদ আহি সিহঁতৰ ওচৰ পাইছেই। চিয়ঁৰি চিয়ঁৰি তেওঁ সুধিলে, "এই! বাঙ্গীচাহেবাৰ দলটোক দেখিছ?"

"এইফালে অহা নাই।" কোনোবা এটাই উত্তৰ দিলে।

নিষ্ফল আক্ৰোশত গৰ্জি উঠিল গুলমুহাম্মদে, "এই কুকুৰহঁত! বাঙীচাহেৰাক সৌ ফালে দেখা নাই? পোন্ধৰ-ষোলটা চিপাহীৰে সৈতে তেখেতে ছিটিকি গুচি আহিছিল এইফালে। আৰু তহঁতে গৰু পলোৱাদি পলাইছ কেনি, বেইমানহঁত?"

"আমাৰ পিছফালে বা কাষেদি কোনো দল যোৱা নাই, সকলোপিনেই খালী!" চিপাহী এটাই চিয়ঁৰি ক'লে।

গুলমুহাম্মদে ঘোঁৰাৰ মুখ ওভোতালে। গোটেই দলটোৱে উল্কাৰ বেগেৰে কিল্লাৰ ফালে যাবলৈ ধৰিলে।

অলপ দূৰ গৈয়েই সোনেৰেখাৰ নলাৰ সিপাৰে দেখা গ'ল ৰঘুনাথ সিংহ, গণপৎৰাও, নাম্নে খাঁ আদিৰ অকণমান দলটোক। গুলমুহাম্মদে হুকুম দিলে, "নলা পাৰ হ হঁক!"

সকলোৱে সাৱধানে জপিয়াই জপিয়াই নলাটো পাৰ হ'ল।

যুগলীকৰে পাৰ হ'ব পৰা নাই। বৈজনাথৰ দেহটোৰ ওজনৰ কাৰণে ঘোঁৰাই ইমান দীঘল জাপটো মাৰিব পৰা নাই। সি জিজ্ঞাসু চকুৰে ইমৰানলৈ চালে।

"ঠাণ্ডা?" ইমৰানে সুধিলে।

"একেবাৰে ঠাণ্ডা। ইমান বেছিকৈ আৰু আন কোনেও মৰা নাই, ইমৰান!"

"নলাৰ পানীৰ তলত গুৱাই থ'। তাৰ আত্মাই শান্তি পাওঁক।"

দেহটো নলাত পেলাই দিলে যুগলীকৰে। মুখত থুঁৱাই নাইবা গুৰিয়াই মৃতকক অসম্মান কৰিবলৈ ফিৰিঙ্গীয়ে তাক ইয়াত বিচাৰি নাপায়হি। ঠাণ্ডা পানীৰ তলত উবুৰি হৈ পৰি থাকিল বৈজনাথ।

"মাত্ৰ সি যদি ওপৰমুৱাকৈ শুব পাৰিলেহেঁতেন??"

সিহঁত দুয়ো নলাটো পাৰ হ'ল।

ইতিমধ্যে বাঙীচাহেবাক বিচাৰি তৰ্কা-তৰ্কি হৈ-চৈ লাগিছে সকলোৰে মাজত। হঠাৎ কোনোবা এটাই চিঞৰিলে, "বাঙীচাহেবাৰ ঘোঁৰা। সোৱা॥"

দূৰৰ টিলা এটাৰপৰা মন্থৰ গতিৰে নামিছে বাঙীচাহেবাৰ বগা ঘোঁৰাটো। তেজেৰে তিতি তাৰ ডিঙিৰ ওচৰৰ ঠাইডোখৰ জবাফুলৰ দৰে ৰঙা হৈ গৈছে।

গুলমুহাম্মদে যেন বুজিও একো বুজিব নোখোজে। তেওঁ চিঞৰি উঠে, "হায় আল্লা। ইমানবোৰ তেজ। ঘোঁৰাটোক কোনে এনেকৈ আঘাত কৰিলে?

কাষত থিয় হৈ থকা ইমৰানে ক'লে, "হায়! সেইটো আঘাত ঘোঁৰাৰ হোৱা হ'লে ঘোঁৰাটোৱে কি খোজ কাঢ়িব পাৰিলেহেঁতেন!"

গুলমুহাম্মদে দৌৰি গৈ ঘোঁৰাটোৰ লেকামত ধৰিলে। সকলোৰে দৰে কান্দি কান্দি তেওঁ ঘোঁৰাটো লৈ আহিল। ঘোঁৰাৰ ডিঙিত সাৱটি শুই আছিছে বাঙীচাহেবা—তেখেতৰ চকু মুদ খাইছে, বুকু আৰু কপাল তিতি গৈছে তেজেৰে।

অলপ দূৰত থকা পুৰণি ঘৰ এটাৰ ওচৰলৈ ঘোঁৰাৰে সৈতে বাঙীচাহেবাক লাহে লাহে লৈ গ'ল সকলোৱে। গঙ্গাদাস বাবাই বহু দিনৰ আগতে এৰি যোৱা ঘৰ সেইটো। মুকলি আকাশৰ তলত শীতল মাটিত বাঙীচাহেবাক সন্তৰ্পণে শুৱাই দিলে তেওঁলোকে। সোনেৰেখাৰ ঠাণ্ডা পানী কাপোৰত তিয়াই আনি বাঙীচাহেবাৰ চকু, মুখ, কপালত বাৰে বাৰে ছটিয়াই দিলে।

মান্দাৰ নাই। এই অলপ আগতে মাথো মান্দাৰে বিদায় লৈ গৈছে বাঙীচাহেবাৰপৰা....আৰু পৃথিৱীৰপৰা। কাশী কুনবীনেই বাঙীচাহেবাৰ মুৰৰ মুৰেঠা সোলোকাই পেলালে, ঢিলাই দিলে গাৰ কাপোৰবোৰ। ৰামচন্দ্ৰ দেশমুখৰ লগ লাগি কোনোবা এপাকত দামোদৰক লৈ আহিলগৈ কাশীয়ে।

লাহে লাহে বাঙ্গীচাহেবাৰ জ্ঞান ফিৰি আহিছে। তেখেতে চকু মেলিলে....নীলা আকাশ আৰু মাটিৰ পৃথিৱীৰ অমলিন সৌন্দৰ্য্যক চাই ল'লে আৰু এবাৰৰ কাৰণে। ৰামচন্দ্ৰ দেশমুখে ছিঙিৰ সোণৰ লগুণত থকা গঙ্গাজলৰ অকণমান টেমাটো খুলিলে। কতদিন খেমালিতে বাঙ্গীচাহেবাই দেশমুখক বিদ্ৰূপ কৰিছে এই অকণমান টেমাটোৰ কথাৰে। আজি তাৰেই এটুপি গঙ্গাজল বাঙ্গীচাহেবাৰ মুখত দিলে তেওঁ।

স্নিগ্ধ পৰিষ্কাৰ মাতেৰে ক'লে বাঙ্গীচাহেবাই, "মোৰ প্ৰতি যি আনুগত্য তোমালোকে দেখুৱাই আহিছা আজিলৈকে, অনাথ আনন্দৰ (দামোদৰৰ) প্ৰতি তাক অটুট ৰাখিবা। মোৰ যি অলঙ্কাৰ আৰু টকা থাকিল, সেইবোৰ মোৰ ফৌজৰ মাজত ভগাই দিবা। আৰু মোৰ মৃতদেহ যাতে ফিৰিঙ্গীৰ হাতত নপৰে।"

বাঙ্গীচাহেবাৰ চকু লাহে লাহে নিস্তেজ হৈ আহিছে। ৰঘুনাথ সিংহই চিঞৰি উঠিল, "কি চাই আছেহঁক। মুখত পানী দিয়ক!"

বাঙ্গীচাহেবাৰ মুখত সন্তৰ্পণে পানী ৰাকি দিলে দেশমুখে। সেই পানী কোৱাৰিয়েদি বাগৰি ওলাই আহিল। স্তব্ধ হৈ ৰ'ল ৰামচন্দ্ৰৰাও দেশমুখ। তাৰ পাছত তেওঁ বাঙ্গীচাহেবাৰ মেলখাই থকা চকু দুটা লাহে লাহে হাতেৰে জপাই দিলে।

ৰঘুনাথ সিংহই দুই হাতেৰে মুখ ঢাকি কান্দিছিল। কান্দিছিল আৰু বহুতো চিপাহীয়ে। কেঁচুৱা ল'ৰাৰ দৰে ফেকুৰিছিল দুৰ্দ্ধৰ্ষ চৰ্দাৰবিলাকে। কিন্তু সিহঁত সকলোৱেই বুজিছিল যে শোক কৰিবৰ কাৰণেও সিহঁতৰ অৱসৰ নাই। কাৰণ আঠ নম্বৰ হুছাৰ সিহঁতৰ নিচেই ওচৰত। সিহঁতৰ হাই-উৰুমি শুনা গৈছে স্পষ্টভাৱেই।

গঙ্গাদাস বাবাৰ পৰিত্যক্ত ঘৰৰ কাষত থকা বিশাল খাঁহৰ গভীৰ সিহঁতে বাঙ্গীচাহেবাক শুৱাই দিলে। তেতেৰে চেকুৰা

বন্ধা কপালখন ভিজা চাদৰেৰে মচি দিলে ৰঘুনাথ সিংহই। ক্লান্ত চৰণ দুখনিৰপৰা পাদুকা খুলিলে কাশীয়ে। কঁকালৰপৰা পাশখুৰ খুলি নিলে, হাতৰপৰা বৰ্ম সোলোকালে, ডিঙিৰপৰা খুলি পেলালে মুক্তাৰ কণ্ঠহাৰ। প্ৰত্যেকেই নিজৰ মুৰৰপৰা মুৰেঠা সোলোকাই বাঈচাহেবাৰ দেহটো ঢাকি পেলালে। তাৰ ওপৰত সজাই থ'লে তৰোৱাল আৰু বন্দুকৰ গুলীযোৰ।

বেলি তেতিয়া ডুব গৈছে। দিগ্‌বলয়ৰ ডাৱৰবিলাকৰ সীমান্ত বাঢ়নি-ধ'দৰ সোণালী ৰেখা। তাৰ কাষে কাষে বাহলৈ ওভতা চৰাইৰ দলৰ ক'লা-মুকুতাৰ মালা। দূৰত বেলিৰ কালে পিঠি দি ক'লা হৈ থিয় দি আছে দুৰ্ভেদ্য দুৰ্গ গোৱালিয়ৰ, ভাৰতবৰ্ষৰ সুন্দৰতম যুদ্ধ-ঘাটি। ক'ৰবাৰপৰা তেতিয়াও ভাঁহি আহিছে বন্দুকৰ শব্দ, কামানৰ বিক্ষিপ্ত গৰ্জন। আহতৰ হা-হুতাশ, ঘোঁৰাৰ চিঁহিঁহি মাত। মৰণোন্মুখ কাৰোবাৰ আৰ্তনাদ।.... দূৰত ৰণক্লান্তিৰ কোলাহল

...হয়তো এয়ে ভাল। ইমৰানে ভাবিলে। হয়তো এই ৰণক্ষেত্ৰই বাঈচাহেবাৰ উপযুক্ত মৃত্যুশয্যা....শ্ৰেষ্ঠতম সন্মান আৰু নিবিড়তম শান্তিৰ জিৰণিৰ ঠাই। মুকলি আকাশৰ তলত স্বাধীন ভাৰতবৰ্ষৰ শীতল মাটিৰ পৰশ আৰু ৰণ-কোলাহল সনা মৰমী বতাহজাকৰ বাহিৰে অন্য কোনে তেওঁক প্ৰকৃত অভিনন্দনেৰে স্বাগত কৰিব পাৰিব ?

চমক ভাঙিল ইমৰানৰ। তিৰ্‌বিৰি তুলাৰে জুই তুলি গজীত জুই লগাইছে ৰঘুনাথ সিংহই।

লাহে লাহে কেউপিনে জুই বিয়পি পৰিল। হো-হোকৈ আকাশৰ ফালে হাত মেলিলে লেলিহান জুইৰ শিখাই। হঠাৎ ইমৰানৰ ধাৰণা হ'ল এই জুই সেই জুই নহয়তো, যি জুই জ্বলিছিল মীৰাট, কানপুৰ, লক্ষ্ণৌ, আগ্ৰা, দিল্লী আৰু ঝাঁচীত ?

ভাৰতবৰ্ষৰ বুকুত মৰুভূমিৰ ধূলিত আৰু নদী-নলাৰ পাৰে পাৰে, পৰ্বত-কন্দৰ আৰু সমতল প্ৰান্তৰত, গহন অৰণ্য আৰু উৰ্বৰ পথাৰত, শত শত জনপদ হাজাৰ হাজাৰ গাঁৱত অঙ্কুৰিত হৈছে স্বাধীনতাৰ যি পৱিত্ৰ সংগ্ৰাম তাৰ সমগ্ৰ আশা-ভৰসাৰ অন্তস্থলত এই জুই নিয়পি নপৰেতো ?

ইমৰান আগবাঢ়ি গ'ল। সমবেত সকলোৰে শুনাকৈ ডাঙৰ ডাঙৰ মাতেৰে ক'লে সি, "বাঙ্গীচাহেবাৰ নিজস্ব ফৌজৰ অৱশিষ্ট যি কেইজন চিপাহী ইয়াত আছে, তেওঁলোকে অকলেই তেখেতৰ পৱিত্ৰ দেহাক শত্ৰুৰ হাতত নপৰাকৈ ৰক্ষা কৰিব পাৰিব। গতিকে আমি কেইজনৰ বাহিৰে আন সকলোৰেই ছাউনিলৈ উলটি যাওক। মোৰ অনুৰোধ আপোনালোক উলটি যাওক— দেৱানজী, নায়ে খাঁ-চাহাব, কাশীবাঈ আৰু ৰাজগুৰু দেশমুখজী ! ছাউনিলৈ গৈ আপোনালোকে সমগ্ৰ বাহিনীৰ পশ্চাদপসৰণৰ ব্যৱস্থা কৰক আৰু ৰাজপুত্ৰ দামোদৰৰ নিৰাপত্তাৰ চিন্তা কৰক। কাৰণ বাঙ্গীচাহেবাৰ সেয়েই আছিল শেষ ইচ্ছা আৰু আদেশ।"

মানুহবোৰে অবাক হৈ ইমৰানৰ ফালে চালে। যুগলীকৰে ভাবিলে, ইমৰান হয়তো পাগল হৈ গৈছে।

ইমৰানে আকৌ ক'লে, "বাঙ্গীচাহেবাৰ অন্তিম আদেশ পালন কৰিবলৈ যাতে হেলা নকৰে, এয়ে আপোনালোকৰ ওচৰত মোৰ একমাত্ৰ অনুৰোধ। আৰু মই আশা কৰো যে এই অনুৰোধ কৰিবলৈ আপোনালোকে অধিকাৰ দিব, কাৰণ আপোনালোকে হয়তো জানে যে কি নিৰ্মমভাৱে স্বাধীনতাৰ যুদ্ধত আমাৰ পৰিয়ালৰ প্ৰত্যেকটো মানুহেই জীৱন আহুতি দিছে। মই ৰাজশেখৰ, ....শেঠ চন্দ্ৰশেখৰৰ পুত্ৰ। আশাকৰো আমাৰ পৰিয়ালৰ কাহিনী আপোনালোকৰ কাৰো অবিদিত নহয়।"

ৰাজশেখৰ! শেঠ ৰাজশেখৰ! মানুহবিলাকে নিজৰ ভিতৰতে ফুচ্‌ফুচাই কোৱা-কুই কৰিবলৈ ধৰিলে।

ৰামচন্দ্ৰৰাও দেশমুখে ক'লে, "আপোনাৰ পৰিচয় আমি আগতেই পাইছো, শেঠ ৰাজশেখৰ ! আপোনাৰ ভৰসাতে আমি এই ঠাই এৰিয়াই এৰিম। কিন্তু আপুনি ...?"

ইমৰানে ক'লে, "মই যোদ্ধা চিপাহী, ৰাজগুৰু। যোদ্ধাৰ কৰ্তব্য শেষলৈকে কৰি যাম। বাঙীচাহেবাৰ নশ্বৰ শৰীৰ যেতিয়ালৈকে সম্পূৰ্ণভাৱে মানুহৰ স্পৰ্শাতীত নহয়, তেতিয়ালৈকে মই আৰু মোৰ লগৰীয়াসকলে ইয়াত থিয় হৈ তাক ৰক্ষা কৰিম। কিন্তু আপোনালোকৰ ওপৰত বৃহত্তৰ দায়িত্ব আছে; আপোনালোক যাওক, তাক পালন কৰকগৈ।"

দেশমুখে ক'লে, "বেচ্ ! আশা কৰিলো যে সকলো কাম সমাধা হৈ গ'লে সুস্থ শৰীৰেই আপুনি আমাৰ লগত যোগ দিবহি।"

অন্ধকাৰ কেতিয়াবাই নামিছে। সেই ঠাইডোখৰ মাথো পোহৰাই ৰাখিছে গঞ্জীৰ জুইৰ পোহৰে। ৰামচন্দ্ৰৰাও দেশমুখৰ অপস্ৰীয়মান দলটোৰ ফালে চাই চাই যুগলীকৰে চিঁঞৰি উঠিল, "ইমৰান ! শেঠ ৰাজশেখৰ ! তই...আপুনি ইমান দিন কিয় এই কথা লুকাই ৰাখিছিল ? মোক কিয় ফাঁকি দিছিল ?"

"বন্ধ কৰ, যোগী....", ভগা ভগা মাতেৰে ক'লে ইমৰানে, "এই শেষ সময়ত ভাই তই কি মোক নকন্দুৱাকৈ নেৰ ? ভগৱানৰ নামত শপত খাই স্বীকাৰ কৰি ল' যোগী, যে মই চিৰকাল তোৰ মৰমৰ বন্ধু ইমৰান।"

যুগলীকৰে ইমৰানক আকোৱালি ধৰিলে। সি তেতিয়া কন্দিছিল।

চিতাৰ কাষত আঁঠুকাঢ়ি বহি ইমৰান, যুগলীকৰ আৰু পোন্ধৰটা পাঠানে মৃতকৰ সদ্গতিৰ কাৰণে শেষ প্ৰাৰ্থনা জনালে। আঠ নম্বৰ হুছাৰ তেতিয়া নিচেই কাষ চাপি আহিছে...নিচেই কাষ চাপি আহিছে.... ।

পূৰ্ৱতী নিশা তেওঁলোকে সেই ঠাইলৈ আকৌ আহিছিল। তাত তেতিয়া মাথোন পৰি আছিল কিছুমান ছাই—বিশাল ধাঁহৰ গম্ভীৰ নগণ্য অৱশেষ। আৰু সেই ছাইৰ কেউকাষে পৰি পোন্ধৰটা পাঠানৰ প্ৰাণহীন দেহ। চিনাকি চৰ্দাৰ এটাই ইমৰানৰ দেহটো বিচাৰিছিল। যুগলীকৰৰ মৃতদেহ পৰি আছিল অলপ দূৰতে। কিন্তু ইমৰান ক'তো নাই। হয়তো দূৰত গৈ মৰিছে ইমৰান। হয়তো ইংৰাজৰ হাতত বন্দী—হয়তো পলাবলৈ গৈ কোনো কন্দৰৰ অতল তলত পৰি প্ৰাণ হেৰুৱাইছে সি।

ছাইৰ মাজে মাজে 'হাত ভৰাই ভৰাই বাঈচাহেবাৰ পুষ্পাস্থি বিচাৰিছিল ৰামচন্দ্ৰৰাও দেশমুখে। তিনিটা চৰ্দাৰে নিঃশব্দে কান্দিছিল। সেই কান্দোনত প্ৰোথিত আছিল বহুতো ক্ষোভ, বহুতো বেদনা, বহুতো আশাহত ব্যৰ্থতা আৰু মৰ্মান্তিক স্মৃতি। বুৰঞ্জীৰ পাতত তাৰ কোনো মূল্য নাই; কিন্তু মুক্তিকামী মানৱতাই যেতিয়ালৈকে মুকলি আকাশ বিচাৰি ফুৰাবপৰা বিৰত নহয়, এই চকুপানীকণৰ স্মৃতিক শত পাহৰণিয়েও মচি পেলাব নোৱাৰে।

পূৰ্ৱতীৰ আধা আন্ধাৰ আধা পোহৰত হঠাৎ ৰামচন্দ্ৰৰাও দেশমুখৰ চকুত পৰিছিল এখন দীঘল তৰোৱাল—ছাইৰ মাজত, মাটিত খোচ খাই থিয় হৈ আছে। বাঈচাহেবাৰ সেই অতি মৰমৰ তৰোৱালখন! তাত খোদাই কৰা সেই আখৰখিনি তেতিয়াও জিলিকি আছে, "চৰকাৰ বাহাদুৰ মহাৰাণী লক্ষ্মীবাঈচাহেবা গঙ্গাধৰৰাও নেবালকৰ্; পন্তম : ঝাঁচী।"

—শেষ—

# উত্তৰণ

অথচ কিয় জানো মোৰ অন্তস্থলত আজিও এই বিশ্বাস গঁথা থাকিল যে ইমৰানৰ যেন সেই দিনা মৃত্যু হোৱা নাছিল।

খুব সম্ভৱ ইমৰান জীয়াই আছিল।

একৈছ বছৰীয়া মহানায়িকাৰ সৰ্বশেষ স্মৃতি সেই পৱিত্ৰ ছাই-খিনিৰ কালে বাৰে বাৰে, বাৰে বাৰে উভতি চাই চাই, চাই চাই ইমৰানে যেন আগুৱাই গৈছিল সেই এটি মাত্ৰ পথেৰে....যি পথেদি গৈছে আৰু বহু সংগ্ৰামী মানুহ, আৰু বহু মুক্তিকামী জন। বুৰঞ্জীৰ কোনো এক অনিৰ্বায্য ভৱিতব্যৰ দুৰ্নিবাৰ ধুমুহাৰ বল্গাহীন প্ৰাসত পৰি এজুৰি পাতসৰা গছৰ দৰেই যেন উৰি গৈছিল এজুৰি মানুহ। ইমৰান আৰু মধুমতী। কিন্তু সিহঁতৰ পথৰ নিশানা কোনো বিপৰ্য্যয়েই পাহৰাই দিব পৰা নাছিল— সিহঁতৰ দৃঢ় পদক্ষেপক কোনো শ্ৰান্তিয়ে কঁপাব পৰা নাছিল। আহত ভৰিখন চোঁচোৰাই চোঁচোৰাই, মধুমতীৰ কান্ধত ভৰ দি, দুৰ্গম অৰণ্যানীৰ আঁৰে আঁৰে ইমৰানে যেন আগুৱাই গৈ আছিল। যুগে যুগে মুক্তিমন্ত্ৰৰ ইস্পাতৰ স্বাক্ষৰ সিহঁতে থৈ যাব এই বিশাল সেউজীয়া প্ৰান্তৰৰ প্ৰতি কোণে কোণে—পাৰ হৈ যাব আৰু কত পাহাৰ, কত অৰণ্য, কত মালভূমি আৰু গিৰিখাত, কত শৈলমালা আৰু কন্দৰ, কত নদী, কত উপত্যকা আৰু বালুচৰ, কত গাঁও, আবাসভূমি আৰু জনপদ, কত অখ্যাত ঠাই, কত মৰুভূমি, কত শস্যেভৰা পথাৰ, কত পাষাণ আৰু স্বৰ্ণ বননিৰে ৰচা দুৰ্গম তটভূমি। ভাবো সিকালে আছে সেই

সীমাহীন সাগৰ। বিশাল পৃথিৱীৰ বুকুভৰা এক চিৰন্তন সৌন্দৰ্য্য। স্বাধীনতাৰ স্নিগ্ধ বতাহচাটিৰে সেই অভিশপ্ত সাগৰক ক্লেদমুক্ত কৰিব লাগিব, মচি পেলাব লাগিব তাৰ প্ৰতিকণা কালিমা, প্ৰতিকণা গ্লানি।

এই কাহিনীৰ পাতনি শেষত লিখিবলগীয়া হ'ল এই কাৰণেই যে যি কাহিনীৰ সামৰণি পেলাইছো বুলি মই ভাবিছিলো, দেখা গ'ল সেই কাহিনীৰ পাতনিহে দৰাচলতে মেলা হৈছে মাথোন।

কাৰণ ঝাঁচীৰ ৰাণীৰ মৃত্যুতেই এই কাহিনীৰ সমাপ্তি ঘটা নাই। ছিন্ন-ভিন্ন বিপ্লৱীৰ দলে ক্ৰুৰ দমনৰ ফাঁকে ফাঁকে প্ৰস্তুত হৈ ৰক্তক্ষয়ী খণ্ড খণ্ড যুদ্ধ চলাই গৈছে বহু দিন ধৰি। নৱ ভাৰতৰ সফল গণজাগৰণৰ সেয়েই প্ৰকৃত পটভূমি। সেই মহা অভিযানৰ আহ্বান মূৰ পাতি ল'বলৈ যুগে যুগে অগুৱাই আহিছে লক্ষ লক্ষ ইমৰান আৰু হাজাৰ হাজাৰ মধুমতী। নিঃশব্দে সংগঠন চলিছে, চলিছে প্ৰস্তুতি আৰু প্ৰতীক্ষা।

তাৰ পাছত বহু যুগ পাৰ হৈ গৈছে। সেই অপৰাজেয় বাহিনীটোৱে তিল তিলকৈ শক্তি আহৰণ কৰিছে অপৰিমেয় আঘাত আৰু মৰ্মস্পৰ্শী ক্ষতিৰ মাজে মাজে। অনভিজ্ঞ বিপ্লৱৰ স্মৃতি পৰিণত হৈছে পৰিপূৰ্ণ বাস্তৱ সম্ভাৱনাত। সিইতৰ মৰণবিজয়ী সাধনাই জন্ম দিছে দুৰ্ভেদ্য সফল নেতৃত্বক—সৃষ্টি কৰিলে বজ্ৰকঠিন সেই যুগমহানায়কক, যি বস্ত্ৰহীন অনাহাৰী দেহৰ দুখন মাত্ৰ নিৰস্ত্ৰ হাতেৰেই ভাৰতবৰ্ষৰ দাসত্বৰ শৃঙ্খল ডোখৰ ডোখৰকৈ ছিঙি পেলালে আৰু আহ্বান কৰিলে ব্যক্তি-স্বাধীনতাৰ সংগ্ৰাম।

বছৰ বাগৰি গৈছে। ভাৰতবৰ্ষৰ মুক্ত আকাশক স্বাগত জনাবলৈ প্ৰতি বছৰেই সমবেত হৈছে লক্ষ লক্ষ মানুহ। সেই জনকোলাহল শুনি শুনি মোৰ বাৰে বাৰে মনত পৰিছে সেই বিদ্ৰোহী ল'ৰাটোৰ কথা, ৰেললাইনলৈ শিলগুটি দলিয়াই থকা

অকণমান ল'ৰাটোৰ কথা। ইমৰান আৰু মধুমতীৰ কথা। সিহঁতক মই আৰু কাহানিও বিচাৰি পোৱা নাই। তথাপি মই জানো সিহঁত ইয়াতেই আছে....। সিহঁত যেন ইমৰান আৰু মধুমতী নহয়, সিহঁত ভাৰতৰ অপৰাজেয় আদর্শৰ প্ৰতীক। সেই বিশাল গণসমুদ্ৰৰ মাজতে সিহঁত বিলীন হৈ আছে।.........

সাতাৱনৰ বিপ্লৱৰ স্মৃতি আমাৰ জীৱনৰ লগত ওতঃপ্ৰোত-ভাৱে জড়িত। ভাৰতীয় জাতীয় জীৱনত তাৰ প্ৰভাৱ অনতিক্ৰম্য। এই অভ্যুত্থানৰ বহল আলোচনা হোৱাৰ অৱকাশ আৰু প্ৰয়োজন আছে। এই প্ৰয়োজন দেশক জনাৰ, নিজক জনাৰ। স্বীকাৰ কৰো মোৰ লিখনিত সেই বিপ্লৱৰ অনুৰূপ ছবি ফুটি ওলোৱা নাই। ভৰসা এয়ে যে জাতিৰ এই গৌৰৱময় অধ্যায়টোৱে ভৱিষ্যতে সুধীসকলৰ দৃষ্টি আকর্ষণ কৰিব। যোগ্য লিখকৰ হাতত পৰিলে প্ৰলেপহীন নগ্ন বুৰঞ্জীও হৈ উঠিব অনিন্দ্যসুন্দৰ সাহিত্য ; কাৰণ সেই যুগৰ বুৰঞ্জী আছিল উপন্যাসতকৈও বিস্ময়কৰ।

ভাৰতৰ প্ৰথম গণঅভ্যুত্থানৰ ঘটনাৱলীৰ পৰিধি বৰ বহল। কিন্তু এই সম্পৰ্কে আমাৰ জ্ঞান সীমাবদ্ধ। ইয়াৰ কাৰণ হ'ল এই বিষয়ৰ প্ৰামাণ্য কিতাপ আৰু অন্যান্য সামগ্ৰীৰ অভাৱ। কেইজনমান ইংৰাজ বুৰঞ্জীবিদৰ লিখনিৰ বাহিৰে আন কোনো নিৰপেক্ষ লিখকৰ কিতাপ পাবলৈ নাই। কোৱা বাহুল্য যে এই গণজাগৰণে ব্ৰিটিছ চৰকাৰক বাককৈয়ে ভয় খুৱাইছিল আৰু তেওঁলোকে তুলনাহীন অত্যাচাৰ আৰু নিৰ্বিচাৰ নৰ-হত্যাৰে তাক নিশ্চিহ্ন কৰি পেলোৱাৰ পিছতো দলিল-দস্তাবেজ নথি-পত্ৰ আদি সকলো নষ্ট কৰি সেই দুবছৰৰ ঘটনাৱলীক বুৰঞ্জীৰ পাতত এটা সাধাৰণ চিপাহী-বিদ্ৰোহ বুলি প্ৰতীয়মান কৰি থৈ গৈছে। 'India Office Library'-ৰ চুকে-কোণে খোচৰিলে এতিয়াও হয়তো সত্য কাহিনীৰ কিছু কিছু অংশ উদ্ধাৰ হ'ব। আনন্দৰ

কথা অলপতে এই লাইব্রেৰী লণ্ডনৰপৰা দিল্লীলৈ স্থানান্তৰিত কৰাৰ প্ৰস্তাৱ ঘুনুক্-ঘানাকৈ শুনিবলৈ পোৱা গৈছে। এই লাইব্ৰেৰীয়ে ১৮৫৭ চনৰ বিপ্লৱৰ এটা নতুন অধ্যায় মুকলি কৰিব।

চিপাহী বিদ্ৰোহৰ শতবাৰ্ষিকীৰ সময়ত ভাৰত চৰকাৰে প্ৰভূত অৰ্থ ব্যয় কৰি সেই বিদ্ৰোহৰ সম্পৰ্কে কেইখনমান প্ৰামাণ্য পুথি প্ৰস্তুত কৰোৱাইছিল। তাৰে ভিতৰত 'Eighteen Fifty-Seven' নামৰ শ্ৰীসুৰেন্দ্ৰ নাথ সেনে লিখা এখন কিতাপ পঢ়াৰ সৌভাগ্য আমাৰো হৈছিল। কিতাপখনৰ চহকপ্ৰদ আকাৰ আৰু পৃষ্ঠা-সংখ্যা যেই সেই চৰকাৰৰ পক্ষে ভৰসাৰ কথা হোৱাটো স্বাভাৱিক। অথচ এইহেন এখন বৃহৎ আকাৰৰ কিতাপতো বহু-প্ৰচলিত তথ্যবোৰৰ বেছিভাগৰ সম্পৰ্কেই নিৰৱে থাকি অন্যান্য কম প্ৰমাণ থকা তথ্য কিছুমানৰ বিষয়ে অত্যুক্তি কৰি গোটেই ঘটনাটোকেই আকৌ এবাৰ সাধাৰণ বিদ্ৰোহৰ শাৰীত থিয় কৰাই থোৱা হৈছে। কিছু দিনৰ আগতে বঙ্গদেশৰ কোনো এজন নামী বুৰঞ্জীবিদ শ্ৰীৰমেশচন্দ্ৰ মজুমদাৰে লিখা 'Sepoy Mutiny and the Revolt of 1857' নামৰ একে বিষয়ৰে কিতাপ এখন পঢ়ি স্তম্ভিত হৈ গৈছিলোঁ। স্বজাতি-বিদ্বেষৰ এনেকুৱা বিষোদগাৰণ বোধহয় বুৰঞ্জীতো বিৰল। প্ৰকৃতপক্ষে চৰকাৰ নাইবা বাইজৰ ফালৰপৰা এটা সুসংগঠিত বিজ্ঞানসম্মত বৌৰঞ্জিক গৱেষণাৰ দুৱাৰ মুকলি নকৰালৈকে সত্যৰ অপলাপ আৰু সন্দেহৰ নিৰসন নহয়।

এই উপন্যাসৰ পাৰ্শ্বচৰিত্ৰৰ বেছিভাগেই ঐতিহাসিক হ'লেও প্ৰধান চৰিত্ৰ সকলোৱেই কাল্পনিক। চৰিত্ৰ আৰু ঘটনাৱলীৰ কাল্পনিক অংশটো পাঠকে সহজেই চিনি ল'ব পাৰিব। এই কিতাপখনৰ সম্পৰ্কে মই মাথোন এটা কথা দাবী কৰিম। সেইটো এই যে ইয়াক অতিৰঞ্জনৰ দোষে ছোৱা নাই। ( এইখিনিতে

উদ্দেশ্যিয়াই খোৱাটো অপ্রাসঙ্গিক নহ'ব যে ঝাঁচীৰ বাণী আৰু অন্যান্য কেইজনমান ভাৰতীয় নেতাই কছিয়াৰ সামৰিক সাহায্য বিচৰা বুলি বৃটিছে চৰকাৰে যি এটা সন্দেহ কৰিছিল তাৰ ভিত্তি অমূলক নহয়।) এনেকি অপাতদৃষ্টিত অবিশ্বাস্য কাল্পনিক ঘটনাসমূহো অন্য কোনো সত্য ঘটনাৰ অনুৰূপে লিখা। নিজস্ব সংকীৰ্ণ গণ্ডীৰ মাজত উপন্যাসখনত ঘৌৰঞ্জিক সততা সম্পূৰ্ণভাৱেই ৰক্ষা কৰা হৈছে। ঝাঁচীৰ বাণীক পাৰ্শ্বচৰিত্ৰ কৰি ৰখাৰ সাহিত্যিক প্ৰয়োজনত জনসাধাৰণৰ ওপৰত থকা তেওঁৰ বহুল প্ৰভাৱক বাধ্যত পৰি সম্যকৰূপে ফুটাই তোলা হোৱা নাই।

এইখিনিতে তাঁতিয়া টোপীৰ সম্পৰ্কে একাষাৰ কথা কৈ থোৱা আৱশ্যক। এই উপন্যাসত প্ৰকাশিত চৰিত্ৰই তাঁতিয়া টোপীৰ শেষ পৰিচয় নহয়। প্ৰকৃতপক্ষে অসম সাহসী গৰিলা-যুঁজাৰু বীৰ তাঁতিয়া টোপীয়ে চিপাহী-বিদ্ৰোহৰ শেষৰ অধ্যায়ত অতুল বিক্ৰমেৰে শেষ দিনলৈকে বৃটিছক ব্যতিব্যস্ত কৰি ৰাখিছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে ঝাঁচীৰ ৰাণীৰ মৃত্যুৰ আগলৈকে এইগৰাকী পুৰুষৰ ব্যক্তিত্বৰ বিকাশ হোৱা নাছিল।

মোৰ পত্নী শ্ৰীমতী কণিমা বৰঠাকুৰৰ আশাশুধিয়া চেষ্টাৰ অবিহনে এই কিতাপ ছপা নহ'লহেঁতেন। আমাৰ সোদৰোপম শ্ৰীমান অশোক বৰঠাকুৰে এই গ্ৰন্থ ৰচনা আৰু মুদ্ৰণত যিখিনি সহায় কৰিছে সেইখিনি লিখনিৰে প্ৰকাশ কৰিব পৰা সম্ভৱ নহয়। এওঁলোক দুয়োকো মোৰ অন্তৰৰ আশীৰ্বাদ জনালোঁ।

'বাঙ্গীচাহেবা' গ্ৰন্থখন সৰ্বতোভাৱে সংকলন কৰা হয় যোৱা বছৰৰ আগষ্ট, ছেপ্তেম্বৰ, অক্টোবৰ মাহত। বাঙ্গীচাহেবা অৱশ্যে ইমবানৰ প্ৰথম কাহিনী নহয়, দ্বিতীয় কাহিনীহে। ইমবানৰ প্ৰথম কাহিনী আছিল 'বাহাদুৰশ্বাহ' যাক কিছুমান চৰ্চা থকা মানুহে এখন মানবিশিষ্ট উপন্যাস বুলিয়েই ক'ব খুজিছিল।

